SHIVAJI MAHARAJ, a short biography of King Shivaji, in Assamese, written by Sri Girish Chandra Chaudhuri B. L. Published by Sri Lily Chaudhuri, J. P. Nagar, Dibrugarh and Printed at Sreeguru Press, Gauhati-11. 1st Publication, 1980 Price Rs. 17·00 only.

---

প্ৰকাশিকা ঃ শ্ৰীলিলি চৌধুৰী
জে. পি. নগৰ, ডিব্ৰুগড়

প্ৰথম প্ৰকাশ ঃ জানুৱাৰী, ১৯৮০

ছপাওঁতা ঃ শ্ৰীগুৰু প্ৰেছ, গুৱাহাটী-৭৮১০১১

বেটুপাতৰ শিল্পী ঃ বেণু মিশ্ৰ

মূল্য ঃ ১৭·০০ টকা মাত্ৰ

মুখ্যাপৰিবেশক ঃ দত্তবৰুৱা এণ্ড কোম্পানী

# উছৰ্গা

মোৰ পৰম উপকাৰী
পিতৃ সুহৃদ
স্বৰ্গীয় লয়নৰাম দেউৰীৰ
স্মৃতিৰ উদ্দেশ্যে।

—লিখক।

# সূচীপত্ৰ

# প্ৰস্তাৱনা

জিঞ্জিত অৱৰুদ্ধপ্ৰায় ৰাজা ৰাজাৰামে কৃষ্ণাজী অনন্ত সভাসদক কৈছিল, "কৃষ্ণাজী, মোৰ পিতৃপুৰুষে অসীম বিক্ৰমে চাৰি ৰাজ্য বশ কৰিব পাৰিছিল, কিন্তু তথাচ ঔৰংজেবে এই অঞ্চলৰ বহু দুৰ্গ অধিকাৰ কৰিব পাৰিছে ; ইয়াৰ কাৰণ কি ? এই পুৰণি ৰাজ্যসমূহৰ বিষয়ে তুমি ভালদৰে জানা ; তুমি আদিৰেপৰা তেওঁৰ এখন জীৱনী ৰচনা কৰা।" ৰাজ আজ্ঞাত সভাসদে মহাৰাজ শিৱাজী আৰু তেওঁৰ পূৰ্ব-পুৰুষ-সকলৰ যি কাহিনী লিখি থৈ গৈছে, তাৰ উপৰি অতীত আৰু বৰ্তমান, ভাৰতীয় আৰু ইউৰোপীয় নানা জাতিৰ লোকে, নানা ভাষাত, আন কি চীন পৰিব্ৰাজকসকলে আৰু সম্ৰাট ঔৰংজেবৰ ইতিহাস লিখক খাফিখাঁ প্ৰমুখ্যে বহুজন পাৰ্চী লিখকে সেই সময়ৰ ইতিবৃত্ত লিখি থৈ গৈছে। ইয়াৰ ভিতৰত নিৰ্ভৰযোগ্য সামগ্ৰী সংগ্ৰহ কৰি নিৰপেক্ষভাৱে বহুজন লিখকে তেওঁৰ অভাৱনীয় কৰ্ম-কুশলতাৰ বলত, যিজনে তেওঁৰ অতি সংক্ষিপ্ত জীৱন কালৰ ভিতৰত, আজীৱন যুদ্ধ-বিগ্ৰহৰ মাজেদি স্বাধীন ৰাষ্ট্ৰ এখন স্থাপন কৰি, প্ৰাণহীন জনতাৰ অন্তৰত জীৱনীশক্তি সঞ্চাৰ কৰিছিল, সেই বীৰ শিৱাজীৰ জীৱনী লিপিবদ্ধ কৰিছে।

যিজন পুৰুষৰ প্ৰতিষ্ঠিত ৰাজ্য কিম্বা সাম্ৰাজ্যখন লুপ্ত হৈছে তেওঁৰ বীৰত্বৰ কিম্বা মানসিক কৰ্মতৎপৰতাৰ প্ৰমাণ স্বৰূপে গৌৰৱ অৰ্জন কৰিবলৈ তেওঁ স্বৰ্ণ স্তূপ নিৰ্মাণ কৰি যোৱা নাই। কিন্তু ভাৰত-বাসীৰ অন্তৰ সজাগ কৰিবলৈ তেওঁ এনে এটা শক্তিৰ প্ৰৱাহ বোৱাইছিল, যি প্ৰৱাহত অগ্নিস্ফুলিঙ্গ নিৰ্গত হৈছিল, আৰু যি শক্তিৰ প্ৰৱাহে লোক-মান্য তিলক নাইবা চাপ্ৰেকাৰ ভাতৃদ্বয়ৰ নিচিনা দেশপ্ৰেমীৰ অন্তৰত অগ্নিস্ফুলিঙ্গ উজাৰ কৰিছিল।

সেইজন ব্যক্তি, যাৰ মৃত্যু সংবাদ পাই, তেওঁৰ পৰম বৈৰী ঔৰংজেবেও কৈছিল, "He was a great captain, and the only one who had the magnanimity to raise a new kingdom...." আজি তিনিশ বছৰ পিছত এইজন ব্যক্তিৰ প্ৰতি শ্ৰদ্ধাঞ্জলি স্বৰূপে আমি বীৰপূজাত আসক্ত হৈ এই জীৱনী লিখিবলৈ আগবাঢ়িছোঁ, যি কাৰণত বীৰ টিকেন্দ্ৰজিতৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিবলৈ "মণিপুৰ

যুদ্ধ" লিখিছিলোঁ। শেষত চাৰ যদুনাথৰ সৈতে আমিও সমস্বৰে, ক'ব পাৰোঁ, "I regard him as the last great constructive and nation builder, that the Hindu race has produced".

এই পুথি সঙ্কলন কৰোঁতে তলত দিয়া কিতাপবোৰৰ বিষয়-বস্তু আমি ব্যৱহাৰ কৰিছোঁ। লিখকসকলৰ প্ৰতি আমাৰ আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

(1) New History of the Marathas—G.S. Sardesai 1946.
(2) Shivaji—V. B. Kulkarni 1963.
(3) Foreign Biographies of Shivaji--S. N. Sen 1927.
(4) The life of Shivaji Maharaj—N. S. Takakhav and keluskar 1921.
(5) A History of the Maharattas—Grant Duff 1918.
(6) Rise of the Maratha Power—Mv Justice Ranade 1900.
(7) Shivaji and His Times—Sir Jadunath Sarkar 1952.
(8) Siva Chatrapati (Sabhasad Bakhar) S. N. Sen 1920.

পুথিখন মুগুতোৱাৰ বিভিন্ন দিশত শ্ৰীমান নগেন ভট্টাচাৰ্য আৰু শশী ফুকনৰ দিহা-পৰামৰ্শ তথা সহায়ৰ কথা আমি কেতিয়াও পাহৰিব নোৱাৰিম। অসমৰ খ্যাতিমান শিল্পী শ্ৰীবেণু মিশ্ৰই কষ্ট কৰি বেটুপাত পৰিকল্পনা কৰি আৰু শ্ৰীকৃষ্ণকান্ত ভট্টাচাৰ্যই আহিকাকত শুধৰণিৰে যি সহায় আগবঢ়ালে তাৰ বাবে আমি উভয়ৰে ওচৰত কৃতজ্ঞ।

শ্ৰীগুৰু প্ৰেছৰ কৰ্মীবৃন্দ আৰু স্বত্বাধিকাৰী শ্ৰীৰমেন্দ্ৰনাৰায়ণ দত্তবৰুৱাৰ ঐকান্তিক প্ৰচেষ্টা অবিহনে পুথিখনে ইমান কম সময়ৰ ভিতৰত ছপাৰূপ নাপালেহেঁতেন। সকলোকে আমাৰ কৃতজ্ঞতা জনালোঁ।

বৰপেটা
৫।১৮০

শ্ৰীগিৰীশচন্দ্ৰ চৌধুৰী

# মাৰাঠা বুৰঞ্জীৰ গুৰুত্ব

যিমানেই বলবন্ত নহওক, জাতীয় ঐক্য আৰু সামূহিক প্ৰচেষ্টাৰ সমৰ্থন নহলে যিকোনো বীৰে স্বাধীন ৰাষ্ট্ৰ এখন গঢ়ি তুলিব নোৱাৰে। জাতীয় ঐক্য আৰু সামূহিক প্ৰচেষ্টাৰ অভাৱৰ কাৰণেই, মহাৰাজ ৰণজিৎ সিংহ, হায়দাৰ আলি, টিপু চুলতান, নিজামউল মুলক, সুজাউদ্দৌলা, আলিবৰ্দ্দিখাঁ, সুৰাজমল, নানাফাৰ্ণাণ্ডিচ, বাহাদুৰখাঁ আদি ৰাষ্ট্ৰীয় নেতাসকলৰ স্বাধীনতা আৰু ৰাষ্ট্ৰ সংগঠনৰ পৰিকল্পনা ব্যৰ্থ হয়। কিন্তু লৰ্ড ক্লাইব আৰু ওৱাৰেন হেষ্টিংচ আদি ইংৰাজ নেতাসকলক ইংৰাজ জাতিয়ে পূৰ্ণ শক্তিৰে সমৰ্থন কৰিছিল কাৰণে সুদূৰ ভাৰতবৰ্ষত এওঁলোকে সুবিশাল সাম্ৰাজ্য এখন স্থাপন কৰিবলৈ সুযোগ পাইছিল।

জাতীয় শক্তিৰ বিস্ফোৰণ নহলে সেই জাতিৰ প্ৰগতি কিম্বা চিৰ স্থায়িত্ব দূৰৰ কথা, তাৰ লোপ পোৱাৰ সম্ভাৱনাই বৰঞ্চ অধিক আৰু সেয়েই ভাৰতৰ ৰজাসকলে স্বাৰ্থপৰবশ হৈ অকল ব্যক্তিত্বৰ প্ৰভাৱ বঢ়াবলৈ উদ্যত হোৱাত, এওঁলোকৰ উদ্যম কেৱল সাময়িক প্ৰচেষ্টাতেই অন্ত হয়; কিন্তু ৰাষ্ট্ৰ গঠন কৰিবলৈ মাৰাঠা বীৰসকলৰ উদ্যম আৰু প্ৰচেষ্টা আছিল ভিন্ন ধৰণৰ। স্বদেশ, স্বজাতি আৰু স্বধৰ্ম ৰক্ষাৰ কাৰণে সাইহ্যাদ্ৰি পৰ্বতমালাৰ অগ্নিস্ফুলিঙ্গ এটাই গোটেই ভাৰতবৰ্ষত যি দাবানল সৃষ্টি কৰিছিল, সি ক্ষমতাৰ সৰ্বোচ্চ শিখৰপ্ৰাপ্ত প্ৰবল মোগল শক্তিক ভস্মীভূত কৰিব নোৱাৰিলেও, সেই শক্তিক নামত দিল্লী সিংহাসনৰ উত্তৰাধিকাৰী কৰি ৰাখিছিল। মূলতঃ স্বদেশ আৰু স্বজাতি ৰক্ষাৰ কাৰণে মাৰাঠা জাতিৰ জাতীয় চেতনা আৰু সামূহিক প্ৰচেষ্টাই আছিল এই কৃতিত্বৰ ঘাই কাৰণ। বিপুল শক্তিসম্পন্ন সমৃদ্ধিশালী বিজয়নগৰৰ পতন হলেও, সেই ৰাজ্যৰ আদৰ্শক নতুন গঢ় দি, ভাৰতৰ জাতীয় চেতনা জগাই তুলিব পাৰিছিল মাৰাঠাই।

মোগল সম্ৰাটসকলে প্ৰায় চাৰিশ বছৰ জুৰি দিল্লীৰ সিংহাসন অধিকাৰ কৰি থকাৰ পিছত, তেওঁলোকৰ অপ্ৰতিহত ক্ষমতাৰ কাৰণে তেওঁলোক ভাৰতৰ অনুচ্ছেদ্য ভাগ্যবিধাতা বুলি প্ৰতীয়মান হৈছিল। অকৰ্মণ্য শাসকৰ নিৰ্বুদ্ধিতা আৰু কুশাসনৰ ফলত, দক্ষিণ ভাৰতৰ মুছলমান ৰাজ্যকেইখন ক্ৰমে এখন এখনকৈ মোগলৰ কৰায়ত্ত হয়। তেতিয়া উত্তৰ ভাৰতত হিন্দুশক্তি প্ৰায় লোপ পাইছিল আৰু দক্ষিণ ভাৰতত মুছলমান শ্বাহসকলৰ আশ্ৰয়ত নানা শ্ৰেণীৰ হিন্দু ভূম্যাধিকাৰীসকলে নিজ নিজ অধিকাৰ ভোগ কৰিছিল।

**বৈষ্ণৱ গণধৰ্ম** ঃ এনে অৱস্থাত গোটেই ভাৰতবৰ্ষত স্বাধীনতাৰ চেতনা লোপ পোৱাৰ আগেয়ে, দক্ষিণ ভাৰতত এটা তুমুল গণ-আন্দো-

লনৰ সৃষ্টি হয়। এই গণ-আন্দোলনৰ মূলত আছিল বৈষ্ণৱ গণধৰ্ম। প্ৰকৃত ধৰ্মৰ পৰিপন্থী সমাজ বিঘ্নকাৰী ৰীতি-নীতি মোহাৰি এই নতুন ধৰ্মৰ অভাৱনীয় মাহাত্ম্যই মহাৰাষ্ট্ৰীয়সকলৰ চৈতন্য জাগৰিত কৰি, তেওঁলোকৰ প্ৰাণত স্বদেশ আৰু স্বজাতিৰ প্ৰতি প্ৰগাঢ় অনুৰাগ জগাই তুলিছিল।

ধৰ্ম যেতিয়া সবল আৰু সতেজ হয়, তাৰ মাহাত্ম্যই যেতিয়া লোকৰ আন্তৰিকতা আৰু শ্ৰদ্ধা লাভ কৰে, তেতিয়া সেই ধৰ্মাৱলম্বী-সকলে সেই ধৰ্মৰ মৰ্যাদা ৰক্ষাৰ কাৰণে সকলো স্বাৰ্থ জলাঞ্জলি দিবলৈ সঙ্কোচবোধ নকৰে। মহাৰাষ্ট্ৰীয়সকলৰ প্ৰাণত সমতা আৰু ঐক্যৰ ভাব সৃষ্টি কৰিছিল এই নতুন ধৰ্মই আৰু ইয়াৰ অভূতপূৰ্ব আন্দোলনে জন-গণৰ মনত স্বদেশৰ প্ৰতি গভীৰ শ্ৰদ্ধা সঞ্চাৰ কৰিছিল। ফলত, মহা-ৰাষ্ট্ৰত জাতি আৰু শ্ৰেণীভেদৰ অন্ত হয় আৰু ঐক্য আৰু সমতাৰ উদ্দীপনাই মহাৰাষ্ট্ৰৰ নতুন জাতীয় জীৱন গঢ়ি তোলে।

গণধৰ্মৰ প্ৰগতিয়েই মহাৰাষ্ট্ৰৰ সৰ্বপ্ৰকাৰ উৎকৰ্ষৰ ঘাই কাৰণ। জাতীয় প্ৰেম আৰু স্বৰাষ্ট্ৰ সংগঠনৰ মূলতেই আছিল ধৰ্মৰ অনুপ্ৰেৰণা। ধৰ্মৰ প্ৰতি দৃঢ় বিশ্বাস আৰু স্বদেশৰ প্ৰতি অসীম শ্ৰদ্ধাই শিৱাজী আৰু তেওঁৰ সঙ্গীসকলৰ হৃদয়ত অলৌকিক শক্তি সঞ্চাৰ কৰিব পাৰিছিল। নিৰিবিষ্টচিত্তে ভবানীৰ চৰণত দেহ-মন অৰ্পণ কৰি অতি সঙ্কট কালত শিৱাজীয়ে আত্ম-ৰক্ষা কৰিছিল, সি এই শক্তিৰ পৰিচায়ক।

নিজ ধৰ্মৰ প্ৰতি প্ৰবল অনুৰাগ থাকিলেও মহাৰাষ্ট্ৰীয়সকলে নিজ ধৰ্ম প্ৰচাৰ বা প্ৰৱৰ্তনৰ কাৰণে 'জেহাদ' আৰু 'ক্ৰুচেদৰ' দৰে ধৰ্মযুদ্ধ নকৰিছিল। নিজ ধৰ্মৰ অবিচল মৰ্যাদা ৰক্ষা কৰি, এওঁলোকে ধৰ্মান্ধতাৰ বিৰুদ্ধে আত্মৰক্ষা কৰিছিল। গুৰু ৰামদাস স্বামীয়ে শিৱাজী আৰু সত্তাজীক ধৰ্মৰ যি আদৰ্শ বুজাই দিছিল, সেয়ে মহাৰাষ্ট্ৰীয়সকলৰ প্ৰকৃত 'স্বধৰ্ম' আছিল। সেই ধৰ্মৰ মূল নীতি আছিল, পৰধৰ্মৰ প্ৰতি বিদ্বেষ আচৰণ নকৰি, আক্ৰমণকাৰীৰ হিংসাত্মক আক্ৰমণৰপৰা নিজ বল শক্তিৰে স্বধৰ্ম ৰক্ষা কৰা। এই উদ্দেশ্যে কৰ্মতৎপৰতা (Activism) আছিল ৰামদাস স্বামীৰ মূল মন্ত্ৰ। ৰাষ্ট্ৰীয় সংগঠনৰ বহুকাল পূৰ্বৰ পৰাই মহাৰাষ্ট্ৰৰ ধৰ্মগুৰুসকলে 'স্বধৰ্মক' নতুন ৰূপ দি মহাৰাষ্ট্ৰৰ জাতীয় জীৱন সঞ্জীৱিত কৰি তুলিছিল।

উত্তৰ ভাৰতৰ অভিজাতবৰ্গৰ সংহতিৰ অভাৱত আৰু তেওঁ-লোকে জনসাধাৰণৰ প্ৰাণত জাতীয় প্ৰেম সঞ্চাৰ কৰিবলৈ অপাৰগ হোৱাত, বাহিৰৰ আক্ৰমণকাৰী শত্ৰুৱে উত্তৰ ভাৰতীয়সকলৰ আদিম সভ্যতা আৰু সংস্কৃতি প্ৰায় লোপ কৰে। দক্ষিণ ভাৰতত তেনে অৱস্থাৰ

সৃষ্টি হ'বলৈ নৌপাওঁতেই, নতুন প্ৰেৰণাই মহাৰাষ্ট্ৰৰ নানা শ্ৰেণীৰ, নানা খেলৰ হিন্দু জনসাধাৰণৰ অন্তৰত আত্ম ৰক্ষাৰ বাবে অদম্য শক্তি জগাই তুলিব পাৰিছিল।

ভাৰত ইতিহাসৰ আধুনিক যুগত, ভাষা, সাহিত্য, সংস্কৃতি আৰু ধৰ্মৰ সমন্বয়ে মহাৰাষ্ট্ৰত যেনেদৰে একজাতি সংগঠনৰ প্ৰচেষ্টা উদ্দীপিত কৰিছিল, তেনেৰূপ দেশৰ আন ক'তো কেতিয়াও কৰিছিল বুলি ক'ব নোৱাৰি। নিঃকিন গৰখীয়াৰপৰা ৰজাজনলৈ সকলোৱে এই সংগঠন কাৰ্যৰ কাৰণে অশেষ স্বাৰ্থ ত্যাগ কৰিছিল। ৰাজপুত, শিখ আদি ভাৰতৰ অইন যোদ্ধা জাতিয়ে জাতীয় প্ৰেমৰদ্বাৰা অনুপ্ৰাণিত হলেও, এই প্ৰেৰণা কেৱল যোদ্ধাসকলৰ ভিতৰতেই আৱদ্ধ আছিল; ই জনতাৰ অন্তৰ স্পৰ্শ কৰিব পাৰিছিল বুলি ক'ব নোৱাৰি।

ৰাজ্যৰ পৰিবৰ্দ্ধন আৰু ৰক্ষণৰ কাৰণে, প্ৰজানুৰঞ্জক ৰজাৰ পক্ষে, প্ৰজাৰ আন্তৰিক সহযোগ আৰু সুবিজ্ঞ ব্যক্তিৰ উপদেশ একান্ত আৱশ্যক। দৰদৰ্শী মহাৰাজ শিৱাজীয়ে তেওঁৰ শক্তি আৰু বুদ্ধিৰ উপৰিও, ৰাষ্ট্ৰৰ সুশাসনৰ কাৰণে জ্ঞানী আৰু অভিজ্ঞ পুৰুষৰ উপদেশ আৰু নিৰ্দেশ ল'বলৈ ভাৰত ইতিহাসত অভিনৱ পন্থা 'অষ্টপ্ৰধান' শাসন প্ৰণালীৰ প্ৰৱৰ্তন কৰিছিল।

মাৰাঠা ৰাষ্ট্ৰনেতাসকলে ভাৰতক যি প্ৰেৰণা দিছে, আধুনিক যুগত আন কোনো ৰজা বা ৰাজশক্তিয়ে তেনে প্ৰেৰণা দিয়াটো বিৰল বুলিব পাৰি। মহাৰাজ শিৱাজীৰ মৃত্যুৰ পিছতেই প্ৰতিহিংসা পৰায়ণ সম্ৰাট ঔৰংজেবে মহাৰাষ্ট্ৰ উদ্ধাৰ কৰাৰ পিছত মাৰাঠাসকলে মহাৰাষ্ট্ৰৰ পৰা পূব উপকূলৰ সুদূৰ জিঞ্জিলৈ ৰাষ্ট্ৰীয় শাসন কেন্দ্ৰ স্থানান্তৰ কৰি, কুৰি বছৰ কাল উৎকট ৰণৰ পিছত ঔৰংজেব আৰু মোগল সাম্ৰাজ্যৰ বিনাশ সাধন কৰাৰ পিছত যিদৰে হেৰোৱা ৰাজ্য পুনৰ উদ্ধাৰ কৰিছিল তাৰপৰাই মাৰাঠা জাতিৰ স্বদেশ আৰু স্বজাতি প্ৰতিৰক্ষণৰ বাবে গভীৰ ঐকান্তিকতা আৰু সামৰিক দক্ষতা অনুমান কৰিব পাৰি। মাৰাঠা ৰাজবংশৰ পৰৱৰ্তী পেশোৱাসকলৰ আমোলত মাৰাঠা ৰাজ্যৰ বিভাজন হলেও, অপৰাজেয় নায়কসকলে সম্মিলিত মাৰাঠা শক্তি গঠন কৰি এশ বছৰৰো অধিক কাল দ্বাৰকাৰপৰা জগন্নাথলৈ আৰু হৰিদ্বাৰৰপৰা ৰামেশ্বৰলৈ গোটেই অঞ্চলত ৰাজশক্তি বিস্তাৰ কৰিছিল। প্ৰতাপী পেশোৱাসকলৰ তত্ত্বাৱধানত মাৰাঠা যুক্তৰাষ্ট্ৰৰ সৃষ্টি হৈছিল আৰু এসময়ত এই ৰাষ্ট্ৰই এনে প্ৰতাপ দেখুৱাব পাৰিছিল যে তাৰ বাবে সি নিখুঁত 'ৰাৰভাই শাসন পদ্ধতি' বুলি খ্যাতি লাভ কৰিছিল।

মহাৰাজ শিৱাজীৰ জন্মৰ মাত্ৰ পোন্ধৰ বছৰ আগত (১৬৬২ খৃঃ) ভাৰতৰ পশ্চিম উপকূলৰ চুৰাট বন্দৰত পৃথিৱীৰ আন এটা শক্তিয়ে বেহা-বেপাৰৰ বাবে সামান্য কুঠি এটা স্থাপন কৰে। এই ইংৰাজ শক্তিৰ শ্ৰীবৃদ্ধি হোৱাৰ লগে লগে, 'বাৰভাই'ৰ শাসন ক্ৰমে শিথিল হয়; অকল সেয়ে নহয়, এই শিথিলতাই শেষত পাৰস্পৰিক বিদ্বেষ আৰু হিংসাৰ সৃষ্টি কৰে। শিৱাজী আৰু পৰৱৰ্তী ৰাজবংশীয়সকলৰ পিছত, চতুৰ ইংৰাজ জাতিয়ে মাৰাঠাসকলৰ এই দুৰ্বলতাৰ সুযোগ লৈ, বেহা-বেপাৰ কৰাৰ উপৰিও, ভাৰতত সাম্ৰাজ্য এখন স্থাপন কৰিবলৈ দৃঢ়-প্ৰতিজ্ঞ হ'ল। অৱশেষত ভাৰতৰ আন আন জাতিৰ নিচিনাকৈ মাৰাঠা সকলে যেতিয়া ৰাষ্ট্ৰৰ স্বাৰ্থ পিছ পেলাই নিজ স্বাৰ্থ আগবঢ়ালে, তেতিয়া কূট-কৌশলী ইংৰাজ জাতিৰ হাতত, আভ্যন্তৰীণ দুৰ্বলতাৰ কাৰণে, মাৰাঠা শক্তিৰ পতন হয়।

মহাৰাজ শিৱাজীৰ ৰাজ্য কি পৰিমাণে বিস্তৃত বা সমৃদ্ধিশালী হৈছিল তাক নিৰাকৰণ কৰি মাৰাঠা অভ্যুদয়ৰ কাৰণ বা উদ্দেশ্য সম্যক পৰিমাণে নিৰ্ণয় কৰিব নোৱাৰি। তদানিন্তন পৰাধীন ভাৰতীয়সকলক পুনৰ উত্থানৰ বাবে অন্তৰত যি শক্তি সঞ্চাৰ কৰিব পাৰিছিল, সেয়েই মাৰাঠা অভ্যুদয়ৰ প্ৰকৃত পৰিচয়। মাৰাঠাসকলেই যে ভাৰতত ইংৰাজৰ পূৰ্ববৰ্তী ৰাজশক্তি আছিল, এই কথা অস্বীকাৰ কৰিব নোৱাৰি। মাৰাঠাসকলক মাৰাঠা ইতিহাস লিখক জেমচ গ্ৰাণ্টডাফে Our immediate predicessors বুলি বৰ্ণাই গৈছে। এইটো বুজিবৰ বিষয় যে পিছত মাৰাঠা ৰাজ্য লোপ্ পাইছে যদিও, মোগলৰ উচ্ছেদকাৰী মাৰাঠাসকল ভাৰতত ইংৰাজৰ পূৰ্ববৰ্তী ৰাজশক্তি নহলে, সুসংস্থাপিত মোগল শক্তিক ভাৰতৰ বুকুৰপৰা দূৰ কৰি ইংৰাজে ভাৰত অধিকাৰ কৰা সম্ভৱ নহ'লহেঁতেন।

ইতিহাসৰ গতি কিম্বা প্ৰগতি নিৰ্ণয় কৰা কঠিন হলেও, এইটো অনুমেয় যে মাৰাঠাৰ অভ্যুদয়ৰ ফলত মোগল সাম্ৰাজ্যৰ পতন নোহোৱা হলে মোগল ৰাজত্ব ভাৰতত সুদৃঢ় হ'লহেঁতেন আৰু ওঠৰ শতাব্দীত তাৰ ৰূপৰ কিবা পৰিবৰ্তন হলেও, তাৰ অবিচল স্থায়িত্ব ইংৰাজ কিম্বা আন শক্তিয়ে স্বীকাৰ কৰিবলৈ বাধ্য হ'লহেঁতেন। তেতিয়া হলে উনৈশ বা কুৰি শতিকাত ভাৰতৰ ৰাজশক্তি থাকিলহেঁতেন অভিযানকাৰী তুৰ্ক জাতিৰ হস্তত আৰু আধুনিক ৰাষ্ট্ৰীয় বন্ধনত সেই জাতি ভাৰতৰ চিৰন্তন ৰাজশক্তি বুলি স্বীকৃত হ'লহেঁতেন। তেনেহলে এচিয়াৰ মধ্য-বৰ্তী প্ৰাচ্য অঞ্চল (Middle East) ভাৰতবৰ্ষৰ লগতে মিলি চীন দেশৰ সীমান্তলৈকে মুছলমান শক্তিয়ে বিস্তাৰ লাভ কৰিলেহেঁতেন।

সেয়ে হলে ইংৰাজে ভাৰত অধিকাৰ কৰা এই দুইশ বছৰৰো অধিক কালছোৱাত, ভাৰতৰ ভিন ভিন জাতিয়ে অতীত অৱস্থালৈ চাই, নিজ নিজ ধৰ্ম-কৃষ্টি নিৰাপদে ৰাখিব পাৰিলেহেঁতেন নে নাই সেইটো সন্দেহৰ কথা। ইংৰাজ ৰাজত্ব ভাৰতত ন্যূনাধিক দুইশ বছৰ থাকি, সেই ৰাজত্বই ভাৰতক আধুনিক সভ্যযুগৰ এনে পাৰিপাশ্বিক অৱস্থাৰ মাজত এৰি থৈ গৈছিল যে বিচ্ছেদ-কন্দল, যুদ্ধ-বিগ্ৰহ আৰু অভাৱ-অনাটনৰ মাজেদি হলেও, দেশবাসীয়ে গণতান্ত্ৰিক সবল-সুস্থ ৰাষ্ট্ৰ এখন কল্পনা কৰিব পাৰিছে। কিন্তু সেয়ে নহৈ মোগল ৰাজত্ব কিম্বা তেনে শ্ৰেণীৰ ৰাজশক্তিৰে প্ৰভাৱান্বিত কোনো প্ৰকাৰৰ শাসন নীতি ভাৰতত প্ৰচলিত হৈ থকা হলে, উনৈশ বা কুৰি শতিকাত ভাৰতত অবৰ্ণনীয় জটিল সমস্যাৰ সৃষ্টি হ'লহেঁতেন। তেনে অৱস্থাত পৃথিৱীৰ আন কোনো শক্তি বা শক্তি-সমূহে ভাৰতৰ সেই সমস্যা সমাধানৰ কি উপায় উদ্ভাৱন কৰিলেহেঁতেন সি অনুমানৰ অতীত। এইটো সুনিশ্চিত যে সেই সমস্যা বহু পৰিমাণে সমাধান কৰি গৈছিল মাৰাঠাসকলে। বিশ্ববিশ্ৰুত মহাৰাজ শিৱাজী, তেওঁৰ বংশধৰসকল আৰু তেওঁৰ পৰবৰ্তী মাৰাঠা নেতাবৰ্গই সেই সমস্যা সমাধানৰ প্ৰচেষ্টাত চিপাহী বিদ্ৰোহৰ প্ৰাৰম্ভলৈকে যি ইন্ধন যোগাইছিল, তাৰ কাহিনীয়েই মাৰাঠা বুৰঞ্জীৰ আদি আৰু অন্ত।

## প্ৰথম অধ্যায়

# মাৰাঠা জাতি

**মহাৰাষ্ট্ৰ** ঃ ভাৰতৰ পশ্চিম উপকূলৰ ডামানৰপৰা দক্ষিণে কাৰোৱাৰ আৰু পূবে নাগপুৰলৈ ৰেখা দুটা টানি, তাপ্তি আৰু কৃষ্ণা নদীৰ মাজৰ এই তিনি ৰেখাৰ সংস্পৰ্শত হোৱা ত্ৰিভুজৰ মধ্যবৰ্তী অঞ্চলটোকেই তেতিয়াৰ মহাৰাষ্ট্ৰ দেশ বুলিব পাৰি। পৌৰাণিক দণ্ডকাৰণ্য, বিদৰ্ভ, আশ্মক আৰু কুন্তল এই সীমাৰ অন্তৰ্ভুক্ত আছিল। বৰ্তমান নাচিক, পুণা, সাঁতাৰা, আহ্মদনগৰ, চোলাপুৰৰ কিয়দংশ আৰু ঔৰঙ্গাবাদৰ পশ্চিমভাগ এই সীমাৰ ভিতৰত পৰিছে। আৰব সাগৰ আৰু পশ্চিমঘাট পৰ্বত শ্ৰেণীৰ মাজৰ থানা, কোলাবা, ৰত্নগিৰি আৰু সোৱন্তভাদি জিলাও মাৰাঠাসকলৰ বাসস্থান আছিল। দাক্ষিণাত্যৰ কেন্দ্ৰস্থান মহাৰাষ্ট্ৰ ভৌগোলিকভাৱে দুই ভাগত বিভক্ত। আৰব সাগৰ আৰু সাইহাদ্ৰি পৰ্বতমালাৰ মাজৰ ঠেক ঠাইডোখৰ 'কঙ্কন' আৰু এই পৰ্বতমালাৰ পূবে সুবিস্তৃত মালভূমি অঞ্চল 'দেশ' নামেৰে জনাজাত। সাইহাদ্ৰি পৰ্বতমালা মহাৰাষ্ট্ৰ ইতিহাসৰ ভেটি। দেশ অঞ্চলৰ অধিবাসীসকল শক্তিশালী আৰু এওঁলোকে এই শক্তিৰ পৰিচয় দিব পাৰিছিল সাইহাদ্ৰিৰ আশ্ৰয়ত। এই পৰ্বতশ্ৰেণীক 'ঘাট' কয়। ঠায়ে ঠায়ে উদ্ভিদ বিহীন শিলাময় ওখ সাইহাদ্ৰি পৰ্বতমালাই কেউফালৰ সমভূমি আৰু উপত্যকাৰ মাজত মহাৰাষ্ট্ৰৰ সতৰ্ক প্ৰহৰীৰূপে যেন থিয় হৈ আছে। মহাৰাষ্ট্ৰৰ স্বাধীনতাৰ কাৰণে এই পৰ্বতমালাৰ আশে পাশে অসংখ্য মাৰাঠীয়ে প্ৰাণ দিছে আৰু অগণন আক্ৰমণকাৰীৰ বিনাশ হৈছে। এই পৰ্বতমালাৰ অগম্য, অজান, সৰুবৰ অলেখ গিৰিসঙ্কটৰ উপৰিও পৰ্বতৰ তলে ওপৰে দুৰ্ভেদ্য দুৰ্গৰাজি বিৰাজ কৰিছিল মহাৰাষ্ট্ৰৰ নিৰ্বিঘ্নতাৰ অৱলম্বনৰূপে।[১] মাৰাঠা বুৰঞ্জী লিখক কেপ্টেইন জেমচ্

---

(১) Their (Ghats) numerous passes, little known to outsiders and the inaccessibility of the rugged terrain around the hills, offered a veritable tactical paradise to men innured to alusive warfare and a logistical nightmare to the invading armies.

Shivaji—Kulkarni (p 14)

গ্রেণ্টডাফে লিখি গৈছে যে সামৰিক প্রতিৰক্ষাৰ কাৰণে সম্ভৱতঃ মহাৰাষ্ট্ৰতকৈ অধিক দুৰ্ভেদ্য ঠাই পৃথিৱীত ক'তো নাই।

আৰ্যসকলৰ প্ৰতাপ আৰু প্ৰভাৱৰ বলত তেওঁলোকে উত্তৰ ভাৰতৰ আদিম সংখ্যা লঘিষ্ঠ আধিবাসীসকলক সহজে স্থানান্তৰ কৰিব পাৰিছিল। দক্ষিণ ভাৰতত কিন্তু ব্যাপক দ্ৰাবিড় জাতিৰ ওচৰত আৰ্যৰ শক্তি হাৰ মানিবলগীয়া হয়। আৰ্যসকলে দক্ষিণ ভাৰতৰ আদিম দ্ৰাবিড়সকলক উচ্ছেদ কৰিব নোৱাৰি মহাৰাষ্ট্ৰৰ মালভূমিত দুয়ো জাতি সংমিশ্ৰিত হয়। [১]

আচলতে মাৰাঠা বা মহাৰাট্টা বুলি কোনো বিশেষ জাতি নাই। নানা ফালৰপৰা আৰ্যসকল আহি দ্ৰাবিড় আৰু অন্যান্য স্থানীয় অৰণ্যবাসীৰ সৈতে মিহলি হৈ মহাৰাট্টা নাম পায়। পেশোৱা ব্ৰাহ্মণ বাজিৰাও প্ৰমুখ্যে ইজিপ্তৰপৰা একশ্ৰেণী লোক আহি পশ্চিম উপকূলত স্থান লয়; এই লোকসকল আছিল দেখিবলৈ শ্ৰীমন্ত উজ্জ্বল বৰণৰ, বুধিয়ক, পৰিশ্ৰমী আৰু চতুৰ। ব্ৰাহ্মণ বুলি স্বীকৃতি লাভ কৰি এওঁলোক কঙ্কনস্থৰূপে অভিহিত হয়। পুৰণি দেশস্থ ব্ৰাহ্মণসকলৰ সৈতে এওঁলোক মিহলি হৈ একশ্ৰেণী হয়। কাশ্মীৰৰ চন্দ্ৰা (চিনাব) উপত্যকাৰ পৰা অহা আৰ্যসকলে অনুৰূপে মহাৰাষ্ট্ৰত বসতি কৰে। কায়স্থসকল আহিছিল কায়া বা অঙ্গদেশৰ (আউধ) পৰা আৰু পিছত এওঁলোক প্ৰভু বুলি জনাজাত হয়। [২] এওঁলোক আৰু এই সংমিশ্ৰিত জাতিটোক আৰ্যসকলৰ কলা-কৃষ্টিয়ে প্ৰভাবান্বিত কৰিছিল আৰু এই জাতিটোৱে আদিম অধিবাসীসকলৰ শ্ৰেষ্ঠ গুণাৱলী গ্ৰহণ কৰিছিল। এইদৰে উভয়ৰে উৎকৃষ্ট গুণাৱলীৰে বিভূষিত এই নতুন জাতিটো ভাৰতৰ সমভূমিৰ আন আন জাতিতকৈ প্ৰখৰ বুদ্ধিমান আৰু শক্তিশালী হয়। এই জাতিটোৱেই সম্ভৱতঃ 'ৰথ্থ্' নামেৰে জনাজাত হৈছিল। এই 'ৰথ্থ্' সকলৰ আবাসভূমি মহাৰাষ্ট্ৰ। ৰাষ্ট্ৰকূটসকলৰ আদিম বাসস্থান হোৱাৰ কাৰণেও এই ঠাইৰ নাম 'মহাৰাষ্ট্ৰ' বুলি মত প্ৰকাশ কৰা দেখা

(১) As in most parts of the Country, the Maharastrians are a composite race, in whose veins the blood of both the Aryans and non-Aryans flows.

Shivaji—Kulkarni (p 15)

(২) Who then are the Marathas ? The answer is "The Marathas are a conglomerate body of castes, who have settled themselves in the tract in which the present Marathi language is spoken...Containing Brahman, Kshatriyas, Vaishyas, Sudras and unclassified forest tribes.

Appendix—Grant Duff, History of the Maharattas.

যায়। ৬ শতিকাত সুবিখ্যাত বৰাহমিহিৰে এই মহাৰাষ্ট্ৰ শব্দ ব্যৱহাৰ কৰিছিল। যি হলেও এক প্ৰতাপী জাতিয়ে এই ঠাইত বাস কৰিছিল আৰু তাৰপৰাই মহাৰাষ্ট্ৰ নামৰ উৎপত্তি হৈছে। এই সংমিশ্ৰিত জাতিৰ বাহিৰেও আদিম দ্ৰাবিড় আৰু ভিল, কোলি, ৰাসোচিচ্ আদি পৰ্বতীয়া জাতিবোৰো মহাৰাষ্ট্ৰৰ অধিবাসী। 'ৰথ্থ্য'সকল পিছত শতবাহন, ভোজ, মৌৰ্য, কদম্ব, চিলাহৰ, যাদব, চালুক্য আদি নানা ভাগত বিভক্ত হয়। মহাৰাজ চন্দ্ৰগুপ্ত মৌৰ্যৰ কালৰ পৰা মহাৰাষ্ট্ৰৰ শাসন পদ্ধতিৰ বিষয়ে কিছুপৰিমাণে জনা যায়। তেওঁৰ নাতিয়েক সম্ৰাট অশোকে এই অঞ্চলৰ পূব আৰু দক্ষিণে তেওঁৰ ৰাজ্য বিস্তাৰ কৰিছিল। মৌৰ্যসকলৰ পিছত শতবাহন, চালুক্য, ৰাষ্ট্ৰকুট আদি কেবাটাও ফৈদে মহাৰাষ্ট্ৰ দেশ শাসন কৰিছিল।

শতবাহন ৰজাসকলে খৃঃ পূৰ্বৰ এশ বছৰ আগৰপৰা দুইশ খৃঃ লৈ প্ৰায় তিনিশ বছৰ ৰাজত্ব কৰে। এওঁলোকৰ ৰাজধানী আছিল পয়থান। শতবাহন ৰজাসকলৰ আমোলত পুণাৰ ওচৰৰ ভক্তি আৰু কৰলা মন্দিৰ নিৰ্মাণ কৰে। এওঁলোকৰ পিছত ৰাজত্ব কৰিছিল ত্ৰৈকুটক আৰু ভক্তকসকলে। খৃষ্টৰ দুশ বছৰ আগৰ পৰাই সুপ্ৰসিদ্ধ অজন্তা গুহা শ্ৰেণীৰ নিৰ্মাণকাৰ্য আৰম্ভ হৈছিল যদিও, ভক্তক ৰজাসকলে সেই কাৰ্য বহু পৰিমাণে আগবঢ়ায়। এওঁলোক শিল্প আৰু কলা বিদ্যাৰ অনুৰাগী আছিল। ৩০০—৬০০ খৃঃলৈ এওঁলোকৰ ৰাজত্বৰ পিছত, বাদামিৰ চালুক্য ৰজাসকলে দুশ বছৰ কাল দাক্ষিণাত্যত ৰাজত্ব কৰিছিল। মহাৰাষ্ট্ৰ এওঁলোকৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। এই ফৈদৰ প্ৰতাপী ৰজা ২য় পুলকেশীয়ে কনৌজৰ ৰজা সুবিখ্যাত হৰ্ষবৰ্দ্ধনক ৰণত পৰাস্ত কৰিছিল। এওঁৰ আমোলত চীন পৰিব্ৰাজক হিউৱেন-চাঙে ভাৰত পৰিভ্ৰমণ কৰে। এই ফৈদৰ আন এজন ৰজা ত্ৰিভুবনমল্ল বিক্ৰমাদিত্যৰ মন্ত্ৰী বিজ্ঞানেশ্বৰে 'মিতাক্ষৰা' বিধি ৰচনা কৰিছিল। ৰাষ্ট্ৰকুট ৰজা কৃষ্ণই ভাৰতৰ হিন্দু শিল্প-কলাৰ শ্ৰেষ্ঠ অৱদান, গোটা শিলৰপৰা কটা জগৎ বিখ্যাত ইলোৰাৰ কৈলাশ মন্দিৰ নিৰ্মাণ কৰোৱাৰ বাবে তেওঁ চিৰপ্ৰসিদ্ধ হয়।

১২ শতাব্দীৰ শেষভাগত ভিল্লাসা নামেৰে ৰজা এজনে চালুক্য ফৈদৰ শেষ ৰজাজনৰ হাতৰপৰা ৰাজত্ব কাঢ়ি লয়, আৰু এওঁ দেৱগিৰিত যাদব বংশ প্ৰতিষ্ঠা কৰে। দিল্লীৰ চুলতান আলাউদ্দিন খিলিজীয়ে দেৱগিৰি অধিকাৰ কৰালৈকে (১২৯৪ খৃঃ) প্ৰায় এশ বছৰকাল যাদব বংশীয় ৰজাসকলে দেৱগিৰিত (দৌলতাবাদ) ৰাজধানী পাতি স্বাধীন

ৰাজ্য এখন শাসন কৰিছিল। যাদৱ ৰজাসকলৰ আমোলৰ অঙ্ক-শাস্ত্ৰবিদ ভাস্কৰাচাৰ্য আৰু নানা কলা বিশাৰদ সুবিজ্ঞ লিখক হেমাদ্ৰি আজিও সুবিখ্যাত। ইলোৰা, অজন্তা, এলিফেণ্টা আদি মহাৰাষ্ট্ৰৰ পৌৰাণিক মন্দিৰ আৰু গুহাবিলাকত অঁকা আৰু খোদিত কৰা ভাস্কৰ্য শিল্পকলাই তেতিয়াৰ নানা কৈদৰ ৰজাসকলৰ আমোলত হোৱা অনুপম ভাস্কৰ্য চাতুৰ্যৰ পৰিচয় দিয়ে।

## সাহ্নৱ পন্থ আৰু ৰাষ্ট্ৰধৰ্মৰ ক্ৰমবিকাশঃ

১৩ শতিকাৰ ভিতৰত সাধু গোবিন্দদেৱৰ শিষ্য হৰিপালদেৱ নামেৰে ব্ৰাহ্মণ পণ্ডিত এজনে মহাৰাষ্ট্ৰত শঙ্কৰাচাৰ্যৰ প্ৰচলিত বেদান্ত-বাদৰ বিৰুদ্ধে ধৰ্ম সম্পৰ্কীয় নতুন মতবাদ প্ৰচাৰ কৰে। যিসকলে এই নতুন মতবাদ গ্ৰহণ কৰিছিল সেইসকল 'সাহ্নৱ' (মহানুভৱ) বুলি জনাজাত হয়। প্ৰচলিত অমূলক কঠোৰ সামাজিক ৰীতি-নীতিৰ পৰি-বৰ্তন কৰাই গোবিন্দদেৱৰ ঘাই উদ্দেশ্য আছিল। গুৰুৰ আদেশত বাগ্মী হৰিপালদেৱে 'চক্ৰধৰ' নাম লয়। একমাত্ৰ কৃষ্ণভক্তিয়ে সাৰ বুলি এওঁ শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদৰ বিপৰীত মত প্ৰচাৰ কৰিছিল। তেওঁৰ অতুলনীয় পাণ্ডিত্যৰ বলত মাৰাঠী ভাষাৰে জনসাধাৰণৰ মাজত তেওঁৰ নতুন উদাৰ ধৰ্মমত প্ৰচাৰ কৰি তেওঁ অতিশীঘ্ৰে প্ৰভাৱশালী হৈ উঠে। চক্ৰধৰৰ প্ৰধান ধৰ্মমত আছিল ঃ—(১) একমাত্ৰ ভগৱান কৃষ্ণই পূজ্য, (২) বেদেই চৰম পন্থ নহয়, (৩) জাতিভেদ নিন্দনীয়, (৪) অন্য দেৱ-দেৱী কিম্বা অৱতাৰৰ পূজা আৰাধনা পৰিহাৰ্য, (৫) স্পৰ্শত কলুষিত হোৱা ৰীতি বৰ্জনীয়। এওঁ শাক্ত আৰু তান্ত্ৰিক ৰীতিৰ বিৰুদ্ধে সাত্ত্বিক ৰীতি প্ৰৱৰ্তন কৰিছিল আৰু সকলো প্ৰকাৰৰ সামাজিক অনাচাৰ ৰোধ কৰিছিল। সাহ্নৱসকলৰ দুইশ্ৰেণী আছিল। একশ্ৰেণীয়ে গৃহবাস আৰু আন শ্ৰেণীয়ে গৃহত্যাগ কৰিছিল। ইতিপূৰ্বে মহাৰাষ্ট্ৰত ধৰ্ম সম্পৰ্কীয় সকলো কামতে সংস্কৃত ভাষাৰ প্ৰচলন আছিল। জনসাধাৰণে যাতে ধৰ্মৰ মূল নীতিবোৰ সহজে উপলব্ধি কৰিব পাৰে তাৰ বাবে সাহ্নৱসকলে সংস্কৃত ভাষাৰ পৰিবৰ্তে আধ্যাত্মিক আৰু নৈতিক শিক্ষাৰ কাৰণে ওখ খাপৰ শাস্ত্ৰবোৰ মাৰাঠী ভাষাত প্ৰচাৰ কৰিছিল। তাৰ ভিতৰত, মহীন্দ্ৰভাট ব্যাসে লিখা 'সিদ্ধান্ত সূত্ৰপাঠ' আৰু 'লীলা চৰিত্ৰ' বিখ্যাত পুথি।

ৰজা মহাদেৱ যাদৱৰ শ্ৰীকৰণাধিপ (প্ৰধান মন্ত্ৰী) হেমাদ্ৰিয়ে সাহ্নৱসকলৰ শিক্ষা আৰু আদৰ্শক ঠাই নিদিছিল। তেওঁ এই পন্থাৰ

পৰম বৈৰী হ'ল। এই নতুন ভাব-ধাৰাৰ মূলোচ্ছেদ কৰাই আছিল তেওঁৰ উদ্দেশ্য। যাদব বংশীয় ৰজাসকলে শ্ৰীকৃষ্ণৰ বংশধৰ বুলি বৰ গৌৰৱ কৰিছিল। সেই কাৰণেই মন্ত্ৰী হেমাদ্ৰিৰ বিৰোধিতা সত্বেও এওঁলোকে চক্ৰধৰৰ সাম্য পন্থক আঁকোৱালি লয়। যাদব বংশৰ শেষ ৰজা ৰামচন্দ্ৰ যাদবৰ আমোলত সাম্যবাদী আদৰ্শ ৰজাৰ বৰ প্ৰিয় হৈ উঠিছিল কাৰণে এই আদৰ্শৰ প্ৰতি হেমাদ্ৰিৰ আক্ৰোশ বৰ তীব্ৰ হৈ উঠে। সেই বাবে যি প্ৰকাৰেই হওক তেওঁ এই পন্থ নিৰ্মূল কৰিবলৈ সংকল্প কৰিলে। সেই উদ্দেশ্যে অৱশেষত মন্ত্ৰী হেমাদ্ৰিয়ে চক্ৰধৰক বধ কৰায় (১২৭৬)। ৰজা মহাদেৱ যাদবে হেমাদ্ৰিৰ অমানুষিক হিংসাৰ প্ৰতিফল স্বৰূপে তেওঁৰ প্ৰাণ লয়। ৰাজ্যত এই ধৰ্ম আৰু নীতি সম্পৰ্কীয় বিৰোধৰ কাৰণে অৱশেষত ৰামচন্দ্ৰ যাদবৰ শাসনকাৰ্য শিথিল হয়।

**মুছলমানৰ আক্ৰমণ ঃ** খৃঃ ১০ শতিকাৰ শেষভাগত ঘজনিৰ মামুদে ভাৰত প্ৰবেশ কৰাৰ প্ৰায় তিনিশ বছৰ পিছত নৰ্মদা নদী পাৰ হৈ মুছলমানসকলে দক্ষিণ ভাৰত আক্ৰমণ কৰে। তেতিয়া দক্ষিণ ভাৰতত কেতবোৰ স্বাধীন ক্ষুদ্ৰ ৰাজ্যৰ বাহিৰেও, তেলাঙ্গানা, হয়চালা আৰু পাণ্ড্য, এই কেইখন সু-প্ৰখ্যাত সমৃদ্ধিশালী স্বাধীন ৰাজ্য আছিল। দিল্লীৰ চুলতান জালালউদ্দিন ফিৰোজৰ আমোলত, তেওঁৰ ভতিজাক আলাউদ্দিন খিলিজীয়ে মালৱ অধিকাৰ কৰে। তাৰপৰা তেওঁ সমৃদ্ধিশালী দেৱগিৰিৰ সকলো ভু-ভা লৈ দেৱগিৰি আক্ৰমণ কৰিছিল (১২৯৪-খৃঃ)। সেই যুদ্ধত দেৱগিৰিৰ ৰজা ৰামচন্দ্ৰদেৱ পৰাজিত হয় আৰু সন্ধিৰ পিছত দেৱগিৰিৰ পৰা অগাধ ঐশ্বৰ্য-বিভূতি লৈ আলাউদ্দিনে দিল্লীলৈ উভতি যায়। ৰামচন্দ্ৰ যাদৱে সন্ধিৰ চৰ্তমতে আলাউদ্দিনক কৰ সোধাবলৈ পিছত অমান্তি হয়। তদুপৰি আলাউদ্দিনৰ শত্ৰু গুজৰাটৰ বাঘেলা ফৈদৰ ৰাজপুত ৰজা কৰ্ণদেৱ সিংহ আলাউদ্দিনৰ হাতত পৰাজিত হোৱাৰ পিছত ৰামচন্দ্ৰ যাদবে যেতিয়া কৰ্ণদেৱক আশ্ৰয় দিলে, তেতিয়া ৰামচন্দ্ৰ যাদৱৰ প্ৰতি আলাউদ্দিনৰ প্ৰতিহিংসা বাঢ়ি উঠিল। আলাউদ্দিনে দিল্লীৰ সিংহাসন অধিকাৰ কৰাৰ পিচত তেওঁৰ আখেজ পলুৱাবলৈ তেওঁৰ সেনাপতি মালিক কাফুৰৰ হতুৱাই পুনৰ দেৱগিৰি আক্ৰমণ কৰে (১৩০৭)। ৰামচন্দ্ৰ যাদব যুদ্ধত পৰাজিত হয়, নতুন সন্ধি কৰিবলৈ কাফুৰে ৰামচন্দ্ৰক দিল্লীলৈ পঠিয়াই দিয়ে। নতুন সন্ধিৰ চৰ্তমতে ৰামচন্দ্ৰ যাদৱে আলাউদ্দিনৰ বশ্যতা মানি লোৱাত তেওঁক সিংহাসন ওভোতাই দিয়ে। ৰজা কৰ্ণদেৱৰ মৃত্যুৰ পিছত

আলাউদ্দিনে ইতিপূৰ্বে কৰ্ণদেৱৰ পত্নী কমলাদেৱীক স্ত্ৰীৰূপে গ্ৰহণ কৰিছিল। নতুন সন্ধিসূত্ৰে ৰামচন্দ্ৰ যাদৱৰ আশ্ৰিতা কৰ্ণদেৱৰ কন্যা দেৱলা দেৱীক আলাউদ্দিনৰ পুত্ৰ খিজিৰখাঁলৈ বিয়া দিব লগা হ'ল।

গোদাবৰী আৰু কৃষ্ণা নদীৰ মাজৰ অঞ্চলেই তেলাঙ্গানা; ইয়াৰ ৰাজধানী আছিল ওৱাৰেঙ্গল। কাকতীয় ফৈদে ইয়াত ৰাজত্ব কৰিছিল। আলাউদ্দিনৰ সেনাপতি ফখৰুদ্দিন জুনাই (পিছত চুলতান মহম্মদ টোগলক) সৰ্বপ্ৰথমে এই ৰাজ্য আক্ৰমণ কৰে (১৩০৩ খৃঃ)। ইয়াৰ পিছত ১৩২১ খৃঃত মহম্মদ জুনাখাঁই পুনৰ এই ৰাজ্য আক্ৰমণ কৰে। সেই সময়ত ইয়াৰ ৰজা আছিল প্ৰতাপৰুদ্ৰ। যুদ্ধত প্ৰতাপৰুদ্ৰৰ পৰাজয় হ'ল। চুলতানৰ জয়-যাত্ৰাৰ চিন-স্বৰূপে তেওঁক দিল্লীলৈ বন্দী কৰি নিওঁতে বাটতে তেওঁ আত্ম-হত্যা কৰে (১৩২৩ খৃঃ)। প্ৰতাপৰুদ্ৰৰ এই শোকাবহ মৃত্যুৱে প্ৰজাৰ অন্তৰত অভূতপূৰ্ব জাগৰণ সৃষ্টি কৰিলে। ইয়াৰ এবছৰ পিছতেই মহম্মদ টোগলক যেতিয়া দিল্লীৰ চুলতান হয়, তেওঁ দাক্ষিণাত্য জয় কৰাৰ উদ্দেশ্যে, দেৱগিৰিলৈ ৰাজধানী স্থানান্তৰ কৰিছিল। কেউফালৰ জাগ্ৰত হিন্দুক দমন কৰিবৰ কাৰণে তেওঁ দাক্ষিণাত্যৰ আন ৰাজ্য কাম্পলী আক্ৰমণ কৰে। কামনাথ কাম্পলীৰ ৰজা আছিল। প্ৰতাপী কামনাথৰ হাতত মহম্মদ টোগলকৰ বাহিনী পৰাজিত হয়। টোগলকে এই পৰাজয়ৰ প্ৰতিশোধ লবলৈ দ্বিতীয়বাৰ কাম্পলী আক্ৰমণ কৰিলে। প্ৰাণপণে শত্ৰুৰ বিপক্ষে ৰণ কৰি যেতিয়া জয়ৰ আশা নেদেখিলে তেতিয়া শত্ৰুৰ হাতত বন্দী হোৱা লাঞ্ছনাৰ হাত সাৰিবলৈ কামনাথে সপৰিয়ালে অগ্নিকুণ্ডত জাপ দি প্ৰাণ বিসৰ্জন দিয়ে। আলাউদ্দিন খিলিজীৰ ৰাজত্ব কালতেই গোটেই দাক্ষিণাত্য তেওঁৰ ৰাজ্যভুক্ত হয়। তেওঁৰ সেনাপতি মালিক কাফুৰে কাকতীয় ৰাজ্য ওৱাৰেঙ্গল আৰু হয়চালা ৰাজ্য দ্বাৰসমূদ্ৰ অধিকাৰ কৰি (১৩১০ খৃঃ) ভাৰতৰ দক্ষিণ সীমান্তৰ অন্তলৈকে মুছলমান অধিকাৰ ঘোষণা কৰিব পাৰিছিল।[১]

বিজয় নগৰ :- কাম্পলীৰ পতনে দক্ষিণ ভাৰতৰ ৰাষ্ট্ৰীয় পৰিস্থিতিৰ ৰূপ পৰিবৰ্তন কৰিলে। কাম্পলী ধ্বংস কৰি মহম্মদ টোগলকে যিসকল বন্দীৰ সৈতে দিল্লীলৈ উভতি যায়, তাৰ ভিতৰত দুজন আছিল সুপ্ৰখ্যাত ভাতৃদ্বয় হৰিহৰ আৰু বুক্কা। এওঁলোক কাম্পলী ৰাজাৰ মন্ত্ৰী আছিল আৰু মুছলমান আক্ৰমণৰ বিপৰীতে পাৰ্শ্বমানে ওৱাৰেঙ্গলৰ ৰজা প্ৰতাপৰুদ্ৰক সহায় কৰিছিল। মহম্মদ টোগলকে

(১) Thus Alauddin Khiliji before his death could boast of having subjugated the whole of Indian Continent.

New History of the Marathas—Sardesai (p-15)

এওঁলোকক মুছলমান ধৰ্মত দীক্ষিত কৰায়; বিশেষকৈ এই কাৰণে যে, হিন্দু মালিক কাফুৰে মুছলমান ধৰ্ম লৈ যিদৰে দক্ষতাৰে মুছলমান ৰাজ্য বিস্তাৰত সহায় কৰিছিল, সেইদৰে এই দুজন প্ৰতিভাশালী ৰাজ-কৰ্মচাৰীয়েও তেনেদৰে দক্ষিণ ভাৰতত ৰাজ্য বিস্তাৰ কৰিবলৈ চুলতানৰ সহায় হ'ব। এনেতে নানা পন্থাৰ হিন্দুসকলে মিলি মুছলমান আক্ৰমণৰ প্ৰতিৰোধ কৰিবলৈ সংকল্প কৰিলে।[১]

হৰিহৰ-বুক্কাক বলেৰে মুছলমান কৰিলেও, চুলতানে এওঁলোকৰ অন্তৰ জয় কৰিবপৰা নাছিল; দুয়ো সুযোগ বিচাৰি আছিল কি উপায়েৰে এই বিপদৰ পৰা মুক্ত হ'ব পাৰে। আচম্বিতে সেই সুযোগ মিলিল। ওৱাৰেঙ্গলৰ নায়ক কাপায়া আৰু কাম্পলীৰ ৰজা সোমদেৱৰাজ উভয়ে চুলতানৰ বিৰুদ্ধে বিদ্ৰোহী হ'ল। মহম্মদ টোগলক তেতিয়া উত্তৰ ভাৰতৰ ৰাষ্ট্ৰীয় বিপ্লৱত আবদ্ধ আছিল। তেওঁৰ ধাৰণা হ'ল, মালিক কাফুৰৰ নিচিনা হৰিহৰ বুক্কাই দক্ষিণ ভাৰতৰ বিদ্ৰোহ দমনৰ কাৰণে উচিত পাত্ৰ হ'ব। চুলতানৰ আদেশ অনুযায়ী হৰিহৰ বুক্কাই কাম্পলীত উপস্থিত হ'ল।

তেতিয়া শৃঙ্গেৰী মঠৰ ধৰ্মাধিকাৰী আছিল মহান শঙ্কৰাচাৰ্য মাধব বিদ্যাৰণ্য। তেওঁ এই নৱ-জাগৰণৰ নেতৃত্ব গ্ৰহণ কৰে। তেওঁৰ ভাতৃ চায়ানাচাৰ্য আৰু ভোজনাথ তেওঁৰ সহায়ক হৈছিল। এওঁলোকে হৰিহৰ বুক্কাৰ লগত আলোচনাৰ পিছত নতুন হিন্দুৰাজ্য এখন প্ৰতিষ্ঠা কৰিবলৈ সিদ্ধান্ত ললে। এই সিদ্ধান্তৰ মূল আছিল, মহম্মদ টোগলকৰ উচ্ছৃংখল ৰাজত্বৰ বিপৰীতে হিন্দু জনতাৰ তীব্ৰ আন্দোলন। মাধবাচাৰ্য বিদ্যাৰণ্যৰ বিশ্বাস হৈছিল, দক্ষিণ ভাৰতত পৰাক্ৰমী হিন্দুৰাজ্য এখনৰ সংস্থাপন নহলে, গোটেই ভাৰতবৰ্ষত হিন্দুধৰ্ম বিপন্ন হ'ব। গুৰু মাধবাচাৰ্যই হৰিহৰ বুক্কাক পুনৰ হিন্দু ধৰ্মত দীক্ষিত কৰি, নতুন জাগৰণৰ নতুন পৰিকল্পনা অনুসৰি, তুঙ্গভদ্ৰা নদীৰ পাৰত নৱ-প্ৰতিষ্ঠিত ৰাজ্যৰ ৰাজপদত অভিষিক্ত কৰিলে (১৩৩৬।১৮ এপ্ৰিল)। তেওঁলোকৰ ৰাজধানী হ'ল বিজয়নগৰ। কালক্ৰমত বিজয়নগৰ ৰাজ্য সাম্ৰাজ্য বুলি অভিহিত হৈছিল। বিজয়নগৰৰ ৰজাসকলে দুশ বছৰৰো অধিক কাল ৰাজত্ব কৰি, ইয়াৰ সম্পদ আৰু শক্তি এনেদৰে বঢ়াইছিল যে, উত্তৰ ভাৰত আৰু দক্ষিণ ভাৰতৰ কোনো মুছলমান ৰাজশক্তিয়ে ইয়াৰ

---

(১) But the Hindus of the South, particularly the Stern Kapalika and Saiva sects, the Manabhavas and the Lingayats inhabiting the lands of Kampali, near Anagondi and Warangal, were not slow to react and resist the Muslim aggression.

New History of the Marathas—Sardesai (p-26)

প্ৰতিদ্বন্দ্বিতা কৰিবলৈ সাহস নকৰিছিল। এই নতুন ৰাজ্যৰ অধিকাৰভুক্ত হিন্দুসকলে মুছলমানৰ হাতত পৰাজিত হোৱা কলঙ্কৰ পৰা মুক্ত, হেৰোৱা গৌৰৱ পুনৰ উদ্ধাৰ কৰিলে; কিন্তু কালৰ গতিত, সমবেত মুছলমান শক্তিৰ বিৰুদ্ধে এই ৰাজ্য তিষ্ঠিব নোৱাৰিলে।

বিজয়নগৰ স্থাপন হোৱাৰ পৰাই, দক্ষিণ ভাৰতত মুছলমান ৰাজশক্তিৰ শাসন নীতিৰ পৰিবৰ্তন হয়। টোগলকসকলৰ উচ্ছৃংখল শাসন পদ্ধতিয়ে আছিল ইয়াৰ ঘাই কাৰণ। কেৱল হিন্দুৱেই টোগলক সকলৰ বিৰোধী আছিল এনে নহয়; মহম্মদ টোগলকৰ ৰাজত্বৰ শেষ হোৱাত, দক্ষিণ ভাৰতৰ মুছলমান ওমৰাহসকলে টোগলকৰ বিপক্ষে বিদ্ৰোহ কৰিলে। এওঁলোকে দৌলতাবাদ দুৰ্গ অধিকাৰ কৰি, ইচমাইল-মুখ নামেৰে আফগান এজনক ৰজা পাতে। এওঁ নাচিৰুদ্দিন ছাহ উপাধি লয়। বৃদ্ধ নাচিৰুদ্দিনে ৰাজকাৰ্য পৰিচালনাৰ বাবে অনুপযুক্ত হোৱাত, জাফৰখাঁক ৰাজপাট এৰি দিয়ে। ইস্ফান্দিয়াৰ নামেৰে পাৰ্চী এজনৰ পুত্ৰ বাহ্মনৰ বংশধৰ বুলি, জাফৰখাঁই আবুল মুজাফৰ আলাউ-দ্দিন বাহ্মনী উপাধি লয় আৰু তেওঁ বাহ্মনৰ বংশধৰ হোৱাৰ কাৰণে এই নতুন ৰাজ্য বাহ্মনী ৰাজ্য বুলি প্ৰখ্যাত হয় (১৩৪৭ খৃঃ)। বাহ্মনী ৰাজ্য একত্ৰিভুত হৈ সৰহকাল তিষ্ঠিব নোৱাৰিলে। এই সু-বিস্তৃত ৰাজ্য সুশাসিত নোহোৱাত, কলিমুল্লা ছাহৰ আমোলত এই ৰাজ্যৰ অন্ত পৰে। এই ৰাজ্য বিভাজন হোৱাৰ পিছত, স্থাপনকৰ্তা-সকল, ইচুফ আদিল ছাহ, মালিক আহ্মদ, কুলি ছাহ, আলি বাৰিদ আৰু ফতেউল্লা ইমাদ ছাহৰ নামত যথাক্ৰমে আদিল ছাহী, নিজাম ছাহী, কুতুব ছাহী, বাৰিদ ছাহী আৰু ইমাদ ছাহী নামেৰে দক্ষিণ ভাৰতত পাঁচখন নতুন মুছলমান ৰাজ্যৰ সৃষ্টি হয়।* অধিকাৰ আৰু প্ৰতিপত্তি বিস্তাৰৰ কাৰণে এই ৰাজ্য কেইখন পৰস্পৰ বিৰোধী আছিল। কিছু-কাল পিছত বেৰাৰ আৰু বিদাৰ যথাক্ৰমে আহ্মদনগৰ আৰু বিজাপুৰৰ অন্তৰ্ভুক্ত হয়।

বাহ্‌মনী আৰু বিজয়নগৰ ৰাজ্য প্ৰায় সমসাময়িক আছিল। স্বাভাৱিকতে মুছলমান চুলতানসকলৰ ৰাজ্যৰ সীমান্তত বিজয়নগৰৰ নিচিনা প্ৰতাপী আৰু সমৃদ্ধিশালী হিন্দুৰাজ্য এখন তেওঁলোকৰ পক্ষে অসহনীয় হৈ উঠিছিল। বিজয়নগৰৰ শক্তিমন্ত ৰজা কৃষ্ণৰায়ৰ ৰাজত্ব কালত চুলতানসকলে বিজয়নগৰৰ প্ৰতিকূল আচৰণ কৰিব পৰা নাছিল। এওঁলোকে বিজয়নগৰৰ বিৰুদ্ধাচাৰী হলেও, সেই ৰাজ্যৰ অপ্ৰতিহত ক্ষমতাৰ ওচৰত হাৰ মানিছিল। কৃষ্ণৰায়ৰ পৰৱৰ্তী ৰজা ৰামৰায়ৰ ৰাজত্ব কালত, বিজয়নগৰৰ শক্তি কিছু পৰিমাণে হ্ৰাস পায়। ইমান

দিনে চুলতানসকলে সুযোগ বিচাৰি আছিল। বিজয়নগৰৰ দুৰ্বলতা বুজিব পাৰি এওঁলোকৰ পৰস্পৰৰ বিবাদ আৰু শত্ৰুতা পৰিহাৰ কৰি, বিজয়নগৰৰ বিৰুদ্ধে সংগঠিত মুছলমান শক্তি এটা গঠন কৰিলে। এওঁলোকৰ উদ্দেশ্য আছিল, দাক্ষিণাত্যৰ মুছলমান শক্তি একত্ৰিত হৈ, হিন্দু বিজয়নগৰ পৃথিবীৰ পৰা লোপ কৰা। তাকে কৰিবলৈ বেৰাৰৰ ইমাদ ছাহী চুলতানৰ বাহিৰে, আন কেইজন চুলতানে মিলি বিজয়নগৰ আক্ৰমণ কৰে। ৰাকৃছম আৰু টাগ্ৰি নামেৰে দুখন গাঁৱৰ ওচৰত সম্মিলিত চুলতান শক্তিৰ সৈতে বিজয়নগৰ বাহিনীৰ তুমুল ৰণ হয় (১৫৬৫।২৩ জানু)। সেই ৰণত হুচেন নিজাম ছাহে তেওঁৰ মনৰ কৈতৰ পলুৱাবলৈ নিজহাতে ৰামৰায়াৰ মূৰটো কাটি লৈ তেওঁৰ বিজয় গৌৰৱ প্ৰচাৰ কৰিছিল। বিজয়নগৰৰ ওচৰত প্ৰতিশোধ লবলৈ তাণ্ডৱ লীলাৰ সৃষ্টি হয়। এনে সমৃদ্ধিশালী আৰু সুশোভন নগৰ এখনৰ ওপৰত এনে অৱৰ্ণনীয় লুণ্ঠন, হত্যা আৰু অমানুষিক অত্যাচাৰ পৃথিবীৰ ইতিহাসত বিৰল।[১] বিজয়নগৰৰ এনে সুসজ্জিত, সুকোমল সভ্যতাৰ অচিৰে আকস্মিক পতনত দাৰ্শনিক ইতিহাস লিখক উইল ডুৰাণ্টে আবেগত আন্তৰিক খেদ প্ৰকাশ কৰিছে।[২]

বিজয়নগৰ লোপ পোৱাৰ পিছত, মাৰাঠা ৰাজ্য স্থাপন নোহোৱালৈকে কোনো হিন্দু ৰাজ্যই স্থায়িত্ব লাভ কৰিব পৰা নাছিল। স্থানীয় হিন্দু ৰজাসকলে ভিন্ন অঞ্চলত চুলতানসকলৰ অধীনত কৰদ-ৰাজ্য স্বৰূপে নিজ নিজ অধিকাৰ ভোগ কৰে, কিন্তু পৰ্বতীয়া অঞ্চলত চৰ্দাৰসকল প্ৰায়ে স্বাধীন যেন আছিল। তদুপৰি নানা ফৈদৰ প্ৰতিপত্তিশালী হিন্দু চৰ্দাৰসকলে চুলতানসকলৰ অধীনত সামৰিক কিম্বা শাসন সম্পৰ্কীয় দায়িত্বপূৰ্ণ বিষয় ৰাব গ্ৰহণ কৰি ৰাজকাৰ্য পৰিচালনাত চুলতানসকলক সহায় কৰে। এওঁলোকৰ নিজ কৰ্ম তৎপৰতা অনু-

---

(১) Never perhaps in the history of the world has such havoc been wrougnt and wrought so suddenly on so splendid a city teeming with a wealthy and industrious population in the full plentitude of prosperity one day, and on the next seized pillaged and reduced to ruins, amidst scenes of savage massacre and horrors beggaring description.

**Forgotten Empire**—Robert Swell.

(২) It is a discouraging tale, for its evident moral is that civilization is a precarious thing, whose delicate complex of order and liberty, culture and peace, may at any time be overthrown by barbarians invading from without or multiplying within.

**Story of Civilization—Will Durant**

স্থায়ী ৰাজদৰবাৰত উচ্চস্থান আৰু ৰাজ সম্মান লাভ কৰিছিল। চুলতানসকল স্বেচ্ছাচাৰী ৰজা আছিল যদিও, তেওঁলোকে বুজিছিল যে প্ৰতিপত্তিশালী হিন্দু ৰজা আৰু চৰ্দাৰসকলৰ সহায় আৰু সহযোগ নহলে ৰাজকাৰ্য পৰিচালনা দুষ্কৰ। সেই কাৰণে খিলিজী কিম্বা টোগলক নাইবা মোগলক কঠোৰ কাৰ্যপদ্ধতি পৰিত্যাগ কৰি চুলতানসকল কিছু ক্ষেত্ৰত হিন্দু ৰজাসকলৰ প্ৰতি উদাৰ নীতি অৱলম্বন কৰিছিল। সেয়ে হলেও, সাধাৰণতে মুছলমান চুলতান সকলৰ অধীনত হিন্দু ৰজাই যে ব্যক্তি স্বাধীনতা আৰু ধৰ্ম মৰ্যাদা অক্ষুণ্ণ ৰাখিব পৰা নাছিল সেইটো ঠিক। সম্রাট আকবৰ, চুলতান ইব্ৰাহিম আদিলছাহ নাইবা দাৰাচেকোৰ নিচিনা হিন্দু মৰ্যাদাৰ অনুকূল আচৰণকাৰী শাসনকৰ্তা আছিল অতি বিৰল।

সেই যুগত জনতাৰ চেতনাৰ জাগৰণ নাছিল। যুগ যুগান্তৰ পৰাধীন জীৱন যাপন কৰি, স্বাধীন চিন্তা আৰু আত্ম মৰ্যাদা হেৰুৱাইছিল। ৰাষ্ট্ৰীয় নায়ক কিম্বা ধৰ্মগুৰুসকলে জনতাৰ প্ৰতিকূল নানাবিধ কাৰ্যসূচীৰ দ্বাৰা ব্যক্তিত্বৰ লোপ পোৱাইছিল। বিজয়নগৰৰ পতনৰ ফলত, মহাৰাষ্ট্ৰৰ ৰাষ্ট্ৰীয় আকাংক্ষা পূৰণৰ অৰ্থে জ্ঞানী সকলৰ চিন্তা ধাৰাৰ পৰিবৰ্তন ঘটিল। তেওঁলোকৰ ধাৰণা জন্মিল, যে বোধগম্য ধৰ্মৰ প্ৰভাবেৰে জনতাৰ অন্তৰত সমভাবৰ সৃষ্টি কৰিব নোৱাৰিলে ৰাজনৈতিক ক্ষেত্ৰত উচ্চ আশা ফলৱতী নহ'ব। তেওঁলোকৰ ধাৰণা কাৰ্যত পৰিণত কৰিলে। প্ৰায় একে সময়তে ভাৰতৰ অইন ঠাইতো এই গণ-ধৰ্মৰ সূচনা হৈছিল, হলেও, দক্ষিণ ভাৰতত এই আন্দোলন গভীৰ আৰু ব্যাপক হয়। আন্দোলনৰ মূল সূত্ৰ আছিল, অনাৱশ্যকীয় যাগ-যজ্ঞ, আচাৰ পদ্ধতি ভেদাভেদ গুচুৱাই, ভগৱান আৰু মানুহৰ মাজৰ ব্যৱধান কমাই অনা। এই নৈতিক পৰিবৰ্তনে স্থানীয় ভাষাৰ উন্নয়ন আৰু তাৰে বহুল প্ৰচাৰৰ সহায় কৰে।

একমাত্ৰ ভগৱানৰ প্ৰতি ভক্তিৰ পথ দেখুৱাব পাৰিছিল পৰম্পৰাভাৱে বহুজন সাধু পুৰুষে। তেওঁলোকৰ ভিতৰত সৰ্বপ্ৰথম জন আছিল জ্ঞানদেৱ। তেওঁ তেৰ শতিকাৰ শেষ ভাগত এই আন্দোলনৰ আৰম্ভ কৰে। তেওঁৰ মাৰাঠী ভাষাত ৰচিত ভাগৱত গীতাৰ ভাওনি "জ্ঞানেশ্বৰী" মাৰাঠীসকলৰ অতি পূজ্য। "ভক্তিয়েই কেৱল ভগৱান প্ৰাপ্তিৰ উপায়" এই নীতিৰে তেওঁ জনতাৰ অন্তৰত সমভাবৰ সঞ্চাৰ কৰিছিল। এই ভগৱৎ প্ৰেমৰ দ্বাৰা উদ্বুদ্ধ জনতাই সকলো প্ৰকাৰৰ ভেদাভেদ পৰিহাৰ কৰি ক্ৰমে দেশাত্মবোধ লাভ কৰিছিল।

জ্ঞানদেৱৰ পিছত ১৪ শতাব্দীত নামদেৱে তেওঁৰ সহজ সৰল ভাষাৰে সুমধুৰ পদাৱলীৰ যোগে এই ধৰ্ম প্ৰচাৰ কৰিছিল। জাতত আছিল তেওঁ দৰ্জি। আন এজন একনাথ, ১৬ শতাব্দীৰ এজন সুপ্ৰখ্যাত সাধু। তেওঁ মাৰাঠী ভাষাৰ অদ্বিতীয় ভাষাবিদ। তেওঁ আছিল ব্ৰাহ্মণ। মানুহৰ জাগতিক সম্পৰ্কত সমতা আৰু ভাতৃত্ব ৰক্ষা কৰি জাতিভেদ দূৰ কৰাই আছিল তেওঁৰ ঘাই নীতি। ভক্তি মাৰ্গৰ প্ৰচাৰক সাধুসকলৰ ভিতৰত কেবা জনো আছিল নীহকুলীয়া। তাৰ কাৰণেই এওঁলোকে জনসাধাৰণৰ মাজত শ্ৰেণী আৰু জাতিভেদৰ প্ৰাচীৰ নেওচি ভগৱান ভক্তি প্ৰচাৰ কৰি জনতাক আকৰ্ষণ কৰিব পাৰিছিল। এই আদৰ্শবাদী সাধুসকলৰ ভিতৰত আছিল চেনা (নাপিত), সোৱাটো (মালি), চোখমেলা (হৰিজন), নৰহৰি (বণিয়া), যোগা (তেলী)। শিৱাজীৰ সমসাময়িক ভক্ত তুকাৰাম আছিল সাধাৰণ বণিক শ্ৰেণীৰ লোক। এই ভক্তসকলৰ মূল আদৰ্শ আছিল, "So dear the path of Bhakti, they despise the great release. Even in their sport, there lies the wisdom of the wise." [১] তুকাৰামৰ ভক্তিৰ সুৰেৰে জনসাধাৰণক মোহমুক্ত কৰি অন্তৰত দেশ প্ৰেমৰ সন্ধান দিছিল। অৱশেষত, মহাৰাষ্ট্ৰৰ ৰাষ্ট্ৰীয় জাগৰণ পূৰ্ণ কৰিছিল ব্ৰাহ্মণ গুৰু ৰামদাস স্বামীয়ে, যাৰ কৰ্মনিষ্ঠাই আছিল জাগতিক কৰ্তব্যৰ মূলাধাৰ। সন্যাস তেওঁ সমৰ্থন নকৰিছিল। মহাৰাষ্ট্ৰীয়সকলৰ অন্তৰত শক্তিৰ সঞ্চাৰ কৰি, অত্যাচাৰীসকলৰ উৎপীড়নৰ পৰা দেশ ৰক্ষা কৰাই আছিল তেওঁৰ অবিচল উদ্দেশ্য। শিৱাজীক ৰাজধৰ্মত দীক্ষিত কৰি তেওঁ কৈছিল "সোণ-ৰূপ, মণি-মুক্তা ৰজাৰ প্ৰকৃত ৰাজ আভৰণ নহয়, জ্ঞান আৰু বুদ্ধিহে ৰজাৰ প্ৰকৃত ৰাজ আভৰণ।"

ৰাষ্ট্ৰীয় আৰু সামাজিক সমতাৰ ফল ঐক্য। মহাৰাষ্ট্ৰৰ বৈষ্ণৱ গুৰুসকলে ভিন্ন শ্ৰেণীৰ মাজত সমত্ব স্থাপন কৰাৰ ফলত, আৰ্য, অনাৰ্য সকলোৱে সমাজ আৰু ৰাষ্ট্ৰৰ প্ৰতি নিস্বাৰ্থ আনুগত্য অনুভৱ কৰিব পাৰিছিল আৰু পৰস্পৰৰ প্ৰতি উদাৰতাৰ কাৰণে একযোগে ৰাষ্ট্ৰীয় সঙ্কট পাৰ হৈ জাতীয় দক্ষতাৰ পৰিচয় দিছিল।

## মাৰাঠাৰ জাতীয় চৰিত্ৰ ঃ

সপ্তম শতাব্দীত চীন পৰিব্ৰাজক হিউৱেনচাঙে লিখিছিল "স্বভাৱত মাৰাঠাসকল সজ আৰু সাধু। এওঁলোক গৌৰৱবোধ

(১) জ্ঞানেশ্বৰীৰ পৰা কুলকাৰ্ণীৰ অনুবাদ।

সম্পদ আৰু গহীন। এওঁলোকক কোনোৱে দয়া দেখুৱালে, তেওঁলোকৰ্ কৃতজ্ঞতাৰ পৰা বঞ্চিত নহয়। বিপদগ্রস্ত হৈ এওঁলোকৰ আশ্রয় ললে আপোন পাহৰি এওঁলোকে, আনকি শত্রুকো বিপদৰ পৰা উদ্ধাৰ কৰে। শত্রুৰ ওপৰত প্রতিশোধ লবলৈ হলেও, শত্রুক সাৱধান কৰিবলৈ নাপাহৰে। ৰণত আত্ম সমর্পণকাৰী কিম্বা পলাতক শত্রুৰ কেতিয়াও অহিত নকৰে। তেওঁলোক অধ্যয়ন প্রিয় আৰু উদাৰ।"

ঘাইকৈ প্রাকৃতিক অৱস্থাই মাৰাঠা জাতিৰ জাতীয় চৰিত্র গঠন কৰিছিল। অনতিক্রমণীয় সঙ্কট, অবিৰাম ৰণ, শত্রুৰ দুর্দমনীয় আক্রমণ আৰু ঘোৰ খাদ্যাভাবৰ কাৰণে কষ্ট সহিষ্ণু মাৰাঠাসকল আত্মনির্ভৰশীল আৰু সাহসী হয়। অতীজত ধনী বা অভিজাত বুলি জনসাধাৰণৰ মাজত কোনো বিশেষ শ্রেণী গঢ়ি উঠিব পৰা নাছিল। প্রাকৃতিক আৰু পাৰিপার্শ্বিক জটিলতাৰ কাৰণে, সুৰুচিপূর্ণ কলা-কৃষ্টিৰ মাধ্যমত, মাৰাঠা জাতিয়ে সহজ জীৱন যাপনৰ সুযোগ হেৰুৱাইছিল। স্ত্রী-পুৰুষ, উচ্চ-নীচ সকলোৱে অক্লান্ত পৰিশ্রমেৰে দৈনন্দিন জীৱন নির্বাহ কৰিছিল।[১] সেয়ে য'ত কঠোৰতাৰ কাৰণে মানুহৰ জীৱন নীৰস হয়, তাত কলা-কৃষ্টি শিষ্টাচাৰ কিম্বা সভ্যতাৰ মাৰ্জিত গুণাৱলীৰ বিকাশ হোৱাটো কঠিন।[২] কিন্তু কঠোৰ জীৱন নির্বাহকাৰী আত্মনির্ভৰশীল ৰুক্ষ মাৰাঠাই আত্মমর্যাদা আৰু সমতাৰ কাৰণে নিজ গৌৰৱ ৰক্ষা কৰিবলৈ সদায় সচেতন আছিল। কালক্রমে এই গুণাৱলীৰ কিছু পৰিমাণে পৰিবৰ্তন ঘটিছিল যদিও মাৰাঠাৰ চৰিত্রৰ মূলাধাৰ আছিল দক্ষতা, সাহস, আত্ম বিশ্বাস। এই গুণাৱলীৰে বিভূষিত সমতাপ্রিয় মাৰাঠাই, স্বদেশ আৰু স্বধর্ম ৰক্ষাৰ কাৰণে একযোগে সকলো স্বার্থ ত্যাগ কৰিব পাৰিছিল।

আন পক্ষে, ঘাইকৈ অর্থ সঙ্কটৰ কাৰণে মাৰাঠাসকলৰ ধনলিপ্সাই নৈতিকতাৰ সীমা অতিক্রম কৰিছিল। ৰাজ্যিক বিষয়সমূহ পৰিচালনা কৰিবলৈ এওঁলোকৰ সদায় অভাৱ নাটনি দেখা গৈছিল আৰু সেয়ে ধন সংগ্ৰহৰ কাৰণে এওঁলোকে সময়ত কঠোৰ ব্যৱস্থা অবলম্বন কৰিছিল। মাৰাঠা শাসকসকলে এই দুৰাৰোগ্য ৰোগৰ

(১) There was no parasite class in ancient Maharastra.

Shivaji—Sir Jadunath (p-5)

(২) Where nature enforces a Spartan simplicity, there can be no luxury, no learned leisure (except among the priests,) no asthetic development, no polished manners even.

Shivaji—Sir Jadunath (p 6)

বশবর্তী হোৱাৰ ফলত, দুৰ্নীতিয়ে মাৰাঠাৰ জাতীয় চৰিত্ৰ কলঙ্কিত কৰে।[১] বেপাৰ বাণিজ্যৰ ক্ষেত্ৰত মাৰাঠাসকল আছিল অনিপুণ। মহাৰাষ্ট্ৰৰ মাজেদি পশ্চিম উপকূলৰ ভিন্ন পথেৰে পৃথিবীৰ নানা ঠাইলৈ বাণিজ্যৰ কাৰণে সমুদ্ৰ বন্দৰৰ সংযোগ আছিল যদিও, মাৰাঠাই তাৰ সুযোগ লবলৈ অক্ষম হয়। সেয়ে মহাৰাষ্ট্ৰত সুপ্ৰখ্যাত সমৃদ্ধিশালী ৰাজ্য এখন গঢ়ি উঠিব পৰা নাছিল। মাৰাঠা চৰিত্ৰত অপৰিহাৰ্য চেকা কিছুমান থাকিলেও, অতি সঙ্কট অৱস্থাৰ মাজেদি মাৰাঠাৰ ঐতিহ্যই ভাৰতৰ আধুনিক বুৰঞ্জীক গঢ় দিছে। তেওঁলোকৰ ৰাজনৈতিক সামৰ্থ্যৰ কাৰণে এসময়ত এই দেশৰ নাম পৃথিবীত উজ্জ্বল হৈছিল। নানা বিষয়ত এওঁলোকৰ প্ৰতিভাৰ লগত প্ৰতিযোগিতা কৰিব পৰা জাতি ভাৰতত আন এটা নাই।[২]

---

(১) When a government lives on plunder as a regular source of supply, its officers naturally see no immorality in taking bribes for themselves, the ethics of the servant easily slides into the ethics of the master. These Indian Spartans with their simplicity, hardiness and sense of equality were no more proof against corruption than the Spartan* of ancient Greece.

Shivaji—Sir Jadunath (p 12)

(২) In the combination of intellectual keenness, patient industry simplicity of life, devotion to the nobler ideals of man, in the courage necessary for translating thought into deed, in the spirit of sacrifice, grit of character, and a defused sense of democratic, equality, the vast middle class of modern Maharastra have no superior and hardly any equal among the other races of India.

Shivaji—Sir Jadunath ( p 13)

## দ্বিতীয় অধ্যায়

# সাহাজী ভোন্‌চলাৰ কৃতিত্ব

(১৬১৪—১৬৩৬ খৃঃ)

**ভোন্‌চলা পৰিয়াল ঃ** 'ভোন্‌চলা' শব্দৰ অৰ্থ আৰু ভোন্‌চলা বংশৰ উৎপত্তি গৱেষণাকাৰীসকলে সঠিককৈ নিৰ্ণয় কৰিব পৰা নাই। ৰাজপুত কিম্বা অইন কোনো সংগঠিত ফৈদৰ নিচিনা এওঁলোকে কোনো এজন বিশিষ্ট পুৰুষৰ বংশধৰ বুলি পৰিচয় দিব নোৱাৰে। অইন মাৰাঠাসকলৰ দৰে এওঁলোকৰ পূৰ্বপুৰুষসকলে কৃষি কৰ্মৰ দ্বাৰা জীৱন নিৰ্বাহ কৰিছিল। যি নহওক বংশটো কেবা-টাও ফৈদৰ সংমিশ্ৰিত বংশ বুলি কব পাৰি। এটা প্ৰবাদ আছে, আলা-উদ্দিন খিলিজীয়ে চিতোৰ অধিকাৰ কৰাৰ সময়ত, সুজন সিংহ নামেৰে ৰাণা বংশৰ ৰাজপুত ৰজা এজনে দক্ষিণ ফাললৈ পৰিভ্ৰমণ কৰে। তেওঁৰ পঞ্চম বংশধৰ উগ্ৰসেনৰ দুই পুত্ৰ আছিল, কৰ্ণসিংহ আৰু সুভাকৃষ্ণ। কৰ্ণসিংহৰ পুত্ৰ ভীমসিংহই বাহ্মনী চুলতান এজনৰ পৰা 'ৰাজা ঘোৰপাৰে' উপাধি লাভ কৰে আৰু সুভাকৃষ্ণৰ বংশধৰ সকল 'ভোন্‌চলা' বুলি জনাজাত হয়। সুভাকৃষ্ণৰ নাতিয়েক আছিল বাবাজী ভোন্‌চলা। ১৬ শতাব্দীত নিজাম ছাহৰ অধীনৰ পুণা (পাটাশ) জিলাৰ হিঙ্গানী-বেৰাদী আৰু দিৱালগাঁৱৰ পাটিল পদ লৈ বাবাজীয়ে সাধাৰণ কৃষি কৰ্মত ব্ৰতী হয়। বাবাজীৰ পুতেক আছিল মালোজী আৰু ভিঠোজী। মালোজীৰ পুত্ৰ সাহাজী আৰু সাহাজীৰ পুত্ৰ মহাৰাজ শিৱাজী।

বাবাজীৰ পুত্ৰদ্বয়, মালোজী আৰু ভিঠোজী স্থানীয় লোকৰ সৈতে শান্তিৰে বসবাস কৰিব নোৱাৰি, দৌলতাবাদ পৰ্বত শ্ৰেণীৰ নাম-নিৰ্ত ভেৰুল (এলোৰা) নামেৰে ঠাইলৈ স্থানান্তৰিত হয়। সেই অনুৰ্বৰ অঞ্চলত এওঁলোকে কৃষি কৰ্মত সফল হব নোৱাৰিলে। সাময়িক বৃত্তিয়েই জীৱিকা নিৰ্বাহৰ উপযুক্ত উপায় বিবেচনা কৰি এওঁলোকে

নিজাম ছাহৰ সামন্ত চিনখেৰৰ ৰজা যাদব ৰাওৰ অধীনত সাধাৰণ সৈনিকৰ পদত নিযুক্ত হয়, এই সামৰিক বৃত্তি লোৱাৰ কিছুকাল পিছত আচম্বিতে এওঁলোকৰ ভাগ্য বিপৰ্যয় ঘটে। এদিন হোলি উৎসৱৰ বৈঠকত, যাদবৰাৱে মালোজীৰ পুত্ৰ বালক সাহাজী আৰু তেওঁৰ কন্যা জিজাবাইৰ ৰূপ লাবণ্য তুলনা কৰি উভয়ৰে বৈবাহিক সম্পৰ্কৰ কাৰণে ইচ্ছা প্ৰকাশ কৰিছিল। তাকেই প্ৰস্তাৱ আকাৰত পৰিণত কৰি মালোজীয়ে পুত্ৰ সাহাজীৰ কাৰণে যাদব ৰাওৰ কন্যাৰ বিবাহ দাবী কৰিলে। সাধাৰণ সৈনিক মালোজী আৰু তেওঁৰ ভিতৰত পদমৰ্যাদাৰ ব্যৱধান দেখুৱাই গৰ্বী ৰজা যাদব ৰাৱে সেই দাবী প্ৰত্যাখ্যান কৰাত, উভয় পক্ষৰ ভিতৰত বিৰোধ হয় আৰু ফলত মালোজী আৰু ভিঠোজীয়ে যাদব ৰাওৰ অধীনস্থ পদ পৰিত্যাগ কৰি নিজ ঠাইলৈ প্ৰস্থান কৰে।

এই ভোন্‌চলা ভাতৃদ্বয়ে আকৌ সেই পূৰ্বৰ কৃষি কৰ্মত ব্ৰতী হ'ল। প্ৰবাদ এই যে এই সময়ত মালোজীয়ে খেতি পথাৰত পৰ দি থাকোঁতে সাপ এটাৰ ইঙ্গিতত ভূ-গৰ্ভত বহু ধন পায় আৰু সেই ধনেৰে এহাজাৰ অশ্বাৰোহীৰ বাহিনী এটা সজাই লয়। এই সংগঠিত সৈনিক শ্ৰেণীৰ নেতা স্বৰূপে মালোজীয়ে কৃতিত্ব লাভ কৰে। বিশেষকৈ সেই সময়ত মোগল আক্ৰমণৰ ফলত নিজাম ছাহী আহমদনগৰৰ বৰ বিশৃংখলা ঘটিছিল। কোনোজনে সামৰিক নেতৃত্ব লাভ কৰিব পাৰিলেই নিজামৰ সহায়ক স্বৰূপে তেওঁৰ কৰুণাৰপৰা বঞ্চিত নহৈছিল। মালোজীৰ সেই সুযোগ মিলিল। তেওঁ অশ্বাৰোহীৰ নায়ক স্বৰূপে নিজামৰ অধীনত পদ ললে আৰু তেওঁ সামৰিক মৰ্যাদা সম্পন্ন হোৱাত, যাদব ৰাও আৰু তেওঁৰ মাজত ব্যৱধান আঁতৰি যায়। তেতিয়া নিজাম ছাহৰ মধ্যস্থতাত সাহাজীৰ সৈতে জিজাবাইৰ বিবাহ সুসম্পন্ন হয় (১৬০৫।৫ নভেঃ)।

**চাঁদ বিবি ঃ** আহমদ নগৰৰ চুলতান বুৰ্হান নিজাম ছাহৰ মৃত্যুৰ পূৰ্বে দাক্ষিণাত্যৰ চুলতানসকলৰ ভিতৰত পুনৰপি বিৰোধৰ সৃষ্টি হয়। পৰস্পৰ শত্ৰুতাৰ কাৰণে, এওঁলোক ক্ৰমে দুৰ্বল হয় আৰু এই দুৰ্বলতাৰ সুযোগ লৈ সম্ৰাট আকবৰে দাক্ষিণাত্যৰ বিৰুদ্ধে অভিযান আৰম্ভ কৰে। আকবৰৰ মুখ্য কাম্য আছিল আহমদনগৰ। এনেতে যেতিয়া নিজামৰ মৃত্যু হয় তেতিয়া আহমদনগৰৰ প্ৰধান ৰাজকৰ্মচাৰী-সকলে ৰাজ্যত বিশৃংখলাৰ সৃষ্টি কৰিলে। এই কাৰণে আহমদনগৰৰ কেন্দ্ৰীয় শাসনযন্ত্ৰ শিথিল হোৱাত, বিষয়াসকলৰ পৰস্পৰ হিংসাত্মক

উত্তগুলি দেখি মোগল সেনাপতি আব্দুল ৰহিমে আহমদনগৰ আক্ৰমণ কৰে। নিজাম ছাহৰ বীৰাঙ্গনা কন্যা চাঁদ বিবিয়ে অতি বিক্ৰমেৰে মোগলৰ বিপক্ষে নিজে সমৰ ক্ষেত্ৰত সৈন্য পৰিচালনা কৰিছিল। তেওঁৰ প্ৰতি-আক্ৰমণত মোগল পৰাস্ত হয়। এই পৰাজয় দেখি সম্ৰাট স্বয়ং দাক্ষিণাত্যত উপস্থিত হয়। তেওঁ আহমদনগৰৰ দুৰ্গ অৱৰোধ কৰিছিল যদিও, চাঁদ বিবিয়ে আত্ম-সমৰ্পণ নকৰিলে। তেওঁ স্থিৰ কৰিলে, শেষ মুহূৰ্তলৈ প্ৰাণপণে দুৰ্গ ৰক্ষা কৰিব। শত্ৰুৰ ষড়যন্ত্ৰত এই তেজস্বিনী বীৰাঙ্গনা ৰমণীক দুৰ্মতি বিষয়া কিছুমানে বিহ খুৱাই হত্যা কৰে আৰু তেওঁৰ অকাল মৃত্যুত আহমদনগৰৰ পতন হয় (১৬০০ খৃঃ)।

**মালিক অম্বৰ ঃ** চাঁদ বিবিৰ স্বপক্ষীয়সকলৰ ভিতৰত এজন আছিল প্ৰতিভাশালী বিচক্ষণ যোদ্ধা মালিক অম্বৰ।[১] মন্ত্ৰী মালিকঁ অম্বৰে পৰাক্ৰমী মোগলৰ বশ্যতা স্বীকাৰ নকৰি মোগলৰ বিপক্ষে খণ্ডযুদ্ধ আৰম্ভ কৰে। চাঁদ বিবিৰ মৃত্যুৰ পিছত মোগলে আহ্‌মদনগৰৰ যুৱক ৰজা বাহাদুৰ ছাহক সপৰিয়ালে গোৱালিয়ৰ দুৰ্গত বন্দী কৰি ৰাখিছিল। মালিক অম্বৰে মুৰ্জ্জাছাহ নামেৰে নিজামবংশীয় এজনক সিংহাসনত বহুৱাই আহমদনগৰৰ স্বাধীনতা ৰক্ষাৰ যৎপৰোনাস্তি চেষ্টা কৰিলে। বহুজন মাৰাঁঠা চৰ্দাৰে, আহমদনগৰৰ স্বাধীনতা ৰক্ষাৰ কাৰণে মোগলৰ বিৰুদ্ধে তেওঁৰ সহযোগী হৈছিল আৰু তাৰ ভিতৰত এজন আছিল সালোজী ভোন্‌চলা। মালিক অম্বৰৰ প্ৰতি-আক্ৰমণ ব্যৰ্থ কৰিবলৈ আকবৰৰ পিছত সম্ৰাট জাহাঙ্গীৰে বিপুল মোগল বাহিনী লৈ দাক্ষিণাত্য আক্ৰমণ কৰে। লগত আছিল তেওঁৰ পুত্ৰ খুৰম। মোগলৰ বিশাল সামৰিক আয়োজনৰ বিপক্ষে যুদ্ধ জয়ৰ আশা পৰিত্যাগ কৰি মালিক অম্বৰে মোগলৰ সৈতে সন্ধি কৰিলে আৰু সেই সূত্ৰে তেওঁ বেৰাৰ জিলা মোগলক হস্তান্তৰ কৰে। এই যুদ্ধত খুৰমৰ সফলতাৰ কাৰণে সম্ৰাটে তেওঁক উপাধি দিছিল 'সাজাহান'। কিন্তু এই সন্ধি স্থায়ী সন্ধি হোৱা নাছিল; মাত্ৰ সময়ৰ সুযোগ বিচাৰি মালিক অম্বৰে এই সন্ধিত সম্মতি দিছিল।

---

(১) মালিক অম্বৰৰ জীৱনী বিচিত্ৰকৰ। তেওঁ বাগদাদৰ সাউদ এজনৰ গোলাম আছিল। সাউদজনে বালক অৱস্থাতে তেওঁক আহ্মদনগৰৰ তৎকালীন মন্ত্ৰী চেঙ্গিজখাঁৰ ওচৰত উচিত মূল্যত বিক্ৰি কৰিছিল। সকলোপৰা নিজ বুদ্ধি আৰু দক্ষতাৰ বলত ক্ৰমে এওঁ আহ্মদনগৰৰ এজন মশহুৰ বিষয়া স্বৰূপে শেষত মন্ত্ৰীপদ লাভ কৰে। শাসনকাৰ্য আৰু যুদ্ধবিদ্যাত এওঁ সমান পাৰদৰ্শী আছিল। এওঁৱেই সৰ্বপ্ৰথম (বাৰগিগিৰি) খণ্ডযুদ্ধৰ অৱতাৰণা কৰে।

মোগলৰ সৈতে মালিক অম্বৰৰ ৰণ চলি থাকোঁতে সালোজী ভোন্‌চলাৰ মৃত্যু হয় (১৬২০ খৃঃ)।

**সাহাজী ভোন্‌চলা ঃ**—সাজাহানৰ জন্মৰ দুই বছৰ পিছত (১৫৯৪ / ১৫ মাৰ্চ) সাহাজীৰ জন্ম হয় আৰু সাজাহানৰ মৃত্যুৰ দুই বছৰ পূৰ্বে (১৬৬৪ খৃঃ) তেওঁৰ মৃত্যু হয়। সাহাজীৰ আন এজন ভায়েক আছিল, ছেৰিফ্‌জী। উত্তৰাধিকাৰী সূত্ৰে ২৬ বছৰ বয়সত সাহাজীয়ে পিতাকৰ জায়গীৰ আৰু খিতাপ গ্ৰহণ কৰে।

তেওঁৰ বাল্যাৱস্থাৰ পৰাই সাহাজীয়ে মোগলৰ বিপক্ষে মালিক অম্বৰ আৰু পিতাক সালোজীৰ যুদ্ধৰত অৱস্থা দেখি আছিল। আহমদনগৰৰ প্ৰতিৰক্ষাৰ কাৰণে মাৰাঠা চৰ্দাৰসকলৰ বিপুল উৎসাহে তেওঁৰ অন্তৰত সামৰিক জীৱনৰ বীজ অঙ্কুৰিত কৰে। যদিও প্ৰলোভনৰ দ্বাৰা বশীভূত হৈ তেওঁৰ শহুৰেক যাদব ৰাও প্ৰমুখ্যে মাৰাঠা চৰ্দাৰ কিছুমানে সময়ত মোগলৰ পক্ষ সমৰ্থন কৰিছিল, তেওঁৰ পিতাক সালোজী আৰু তেওঁ নিজে আহমদনগৰৰ বিৰুদ্ধে প্ৰলোভিত হোৱা নাছিল। তেওঁৰ মনত দৃঢ় বিশ্বাস হৈছিল যে আহমদনগৰৰ পতন হলে, মোগলে গোটেই দাক্ষিণাত্য গ্ৰাস কৰিব ; এই কাৰণে পিতাক সালোজীৰ নীতি অনুসৰণ কৰি, দাক্ষিণাত্যৰ কুশলৰ অৰ্থে তেওঁ সৰ্বান্তঃকৰণে মালিক অম্বৰৰ সহযোগী হয়। প্ৰতাপী মোগলৰ হাতত নানা প্ৰকাৰে পৰ্য্যুদস্ত হলেও, মালিক অম্বৰে পৰাভৱ স্বীকাৰ নকৰিছিল।

তেতিয়া দাক্ষিণাত্যৰ মোগল চুবেদাৰ আছিল সম্ৰাট পুত্ৰ সাজাহান। আফিং আৰু মদৰ প্ৰকোপত সম্ৰাট জাহাঙ্গীৰৰ শাৰীৰিক আৰু মানসিক শক্তি প্ৰায় লোপ পাইছিল। এনে অৱস্থাত সাজাহানে তেওঁক সিংহাসন চ্যুত কৰিবলৈ প্ৰতিজ্ঞ হ'ল। নুৰজাহান মোহান্ধ পিতাকৰ হাতৰ পৰা সিংহাসন কাঢ়ি লবলৈ সাজাহানে ষড়যন্ত্ৰ কৰিছিল ; কিন্তু সেই ষড়যন্ত্ৰ ব্যৰ্থ হয় আৰু সাজাহানে দাক্ষিণাত্যলৈ পলায়ন কৰে। মালিক অম্বৰে মোগলৰ এই গৃহ কন্দলৰ সুযোগ লবলৈ বিচাৰিলে ; তেওঁ ভাবিলে, সাজাহানৰ সমৰ্থন পালে, অনায়াসে আহমদ নগৰ মোগলৰ গ্ৰাসৰপৰা উদ্ধাৰ কৰিব পাৰিব। বিদ্ৰোহী সাজাহানে সহযোগী হলে জয় অনিবাৰ্য ভাবি, মালিক অম্বৰে শেষত মোগলৰ বিপক্ষে সমুখ ৰণ কৰিবলৈ স্থিৰ কৰিলে। ইতিমধ্যে মোগলৰ ভয়ত বিজাপুৰ আৰু মাৰাঠা চৰ্দাৰসকলে মোগল পক্ষ সমৰ্থন কৰিছিল। এই সঙ্কট কালত অম্বৰৰ সহযোগী হ'ল একমাত্ৰ সাহাজী

ভোন্‌চলা। সমবেত শত্ৰু পৰাক্ৰমী হলেও, মালিক অম্বৰ নিৰাশ নহ'ল। মোগল বাহিনী পৰিচালনা কৰিছিল মোগলৰ সুদক্ষ সেনাপতি মহাবৎখাঁ আৰু পাৰভিজে। আহমদ নগৰৰ ওচৰৰ ভাটাবাৰী নামেৰে ঠাইত উভয় পক্ষৰ তুমুল ৰণ হয়। সেই ৰণত মোগল বাহিনী বিধ্বস্ত হৈ ছত্ৰভঙ্গ দিয়ে। প্ৰসিদ্ধ মোগল সেনাপতি সকলৰ বিপক্ষে বিক্ৰমেৰে যুঁজি সাহাজী ভোন্‌চলাই তেওঁৰ সামৰিক দক্ষতাৰ পৰিচয় দিয়ে।

অৱশেষত কিন্তু, সাহাজীৰ এই কৃতকাৰ্যতাৰ কাৰণে তেও আহমদনগৰৰ পক্ষ পৰিত্যাগ কৰিব লগীয়া হ'ল। তেওঁৰ খ্যাতি আৰু গুণ গৰিমাই অম্বৰৰ মনত সন্দেহৰ সৃষ্টি কৰিলে। মালিক অম্বৰৰ ধাৰণা হ'ল যে সময়ত প্ৰতিপত্তিশালী সাহাজীয়ে তেওঁক স্থানচ্যুত কৰি আহমদনগৰৰ নেতৃত্ব লাভ কৰিব। এই ধাৰণাৰ বশবৰ্তী হৈ অম্বৰে সাহাজীক ক্ৰমে গুৰুদায়িত্বৰ পৰা বঞ্চিত কৰিব ধৰিলে। সাহাজীৰ পক্ষে এই পৰিস্থিতি অসহনীয় হ'ল। উভয়ৰে মনোমালিন্য সৃষ্টি হোৱাত সাহাজীয়ে আহমদনগৰ উদ্ধাৰৰ আশা পৰিত্যাগ কৰি অম্বৰৰ পৰা আঁতৰি পৰিল। বিজাপুৰৰ চুলতান আদিল ছাহে সাহাজীৰ কৃতিত্বৰ বিষয়ে ভালদৰে জানিছিল। অনতিবিলম্বে তেওঁ সাহাজীক আহবান জনাই বিজাপুৰৰ পক্ষ গ্ৰহণ কৰালে।

**সাহাজীৰ পাৰিবাৰিক জীৱন** :— যাদব আৰু ভোন্‌চলা এই উভয় কুলৰ ভিতৰত পূৰ্বৰ পৰাই বৰ সম্ভাৱ নাছিল। শম্ভুৰেক ৰজা লুখোজী যাদব আৰু জোঁৱায়েক সাহাজীয়ে যথাক্ৰমে মোগল আৰু আহমদনগৰৰ পক্ষ সমৰ্থন কৰাৰ ফলত, উভয়ৰে ভিতৰত পাৰিবাৰিক সম্পৰ্ক শিথিল হয়। যাদবসকলে সাহাজীৰ নেতৃত্ব তাচ্ছিল্য কৰাৰ কাৰণে, যাদব দুহিতা জিজাবাইৰ প্ৰতি সাহাজীৰ অনুৰাগ ক্ৰমে পাতলি যায়। জিজাবাইৰ ছয় জন পুতেকৰ ভিতৰত তেতিয়ালৈ জীয়াই আছিল সম্ভাজী আৰু শিৱাজী; আন কেইজন কেঁচুৱাতে ঢুকায়। এই অৱস্থাত মোহিতা বংশীয় তেওঁৰ দ্বিতীয়া পত্নী তুকাবাইৰ সৈতে সাহাজীৰ বিবাহ হয়। টাঞ্জোৰৰ মাৰাঠা ৰাজ্যৰ প্ৰতিষ্ঠাতা একোজী (বেঙ্কোজী) তুকাবাইৰ গৰ্ভত জন্ম গ্ৰহণ কৰিছিল। (১৬৩০ খৃঃ)। জিজাবাই আৰু তুকাবাই ভিন্ন প্ৰকৃতিৰ হোৱা কাৰণে সম্ভৱতঃ সাহাজীয়ে জিজাবাইৰ প্ৰতি অমনোযোগী হয়।

মালিক অম্বৰৰ মৃত্যুৰ পিছত আহমদনগৰৰ ৰাষ্ট্ৰীয় পৰিস্থিতি অধিকতৰ শোচনীয় হয়। অম্বৰৰ মৃত্যুৰ পিছ বছৰত সম্ৰাট, জাহাঙ্গীৰে দেহত্যাগ কৰে (১৬২৭।২৯ অক্টোবৰ)। পিতৃ বিৰোধী সাজাহানে

আত্মগোপন কৰি জুনাৰৰ ওচৰত লুকুৱাই আছিল। পিতাকৰ মৃত্যু সংবাদ পাই তেওঁ উত্তৰ ভাৰতলৈ যাত্ৰা কৰে আৰু তেওঁৰ প্ৰতিদ্বন্দ্বী ভায়েক সাহাৰীয়াৰক অন্ধ কৰি তেওঁ দিল্লীৰ ৰাজপাট অধিকাৰ কৰি লয়। এই বছৰতে বিজাপুৰৰ চুলতান ইব্ৰাহীম আদিল ছাহৰ মৃত্যু হয়। মোগলৰ গৃহ কন্দলৰ ফলত, ইতিমধ্যে দক্ষিণ ভাৰতৰ মোগল শাসন সংকীৰ্ণ অৱস্থাত পৰিণত হৈছিল। তেতিয়া দক্ষিণ ভাৰতৰ মোগল শাসনকৰ্তা আছিল খান জাহান লোডি। পূৰ্বাপৰ সৰ্বতোভাবে এওঁ সাজাহানৰ বিৰুদ্ধাচৰণ কৰিছিল। অচিৰে এওঁৰ ওপৰত সাজাহানে প্ৰতিশোধ লোৱাৰ সম্ভাৱনা দেখি লোডিয়ে আহমদনগৰৰ চুলতান মুৰ্তাজা নিজাম ছাহৰ আশ্ৰয় লয়। লোডিৰ ওপৰত আক্ৰোশ পলুৱাবলৈ স্বয়ং সম্ৰাট সাজাহানে দাক্ষিণাত্যত উপস্থিত হ'ল (১৬২৯ খৃঃ)।

সাজাহানৰ উদ্দেশ্য আছিল, লোডিক আশ্ৰয় দিয়া কাৰণে আহমদনগৰ আক্ৰমণ কৰি, সেই ৰাজ্য অধিকাৰ কৰা। লোডিৰ নিচিনা প্ৰসিদ্ধ সেনাপতি এজন সহযোগী হোৱাত চুলতানে মোগলৰ প্ৰতিদ্বন্দ্বিতা কৰিবলৈ সাজু হ'ল। তেওঁ ভাবিছিল দাক্ষিণাত্যৰ সাধাৰণ শত্ৰু মোগলৰ বিৰুদ্ধে দাক্ষিণাত্যৰ অইন ৰাজ্যসমূহো তেওঁৰ সহযোগী হ'ব। কিন্তু বিপুল মোগলৰ বাহিনীৰ বিৰুদ্ধে বিজাপুৰ আৰু মাৰাঠা চৰ্দাৰসকলে তেওঁৰ সহযোগী হ'বলৈ অস্বীকাৰ কৰিলে। বৰঞ্চ যাদব ৰাও প্ৰমুখ্যে মাৰাঠা চৰ্দাৰ কিছুমানে পৰোক্ষে মোগলৰ প্ৰতি আসক্তি দেখুৱালে। বিজাপুৰৰ অধীনস্থ বিষয়া হলেও, সাহাজী ভোন্‌চলাই আহমদনগৰৰ এই আকস্মিক সঙ্কট আওকাণ কৰিব নোৱাৰিছিল। দাক্ষিণাত্যৰ সামূহিক মঙ্গলৰ কাৰণে আহমদনগৰৰ প্ৰতিৰক্ষাৰ একান্ত প্ৰয়োজনীয়তা উপলব্ধি কৰি, তেওঁ বিজাপুৰৰ সম্পৰ্ক পৰিত্যাগ কৰিলে। নিজাম মুৰ্তাজাছাহক তেওঁৰ অভিপ্ৰায় জনোৱাত, তেওঁ আহমদনগৰৰ অন্যতম সেনাপতি স্বৰূপে নিযুক্ত হ'ল। মালিক অম্বৰৰ পিছত তেওঁৰ পুত্ৰ ফাটখাঁই কিছুকাল আহমদনগৰৰ মন্ত্ৰিত্ব কৰিছিল। কিন্তু তেওঁৰ বৈপ্লৱিক কাৰ্যৰ কাৰণে নিজামে তেওঁক বন্দী কৰি, সেই পদ সাহাজী ভোন্‌চলাক অৰ্পণ কৰে।

চিৰোঞ্জ আৰু কালিঞ্জোৰ নামেৰে ঠাইত মোগল আৰু আহমদনগৰৰ মাজত তুমুল ৰণ হ'ল। সেই ৰণত এক পক্ষত আছিল খান জাহান লোডি আৰু সাহাজী ভোন্‌চলা আৰু আন পক্ষত আছিল মহাবৎখাঁ আৰু বিজাপুৰ পক্ষীয় সেনাপতিসকল। ৰণত আহমদনগৰৰ পক্ষৰ পৰাজয় হ'ল। কালিঞ্জোৰৰ যুদ্ধত খানজাহান লোডিৰ মৃত্যু হয়। যুদ্ধত জয়ী হলেও, সাজাহানে আহমদনগৰ অধিকাৰ

কৰিব পৰা নাছিল। এনেতে দাক্ষিণাত্যৰ কেউকাষে মাৰাত্মক দুৰ্ভিক্ষ হোৱাত সাজাহানে আহমদনগৰ পৰিত্যাগ কৰিবলৈ বাধ্য হয়। আহমদ-নগৰ অধিকাৰ কৰিব নোৱাৰি সাজাহানে অনুভৱ কৰিলে যে তেওঁৰ সকলো প্ৰয়াস নিষ্ফল হ'ল। সন্মুখ ৰণত সামৰিক শক্তি হ্ৰাস নকৰি কূট কৌশলেৰে শত্ৰুক পৰাজয় কৰাটোকে স্থিৰ কৰি তেওঁ চক্ৰান্তক্ৰমে আহমদনগৰৰ বিষয়াসকলৰ ভিতৰত ভেদভাবৰ সৃষ্টি কৰিলে।

**যাদৱ হত্যা** ঃ—সাজাহানৰ এই অভীষ্ঠ সিদ্ধি হ'ল। আহমদ-নগৰৰ বিভিন্ন দলে নিজ নিজ ৰাজনৈতিক প্ৰতিষ্ঠা লাভৰ কাৰণে, ৰাজ্যত তুমুল অন্তৰ্বিপ্লৱৰ সৃষ্টি কৰিলে। বিশেষকৈ আহমদনগৰৰ শাসন কেন্দ্ৰৰ প্ৰধান বিষয়াসকলে শাসন কাৰ্য পৰিচালনাত পৰস্পৰ ঘোৰ বিৰোধী হ'ল। এই অৱস্থাত নিজামে ধৈৰ্য হেৰুৱালে। তেওঁ ভাবিলে যাঁদবসকলেই সাজাহানৰ এই অপচেষ্টাৰ মূল। এই ভাবি তেওঁ যাদবসকলৰ ওপৰত গুৰুতৰ প্ৰতিশোধ লবৰ সংকল্প কৰিলে। যাদৱ ৰাও প্ৰমুখ্যে যাদব বংশীয় চৰ্দাৰসকলক তেওঁ দৌলতাবাদ দুৰ্গলৈ নিমন্ত্ৰণ কৰি আদেশ জনালে যে মোগলৰ সৈতে সন্ধিৰ চৰ্তা-ৱলী নিৰাকৰণ কৰিবলৈ যাদৱসকলৰ পৰামৰ্শৰ প্ৰয়োজন, গতিকে নিৰ্দিষ্ট সময়ত যাদবসকলে দুৰ্গত উপস্থিত হব লাগে। নিজামছাহৰ আমন্ত্ৰণ উপেক্ষা নকৰি, নিৰ্দেশ অনুসৰি যাদবসকলে দৌলতাবাদ দুৰ্গত নিজামক সাক্ষাৎ কৰিলে। অতৰ্কিতে নিজামে আমন্ত্ৰিত যাদব চৰ্দাৰসকলক অতি নিষ্ঠুৰ ভাবে দুৰ্গৰ ভিতৰতে হত্যা কৰালে। কোনো মতে প্ৰাণ লৈ পলাব পাৰিছিল, লুখোজী, যাদব ৰাওৰ ভায়েক যগদেৱ ৰাও আৰু পুতেক বাহাদুৰজী। যাদবসকলৰ সৈতে সাহাজীৰ তিমান সম্ভাৱ নাছিল যদিও, যাদৱসকলৰ, বিশেষকৈ তেওঁৰ শহুৰেকৰ এনে পাশবিক অপমৃত্যু তেওঁৰ পক্ষে অসহনীয় হ'ল, আৰু সেই কাৰণে তেওঁ ক্ৰুৰ প্ৰতিহিংসা পৰায়ণ নিজামৰ পক্ষ পৰিত্যাগ কৰিলে।

ফাটখাঁ তৌতিয়ালৈ নিজামৰ বন্দী হৈ আছিল। সাহাজী আঁতৰি যোৱাত ফাটখাঁক মুক্ত কৰি নিজামে পুনৰ তেওঁক মন্ত্ৰীত্ব অৰ্পণ কৰিলে। কিন্তু এয়ে নিজামৰ কাল হ'ল। ফাটখাঁই বুজিছিল যে যিকোনো মুহূৰ্ততে দলীয় শত্ৰুৰ প্ৰৰোচনাত নিজামে তেওঁক আকৌ বধ নাইবা বন্দী কৰিব। গতিকে নিজ সম্ভাব্য বিপদৰ হাত সাঁৰি-বলৈ ফাটখাঁই নিজামক বধ কৰালে। এই ভয়াবহ ঘটনাৰ ফলত, পতনোন্মুখ আহমদনগৰৰ ৰাষ্ট্ৰীয় অৱস্থা অধিকতৰ জটিল হ'ল। এই বিশৃংখলাৰ সুযোগ লৈ অনায়াসে সাজাহানে আহমদনগৰ অধিকাৰ কৰিব পাৰিলেহেঁতেন; কিন্তু, এনেতে, বুৰ্হানপুৰত তেওঁৰ সহ-

ধৰ্মিনী মমতাজমহলৰ মৃত্যু হয় (১৬৩১। ৭ জুন)। শোকাকুল সম্ৰাটে, মহাবৎ খাঁৰ ওপৰত আহমদনগৰ জয়ৰ দায়িত্ব অৰ্পণ কৰি, প্ৰিয়াৰ মৃতদেহৰ সৈতে তেওঁ আগ্ৰা অভিমুখে যাত্ৰা কৰিলে।

**সাহাজীৰ নতুন পৰিকল্পনা** ঃ—অবিবেচক মুৰ্তাজা নিজাম-ছাহৰ মৃত্যুৰ পিছত আহমদনগৰৰ পতন অনিবাৰ্য জানি, মিত্ৰৰাজ্য স্বৰূপে আহমদনগৰৰ স্বাধীনতা ৰক্ষাৰ কাৰণে সাহাজীয়ে মোগলৰ বন্ধুত্ব বিচাৰিছিল। সাহাজীৰ নিচিনা সুনিপুণ সেনাপতি এজন মোগ-লৰ সহযোগী হলে দাক্ষিণাত্যত মোগল শক্তি অপৰাজেয় হ'ব জানি, মোগলেও সাহাজীৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে। তদনুযায়ী নাবালক চুলতান হুছেইন ছাহৰ অধ্যক্ষ স্বৰূপে মোগলে তেওঁক মনচব প্ৰদান কৰিলে আৰু সাহাজীৰ বিশ্বাস জন্মিল যে, মোগলৰ এজন প্ৰতি-পত্তিশালী বিষয়া স্বৰূপে তেওঁ আহমদনগৰৰ নাবালক চুলতানৰ স্বাধীনতা ৰক্ষা কৰিব পাৰিব ; কিন্তু সাহাজীৰ এই অভিপ্ৰায় ফলবতী নহ'ল। মোগল সৈন্যাধ্যক্ষ মহাবৎখাঁই সাহাজীৰ অভিপ্ৰায় বুজিব পাৰি বালক হুছেইন নিজাম ছাহক আজীৱন দৌলতাবাদ দুৰ্গত কাৰা-ৰুদ্ধ কৰিলে। এইদৰে সাহাজীৰ পৰিকল্পনা ব্যৰ্থ হোৱাত, তেওঁ মোগলৰ মনচব প্ৰত্যাখ্যান কৰি সংকল্প কৰিলে যে স্বাধীনভাৱে নিজ চেষ্টাত আহমদনগৰৰ স্বাধীনতা ৰক্ষা কৰিব। বিশৃংখল আহমদ-নগৰৰ বিচ্ছিন্ন শক্তিক গোটাই লৈ, প্ৰতাপী মোগলৰ বিৰুদ্ধে ভীমগড় দুৰ্গত আহমদনগৰৰ নতুন শাসন কেন্দ্ৰ পাতি, তাত তেওঁ নিজাম-বংশীয় ল'ৰা এজনক আহমদনগৰৰ নতুন ৰজা পাতিলে। দাক্ষিণাত্যৰ স্বাধীনতাৰ বাবে সাহাজী ভোন্‌চলাৰ এই আন্তৰিক প্ৰচেষ্টাত বিজাপুৰ চুলতান আদিল ছাহে তেওঁক সমৰ্থন কৰিলে।

সাহাজীৰ সৈতে বিজাপুৰ সৈন্য বাহিনীৰ আকস্মিক সহ-যোগত মোগল সেনাপতি মহাবৎখাঁ বিমূঢ় হ'ল। ইতিমধ্যে সাহাজীৰ সৈতে খণ্ড যুদ্ধত মোগল বাহিনী অতিষ্ঠ হৈ পৰিছিল। ৰণ কৌশলী বীৰ সাহাজীক পৰাস্ত কৰিব নোৱাৰি মহাবৎখাঁই তেওঁক ছলেৰে বধ নাইবা বন্দী কৰিবলৈ স্থিৰ কৰিলে। মহলদাৰ খাঁ নামেৰে সাহাজীৰ পুৰণি বন্ধু এজনে তেওঁৰ বিপক্ষে এই ষড়যন্ত্ৰত যোগ দিলে। অবিৰাম ৰণৰ পিছত বিশ্ৰান্ত সাহাজীয়ে এদিন আচম্বিতে বাতৰি পালে যে তেওঁক আক্ৰমণ কৰিবলৈ মোগল সৈনিক নিচেই ওচৰত। এই বাতৰি শুনা মাত্ৰে মাক জিজাবায়ে পাঁচ বছৰীয়া শিৱাজীক অতি সন্ত-ৰ্পণে স্থানান্তৰ কৰিলে। সাহাজী তুৰন্তে পলাল আৰু জিজাবাই মহলদাৰ খাঁৰ বন্দী হ'ল। কিছুকাল কোন্দানা (সিংহগড়) দুৰ্গত

মোগলৰ বন্দী হৈ থকাৰ পিছত, তেওঁৰ আত্মীয় এজনে মুক্তিকৰ শোধাই জিজাবাইক বন্ধনৰপৰা মুক্ত কৰে।

সাহাজী আৰু বিজাপুৰৰ সমবেত শক্তিৰ বিৰুদ্ধে যুঁজি মহাবৎখাঁৰ সামৰিক আয়োজন বিধ্বস্ত হ'ল। তেওঁ প্ৰকাশ্যে পৰাজয় স্বীকাৰ কৰাৰ আগতে দাক্ষিণাত্যত মোগলৰ দুৰৱস্থা বৰ্ণাই আৱশ্যকীয় সামৰিক সহায়ৰ কাৰণে সম্ৰাটৰ ওচৰলৈ বাৰে বাৰে আবেদন পঠিয়ালে। কিন্তু তেওঁৰ অকৰ্মণ্যতাই মোগলৰ দুৰৱস্থাৰ কাৰণ বুলি সম্ৰাটে নানা তিৰস্কাৰ কৰি তেওঁক সহায় দিবলৈ অসম্মত হ'ল। পৰাজিত মহাবৎখাঁই এইদৰে লাঞ্চিত হৈ শেষত আত্মহত্যা কৰিলে।

**আহমদনগৰৰ পতন** ঃ---মহাবৎখাঁৰ পৰাভৱত দাক্ষিণাত্যত মোগলৰ দুৰ্যশ হ'ল। এই দুৰ্যশ গুছাই মোগলৰ যশ গৌৰব পুনৰ উদ্ধাৰৰ কাৰণে আৰু বিশেষকৈ দাক্ষিণাত্যত মোগল প্ৰশাসনৰ স্থায়িত্বৰ কাৰণে পুনৰায় সম্ৰাট সাজাহান স্বয়ং দাক্ষিণাত্যলৈ অভিযান কৰিলে (১৬৩৫।২৯ চেঃ)। তেওঁৰ সহকাৰী স্বৰূপে আহিছিল সেনাপতি সকল, ঔৰংজেব, সায়েস্তাখাঁ আৰু মহাৰাজ জয়সিংহ। মোগলৰ বিপুল বাহিনীৰ প্ৰতিদ্বন্দ্বিতা কৰিবলৈ সাহাজীয়ে বাৰ হেজাৰ সৈন্য লৈ ৰণক্ষেত্ৰত সাজু হ'ল। তেওঁৰ আশা আছিল দাক্ষিণাত্যৰ মুছলমান শক্তিসমূহে তেওঁৰ সহযোগী হৈ মোগলৰ বিৰুদ্ধে তেওঁক সহায় কৰিব। সাহাজীৰ এই ভাৱধাৰ ব্যতিক্ৰম ঘটিল। ধৰ্মান্ধতাত ঔৰংজেব চূড়ান্ত আছিল যদিও, পিতাক সাজাহানো সেই বিষয়ত বৰ কম নাছিল। বিৰোধী শক্তিৰ বিৰুদ্ধে যুদ্ধ আৰম্ভ কৰাৰ পূৰ্বে সম্মিলিত শক্তিক বিভাজন কৰাই হ'ল সাজাহানৰ প্ৰথম উদ্দেশ্য। তেওঁ ভাবিলে সাহাজীৰ পৰা বিজাপুৰক আঁতৰাই নিব পাৰিলে, গোলকুণ্ডাই অকলে কেতিয়াও মোগলৰ বিৰুদ্ধে সাহাজীক সহায় নকৰে আৰু সাহাজীয়ে দাক্ষিণাত্যৰ মুছলমান শক্তিৰ সমৰ্থন নাপালে, তেওঁ অবাধে আহমদনগৰ জয় কৰিব। তেওঁৰ এই উদ্দেশ্য সিদ্ধিৰ কাৰণে, ইচলাম ধৰ্মৰ দোহাই দি নিজ পাঞ্জা অঙ্কিত বন্ধুত্বৰ নিদৰ্শন পত্ৰ এখনেৰে সৈতে সন্ধিৰ চুমু চৰ্তাৱলীৰে খোদিত সোণৰ থাল এখন চুলতান আদিল ছাহক উপহাৰ দিলে। সমধৰ্মী প্ৰতাপী মোগলৰ অযাচিত বন্ধুত্ব লাভ কৰি বিজাপুৰ চুলতানে আহমদনগৰ প্ৰতিৰক্ষাৰ দায়িত্ব পৰিহাৰ কৰিলে। মোগলৰ শত্ৰুতাৰ ভয়ত বিচ্ছিন্ন গোলকুণ্ডা আঁতৰি পৰিল।

মোগলৰ বিৰাট সামৰিক আয়োজনৰ প্ৰতিক্ৰিয়া সহিব নোৱাৰি দাক্ষিণাত্যৰপৰা মোগল বাহিনী অন্তৰিণ কৰাৰ উদ্দেশ্যে, বিজাপুৰ

চুলতান মোগলৰ নিৰ্দেশমতে সাহাজীক দমন কৰাৰ দায়িত্ব গ্ৰহণ কৰিলে আৰু সাজাহানে তেওঁৰ সৈন্যাধ্যক্ষ খানজামান আৰু পুতেক ঔৰংজেবক দাক্ষিণাত্যত এৰি থৈ, তেওঁ দৌলতাবাদৰপৰা আগ্ৰালৈ প্ৰস্থান কৰিলে। মুছলমান শক্তিসমূহে তেওঁৰ প্ৰতি সহযোগ অস্বীকাৰ কৰাত, তেওঁৰ উদ্দেশ্য দুষ্কৰ হ'ব জানি, সাহাজীয়ে আহমদনগৰৰ নবপ্ৰতিষ্ঠিত চুলতানজনক নিৰাপদ কৰিবলৈ পৰ্বতমালাৰে সুবেষ্টিত দুৰ্ভেদ্য মাহুলী দুৰ্গত স্থানান্তৰ কৰি ৰাখিছিল। বিজাপুৰৰ সেনাপতি ৰণদুল্লাখাঁই মোগল সেনাপতি খানজামানৰ সৈতে যোগ দিলে। সাজাহানে দাক্ষিণাত্য পৰিত্যাগ কৰাৰ কিছুকাল পিছলৈ সাহাজীয়ে অকলে মোগলৰ বিপক্ষে যুঁজিছিল যদিও মোগলৰ আক্ৰমণ প্ৰতিৰোধ কৰিব নোৱাৰি তেওঁ সসৈন্যে মাহুলী দুৰ্গত আশ্ৰয় ললে। খানজামান আৰু ৰণদুল্লাখাঁই মাহুলী অবৰোধ কৰিলে। অৱশেষত ঘোৰ খাদ্যাভাবৰ কাৰণে যেতিয়া দুৰ্গত গুৰুতৰ সঙ্কট উপস্থিত হ'ল, তেতিয়া সেনাপতি ৰণদুল্লা খাঁৰ জৰিয়তে সাহাজীয়ে বিজাপুৰ চুলতানক প্ৰস্তাৱ দিলে যে বিজাপুৰ চুলতানে তেওঁক উপযুক্ত জায়গীৰ দিলে তেওঁ বিজাপুৰৰ বশ্যতা মানি লব আৰু মাহুলী দুৰ্গ মোগলক অৰ্পণ কৰিব। বিজাপুৰৰ চুলতান সাহাজীৰ প্ৰস্তাৱত মান্তি হ'ল, কিয়নো তেওঁ বুজিছিল যে প্ৰতিভাশালী সাহাজী ভোনচলাৰ নিচিনা বীৰ এজনে বিজাপুৰৰ পক্ষ সমৰ্থন কৰিলে বিজাপুৰৰ স্বাৰ্থ অক্ষুন্ন হৈ থাকিব। সাহাজীৰ এই প্ৰস্তাৱ অনুসৰি গোদাবৰী নদীৰ দক্ষিণে নিজামছাহী অঞ্চলত তেওঁ এখন জায়গীৰ পালে আৰু তেওঁৰ পুনা জায়গীৰ স্থায়ী হৈ থাকিল। বিজাপুৰৰ সেনাপতি ৰণদুল্লা খাঁই সসম্মানে সাহাজীক অভ্যৰ্থনা জনালে আৰু চুলতানৰ ঔদাৰ্যৰ কাৰণে উভয়ে তেওঁৰ ওচৰত কৃতজ্ঞতা জ্ঞাপন কৰিলে। এইদৰে আহমদনগৰৰ স্বাধীনতাৰ শেষ চিহ্ন লোপ পালে।

তেতিয়া শিৱাজী অল্পমতি কুমলীয়া শিশু। হলেও, প্ৰবল প্ৰতাপী মোগল সম্ৰাটৰ বিৰুদ্ধে পিতাক সাহাজীয়ে যি বিক্ৰম দেখুৱাইছিল আৰু তুলনাত দুৰ্বল হলেও, দুৰ্বলে সবলক যিদৰে প্ৰতিৰোধ কৰিছিল, সেয়ে তেওঁৰ ভবিষ্যৎ জীৱনত এনে অপৰাজেয় কৰ্ম তৎপৰতাৰ চিত্ৰ অঙ্কিত কৰিছিল, যাৰ কাৰণে অভাবনীয় সঙ্কট অতিক্ৰম কৰি তেওঁ এখন স্বাধীন ৰাজ্য স্থাপন কৰিব পাৰিছিল।

সাহাজীয়ে বিজাপুৰ দৰবাৰৰ এজন অগ্ৰণী স্বৰূপে সদায় দৰবাৰত উপস্থিত হ'বলগীয়া হৈছিল। তেওঁ এইদৰে বিজাপুৰত

প্ৰায় তিনি বছৰ কাল থকাৰ ভিতৰত, পিতাকৰ সৈতে শিৱাজী প্ৰায় দৰবাৰত উপস্থিত আছিল। তেতিয়া শিৱাজী বুজন অৱস্থাপ্ৰাপ্ত হৈছিল। তেওঁ দৰবাৰত উপস্থিত হৈ ৰীতি অনুসৰি যদিও চুলতানৰ সমুখত আঠু লব লাগিছিল, তেওঁ সেই ৰীতি পালন কৰিবলৈ অস্বীকাৰ কৰাত, সাহাজীয়ে সেই বাবে যথেষ্ট কৈফিয়ৎ দিব লগাত পৰে। জাকজমকপূৰ্ণ বিজাপুৰ নগৰত অবহেলিত হিন্দুৰ পদদলিত অৱস্থা দেখি তেওঁৰ ক্ৰুদ্ধ অন্তৰক শিৱাজীয়ে কোনোৰূপে সান্ত্বনা দিব নোৱাৰিছিল। বিশেষকৈ প্ৰকাশ্য গো-হত্যাই তেওঁৰ অন্তৰ কঁপাই তুলিছিল।[১] সংখ্যাগৰিষ্ঠ হিন্দুৰ ওপৰত ৰাজপক্ষৰ অবিচাৰ অত্যাচাৰৰ কাৰণে তেওঁৰ সেই কুমলীয়া অন্তৰত হিন্দু জাতিৰ মৰ্যাদা ৰক্ষাৰ সংকল্পই স্থান লয়।[২]

---

(১) Burning with anger, the mettlesome yout h created a stir in the capital and gravely compromised his father's position by registering an open protest against cow slaughter. His spirited attack on the Muslim butchers was an unheard of occurrence in the city.

**Shivaji**—Kulkarni (P 34).

(২) Apart from the violent terror of life in such a society, it was obvious that the majority of the Sultan's, Hindu subjects were oppressed intermittently but irritatingly.—Dennis Kincaid.

**Quoted in Shivaji**—Kulkarni (P. 33).

# তৃতীয় অধ্যায়

# সাহাজীৰ পৰবৰ্তী কাল

( ১৬৩৬-১৬৬৪ )

**সাহাজীৰ কৰ্ণাট গমন ঃ**—টালিকোটৰ যুদ্ধৰ পিছত সন্মিলিত চুলতানসকলৰ বিজয়নগৰ ৰাজ্য অধিকাৰ কৰা অভিপ্ৰায় নাছিল। এওঁলোকৰ ঘাই উদ্দেশ্য আছিল সমৃদ্ধিশালী বিজয় নগৰ ৰাজ্য চাৰখাৰ কৰি প্ৰতাপী হিন্দু শক্তি লোপ কৰা আৰু লগতে বিজয়নগৰৰ অনুপম ধন-দৌলত অপহৰণ কৰা। এনে অৱস্থাত ৰাজবংশীয় সম্ভ্ৰান্তসকলে কিম্বা অইন ক্ষমতাসপন্ন ব্যক্তিয়ে, আয়তনত ক্ষুদ্ৰ হলেও, স্বাধীন ৰাজ্য একোখন পাতি হিন্দুৰ কৃষ্টি আৰু মৰ্যাদা ৰক্ষা কৰি আহিছিল। পূৰ্বৰ সেই সমৃদ্ধি বিনষ্ট হলেও ভাৰতৰ অইন অঞ্চলৰ ৰাজ্যবোৰতকৈ এই ৰাজ্যবোৰ পুনৰ যথেষ্ট সমৃদ্ধিশালী হৈ উঠিছিল। মোগলৰ অভিযান বাহিনী উলটি যোৱাৰ পিছত, বিজাপুৰ আৰু গোলকুণ্ডাই এই ক্ষুদ্ৰ স্বাধীন হিন্দু ৰাজ্য-বোৰ গ্ৰাস কৰি দক্ষিণলৈ নিজ নিজ অধিকাৰ বিস্তাৰ কৰিবলৈ যত্নবান হ'ল। বিজাপুৰৰ চুলতান মহম্মদ আদিলছাহ পৰধৰ্ম বিদ্বেষী ৰজা আছিল আৰু অধিকতৰ পৰধৰ্ম বিৰোধী আছিল এওঁৰ মন্ত্ৰী মুস্তাফা খাঁ। এওঁৰ প্ৰৰোচনাত দক্ষিণ উপকূল অধিকাৰ কৰাৰ উদ্দেশ্যে চুলতানে তেওঁৰ সেনাপতি ৰণদুল্লা খাঁ আৰু তেওঁৰ সহকাৰী স্বৰূপে সাহাজী ভোন্‌চলাক দক্ষিণ উপকূললৈ অভিযান কৰিবলৈ আদেশ দিলে। চুলতানৰ প্ৰকাশ্য উদ্দেশ্য আছিল, এই স্বাধীন হিন্দুৰাজ্য কেইখনৰ ধনে-জনে বিনাশ সাধন কৰি ইচলামধৰ্মৰ গৌৰব বঢ়োৱা।[১]

এই কালছোৱাত (১৬৩৭-১৬৪০) বিজয়নগৰৰ শেষ ৰজা বেঙ্কটাপতি আৰু তেওঁৰ পুত্ৰ শ্ৰীৰঙ্গৰায়ে পেনুকোণ্ডাত ৰাজধানী পাতি

(১) Their avowed aim was to enhance the glory of Islam by putting down the Hindus, desecrating their temples, and bringing their hoarded wealth to Bijapur.

New History of Marathas—Sardesai (P. 71)

ৰাজত্ব চলায়। তেতিয়া ইকেৰিৰ ৰজা আছিল বীৰভদ্ৰ নায়ক আৰু চিৰাত' ৰাজত্ব কৰিছিল কস্তুৰিৰঙ্গ নায়কে। ৰণদুল্লাখাঁই এই ৰাজ্য কেইখনৰ বিৰুদ্ধে তিনিবাৰ অভিযান চলাই এই হিন্দু ৰাজ্য কেইখন প্ৰায় ধ্বংস কৰে। তিনি শ বছৰ পূৰ্বে আলা-উদ্দিন খিলিজীয়ে যি নৃশংস অত্যাচাৰ উৎপীড়ন কৰিছিল, ৰণদুল্লাই তাৰ পুনৰ অভিনয় কৰিলে।[১] এই অভিযান বোৰত নৃশংসতাৰ পৰিচয় দিছিঁল অন্যতম সেনাপতি আফজল খাঁই যাৰ ওপৰত শিৱাজীয়ে প্ৰতিশোধ লবলৈ পাহৰা নাছিল। এই অভিযানত বিজাপুৰৰ অন্যতম সহকাৰী সেনাপতি সাহাজী ভোন্ চলাই ৰজা কেম্পগৌৰক পৰাস্ত কৰি বাঙ্গালোৰ অধিকাৰ কৰি লয়।

বিজাপুৰৰ এজন প্ৰতিপত্তিশালী বিষয়া স্বৰূপে সাহাজীয়ে বাঙ্গা-লোৰত তেওঁৰ শাসনকেন্দ্ৰ স্থাপন কৰে। সেই অঞ্চলত তেওঁ মাৰাঠী ভাষা প্ৰচলন কৰিছিল আৰু মহাৰাষ্ট্ৰৰপৰা বহুজন সামৰিক আৰু ভিন্ন শ্ৰেণীৰ বিষয়া তালৈ আহৰণ কৰিছিল। সেই অঞ্চলৰ সাধাৰণ প্ৰজাসমূহ তেওঁৰ শাসনত সন্তুষ্ট আছিল। বিজাপুৰৰ চুলতানৰ প্ৰতি সাহাজীৰ শ্ৰদ্ধা আছিল যদিও, শেহত তেওঁ চুলতানৰ বিশ্বাস হেৰুৱালে। ইতিমধ্যে পুণাত শিৱাজী বিজাপুৰ ৰাজশক্তিৰ বিৰোধী হয়। বিৰোধ ক্ৰমে ইমানলৈ বাঢ়িল যে বিজাপুৰ চুলতানৰ অনুগ্ৰহ পাবলৈ হলে, সাহাজীয়ে শিৱাজীৰ এই বিদ্ৰোহত বাধা দিয়াৰ নিতান্ত আৱশ্যক হব। সাহাজীৰ ধাৰণা আছিল, তেওঁৰ পুত্ৰসকলেও তেওঁৰে নিচিনা সামৰিক আৰু শাসন কাৰ্যত নিপুণতা লাভ কৰি বিজাপুৰৰ বিশিষ্ট বিষয়াৰ বাব লাভ কৰিব ; কিন্তু শিৱাজীৰ ৰাজ-দ্ৰোহৰ কাৰণে, কেৱল শিৱাজীয়ে নহয়, তেওঁ নিজেও ৰাজ-ৰোষত পৰিব বুলি তেওঁৰ মনত সন্দেহ হ'ল। অনভিজ্ঞ শিৱাজীক আৱশ্যকীয় উপদেশৰ দ্বাৰা তেওঁৰ মতাৱলম্বী কৰিবৰ উদ্দেশ্যে, তেওঁ শিৱাজীক লৈ সপৰিয়ালে বাঙ্গালোৰলৈ আহিল। এই পৰস্পৰ দৰ্শনৰ ফল কি হৈছিল সঠিক বুজা নেযায়। সম্ভৱতঃ পৰস্পৰৰ কল্যাণৰ অৰ্থে, সাহাজীয়ে শিৱাজীক বিজাপুৰৰ বশ্যতা মানিবলৈ নিৰ্দেশ দিছিল। এনেতে দক্ষিণ অঞ্চলৰ ৰাষ্ট্ৰীয় অৱস্থা বুজিবৰ কাৰণে চুলতানে সাহা-জীক সপৰিয়ালে বিজাপুৰলৈ আহবান কৰি আনিলে। সাহাজীৰ পৰিয়ালবৰ্গ কিছুকাল বিজাপুৰত থকাৰ পিছত আকৌ পুণালৈ উভতি যায়।

(১) In order to preserve their honour the Hindu women killed themselves by jumping into wells with their children. The whole territory was similarly ravaged and subjugated.

New History of Marathas—Sardesai (P 71)

সাহাজী বিজাপুৰত থকা কালত (১৬৪২ খৃঃ) কৰ্ণাটকত মুছলমান আধিপত্যৰ বিৰুদ্ধে এটা সবল আন্দোলনৰ সূচনা হয়। বিজয়নগৰৰ ৰজা দ্বিতীয় বেঙ্কটাপতিৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰ শ্ৰীৰঙ্গ ৰায়ে সিংহাসন অধিকাৰ কৰে (১৬৪২ খৃঃ)। এওঁ স্বাধীনতাপ্ৰিয় ৰজা আছিল। কৰ্ণাটকৰপৰা মুছলমান আধিপত্য উচ্ছেদ কৰিবৰ উদ্দেশ্যে, বিজাপুৰ চুলতানৰ বিৰুদ্ধে বিদ্ৰোহৰ সৃষ্টি কৰিলে। অনুৰূপ কাৰ্য কৰিলে বেদনুৰৰ নায়ক শিবাপ্পা নায়কে। এই বিদ্ৰোহৰ বিৰুদ্ধে কঠোৰ বিধান লব লাগে বুলি, চুলতানে সমদলে কৰ্ণাটকলৈ অভিযান কৰিবৰ কাৰণে ধৰ্মান্ধ মন্ত্ৰী মুস্তাফাক আদেশ দিলে। মুস্তাফা খাঁই চুলতানক জনালে যে এই হিন্দু বিদ্ৰোহত পৰোক্ষে নহলেও অপৰোক্ষে সাহাজী ভোন্‌চলা লিপ্ত আছে। যিহক, বিজাপুৰ-গোলকুণ্ডাৰ যুটীয়া চেষ্টাত মুস্তাফা খাঁই এই বিদ্ৰোহ দমন কৰিলে। কিন্তু যুৱক শ্ৰীৰঙ্গ ৰায় পৰাজিত হলেও, ৰাজ্য উদ্ধাৰৰ আশা পৰিত্যাগ কৰা নাছিল। তেওঁ পুনৰ সামৰিক শক্তি সংগঠন কৰি, ভেলোৰ অধিকাৰ কৰিলে। শ্ৰীৰঙ্গ ৰায়ক শান্তিৰ পথলৈ অনাৰ উদ্দেশ্যে, সাহাজীয়ে তেওঁৰ সৈতে সন্ধিৰ আলোচনা চলাইছিল; কিন্তু সাহাজীৰ শত্ৰু পক্ষই তেওঁ বিদ্ৰোহৰ সঞ্চালক বুলি চুলতানৰ মনত সন্দেহৰ সৃষ্টি কৰিলে।

শ্ৰীৰঙ্গ ৰায়ক সমূলে বিনাশ কৰিবৰ কাৰণে চুলতানে মুস্তাফা খাঁ আৰু আফজল খাঁৰ ওপৰত সম্পূৰ্ণ সামৰিক দায়িত্ব অৰ্পণ কৰিলে। তদুপৰি চুলতানে এওঁলোকক গোপনে নিৰ্দেশ দিলে যে সাহাজীয়ে এই বিদ্ৰোহত লিপ্ত থকাৰ প্ৰমাণ থাকিলে অনতিবিলম্বে তেওঁক বন্দী কৰি চুলতানৰ ওচৰলৈ পঠিয়াব লাগে। চুলতানে এই সন্দেহ কৰাৰ আন কাৰণ আছিল যে প্ৰায় একে সময়তে মহাৰাষ্ট্ৰত বিজাপুৰ বিৰোধী শিৱাজীয়ে বিজাপুৰৰ হাতৰ পৰা কোণ্ডানা (সিংহগড়) দুৰ্গ অধিকাৰ কৰি লৈছিল। এনে অৱস্থাত, বিজাপুৰ বাহিনীৰ সৈতে সাহাজী ভোন্‌চলা আৰু গোলকুণ্ডাৰ সেনাপতি মিৰজুমলাই একযোগে শ্ৰীৰঙ্গ ৰায়ক পৰাস্ত কৰি ভেলোৰ অধিকাৰ কৰিলে। নিৰুপায় শ্ৰীৰঙ্গই সাহাজীৰ জৰিয়তে বিজাপুৰ সেনাপতি মুস্তাফা খাঁৰ অনুগ্ৰহ বিচাৰি সন্ধিৰ প্ৰস্তাৱ দিলে; খাঁই সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে। তেতিয়া বিজাপুৰ বাহিনী জিঞ্জিৰ অৱৰোধত ব্যস্ত আছিল। এই কাৰ্যৰ পৰিচালনাৰ ক্ষেত্ৰত, মুস্তাফা খাঁৰ সৈতে সাহাজীৰ বিৰোধ হয়। তেওঁৰ প্ৰতি সাহাজীৰ অৱমাননাৰ কাৰণে, সাহাজী শিবিৰত শুই থাকোঁতে, মুস্তাফা খাঁই মুদহোলৰ ৰজা বাজি ঘোৰপাড়েৰ হতুৱাই, অকস্মাৎ এদিন শেষ নিশা সাহাজীক বন্দী কৰে। এনেতে মুস্তাফা খাঁৰ মৃত্যু হয় আৰু তেওঁৰ পৰৱৰ্তী মন্ত্ৰী

মহম্মদ খাঁই জিঞ্জি জয় কৰি অগাধ ধন-ৰত্নৰে সৈতে আফ্রজল খাঁৰ তত্ত্বাবধানত বন্দী সাহাজীক বিজাপুৰ চুলতানৰ ওচৰলৈ পঠিয়াই দিয়ে।

বিজাপুৰত সাহাজী অবৰুদ্ধ হ'ল, যদিও তেওঁৰ জ্যেষ্ঠ পুত্র সম্ভাজীয়ে বিজাপুৰক বাঙ্গালোৰ হস্তান্তৰ কৰিবলৈ অস্বীকাৰ কৰিলে। আন ফালে মহাৰাষ্ট্রত তেওঁৰ কনিষ্ঠ পুত্র শিৱাজীয়ে বিজাপুৰৰ সিংহগড় আৰু পুৰন্দৰ দুৰ্গ অধিকাৰ কৰি বহিছিল। গতিকে সাহাজীৰ নিজৰ দায়-দোষৰ উপৰিও, তেওঁৰ দুই পুত্রৰ ৰাজদ্রোহৰ কাৰণে সম্প্রতি তেওঁৰ মুক্তিৰ পথ ৰুদ্ধ হ'ল। শিৱাজীয়ে বন্দী পিতাকৰ নিৰ্যাতনৰ বাতৰি পাই, কূটনীতিৰে তেওঁৰ মুক্তিৰ পথ উলিয়াব বিচাৰিলে। মোগল আৰু বিজাপুৰৰ শত্রুতা তেওঁৰ ভালদৰে জনা আছিল। পিতাকৰ মুক্তিৰ কাৰণে তেওঁ দাক্ষিণাত্যত মোগল সম্রাটৰ প্রতিনিধি মোৰাদ বক্সক আবেদন জনালে। তেওঁ মোগল ৰাজ প্রতিনিধিৰপৰা সন্তোষজনক উত্তৰ পালে যে মোগলে তাৰ সমুচিত প্রতিকাৰ কৰিব। চুলতান মহম্মদ আদিল ছাহ তেতিয়া শয্যাগত অৱস্থাত আছিল। সাহাজীৰ নিচিনা প্রতিপত্তিশালী বিষয়া এজনৰ ওপৰত পৰাপক্ষে কঠোৰ বিধানৰ আদেশ দিয়াৰ অভিপ্রায় তেওঁৰ নাছিল; আৰু ৰাজ দৰবাৰৰ বিষয়া কিছুমানেও তেনে পন্থা সমৰ্থন নকৰিছিল। অৱশেষত চুলতানে সাহাজীক চৰ্ত দিলে যে তেওঁৰ পুত্রদ্বয়ে যদি অনধিকাৰে ভোগ কৰা বিজাপুৰ অধিকাৰ ভুক্ত বাঙ্গালোৰ আৰু সিংহগড় প্রত্যৰ্পণ কৰে, তেন্তে তেওঁ কয়েদৰপৰা মুক্তি পাব আৰু তেওঁ পূৰ্বৰ পদত নিযুক্ত হ'ব। এই চৰ্ত পালন কৰিবলৈ সাহাজীৰ বেচি পলম নেলাগিল। তেওঁৰ আদেশত সম্ভাজী আৰু শিৱাজীয়ে বিপন্ন পিতৃৰ উদ্ধাৰৰ কাৰণে বাঙ্গালোৰ আৰু সিংহগড় চুলতানক প্রত্যৰ্পণ কৰিলে। এই উপায়ে সাহাজীয়ে ৰাজ কাৰ্যত পুনৰ অধিষ্ঠিত হৈ কিছুকাল বিজাপুৰত কটোৱাৰ পিছত, বিজাপুৰৰ কৰ্ণাটক অধিকাৰ সম্পূৰ্ণ কৰিবৰ কাৰণে তেওঁ কৰ্ণাটকলৈ যাবৰ বাবে আদিষ্ট হয়। কৰ্ণাটকলৈ আহি কণকগিৰি নামেৰে ঠাইত তেওঁৰ শাসনকেন্দ্র স্থাপন কৰে। কণকগিৰিৰ পলিগড় আপ্পা খাঁই বিজাপুৰৰ এই আক্রমণৰ বিৰুদ্ধে থিয় হয়। সাহাজী আৰু সম্ভাজীয়ে যৎপৰোনাস্তি চেষ্টা কৰিও এই প্রতিৰোধ ব্যৰ্থ কৰিব নোৱাৰিলে। এওঁলোকৰ সামৰিক পৰিপুষ্টিৰ কাৰণে বিজাপুৰৰপৰা সেনাপতি আফজল খাঁ আহি ৰণত যোগ দিয়ে। এই সংঘৰ্ষত সম্ভাজীৰ মৃত্যু হয়, আফজল খাঁই সম্ভাজীক সময়োপযোগী সহায় নিদিয়াৰ বাবে সম্ভাজীৰ মৃত্যু হয় বুলি আফজল খাঁৰ ওপৰত জিজাবাই আৰু শিৱাজীৰ ৰোষ প্রকাশ পাইছিল।

সাহাজী আৰু তেওঁৰ তৃতীয় পুত্ৰ একোজীয়ে (বেঙ্কোজী) স্থানীয় নায়কসকলৰ বিদ্ৰোহ দমন কৰি টাঞ্জোৰ অধিকাৰ কৰিব পৰা নাছিল। ইতিমধ্যে মহম্মদ আদিল ছাহৰ মৃত্যু হয়। আনফালে মহাৰাষ্ট্ৰত শিৱাজীৰ স্বৰাষ্ট্ৰ স্থাপনৰ পৰিকল্পনা সম্পূৰ্ণৰূপে কাৰ্যত পৰিণত হয়। বিশেষকৈ আফজল খাঁৰ হত্যাৰ পিছত, শিৱাজীৰ শক্তি আৰু প্ৰতিপত্তিলৈ চাই, শিৱাজীৰ প্ৰতি শত্ৰুতা আচৰণ নকৰি বিজাপুৰ চৰকাৰে শিৱাজীক মিত্ৰ ৰজা ৰূপে ব্যৱহাৰ কৰিবলৈ সিদ্ধান্ত ললে। এই অভিপ্ৰায় সিদ্ধিৰ বাবে সাহাজী ভোন্‌চলাই উচিত ব্যক্তি, গতিকে শিৱাজীৰ সৈতে বিজাপুৰ প্ৰীতিস্থাপনৰ কাৰণে বিজাপুৰ চৰকাৰৰ প্ৰতিনিধি স্বৰূপে সাহাজী ভোন্‌চলাক শিৱাজীৰ ওচৰলৈ পঠিয়াই দিলে।

প্ৰায় বাৰ বছৰ পিছত পত্নী জিজাবাই আৰু পুত্ৰ শিৱাজীৰ সৈতে মহাৰাষ্ট্ৰত সাহাজীৰ এই অৰ্থপূৰ্ণ পুনৰ্মিলন হ'ল। শিৱাজীৰ নব-প্ৰতিষ্ঠিত স্বৰাষ্ট্ৰৰ শাসন পদ্ধতি আৰু প্ৰতিৰক্ষাৰ বাবে সামৰিক ব্যৱস্থা দেখি পিতাক সাহাজীয়ে অসীম সন্তুষ্টি লাভ কৰিলে; ততোধিক, শিৱাজীৰ প্ৰতি জনতাৰ ৰাজভক্তি আৰু ৰাজ্যৰ যোজনা কাৰ্যত প্ৰজা সমূহৰ অপাৰ উৎসাহ আৰু উদ্দীপনাই তেওঁৰ অন্তৰত গভীৰ আশাৰ সঞ্চাৰ কৰিলে। তেওঁ মহাৰাষ্ট্ৰত থকা কালছোৱাৰ ভিতৰত পুতেকৰ সৈতে ৰাজ্যৰ নানা ঠাইত ভ্ৰমণ কৰি, বিশেষকৈ প্ৰয়োজনীয় কেন্দ্ৰবোৰত দেশ ৰক্ষাৰ বাবে সামৰিক আয়োজন সম্পৰ্কে আৰু তেওঁৰ বহু দিনৰ ৰাজকাৰ্য পৰিচালনাৰ অভিজ্ঞতাৰপৰা নানা প্ৰকাৰ কূট কৌশলৰ প্ৰয়োজ্যৰ বিষয়ে বহুল পৰামৰ্শ আগবঢ়ায়। ৰাজ্যৰ সুশাসনৰ কাৰণে ৰাজ্যৰ উপযুক্ত স্থান নিৰ্ণয় কৰা অতি আৱশ্যকীয় বিষয় গতিকে, পিতা-পুত্ৰ উভয়ে মিলি ৰায়ৰী পৰ্বত উপত্যকাত ৰাজধানী স্থাপনৰ সিদ্ধান্ত লয়। এই ঠাইয়ে মহাৰাষ্ট্ৰৰ ইতিহাসত "ৰায়গড়" বুলি সুপ্ৰসিদ্ধ হয়।

শিৱাজীৰ সৈতে কেবা মাহ থকাৰ পিছত, সাহাজী মহাৰাষ্ট্ৰৰ পৰা উভতি যায়। তেওঁ যি উদ্দেশ্যে মহাৰাষ্ট্ৰলৈ আহিছিল, সেই উদ্দেশ্য কিছু পৰিমাণে সিদ্ধি হয়। শিৱাজীয়ে পিতাকক প্ৰতিশ্ৰুতি দিছিল যে বিজাপুৰে তেওঁক অযথা হায়ৰাণ বা ক্ষতিগ্ৰস্ত নকৰিলে তেওঁ বিজাপুৰ বিৰোধী নহয়। তেওঁৰ ৰাষ্ট্ৰৰ নিৰাপত্তাৰ কাৰণে সমশেষত, বিজাপুৰ অধিকাৰভুক্ত পানহাল্লা দুৰ্গ অধিকাৰ কৰি, তেওঁৰ এই প্ৰতিশ্ৰুতিৰ ব্যতিক্ৰম কৰিছিল। সাহাজী উভতি অহাৰ পিছত, তেওঁ বেদনূৰৰ নায়কৰ প্ৰবল বিদ্ৰোহ দমন কৰিবলৈ নিয়োজিত হয়। তেওঁৰ কৰ্তব্য সমাধান কৰি আহোঁতে তেওঁ ব্যচকপট্টনত জিৰণি

লৈছিল। তেওঁ বৰ চিকাৰপ্ৰিয় আছিল। এদিন চিকাৰ ক্ষেত্ৰত হঠাৎ ঘোঁৰাৰে সৈতে পৰি থিতাতে তেওঁৰ মৃত্যু হয় (১৬৬৪।২৩ জানুৱাৰী)।

সাহাজীৰ অতুলনীয় কাৰ্য দক্ষতাৰ কাৰণে গুণগ্ৰাহী মালিক আদ্বৰে তেওঁক অদ্বিতীয় স্থান দিছিল। কৰ্ণাটকত সৰ্ব প্ৰকাৰে তেওঁ মাৰাঠাৰ প্ৰতিপত্তি বিস্তাৰ কৰে। নামত বিজাপুৰৰ অধীন আছিল যদিও, কাৰ্যতঃ কৰ্ণাটকত স্বাধীন ৰজাৰ দৰে তেওঁ ৰাজ্য ভোগ কৰিছিল। তেওঁৰ অচিন্তিত হলেও জিঞ্জিৰ মাৰাঠা কেন্দ্ৰই এদিন মাৰাঠা জাতিক মোগল আক্ৰমণৰ জীৱন-মৰণ সঙ্কটৰপৰা উদ্ধাৰ কৰিছিল।

সাহাজী ভোন চলাই মাৰাঠা ৰাজ বংশৰ প্ৰতিষ্ঠাতা। দৰাচলতে, ৰজা এজনে সম্ৰাট ঔৰংজেবৰ প্ৰতিদ্বন্দ্বিতা কৰাতকৈ জায়গীৰদাৰ এজনে সম্ৰাট সাজাহানৰ বিৰোধিতা কৰা কম প্ৰশংসনীয় নহয়। জায়গীৰদাৰ সাহাজীৰ প্ৰেৰণাৰ কাৰণে শিৱাজীয়ে ভাৰতত জাতীয় শক্তি এটা গঢ়ি তুলিব পাৰিছিল। যথাৰ্থতে সাহাজী যে শ্ৰেষ্ঠতৰ পুত্ৰৰ শ্ৰেষ্ঠ পিতৃ আছিল তাত সন্দেহ নাই।

## চতুর্থ অধ্যায়

# শিৱাজীৰ জন্ম আৰু বাল্যকাল

(১৬২৭—১৬৫৩)

**শিৱাজীৰ জন্ম :**—ভাৰত ইতিহাসৰ এছোৱা সঙ্কট কালত শিৱাজীৰ জন্ম হয়। এই সময়তে সম্রাট জাহাংগীৰৰ মৃত্যু হয় (১৬২৭।২৯ অঃ) আৰু তেওঁৰ পলাতক পুত্ৰ সাজাহান দুৰুহ অৱস্থা ছেদ কৰি দিল্লীৰ সিংহাসন অধিকাৰ কৰে। তেতিয়া দক্ষিণ ভাৰতৰ গুৰুতৰ ৰাষ্ট্ৰীয় উৎক্ষেপণৰ মাজত মালিক অম্বৰৰ মৃত্যু হয় আৰু পিছতেই বিজাপুৰ চুলতান ইব্ৰাহিম আদিল ছাহো মৃত্যু মুখত পৰে (১৬২৭।১২ চেঃ)। তেতিয়া আহমদনগৰৰ লুপ্তপ্ৰায় অৱস্থাত, সেই ৰাজ্যৰ স্বাধীনতা ৰক্ষাৰ কাৰণে সাহাজী ভোন্চলাই বিপুল মোগল বাহিনীৰ বিৰুদ্ধে যুদ্ধ পৰিচালনা কৰিছিল। মোগলৰ সৈতে ৰণত তেওঁৰ অবৰ্ণনীয় দুখ দুৰ্গতিৰ মাজত শিৱাজীয়ে মাতৃগৰ্ভত স্থান পায়। অতিষ্ঠ সাহাজীয়ে জিজাবাইৰ নিৰাপত্তাৰ কাৰণে পুণা জিলাৰ উত্তৰ সীমান্তত জুনাৰৰ ওচৰৰ পৰ্বতীয়া শিৱনেৰ দুৰ্গত জিজাবাইৰ আশ্ৰয়স্থান স্থিৰ কৰি, নিজে কেউফালে ঘূৰি ফুৰিছিল। এনে পাৰিপাৰ্শ্বিক জটিল অৱস্থাৰ মাজত শিৱনেৰ দুৰ্গত শিৱাজীৰ জন্ম হয় (১৬২৭।৬ এপ্ৰিল)।[১] তেওঁৰ জন্মৰ পূৰ্বে মাতৃ জিজাবাইয়ে আগন্তুক সন্তানৰ মঙ্গলৰ অৰ্থে স্থানীয় শিৱাই দেৱীক আৰাধনা কৰি দেৱীৰ অনুগ্ৰহ লাভ কৰিছিল বুলি নৱপ্ৰসূত সন্তানৰ নামকৰণ কৰিছিল— 'শিৱাজী'।

---

(১) শিৱাজীৰ জন্মৰ সঠিক তাৰিখ নিৰ্ণিত হোৱা নাই। পণ্ডিতসকলে গৱেষণা কৰি ১৬২৭ খৃষ্টাব্দকে সঠিক বছৰ বুলি স্থিৰ কৰিছে। ১৬৩০ খৃষ্টাব্দ বুলি কিছুমানে নিৰ্দ্ধাৰণ কৰা চনটো হেনো ভুল। চাৰ যদুনাথ, কুলকাৰ্ণী, সাৰদেশাই আৰু জাষ্টিচ্ ৰাণাডে প্ৰমুখ্যে শিৱাজীৰ জীৱনী লিখক সকলে ১৬২৭ খৃঃ শিৱাজীৰ জন্ম চন বুলি গ্ৰহণ কৰিছে। চাৰ যদুনাথে উল্লিখিত জন্ম তাৰিখ ১০ এপ্ৰিল আৰু কুলকাৰ্ণী আৰু সাৰদেশাইৰ উল্লিখিত জন্ম তাৰিখ ৬ এপ্ৰিল। জাষ্টিচ ৰাণাডেই তাৰিখ উল্লেখ কৰা নাই।

আহমদনগৰ ৰাজ্যৰ স্বাধীনতা অক্ষুণ্ণ ৰাখিবলৈ যি জনে এজন ৰজা পাতি মোগল সম্রাটৰ বিৰুদ্ধাচৰণ কৰিছিল সেই সাহাজী ভোন্‌চলাই প্রায়ে গৃহহীন অৱস্থাত ৰণ ক্ষেত্রত দিন যাপন কৰিব লগীয়া হৈছিল।[১] অবৰুদ্ধ হোৱাৰ আশঙ্কাত জিজাবাই শিৱনেৰ দুর্গ পৰিত্যাগ কৰি স্বামীৰ অনুগামিনী হৈছিল যদিও, দূৰদূৰান্তৰ ৰণক্ষেত্রত সাহাজীৰ ব্যস্ততাৰ কাৰণে বহু সময়ত নাবালকে সৈতে তেওঁ নিৰাশ্রয়া হয়। স্বামী বিহীন অৱস্থাত, ধাবমান আক্রমণকাৰীৰ সমুখত শিৱাজীক পলুৱাই ৰাখি আত্মগোপন কৰিছিল। সাহাজীৰ ক'তো এনে নিৰাপদ বাসস্থান নাছিল য'ত কেঁচুৱা শিৱাজীৰ সৈতে জিজাবাইক নিসন্দেহে ৰাখিব পাৰে। জিজাবাইৰ পিতৃ যাদব ৰাৱে আহমদনগৰৰ বিৰুদ্ধে মোগল পক্ষ সমর্থন কৰাৰ ফলত, সাহাজীৰ সৈতে ঘৰুৱা সম্পর্কৰ বিচ্ছেদ ঘটে আৰু তাৰ প্রতিফল স্বৰূপে জিজাবাই পিতাকৰ সহৃদয়তা আৰু সহানুভূতিৰপৰা বঞ্চিত হয়। পৰস্পৰ বিৰোধী মোগলৰ বন্ধু আৰু নিজামৰ বন্ধু জোঁৱায়েকৰ শত্রুতা তীব্রতৰ নহলে জিজাবাই কোণ্ডানা দুর্গত মোগলৰ বন্দিনী নহ'লহেঁতেন। সম্ভৱতঃ ৰাজপুত্র হৈও, জন্মৰ পৰাই শিৱাজীয়ে ঘোৰ সঙ্কটময় কঠোৰ জীৱন যাপন কৰাৰ কাৰণে তেওঁ ভবিষ্যৎ জীৱনত সুখ-সম্ভোগ পৰিত্যাগ কৰি, স্বৰাষ্ট্রৰ অর্থে জীৱন বিপন্ন কৰিব পাৰিছিল।

সাহাজীৰ জ্যেষ্ঠ পুত্র সম্ভাজী তেওঁৰ সহায়ক স্বৰূপে তেওঁৰ কর্মক্ষেত্রত অংশ গ্রহণ কৰিব পৰা হৈছিল; কিন্তু শিৱাজী আৰু জিজাবাই তেওঁৰ পক্ষে বব নোৱাৰা ভাৰ বুলি তেওঁ অনুভৱ কৰিব ধৰিলে। জিজাবাইৰ অসহনীয় দুখ-কষ্টৰ মাজত, অকল পিতাকৰ মৰম-চেনেহৰ পৰাই বঞ্চিত হোৱা নহয়, তেওঁৰ স্বামীৰ পৰাও

---

(১) When Shahaji Raja reached his twentieth years, Nizamshah Bahiri died. He left two sons, seven years old, born of different mothers. The King's two widows placed the King's two sons on Shahaji's knees and appointed him Vazir. He received the obeisance of the different dependent Chiefs. Jadavrao his father-in-law was annoyed. He obtained the assistance of Mir Jumla from emperor Shajahan against him. Shahaji went to Kalyan and then Mahuli and finally to Bijapur. On his way from Mahuli to Bijapur Jijawa was seized with violent pains as she was gone seven months with the child Shivaji. Shahaji had to leave her behind with a small escort. Her father after being rebuked by other Sardars, sent for her and sent her under an escort to Shivnnar where Shivaji was born in 1926.

Records of Bombay secretariat—G. W. Forest.

Quoted in Appendix—Grant Duff.

বৰ আদৰ পাইছিল বুলি কব নোৱাৰি। তাৰ ঘাই কাৰণ, তেওঁ সাহাজীৰ যুদ্ধ-জীৱনত বাধা হৈ পৰাৰ লগে লগে, সাহাজীয়ে যেতিয়া দ্বিতীয়া পত্নী গ্ৰহণ কৰিলে, তেতিয়া জিজাবাইৰ প্ৰতি সাহাজীৰ অনুৰাগ পাতলি যায় আৰু জিজাবাইয়ে পৰিত্যক্ত পত্নীৰ দৰে জীৱন নিৰ্বাহ কৰিবলগীয়াত পৰে। সাহাজীৰ ইচ্ছা আছিল তেওঁৰ পুত্ৰদ্বয়ে উচিত সামৰিক শিক্ষা লাভ কৰি, তেওঁৰে দৰে বিজাপুৰ চুলতানৰ অধীনত প্ৰতিপত্তিশালী বিষয়াৰ মৰ্যাদা ভোগ কৰিব। কিন্তু জিজাবাইৰ অভিপ্ৰায় আছিল অন্যৰূপ। যিমানেই যি হলেও, তেওঁৰ অন্তৰত যাদব ৰাজবংশীয় গৌৰৱ আৰু অহঙ্কাৰ অগ্নি শিখাৰ দৰে জ্বলি আছিল। মাতৃৰ হৃদয়ত সততে সন্তানৰ প্ৰতিভাৰ অনুভূতি হয়। শিৱাজীৰ বাল্য চৰিত্ৰৰপৰা তেওঁ উপলব্ধি কৰিছিল যে তেওঁৰ এই সন্তানে পৰাশ্ৰিত জীৱন যাপন নকৰি, স্বদেশ আৰু স্বধৰ্মৰ ৰূপান্তৰ ঘটাব। তেওঁৰ এই ভাবিলাসৰ কাৰণে, শিৱাজীৰ মনত স্বধৰ্মৰ অনুৰাগ সৃষ্টি কৰি, পিতৃ পথ অনুগমনীয় নহয় বুলি তেওঁ শিৱাজীৰ বিশ্বাস জন্মাইছিল।[১]

সাহাজী আৰু জিজাবাইৰ ক্ৰমবিচ্ছেদৰ লগে লগে সাহাজীৰ কৰ্মক্ষেত্ৰৰ পৰিবৰ্তন হ'ল। নিজাম ছাহী ৰাজ্যৰ পতনৰ পিছতে তেওঁ বিজাপুৰৰ অধীনত পদ লোৱাৰ লগে লগে চুলতানৰপৰা নিৰ্দেশ পাইছিল যে বিজাপুৰৰ স্বাৰ্থৰ হকে তেওঁ দক্ষিণলৈ অভিযান কৰিব লাগে। এই নতুন পৰিস্থিতি সাহাজীৰ পক্ষে বৰ উপযুক্ত বুলি তেওঁ বিবেচনা কৰিলে; জিজাবাই আৰু শিৱাজীক এৰি থৈ অবিলম্বে তেওঁ চুলতানৰ আদেশ পালিবলৈ সাজু হ'ল। মোগলৰ সৈতে আহমদনগৰ ৰণত পৰাস্ত হৈ সন্ধিসূত্ৰে সাহাজীয়ে যি এটা দুৰ্গ মোগলক অৰ্পণ কৰিবলগীয়া হয়, তাৰ ভিতৰত শিৱাজীৰ জন্মস্থান শিৱনেৰ দুৰ্গ অন্তৰ্ভুক্ত আছিল। এনে অৱস্থাত কোনো সমৃদ্ধিশালী ঠাইত তেওঁৰ নিজ ভৱন নথকাত, তেওঁৰ পৈতৃক জায়গীৰ পুণাতেই জিজাবাই আৰু শিৱাজীৰ বাসস্থান নিৰ্দ্ধাৰিত কৰিলে। উত্তৰে জুনাৰ আৰু দক্ষিণে ওৱাইলৈকে বিস্তৃত চাকাণ, চুপা, বাৰামতি আৰু ইন্দপুৰ, এই কেইখন তালুকৰ সমষ্টিয়ে আছিল সাহাজীৰ জায়গীৰ। তেওঁ নিজে তাত বসতি কৰিবৰ অনুমতি নেপাইছিল; সেই হেতুকে এই জায়গীৰ

(১) Her husband's neglect drove the mind of Jijabii inwards and deepened her natural religious spirit, which she imperted to her son.
Shivaji—Sir Jadunath (P 20)

পৰিচালনা কৰিবলৈ তেওঁ মালথানৰ প্ৰাক্তন কুলকাৰণী দাদাজী কোন্দদেৱ নামেৰে অতি চৰিত্ৰবান ব্যক্তি এজনক নিযুক্ত কৰিছিল। তেওঁ সাহাজীৰপৰা আদেশ পালে যে অবিলম্বে জিজাবাই আৰু শিৱাজীক শিৱনেৰৰপৰা পুণালৈ স্থানান্তৰ কৰি তেওঁৰ তত্বাবধানত ৰাখিব লাগে। শিৱাজীৰ বয়স তেতিয়া প্ৰায় দহ বছৰ। আদেশ অনুযায়ী দাদাজীয়ে জিজাবাই আৰু শিৱাজীক পুণালৈ স্থানান্তৰ কৰিলে (১৬৩৭)।

তেতিয়া হিংস্ৰ জন্তু আৰু অৰণ্যময় পুণা, বাসস্থানৰ কাৰণে সম্পূৰ্ণ অনুপযোগী আছিল। জিজাবাই আৰু শিৱাজীয়ে প্ৰথমে অস্থায়ীভাৱে দাদাজীয়ে বাস কৰা গাঁও খনতেই আশ্ৰয় লয়। এওঁলোকৰ বসবাসৰ কাৰণে দাদাজীয়ে শীঘ্ৰে পুণাৰ সংস্কাৰ কাৰ্য আৰম্ভ কৰে আৰু লগতে শিৱাজী আৰু জিজাবাইৰ ব্যৱহাৰ্য বাস ভৱন এটা নিৰ্মাণ কৰালে। এই বাসভৱনৰ নাম হ'ল 'লাল মহল'। পুণাৰ লোকালয় বিহীন ঠাইবোৰত খেতিবাতিৰে ভৰপূৰ সুশোভন নতুন গাঁওবোৰ আকৌ সংস্থাপিত হ'ল। দাদাজীয়ে জনসাধাৰণৰ সুশাসনৰ ব্যৱস্থা হাতত ললে। তেওঁৰ নতুন কৰ্মপদ্ধতি আৰু নৈতিক আচৰণত মুগ্ধ হৈ পৰ্বতীয়া জাতিবোৰ ভৈয়ামলৈ আহি সঙ্কটৰ হাত সাৰিল। দাদাজী যেনে ন্যায় পৰায়ণ, জিজাবাইও তেনে উদাৰ আৰু সৰল প্ৰকৃতিৰ আছিল। উভয়ৰে প্ৰজাসমূহৰ প্ৰতি সহানুভূতিৰ কাৰণে অচিৰাৎ তেওঁলোকে প্ৰজাৰ ওপৰত অসীম প্ৰতিপত্তি বিস্তাৰ কৰিলে। শিৱাজীৰ বাল্যজীৱনৰ কৰ্ণধাৰ হ'ল নৈষ্ঠিক ব্ৰাহ্মণ পণ্ডিত দাদাজী কোন্দদেৱ আৰু ৰাজবংশীয় গৰিমাৰে গৰ্বিতা জিজাবাই। শিৱাজীৰ ভৱিষ্যৎ জীৱনৰ গুৰু দায়িত্ব বহনৰ কাৰণে এই দুই ব্যক্তিয়ে তেওঁৰ আৱশ্যকীয় ৰাজোচিত শিক্ষাৰ আয়োজন কৰিছিল। জিজাবাইয়ে ক্লেশকৰ জীৱনৰ মাজেদি নিজ ভাগ্য স্থিৰ কৰিবলৈ শিৱাজীক যে তীব্ৰ প্ৰেৰণা যোগাইছিল তাত সন্দেহ নাই। নিজ ধৰ্মৰ প্ৰতি জিজাবাইৰ আন্তৰিক শ্ৰদ্ধা আৰু নিষ্ঠাই শিৱাজীৰ অন্তৰত গভীৰ ৰেখা অঙ্কিত কৰিছিল। শিৱাজীৰ শাৰীৰিক আৰু মানসিক উৎকৰ্ষ সাধনেই বহুদৰ্শী দাদাজী আৰু বুদ্ধিমতী জিজাবাইৰ লক্ষ্য আছিল। সেই কাৰণেই যুদ্ধৰ উপযুক্ত উপকৰণৰ ব্যৱহাৰ আৰু শাস্ত্ৰীয় শিক্ষাই শিৱাজীৰ প্ৰধান শিক্ষা আছিল। এই শিক্ষাৰ মূল মন্ত্ৰ আছিল, "গাণ্ডিৱিনো মৰ্ত্তমিদং কুতো দৈন্যাং কুতো ভয়ম্।" অৰ্থাৎ নিজ অস্ত্ৰেৰে বলীয়ান জনৰ পক্ষে সঙ্কট বা ভয়ৰ কাৰণ নাই! আৰ্যৰ ঐতিহ্য আৰু ভাৰতৰ গৌৰৱময় চিত্তাকৰ্ষক অতীত কাহিনীয়ে শিৱাজীৰ ভৱিষ্যৎ জীৱনৰ ৰূপ দিয়ে।

জিজাবাই আৰু দাদাজীয়ে শিৱাজীক যি ৰাজ ধৰ্মত শিক্ষা দিছিল, সেই শিক্ষা পৰিপূৰণ কৰিছিল পাৰিপাৰ্শ্বিক প্ৰাকৃতিক অৱস্থা আৰু তেওঁৰ সমবয়স্ক পাৰ্বত্য জাতিৰ বালক সকলে। এই বালক বৃন্দই ক্ৰমে যৌৱন প্ৰাপ্ত হৈ তেওঁৰ অনুগামী সঙ্গী আৰু সহচৰ স্বৰূপে দূৰদূৰান্তৰ পৰ্বতে ভৈয়ামে গৈ আসুৰিক কাৰ্য সমাধান কৰিছিল। প্ৰথম ছোৱাত এওঁলোকে উদ্দেশ্য বিহীন হৈ ফুৰিছিল যদিও, পিছত পৰাধীনতাৰ কলংক বিদূৰিত কৰিবলৈ সেই উদ্যম আৰু উৎসাহেৰে কৰ্মপন্থা স্থিৰ কৰে :

যৌৱনকালৰ পৰাই শিৱাজীৰ মাৱাল দেশৰ সৈতে অতি ঘনিষ্ঠ সম্পৰ্ক আছিল। ৺কবলৈ গলে, এই মাৱাল দেশতেই শিৱাজীৰ জীৱনৰ কৰ্মসূচীৰ অবতাৰণা হয়। 'মাৱাল' শব্দৰ অৰ্থ 'সূৰ্যাস্তগামী দেশ'। পুণা জিলাৰ পশ্চিমে পশ্চিমঘাট পৰ্বত শ্ৰেণীৰ নামনিৰ অঞ্চলটো 'মাৱাল দেশ' বুলি জনাজাত। এই ঠাইডোখৰ অগণন পৰ্বত-পাহাৰে ভৰপূৰ, তাৰ কিছুমান উদ্ভিদ বিহীন শিলাময়। অসংখ্য জান-জুৰিয়ে গভীৰ বননি ভেদ কৰি সেই পাহাৰ-পৰ্বতবোৰ খণ্ড-বিখণ্ড কৰিছে। সাধাৰণ খেতিৰ বাহিৰে, এই অঞ্চলৰ জনসাধাৰণৰ জীৱিকা নিৰ্বাহৰ অইন উপায় নাই। কঠোৰ পৰিশ্ৰম কৰিলেও নিৰস পৰ্বতীয়া ঠাইবোৰত যথেষ্ট শস্য উৎপাদন নহৈছিল। এনে প্ৰাকৃতিক অৱস্থাপ্ৰসূত অভাৱ-অনাটনৰ মাজত স্বভাৱতে মাৱালীবোৰ দুৰ্দ্ধৰ্ষ আৰু অসীম কষ্ট সহিষ্ণু হয়। এই পৰ্বতীয়া মাৱালীবোৰ অইন মানুহতকৈ সুগঠিত, বলিষ্ঠ, শকত আৰু কৰ্মঠ। এনে সুৰক্ষিত ঠাইৰ কৰ্মী আৰু শক্তিশালী জাতি এটাই শিৱাজীৰ উদ্দেশ্য সাধনৰ কাৰণে সহজে তেওঁৰ মন আকৰ্ষণ কৰিছিল। তেওঁ বুজিছিল এই পৰ্বতীয়া জাতিটো বাহ্যিক আচাৰত সুমাৰ্জিত নহলেও, সহানুভূতি আৰু সহৃদয়তাৰে এওঁলোকৰ সুকোমল অন্তৰ ভৰপূৰ। আন পক্ষে তেওঁৰ ন্যায়পৰায়ণতা, ধৈৰ্য আৰু তীক্ষ্ণতাৰ গুণত, মাৱালীসকলৰ ওপৰত তেওঁ অসীম প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল।

তেতিয়া মাৱাল দেশমুখসকলৰ ওপৰত কেন্দ্ৰীয় চৰকাৰ বিজাপুৰৰ বাধ্যতামূলক কৰ্তৃত্ব একো নাছিল। ফলত পৰস্পৰ বিৰোধী দেশমুখসকলে সময়ান্তৰে অশান্তিৰ সৃষ্টি কৰি প্ৰজাসমূহক উৎপীড়ন কৰিছিল। দাদাজী আৰু শিৱাজীৰ মধ্যস্থতাত ক্ৰমে এই বিৰোধৰ অন্ত হয় আৰু দেশমুখসকলে পৰস্পৰ বিবাদ মীমাংসা কৰি লোৱাত, প্ৰজাসমূহে নিজভালে জীৱন নিৰ্বাহ কৰিবৰ সুযোগ পায়। জনসাধাৰণৰ বিশ্বাস জন্মিল যে ৰাজ প্ৰতিনিধি স্বৰূপে শিৱাজী এওঁ-

লোকৰ বিপদত ত্ৰাণকৰ্তা। শিৱাজীৰ গুণত মুগ্ধ হৈ দেশমুখ সকলে তেওঁক যথোচিত সন্মান দেখুৱাব ধৰিলে আৰু এওঁলোকৰ শাসন সম্পৰ্কীয় সমস্যাবোৰ সমাধান হোৱাত এওঁলোকে সকলো কাৰ্যতে শিৱাজীৰ সহযোগী হৈ উঠিল। বিশেষকৈ মাৱালী যুৱকসকলে অবিচল শ্ৰদ্ধাৰে তেওঁক দেৱতাৰ দৰে মানিছিল আৰু তেওঁৰ কাৰণে বিপদ-সঙ্কুল কৰ্মত ব্ৰতী হৈছিল।

এই যুৱক সঙ্গী সকলৰ সৈতে সংঘবদ্ধ হৈ শিৱাজীয়ে পুণাত এটা বিপ্লৱকেন্দ্ৰ স্থাপন কৰিছিল। এই বিপ্লৱীসকলৰ উদ্দেশ্য আছিল, উৎপীড়ক মুছলমান ৰাজশক্তিক উৎখাত কৰি, স্বাধীন ৰাজশক্তি স্থাপন কৰা। বিপ্লৱীসকলৰ স্বাধীনতা উদ্ধাৰৰ দৃঢ় পণ নৈতিক বলেৰে মন্ত্ৰত পৰিণত কৰিবলৈ, সকলোৱে মিলি সেই মৰ্মে ৰায়ৰীৰ দেৱতাৰ মন্দিৰত নিজ নিজ ৰক্তেৰে অঞ্জলি দিছিল। এই প্ৰসঙ্গত শিৱাজীৰ পৰ্তুগীজ জীৱনী লিখক কস্মা দা গুৱাৰ্ডাই শিৱাজী আৰু তেওঁৰ অনুচৰবৰ্গৰ ভিতৰত হোৱা আলাপ-আলোচনা সম্পৰ্কে এইদৰে আখ্যান লিখিছে—

শিৱাজী—(অনুচৰবৰ্গক) দেশৰ ভাগ্য পৰিবৰ্তন কৰিবলৈ জীৱন মৰণ পণ কৰি তোমালোকে মোৰ অনুগামী হ'বা নে ?

অনুচৰবৰ্গ——নিশ্চয় হ'ম।

শিৱাজী——তেন্তে মই তোমালোকক ডাঠি কলো, ইতিহাসত তোমালোকৰ নাম উজ্জ্বল হ'ব, আৰু এই দেশত আমাৰ কাৰ্যাৱলী প্ৰশংসনীয় হ'ব।

অনুচৰবৰ্গ——এতিয়া তেন্তে আমাৰ কৰ্তব্য কি ?

শিৱাজী——দপীৰ দৰ্প চূৰ্ণ কৰা, দেশৰ মহত্ব বঢ়োৱা।

শিৱাজীয়ে জীৱন মৰণ পণ কৰি দপীৰ দৰ্প চূৰ্ণ কৰিছিল আৰু মাৰাঠা জাতিৰ মহত্ব বঢ়াইছিল। মাৱালী যুৱকসকলৰ সৈতে ভালদৰে আলোচনা নকৰাকৈ, তেওঁ কেতিয়াও কোনো গুৰুতৰ পৰিকল্পনা হাতত নলৈছিল। মাৱালী যুৱকসকলৰ ভিতৰত, শিৱাজীৰ অনুচৰ জেসাজী কঙ্ক, বাজী ফচলকাৰ, তানাজী মালুচাৰ, জাধে নায়ক, বান্দাল নায়ক প্ৰভৃতি তেওঁলোকৰ কৰ্মশক্তিৰ গুণত মাৰাঠা ইতিহাসত সুপ্ৰসিদ্ধ হয়। মাৱালী যুৱকসকলৰ প্ৰতি শিৱাজী অনুৰাগী আছিল, তেওঁলোকৰ দক্ষতা, বুদ্ধি আৰু বিশ্বস্ততাৰ কাৰণে।[১]

(১) Shivaji was always partial to the Mavlis, because they were active and intelligent in anything to which they had been accustomed, and remarkably faithful in situations of trust.

Grant Duff—quoted by kulkarni, Shivaji (P 38)

**কৰ্মৰ সূচনা** ঃ—বিজাপুৰৰ ধৰ্মান্ধ চুলতান মহম্মদ আদিল ছাহৰ মনোবৃত্তিৰ অলপো পৰিবৰ্তন নহ'ল। এওঁৰ শাসনৰ প্ৰকাশ্য নীতি স্বৰূপে এওঁ পাৰ্যমানে হিন্দুক নিৰ্যাতন কৰিবলৈ এৰা নাছিল। এইজন কুচক্ৰী ৰজাৰ হত্যাকাণ্ডই বিজাপুৰত তেজৰ নৈ বোৱায়। এওঁ-ৰেই যাদৱসকলক দৌলতাবাদ দুৰ্গলৈ আমন্ত্ৰণ কৰি আনি, অতৰ্কিতে তেওঁলোকৰ শিৰচ্ছেদ কৰিছিল। পৰধৰ্ম বিদ্বেষী মহম্মদ আদিল ছাহৰ অনুদাৰ নীতিৰ কাৰণে হিন্দু জাতিয়ে দাক্ষিণাত্যত অশেষ দুৰ্গতি ভুগিবলগীয়া হয়। সেয়ে দাদাজী কোন্দদেৱে তেওঁৰ মৃত্যুৰ পূৰ্বে শিৱাজীক উপদেশ দিছিল যাতে শিৱাজীয়ে গো-ব্ৰাহ্মণ-কৃষক আৰু দেৱ-দেৱালয় ৰক্ষা কৰি স্বজন আৰু স্বধৰ্মৰ কল্যাণকামী হয়। শিৱাজীৰ যৌৱনৰ প্ৰাৰম্ভতে বিজাপুৰত নিপীড়িত হিন্দুৰ কৰুণ অৱস্থা দেখি তেওঁৰ অন্তৰ দহি গৈছিল। তেওঁ ভাবিছিল, এই নিৰ্যাতিত অৱ-স্থাৰ অন্ত নহ'ব নে? তেওঁৰ চকুৰ আগতে এসময়ৰ সুপ্ৰসিদ্ধ আহমদনগৰ ৰাজ্য ধ্বংস হৈছে যেতিয়া, তেওঁৰ বিশ্বাস হ'ল, অচিৰাৎ দুৰ্নীতিপৰায়ণ বিজাপুৰৰ পতন অনিবাৰ্য। তেতিয়া দাদাজী কোন্দ-দেৱৰ মৃত্যু হৈছে (১৬৪৭)। তেওঁ জীয়াই থকা কালত তেওঁৰ মতৰ বিপৰীতে শিৱাজীয়ে কোনো উগ্ৰ পন্থা গ্ৰহণ নকৰিছিল। দাদা-জীৰ মৃত্যুৰ পিছত তেওঁৰ অভীষ্ট সিদ্ধিৰ উদ্দেশ্যে শিৱাজী ব্যগ্ৰ হৈ উঠিল। তেওঁ ইয়াকো বুজিলে যে বলদৃপ্ত মোগল আৰু অত্যাচাৰী বিজাপুৰৰ অধীনত হিন্দুৰ দুৰৱস্থাৰ অন্ত নাইকিয়া হব। গতিকে তেওঁ শেষ সিদ্ধান্ত ললে, স্বৰাষ্ট্ৰ স্থাপনেই দুৰ্দশাৰ হাত সাৰি-বৰ একমাত্ৰ উপায়।[১] ৰাজদুহিতা মাক জিজাবাইয়ে সৰ্বতোভাবে শিৱাজীৰ এই সিদ্ধান্ত সমৰ্থন কৰিছিল। তেওঁ বুজিছিল একমাত্ৰ শিৱাজীৰ বাহিৰে অইনৰ পক্ষে এই পৰিকল্পনা কাৰ্যকৰী কৰা সম্ভৱ নহব।[২] দাদাজীৰ জীৱন কালত, তেওঁৰ অসন্তোষৰ কাৰণ হ'ব বুলি, শিৱাজীয়ে বিজাপুৰৰ বিপৰীতে আক্ৰমণাত্মক বিপ্লৱৰ সৃষ্টি কৰা

---

(১) Shivaji, therefore, gladly responded to the natural bent of his mind and took the solemn decision to draw the sword in the cause of independence, depending for his success on the righteousness of his undertaking and the spontaneous support of his people

Shivaji—Kulkarni ( P 40 )

(২) There seems tc be little doubt, that Shivaji grew up with the genuine sense of a Mission—that his career was inspired by a real desire to free his country from what he considered to be a foreign tyranny.

**Shivaji the Maratha—Rwalinson.**

**Quoted by kulkarni in Shivaji (P 39).**

নাছিল; কিন্তু দাদাজীৰ পিছত মাকৰদ্বাৰা উৎসাহিত হৈ তেওঁৰ পুণা জায়গীৰকে কেন্দ্ৰ কৰি তাতে ভবিষ্যত স্বাধীন মহাৰাষ্ট্ৰৰ 'ভাগোৱা ঝান্দা' উৰাবলৈ দৃঢ় সংকল্প কৰিলে।

সাহাজীৰ আহমদনগৰৰ স্বাধীনতা ৰক্ষাৰ প্ৰচেষ্টা বিজাপুৰৰ প্ৰতাৰণাৰ কাৰণে নিষ্ফল হোৱা আৰু কাৰ্যতঃ এই সুযোগতে আহমদনগৰৰ অধীনস্থ সাহাজীৰ জায়গীৰ চৌৰ্য বৃত্তিৰে বিজাপুৰে হস্তগত কৰা ষড়যন্ত্ৰই তেওঁৰ মানসিক উত্তেজনাৰ সৃষ্টি কৰিছিল। এনে স্থলত তেওঁ আহমদনগৰৰ লুণ্ঠিত অংশ অবিলম্বে অপহৰণকাৰী বিজাপুৰৰ হাতৰপৰা উদ্ধাৰ কৰিবলৈ স্থিৰ কৰিলে। বিজাপুৰ তেতিয়া অখণ্ড প্ৰতাপী ৰাজ্য। তেতিয়াৰ মুছলমান ৰাজ্য কেইখনৰ ভিতৰত আটাইতকৈ শক্তিশালী আছিল বিজাপুৰ। বিজাপুৰৰ অদম্য সামৰিক শক্তিৰ কাৰণে, ইচ্ছা থাকিলেও, সাজাহানে বিজাপুৰৰ বিৰুদ্ধে মোগলে শক্তি ক্ষয় নকৰিছিল। কিন্তু ইমানতো মাৰাঠা বিপ্লবীসকলে বিজাপুৰৰ বিৰোধী অভিপ্ৰায় কাৰ্যত পৰিণত কৰিবলৈ সঙ্কুচিত নহ'ল। সৰ্বপ্ৰথমে বিপ্লবীসকলে কোণ্ডানা(সিংহগড়) দুৰ্গ হস্তগত কৰিলে (১৬৪৪)। আক্ৰমণকাৰীৰ হাতৰপৰা সমতল ৰক্ষাৰ্থে দক্ষিণে এই পাৰ্বত্য দুৰ্গ শিৱাজীৰ বৰ প্ৰয়োজনীয় আছিল।[১]

কোণ্ডানা অধিকাৰ কৰাৰ পিচত তেওঁ টোৰনা দুৰ্গ অধিকাৰ কৰি লয়। টোৰনা সংস্কাৰ কৰাৰ সময়ত তাত লুকাই ৰখা বহু ধন ৰত্ন লাভ কৰি, সেই ধনেৰে তেওঁ ৰাজগড় দুৰ্গ সাজিছিল আৰু তাৰে কিয়দাংশ খৰছ কৰি অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত সৈন্য বাহিনী এটা গঢ়ি তুলিছিল। দাদাজীৰ মৃত্যুৰ পিছত শিৱাজী সপৰিয়ালে ৰাজগড়লৈ স্থানান্তৰিত হৈ ৰায়ৰীৰ পৰ্বত মালাৰ মাজত মাৰাঠা ৰাজ্যৰ ৰাজধানী ৰায়গড়ৰ প্ৰতিষ্ঠা নোহোৱালৈকে, ৰাজগড়ত শাসন কেন্দ্ৰ পাতি তাতে বসবাস কৰিছিল। শিৱাজীৰ প্ৰভাৱ বিস্তাৰ হোৱাৰ লগে লগে প্ৰতাপী মাৰাঠা চৰ্দাৰ সকলে সদলে তেওঁৰ এই বিপ্লৱত যোগ দিলে। বিজাপুৰৰ বিপক্ষে শিৱাজীৰ এই আক্ৰমণাত্মক কাৰ্যপন্থাই বিজাপুৰৰ চুলতান মহম্মদ আদিলছাহৰ নজৰ এৰাব পৰা নাছিল। শিৱাজীৰ ৰাজ-বিৰোধী কাৰ্যৰ কাৰণে ৰুগ্ন চুলতান অধৈৰ্য হ'ল। তেওঁ অনুমান কৰিলে সাহাজী

(১) কেৱাজনো লিখকে শিৱাজীয়ে প্ৰথমে টোৰনা দুৰ্গ হস্তগত কৰা বুলি কয়; কিন্তু সাৰদেশাইৰ মতে শিৱাজীয়ে হেনো প্ৰথমে কোণ্ডানা দুৰ্গ অধিকাৰ কৰিছিল। The first fort captured by the rebels was Sinhagad and not Torna........(**Shivaji** G. S. Sardesai : P. 99)

ডোন্ চলাৰ উৎসাহ আৰু উদ্দীপনাত শিৱাজীয়ে এই ৰাজ বিৰোধী কাৰ্য্যবোৰ সমাধা কৰিছে। চুলতানে শিৱাজীৰ সমৰ্থক মাৱাল চৰ্দাৰ কান্‌হোজী জাধেলৈকে সতৰ্কমূলক ফৰমান পঠিয়ালে যে অচিৰাৎ যদি এওঁলোকে সৰ্বপ্ৰকাৰে চুলতানৰ বশ্যতা স্বীকাৰ নকৰে তেন্তে তাৰ বাবে চৰম দণ্ড ভুগিব লাগিব। চুলতানৰ এই সতৰ্কবাণীত শিৱাজী অলপো বিচলিত নহ'ল। তেওঁ উত্তৰ পঠিয়ালে যে তেওঁ ৰাজবিদ্ৰোহী হোৱাৰ কাৰণ একো নাই। চুলতানৰ অকৰ্মণ্য, অভাজন বিষয়াসকলে ৰাজ্যত সুশাসনৰ প্ৰবৰ্তন কৰিব নোৱাৰাত তেওঁ চুলতানৰ হকে সেই অঞ্চলৰ অৰাজক অৱস্থা বিদূৰিত কৰি কেৱল মাত্ৰ তাত শান্তি স্থাপন কৰিছে। শিৱাজীৰ এই মনোগ্ৰাহী কৈফিয়ৎ সম্প্ৰতি চুলতানে মানি ললে। ৰুগ্ন চুলতানৰ অৱস্থা যিমানেই শঙ্কাজনক হৈ আহিল তিমানেই বিজাপুৰৰ বিপক্ষে শিৱাজীৰ অধিকাৰৰ আয়তন বৃদ্ধি হ'ল। বন্দী সাহাজীক চুলতানৰ ৰোষৰ পৰা মুক্ত কৰাৰ কাৰণে বাধ্য হৈ শিৱাজীয়ে সাময়িক কৌশল স্বৰূপে কোণ্ডানা (সিংহগড়) দুৰ্গ চুলতানক প্ৰত্যৰ্পণ কৰিলে। আনকি, বিপদগ্ৰস্ত পিতাকৰ প্ৰাণ ৰক্ষাৰ্থেও শিৱাজীয়ে চুলতানক সিংহগড় দুৰ্গ ফিৰাই দিবলৈ ৰাজী হোৱা নাছিল, কিন্তু তেওঁৰ উপদেষ্টা বিচক্ষণ সোণোপন্ত দবীৰে যেতিয়া তেওঁক বুজনি দিলে যে "সুবিকান্তস্য নৃপতেঃ সৰ্বমেব মহীতলম্" (১)। তেতিয়া তেওঁ সিংহগড় পৰিত্যাগ কৰিলে। ইতিমধ্যে বিজাপুৰ দুৰ্গৰক্ষী ফিৰাঙ্গোজী নৰ্শালাৰ হাতৰপৰা শিৱাজীয়ে চাকান দুৰ্গ অধিকাৰ কৰি লয়। ফিৰাঙ্গোজীয়ে পিছত শিৱাজীৰ পক্ষ সমৰ্থন কৰি তেওঁৰ ভবিষ্যৎ ৰাজ্য সংগঠনত মুখ্য অংশ গ্ৰহণ কৰিছিল।

**পুৰন্দৰ অধিকাৰ**——পুণাৰ ওচৰা-উচৰিকৈ দক্ষিণ আৰু পশ্চিমে পাৰ্বত্য দুৰ্গবোৰ মাৰাঠাসকলৰ আত্মৰক্ষাৰ কাৰণে দুৰ্ভেদ্য আশ্ৰয় স্থান আছিল। বিপুল শত্ৰু সৈন্যই ভয়ঙ্কৰ ৰূপে আক্ৰমণ কৰিও সহজে মাৰাঠাসকলক এই দুৰ্গবোৰৰ পৰা উচ্ছেদ কৰিব নোৱাৰিছিল। দুৰ্গৰক্ষী মাৰাঠাৰ প্ৰতি-আক্ৰমণ সহিব নোৱাৰি বহু সময়ত আক্ৰমণকাৰীৰ আক্ৰমণ ব্যৰ্থ হয়। সিংহগড়তকৈও বিজাপুৰৰ বৃহত্তৰ অজেয় আন এটা পাৰ্বত্য দুৰ্গ আছিল পুৰন্দৰ। পুণাৰপৰা ১৮ মাইল পূব-দক্ষিণে পৰ্বত শ্ৰেণীৰ ওপৰত এই দুৰ্গ অৱস্থিত। শিৱাজীৰ নব প্ৰতিষ্ঠিত ৰাজ্যৰ সংৰক্ষণৰ কাৰণে, কি উপায়ে পুৰন্দৰ অধিকাৰ

(১) Quoted in New History of Marathas—Sardesai ( P 102 )

কৰিব পাৰে তাৰেই তেওঁ সুযোগ বিচাৰি আছিল। অনতিবিলম্বে তেওঁৰ সেই সুযোগ মিলিল।

মহাদ্‌জী নামেৰে ব্ৰাহ্মণ এজনে বিজাপুৰৰ অধীনত নায়কাৰ স্বৰূপে পুৰন্দৰ দুৰ্গৰ চাৰিওফালে গাঁও কিছুমান শাসন কৰিছিল। বেতনৰ পৰিবৰ্তে সেই কেইখন গাওঁ তেওঁ নিষ্কৰ ৰূপে তাৰ সম্পূৰ্ণ উপস্বত্ব ভোগ কৰিছিল। মহম্মদ আদিল ছাহৰ মুমূৰ্ষু অৱস্থাত এই অঞ্চলৰ শাসন অতিকৈ শিথিল হোৱাত, মহাদ্‌জীয়ে স্বাধীনভাৱে এই অঞ্চল ভোগ কৰে আৰু বিজাপুৰৰ পৰিত্যক্ত জৰাজীৰ্ণ পুৰন্দৰ দুৰ্গ অধিকাৰ কৰি লয়। মহাদ্‌জীৰ পাৰিবাৰিক উপাধি আছিল নীলকণ্ঠ ৰাও। এওঁৰ তিনি জন পুতেক আছিল, নীলোজী, শঙ্কৰাজী আৰু পিলোজী। মহাদ্‌জীৰ মৃত্যুৰ পিছত তেওঁৰ জ্যেষ্ঠ পুত্ৰ নীলোজীয়ে পিতাকৰ সকলো সম্পত্তি আত্মসাৎ কৰি, ভূসম্পত্তিৰ সম্পূৰ্ণ উপস্বত্ব ভোগ কৰি আছিল। নীলোজী অত্যন্ত ক্ৰূৰ প্ৰকৃতিৰ লোক আছিল। তেওঁৰ স্ত্ৰীৰ সৈতে কিবা কাৰণত বিবাদ হোৱাত তেওঁ হেনো তেওঁৰ স্ত্ৰীক তোপৰ মুখত দি উৰাই দিছিল। সাহাজী ভোন্‌চলাৰ সৈতে নীলোজীৰ কিছু পৰিমাণে সদ্ভাৱ আছিল।

শিৱাজীৰ সন্দেহ জন্মিল, বিজাপুৰে তেওঁক সমতল পুণাত আক্ৰমণ কৰিব। তেতিয়া বাৰিষা কালত (১৬৪৮/জুঁন) আক্ৰমণৰ পৰা নিষ্কৃতি পাবলৈ পুৰন্দৰ পৰ্বতমালাই নিৰাপদ ঠাই ভাবি, পুৰন্দৰ দুৰ্গৰ নামনিত আশ্ৰয় স্থান খুজি শিৱাজীয়ে পীলোজীক অনুৰোধ জনালে। পীলোজীয়ে শিৱাজীৰ অনুৰোধ ৰক্ষা কৰি তেওঁক দুৰ্গৰ নামনিত আশ্ৰয় স্থান দিয়াত শিৱাজীয়ে তাতে ছাউনী পাতি মৌচুমী কাল অতিবাহিত কৰিলে। পিতৃ সম্পত্তিৰ অংশৰপৰা বঞ্চিত হৈ শঙ্কৰাজী আৰু পিলোজীয়ে বৰ নিৰুৎসাহ বোধ কৰিছিল। নীলোজীৰ বিৰুদ্ধে বিজাপুৰ চৰকাৰৰ ওচৰত তেওঁলোকৰ আবেদন সত্ত্বেও সুদূৰ বিজাপুৰৰপৰা এওঁলোকে কোনো প্ৰকাৰ প্ৰতিকাৰ নেপালে। এওঁলোকে অৱশেষত এওঁলোকৰ বিবাদ ভঞ্জন কৰিবলৈ গোপনে শিৱাজীক অনুৰোধ জনায়। শিৱাজী আৰু শঙ্কৰাজীৰ মাজত ইতিমধ্যে বিশেষ ঘনিষ্ঠতা জন্মিছিল। শঙ্কৰাজীৰ অনুৰোধত শিৱাজী ভ্ৰাতৃবিৰোধী ষড়যন্ত্ৰত লিপ্ত হ'ল। সিদিনা দ্বীপান্বিতাৰ ৰাতি। দ্বীপান্বিতাৰ প্ৰীতি সম্ভাষণ জনাবলৈ শঙ্কৰাজীয়ে নীলোজীৰ হতুৱাই শিৱাজীক নিশা দুৰ্গৰ ভিতৰলৈ নিমন্ত্ৰণ কৰিলে। অনুচৰসকলৰ সৈতে যথা সময়ত শিৱাজী দুৰ্গত উপস্থিত হ'ল। উৎসৱৰ পিছত নীলোজী নিশ্চিন্তে শুই আছিল। শিৱাজীৰ অনুচৰসকলে অকস্মাৎ তেওঁক শৃংখলিত

কৰিলে। শঙ্কৰাজী আৰু পিলোজীয়ে ভাবিছিল, তেওঁলোকৰ স্বাৰ্থৰ কাৰণে শিৱাজীয়ে এই কঠোৰ ব্যৱস্থা গ্ৰহণ কৰিছে; কিন্তু শিৱাজীয়ে যেতিয়া প্ৰস্তাৱ দিলে যে মহাৰাষ্ট্ৰৰ কল্যাণৰ অৰ্থে তেওঁলোকে দুৰ্গ এৰি দিব লাগে তেতিয়া শঙ্কৰাজী আৰু পিলোজী শিৱাজীৰ বিৰুদ্ধ ভাবাপন্ন হ'ল। এওঁলোকে বুজিলে, যেন অতিথিয়ে গৃহস্থক খেদি গৃহ অধিকাৰ কৰিব। তেওঁলোকে শিৱাজীৰ অভিপ্ৰায়ৰ অন্তৰায় হোৱাত তেওঁলোক বন্দী হ'ল। তিনিও ভাতৃয়ে শিৱাজীক দুৰ্গ অৰ্পণ কৰি তেওঁৰ পক্ষ সমৰ্থন কৰিব বুলি প্ৰতিশ্ৰুতি দিয়াত, তিনিওজনে বন্ধনৰ পৰা মুক্তি পায় আৰু এওঁলোকৰ ভবিষ্যৎ সংস্থানৰ বাবে দান স্বৰূপে চামলী নামেৰে গাঁও এখনৰ মালিকী স্বত্ব লাভ কৰে আৰু পিলোজীয়ে সামৰিক বিভাগৰ উচ্চ পদত নিযুক্তি পায়। এই পুৰন্দৰ দুৰ্গই সঙ্কটত মাৰাঠাৰ আশ্ৰয় স্থানৰূপে ব্যৱহৃত হৈছিল।[১]

পুনাৰ ওচৰত চুপা আন এটা আৱশ্যকীয় চকি আছিল। এই চকিৰ অধিপতি আছিল শিৱাজীৰ বিমাতা তুকাবাইৰ ভাতৃ সম্ভাজী মোহিতা। মোহিতা বৰ বিজাপুৰ ভক্ত আছিল। এই চকি শিৱাজীক হস্তান্তৰ কৰিবলৈ তেওঁ মোহিতাক বাৰম্বাৰ অনুৰোধ জনায়। গৰ্বী মোহিতাই শিৱাজীৰ অনুৰোধ উপেক্ষা কৰি তেওঁৰ বিৰুদ্ধাচৰণ কৰিলে। এনেজন ৰাজভক্ত প্ৰজাক শীঘ্ৰে আঁতৰোৱা উচিত বিবেচনা কৰি তাৰ একমাত্ৰ উপায় স্থিৰ কৰিলে চুপা আক্ৰমণ কৰা। এই সিদ্ধান্তত উপনীত হৈ, এদিন নিশা সদলবলে শিৱাজীয়ে চুপা আক্ৰমণ কৰিলে। তিনি শ মাত্ৰ সৈন্যেৰে সৈতে শিৱাজীক বাধা দিবলৈ মোহিতা সক্ষম নহ'ল। শিৱাজীয়ে মোহিতাৰ চকি লুট কৰিলে আৰু ভবিষ্যতে যাতে তেওঁৰ কাৰ্যত বাধা জন্মাব নোৱাৰে তাৰ বাবে মোহিতাক বাঙ্গালোৰত পিতাক সাহাজীৰ ওচৰলৈ পঠিয়াই দিলে।

কোণ্ডানা দুৰ্গ অধিকাৰ কৰাৰপৰা ১৬৫৩ চনলৈ দহ বছৰ কাল শিৱাজীৰ ৰাষ্ট্ৰ গঠন কাৰ্যৰ প্ৰথমছোৱা। এই সময়ৰ ভিতৰত ভীমা আৰু নীৰা নদী, পুণা আৰু চিৰবাল এই চাৰি সীমাৰ ভিতৰৰ অঞ্চল বিনাযুদ্ধে তেওঁৰ কৰায়ত্ব কৰি লয়। ক্ষুদ্ৰ হলেও, সম্পূৰ্ণ স্বাধীনতাৰ ৰূপ দি এই ঠাই ডোখৰত তেওঁ এখন সুসংগঠিত স্বাধীন ৰাজ্য স্থাপন কৰে। তেওঁ এতিয়া পিতাকৰ প্ৰতিনিধি কিম্বা বিজাপুৰৰ অধীনস্থ নহৈ নিজ ক্ষমতাৰে ৰাজত্বৰ সূচনা কৰিলে। তেওঁৰ

(১) Purandar henceforth became the heaven of refuge of the masters of Poona whenever threatened with invasion.

Shivaji—Sir Jadunath (P 40).

স্বাধীন ৰাজত্বৰ চিন স্বৰূপে তেওঁ ৰাজমোহৰ প্ৰচলন কৰিলে। এই মোহৰত উল্লিখিত হৈছিল "সাহাৰ পুত্ৰ শিৱাৰ এই মোহৰ প্ৰভাতিত হৈছে প্ৰজাৰ মঙ্গলৰ অৰ্থে; চন্দ্ৰকলাৰ দৰে ই প্ৰতিদিনে বৰ্দ্ধিত হৈ জগতৰ আদৰণীয় হ'ব।" বিজাপুৰ নাইবা অইন কোনো ৰাজশক্তিয়ে এতিয়ালৈ তেওঁৰ ৰাজ্য সংগঠন কাৰ্যত বাধা আৰোপ কৰিব পৰা নাছিল; শিৱাজীয়েও এই কালছোৱাৰ ভিতৰত আক্ৰমণাত্মক কাৰ্যৰ দ্বাৰা অইন ৰাজশক্তিৰ শত্ৰুতা আহবান নকৰি এই নতুন অধিকাৰ সবল কৰিবলৈ যত্ন ললে। শিৱাজীৰ পৈতৃক জায়গীৰৰ সম্পৰ্কত তেওঁ যি স্বাধীন ৰাজ্যৰ অৱতাৰণা কৰিলে এয়ে ভৱিষ্যৎ মাৰাঠা সাম্ৰাজ্যৰ মূল ভিত্তি বুলি কব পাৰি।

পুৰন্দৰ অধিকাৰ (১৬৪৮) কৰাৰ পাছত তেওঁৰ উদ্দেশ্য আছিল প্ৰবল শত্ৰুবৃন্দৰ দৃষ্টিগোচৰ হোৱাৰ আগতে নিজঙ্গলীয়াকৈ নব-প্ৰতিষ্ঠিত ৰাজ্যৰ প্ৰতিৰক্ষণৰ উপযুক্ত ব্যৱস্থা হাতত লোৱা, তেওঁ দেখিলে শত্ৰুক আক্ৰমণ কৰিবলৈ পাৰ্বত্য পশ্চিম উপকূল তেওঁৰ পক্ষে যিমান অপৰিহাৰ্য, আত্মৰক্ষাৰ কাৰণেও সমাধিক অপৰিহাৰ্য। তালৈ চাই পশ্চিম উপকূলত থিতাপি লোৱা শক্তিসমূহৰ সৈতে সম্প্ৰতি তেওঁ প্ৰতিদ্বন্দ্বিতা নকৰি বন্ধু ভাবাপন্ন হোৱাই উচিত বিবেচনা কৰিলে। তেতিয়া ইংৰাজ আৰু ডংসকলে যথাক্ৰমে ৰাজাপুৰ আৰু ডিংৰুলাত কুঠী স্থাপন কৰিছিল আৰু চিউল বন্দৰত পৰ্তুগীজে বেহা-বেপাৰ চলাই আছিল। জাজিৰাৰ সিদ্দি সকলো লেখত লবলগীয়া নৌ শক্তি আছিল। এই উদ্যোগ-পৰ্বত বিদেশী শক্তিবোৰৰ কাৰ্যত হস্তক্ষেপ নকৰি শিৱাজীয়ে ভৱিষ্যতলৈ বাট চাই সম্প্ৰতি ৰাজ্য বিস্তাৰৰ পৰিকল্পনা স্থগিত ৰাখিলে।

পঞ্চম অধ্যায়

# শিৱাজীৰ ৰাজ্য বিস্তাৰ

(১৬৫৪-১৬৬০ খৃঃ)

ইমানলৈ শিৱাজীয়ে মোগল আৰু বিজাপুৰৰ তীক্ষ্ণ দৃষ্টি আকৰ্ষণ নকৰাকৈ •আঁৰে আঁৰে সংগঠন কাৰ্য চলাই আহিছিল। বিজাপুৰে শিৱাজীৰ ৰাজবিৰোধী কাৰ্যৰ গুৰুত্ব কিছু পৰিমাণে উপলব্ধি কৰিলেও, অগম্য মাৱাল পৰ্বত শ্ৰেণীৰ কেতবোৰ উদ্ধত যুৱকৰ অপচেষ্টা বুলি তালৈ তিমান কাণসাৰ নকৰিছিল: আহমদনগৰ বিভাজন সম্পৰ্কে মোগল-বিজাপুৰৰ সন্ধি হৈছিল যদিও, সেই সন্ধিয়ে পৰস্পৰৰ গোপন শত্ৰুতা অন্তৰ্হিত কৰিব পৰা নাছিল। সময়ত শিৱাজীৰ কাৰ্যাৱলী মোগলৰ দৃষ্টিগোচৰ হৈছিল; কিন্তু সেইবোৰ বিজাপুৰ আৰু বিজাপুৰৰ জায়গীৰদাৰৰ আভ্যন্তৰীণ বিষয় বুলি মোগলে তাক ভ্ৰূক্ষেপ নকৰিছিল। শিৱাজীয়ে তেওঁৰ পাৰ্বত্য দুৰ্গ শ্ৰেণীৰ, বিশেষকৈ কোণ্ডানা আৰু পুৰন্দৰ দুৰ্গৰ সংস্কাৰ কাৰ্য সম্পূৰ্ণ কৰি বুজিলে যে তেওঁৰ সৈন্য বাহিনীৰ শক্তি সামৰ্থ্য অইন ৰাজ্যৰ তুলনাত প্ৰায় অপৰাজেয় হৈছে। তেওঁ এতিয়া তেওঁৰ পৰিকল্পিত হিন্দ্‌ওৱাই স্বৰাজৰ পৰিসৰ বৃদ্ধিৰ কাৰণে যত্নবান হ'ল।[১]

**জাৱালী আক্ৰমণ**ঃ— মাৱাল অঞ্চলৰ দেশমুখ সকলে প্ৰায়ে শিৱাজীৰ আনুগত্য স্বীকাৰ কৰি তেওঁৰ ৰাজ্য বিস্তাৰত পাৰ্যমানে সহায় কৰিলে। কিন্তু তাৰ ভিতৰত দুই এজনে বংশানুক্ৰমে বিজাপুৰৰ অধীনস্থ হৈ, নিজ স্বাৰ্থৰ কাৰণে সেই ৰাজ্যৰ বিৰুদ্ধাচৰণ নকৰিছিল। তেনে এজন আছিল জাৱালীৰ দেশমুখ চন্দ্ৰৰাও মোৰে। মোৰেসকল বৰ গৰ্বী আৰু উদ্ধত প্ৰকৃতিৰ আছিল। এওঁলোকে হলেও

(১) He now stretched his gaze beyond his modest realm, "watching and crouching" like the willy tiger, of his own mountain valleys, until he has stolen into a situation from which he could at once spring on his prey"

Grant Duff—quoted by
Kulkarni in Shivaji—(P. 44).

নহলেও, মহাৰাজ চন্দ্ৰগুপ্তৰ বংশধৰ বুলি গৌৰব কৰিছিল। এওঁলোকৰ বংশীয় উপাধি আছিল 'চন্দ্ৰৰাও'। বিজাপুৰৰ প্ৰথম চুলতানৰ আমোলত মোৰে বংশৰ পূৰ্বপুৰুষ এজনে চুলতানৰ প্ৰতি তেওঁৰ বিশ্বস্ততাৰ কাৰণে চুলতানৰ অনুগ্ৰহভাজন হৈ বৃত্তি স্বৰূপে চুলতানৰ পৰা জাৱালীৰ অধিকাৰ লাভ কৰে।

জাৱালী নামে সৰু ঠাই এডোখৰক কেন্দ্ৰ কৰি সাঁতাৰা জিলাৰ উত্তৰ পশ্চিম সীমান্তৰ পাৰ্বত্য অঞ্চলটোৰেই জাৱালী। এই অঞ্চলটো দুৰ্ভেদ্য জাৰ-জঙ্গলেৰে ভৰপূৰ। ওখ, ঠেক সাহ্যাদ্ৰী পৰ্বতমালা ইয়াৰ পশ্চিম সীমান্ত। মোৰে দেশমুখসকল নামত বিজাপুৰৰ অধীন হলেও এওঁলোকে জাৱালীৰ সৰু-বৰ চৰ্দাৰ আৰু জায়গীৰদাৰ সকলক বশ কৰি গোটেই সাঁতাৰা জিলা আৰু কঙ্কনৰ কিছু অংশত স্বাধীন ৰজাৰ দৰে শাসনকাৰ্য চলাইছিল আৰু এওঁলোকে অগাধ ধন-বস্ত্ৰ সঞ্চয় কৰিছিল। সামৰিক শক্তি হিচাপে এওঁলোক সেই অঞ্চলত অদ্বিতীয় আছিল।

জাৱালীয়ে শিৱাজীৰ অধিকাৰৰ দক্ষিণ আৰু দক্ষিণ-পশ্চিম সীমান্ত আগুৰি আছিল। গতিকে মোৰে সকলে তেওঁৰ গতিৰোধ কৰিলে। তেওঁৰ ৰাজ্য বিস্তাৰ অসম্ভৱ জানি তেওঁ তেওঁৰ স্ব-ৰাষ্ট্ৰৰ উদ্দেশ্য বুজাই চন্দ্ৰ ৰাওক তেওঁৰ সহযোগী হবলৈ বহুবাৰ সানুনয়ে অনুৰোধ জনালে। চন্দ্ৰ ৰাৱে শিৱাজীৰ অনুৰোধ উপেক্ষা কৰি তেওঁৰ উদ্দেশ্যত বাধা দিলে আৰু আন আন মাৱাল দেশমুখ সকলক শিৱাজীৰ ৰাজ্য-বিস্তাৰৰ চেষ্টাৰ বিপক্ষে সংঘবদ্ধ হবলৈ নিৰ্দেশ দি চন্দ্ৰ ৰাৱে শিৱাজীৰ বিৰুদ্ধে প্ৰৱল দল এটা গঠন কৰিলে। এনেতে আফজল খাঁ যেতিয়া বিজাপুৰৰ শাসনকৰ্তা স্বৰূপে ওৱাইলৈ আহিল তেতিয়া এওঁৰ প্ৰৰোচনাত শিৱাজীৰ সৈতে মোৰেৰ বিবাদ ক্ৰমে উগ্ৰতৰ হ'ল। এনে অৱস্থাত বিজাপুৰ ভক্ত মোৰেৰ বৰ্তমানে তেওঁৰ ৰাজ্য বিস্তাৰৰ আশা নিষ্ফল হব জানি অনুৰূপ শত্ৰুতাৰে শত্ৰুৰ সন্মুখীন হবলৈ শিৱাজীয়ে কঠোৰ পন্থা লবলৈ স্থিৰ কৰিলে।

মোৰে বংশৰ প্ৰসিদ্ধ দেশমুখ নিঃসন্তান দৌলত ৰাও মোৰেৰ মৃত্যুৰ পিছত তেওঁৰ পত্নীয়ে সেই বংশৰ যশোৱন্ত ৰাও নামেৰে যুৱক এজনক পোষ্য পুত্ৰৰূপে গ্ৰহণ কৰি দূৰ সম্পৰ্কীয় হনুমন্ত ৰাওৰ তত্ত্বাৱধানত শাসন কাৰ্য পৰিচালনা কৰিছিল। এনেতে আফজল খাঁ ওৱাইৰ পৰা কনকৰ্গিৰিলৈ স্থানান্তৰিত হ'লত, শিৱাজীয়ে সেই সুযোগতে মোৰে বংশ নাশ কৰিবলৈ স্থিৰ কৰিলে। আনুপূৰ্বিক তেওঁ মোৰে দেশ-মুখৰ সহযোগ আৰু সহানুভূতি বিচাৰি অনুৰোধ জনাইছিল, কিন্তু

দেশমুখে তেওঁৰ অনুৰোধ অগ্ৰাহ্য কৰিলে। শিৱাজীৰ মাৱাল দেশমুখ কান্‌হোজী জাধে আৰু হাইবাট ৰাও চিলিস্‌কাৰৰ সহায়ত তেওঁৰ সেনাপতি সম্ভাজী কাব্‌জীয়ে মোৰেৰ শাসন কেন্দ্ৰ জাৱালী আক্ৰমণ কৰিছিল যদিও, কাব্‌জীৰ চেষ্টা বিফল হয়।' তেতিয়া শিৱাজীৰ আন এজন বিশ্বস্ত উপদেষ্টা ৰঘুনাথ বল্লাল বাৰডেৰ অধীনত অইন এটা সৈন্য বাহিনীয়ে জাৱালী অক্ৰমণ কৰে। ৰণত হনুমন্ত ৰাওৰ মৃত্যু হয় আৰু যশোবন্ত ৰাও সপৰিয়ালে ৰাইৰী পৰ্বতলৈ পলায়ন কৰে। শিৱাজীয়ে নিজে গৈ জাৱালী অধিকাৰ কৰিলে। ৰাইৰী অধিত্যকাৰ পৰা যশোবন্ত ৰাৱে বাৰম্বাৰ আক্ৰমণেৰে শিৱাজীক অতিষ্ঠ কৰাত, তেওঁ চলেৰে যশোবন্তক বধ কৰিবলৈ ষড়যন্ত্ৰ কৰিলে। শিৱাজীৰ আমন্ত্ৰণত মোৰে সকলে সন্ধিৰ আশাত ৰাইৰী পৰ্বতৰ নামনিৰ নিৰ্দিষ্ট ঠাইলৈ নামি আহিছিল। এনেতে শিৱাজীয়ে যশোবন্ত ৰাওক হত্যা কৰে আৰু যশোবন্ত ৰাওৰ দুই পুত্ৰ কৃষ্ণাজী আৰু বাজী শিৱাজীৰ বন্দী হয়। এওঁলোক দুজনে বিজাপুৰৰ সৈতে শিৱাজীৰ বিৰুদ্ধে গোপন ষড়যন্ত্ৰ কৰাৰ অজুহাতত শিৱাজীয়ে এওঁলোকক বধ কৰায়।[২] এইদৰে শিৱাজীয়ে মোৰে সকলৰ যুগযুগান্তৰে সঞ্চিত অগাধ ধন-ৰত্ন আৰু সমগ্ৰ অধিকাৰ হস্তগত কৰিলে (১৬৫৬)। মোৰে হত্যা শিৱাজীৰ পক্ষে ন্যায় আৰু নীতি সন্মত নহয় বুলি কিছুমান ঐতিহাসিকে শিৱাজীক সমালোচনা কৰিছে। কিন্তু বিপুল শক্তিশালী মুছলমান ৰজা সকলৰ বিৰুদ্ধে হিন্দ্‌-স্বৰাজ স্থাপন কৰিবলৈ তেওঁৰ উজ্বল চেষ্টাৰ বিপৰীতে কোনো হিন্দু শক্তিয়ে বাধা দিলে তাক অতিক্ৰম কৰিবলৈ, নীতি সন্মত নহলেও, তেওঁ কঠোৰ ব্যৱস্থা অবলম্বন কৰিবলৈ বাধ্য হৈছিল, আৰু হয়তো তেওঁৰ আন্তৰিকতাই ন্যায্য পথ দৃষ্টিৰ পৰা আঁতৰাই ৰাখিছিল।

মোৰেৰ উচ্ছেদ সাধন কৰি শিৱাজীয়ে দুগুণে তেওঁৰ ৰাজশক্তি বঢ়াই তুলিলে। পাৰঘাট উপত্যকাত তেওঁৰ প্ৰতাপ অখণ্ডনীয় হ'ল আৰু মাৱাল দেশত সৰ্বপ্ৰকাৰে তেওঁৰ প্ৰতিপত্তি বিস্তাৰ কৰি জুনাৰৰ পৰা ওৱাইলৈকে গোটেই অঞ্চল তেওঁৰ অধিকাৰ ভুক্ত কৰিলে। পাৰঘাট উপত্যকাৰ শাসন আৰু সংৰক্ষণৰ কাৰণে তেওঁৰ অতি বিশ্বস্ত অনুচৰ

(১) কেপ্তেইন্ গ্ৰেন্ট্ ডাফ আৰু ছাৰ যদুনাথে মোৰেৰ হত্যা অন্যৰূপে বৰ্ণনা কৰিছে। তেওঁলোকৰ মতে শিৱাজীৰ অনুচৰ কেইজনমানেৰে সৈতে গৈ আলোচনাৰ সময়ত ৰঘুনাথ কৰ্‌ডে অকস্মাতে চন্দ্ৰৰাওৰ আবাস গৃহত তেওঁক হত্যা কৰি পলায়ন কৰে। ইয়াত সাৰ্দেচিৰ বৰ্ণনা অনুসৰণ কৰা হৈছে।

মোৰোপান্ত পিংগলেৰ তত্বাৱধানত মাৰাঠা বুৰঞ্জীৰ নক্ষত্ৰ স্বৰূপ 'প্ৰতাপগড়' দুৰ্গ সাজি লয়।

জাবালী অধিকাৰে শিৱাজীৰ ৰাষ্ট্ৰীয় জীৱনৰ নতুন অধ্যায় মুকলি কৰিলে। বিজাপুৰে শিৱাজীৰ সামৰিক প্ৰচেষ্টাৰ প্ৰতি তীক্ষ্ণ দৃষ্টি নাৰাখিছিল আৰু মোগল শক্তিয়ে ইয়াক সম্পূৰ্ণৰূপে উপেক্ষা কৰিছিল, যিহেতু, ইতিপূৰ্বে শিৱাজীয়ে বিজাপুৰ ৰাজ্যত অবৈধ অনধিকাৰ কৰিলেও সি ক্ষুদ্ৰ ব্যক্তিৰ ক্ষুদ্ৰ চেষ্টা বুলি এই দুই শক্তিৰ ধৰ্তব্য বুলি পৰিগণিত নহৈছিল। কিন্তু তেওঁৰ এই সামৰিক হত্যাকাণ্ডই তেওঁৰ দুই পৰম শত্ৰুক জাগৰিত কৰিলে——এফালে বিজাপুৰ আৰু আনফালে মোগল।

এই সংঘৰ্ষত শিৱাজীয়ে শ্ৰেষ্ঠ সহযোগী এজন লাভ কৰিছিল, জাবালীৰ দেশপাণ্ডে বাজীপ্ৰভু যি শিৱাজীৰ প্ৰাণৰক্ষা কৰিবলৈ নিজ প্ৰাণ বলি দি মাৰাঠা ইতিহাসত অমৰত্ব লাভ কৰিছে।

**শিৱাজী আৰু ঔৰংজেব** ঃ—শিৱাজীয়ে জাবালী অধিকাৰ কৰাৰ লগে লগে তেওঁৰ সন্মুখীন হ'ল সম্ৰাট সাজাহানৰ পুত্ৰ ঔৰংজেব। দোহাদ নামেৰে ঠাইত এওঁৰ জন্ম হয় (১৬১৮।২৪ অক্টোবৰ)। সৰুৰে পৰা পিতাকৰ সৈতে নানা যুদ্ধ ক্ষেত্ৰত ঘূৰি ফুৰি এওঁ যথেষ্ট সামৰিক অভিজ্ঞতা লাভ কৰিছিল। এওঁৰ আন্তৰিক কঠোৰতাৰ উপৰিও পৰধৰ্ম বিদ্বেষ আছিল এওঁৰ নৈতিক আচৰণ। দাক্ষিণাত্যৰ নিজাম ছাহী আহমদনগৰ ৰাজ্য অধিকাৰ কৰি, সম্ৰাট সাজাহানে এওঁক ৰাজ প্ৰতিনিধি স্বৰূপে দাক্ষিণাত্যৰ মোগল অধিকাৰৰ চুবাদাৰ নিযুক্ত কৰিছিল। তেওঁ দাক্ষিণাত্যত প্ৰথমবাৰ ৮ বছৰ কাল চুবাদাৰী কৰাৰ পিচত, তেওঁ দাক্ষিণাত্য এৰি সাম্ৰাজ্যৰ উত্তৰ-পশ্চিম সীমান্তৰ বিদ্ৰোহ দমনত ব্যস্ত হবলগীয়া হয়। কাৰ্যান্তৰত পুনৰ তেওঁ দাক্ষিণাত্যৰ শাসন ভাৰ প্ৰাপ্ত হয় (১৬৫৩-১৬৫৮)। তেওঁৰ শাসনৰ প্ৰথম ছোৱাত, দাক্ষিণাত্যৰ শক্তিসমূহৰ ভৱিষ্যৎ উৰ্মূলিৰ আশঙ্কা কৰি, সুদূৰ বুৰ্হানপুৰৰ মোগল শাসন কেন্দ্ৰৰ পৰিবৰ্তে, তেওঁৰ নিজ নামত, খাদকি নামেৰে ঠাইত তেওঁৰ শাসন কেন্দ্ৰ 'ঔৰঙ্গাবাদ' নগৰ পাতি লৈছিল। এই কালছোৱাত তেওঁৰ সম্পৰ্কে উল্লেখযোগ্য বিষয় নেথাকিলেও, দাক্ষিণাত্যত মোগল সাম্ৰাজ্যৰ স্থায়িত্বৰ কাৰণে, তেওঁৰ সুবিস্তৃত কল্পনা অটুত আছিল। তেওঁ ভাবিছিল আহমদনগৰৰ পতনৰ পিচত অন্যান্য মুছলমান শক্তিক সংহৰণ কৰিলেই দাক্ষিণাত্য মোগলৰ কৰায়ত্ব হব। তেওঁ তেতিয়া বুজিব পৰা নাছিল যে মাৰাঠা জায়গীৰদাৰ এজনৰ বিপৰীত প্ৰচেষ্টাই এদিন মোগল সাম্ৰাজ্যৰ কাল স্বৰূপ হব।

বিজাপুৰৰ বিৰুদ্ধাচৰণ কৰি তেওঁৰ জায়গীৰ সংস্থাপন কৰা কালছোৱাত শিৱাই মোগলৰ মনত তেওঁৰ প্ৰতি সন্দেহৰ সৃষ্টি নকৰি বৰং বন্ধুত্বৰ পৰিচয় দিবলৈ সাজু আছিল। শিৱাজীয়ে জাবালী আৰু ৰত্নগিৰিত তেওঁৰ অধিকাৰ বিস্তাৰ কৰা কালত, ঔৰংজেবে তেওঁৰ সামৰিক প্ৰচেষ্টাৰ মীমাংসা কৰিবলৈ গোলকুণ্ডাত ব্যস্ত হৈ আছিল। গতিকে উভয়ে নিজ নিজ স্বাৰ্থত জড়িত হৈ, কোনোৱে কাৰো স্বাৰ্থত ব্যাঘাত জন্মাবৰ সুযোগ পোৱা নাছিল। শিৱাজীয়ে বুজিছিল যে দক্ষিণ ভাৰতৰ প্ৰায়ে একে ক্ষেত্ৰতে যেতিয়া দুয়োৰে মিলন হৈছে, এদিন নহয় এদিন পৰস্পৰৰ সংঘৰ্ষ অনিবাৰ্য। সময়ৰ ব্যবধান বঢ়াবলৈ তেওঁ ঔৰংজেবৰ সৈতে সামৰিক সম্পৰ্ক স্থাপনৰ উদ্দেশ্যে ঔৰংজেবক জনালে যে তেওঁ মোগলৰ শত্ৰু বিজাপুৰৰ পৰা আজুৰি লোৱা অঞ্চলত আৰু দাবহোল বন্দৰত মোগলে তেওঁৰ স্বত্ব মানি ললে, বিজাপুৰৰ বিৰুদ্ধে তেওঁ মোগল বাহিনীত যোগ দিব। চতুৰ ঔৰংজেবে মাত্ৰ উত্তৰ পঠিয়ালে যে ইতিপূৰ্বে শিৱাজীয়ে মোগল পক্ষ সমৰ্থন কৰি মোগলৰ প্ৰতি আনুগত্য প্ৰমাণ নকৰিলে এই বিষয়ে চূড়ান্ত নিষ্পত্তি হ'ব নোৱাৰে। ঔৰংজেবৰ কূট উদ্দেশ্য বুজিবলৈ শিৱাজীৰ বেচি পলম নৈলাগিল। তেওঁ ঔৰংজেবৰ ফান্দত ভৰি নিদি, পৰস্পৰ দুই প্ৰবল শত্ৰুৰ বিৰোধৰ ফল ভোগ কৰিবলৈ বৈ থাকিল।

সাম্ৰাজ্যলোভী আকবৰৰ ৰাজত্ব কালৰ পৰাই সমগ্ৰ ভাৰত অধিকাৰ কৰিবলৈ মোগলৰ যত্নৰ ত্ৰুটি হোৱা নাছিল। বিলাসী জাহাঙ্গীৰৰ অক্ষমতাৰ কাৰণে কিছুকাল এই যত্ন ব্যাহত হয়। সম্ৰাট আকবৰৰ কাৰ্যপন্থা অনুসৰণ কৰি সম্ৰাট সাজাহানে যি দিগ্‌বিজয় আৰম্ভ কৰিছিল, সম্ৰাট ঔৰংজেবে তেওঁৰ জীৱনৰ শেষ কালত সেই কাৰ্য সমাপ্ত কৰে। সেয়ে তেওঁ উপাধি লৈছিল 'আলমগীৰ' অৰ্থাৎ 'বিশ্বগ্ৰাহী'। তেওঁৰ বৰ্তমানে পিতাক সাজাহানেও ময়ূৰ সিংহাসনৰ অধিকাৰী হ'ব নোৱাৰে বুলি, তেওঁৰ নীতি অনুসৰি, সাজাহানক কাৰাৰুদ্ধ কৰিবলৈ তেওঁ বাধ্য হয়। সুদক্ষ, বুদ্ধিমান, চতুৰ ঔৰংজেবে দাক্ষিণাত্য বিজয়ী বীৰ হবলৈ স্বধৰ্মী বিজাপুৰ কিম্বা গোলকুণ্ডাৰ স্বাধীনতা অপহৰণ কৰিবলৈ কিঞ্চিতো কুণ্ঠা বোধ নকৰিছিল। সুন্নি ঔৰংজেবৰ জ্বলন্ত পৰধৰ্ম বিদ্বেষ বহ্নিয়ে চিয়া বিজাপুৰ-গোলকুণ্ডা উচ্ছন্ন কৰিবলৈ কালমূৰ্তি ধাৰণ কৰিছিল। এওঁ স্বৰ্ণগৰ্ভা গোলকুণ্ডাৰ স্বাধীনতা লোপ কৰাৰ ঘাই কাৰণ আছিল, গোলকুণ্ডাৰ যুগে যুগে সঞ্চিত অপৰিমিত ধন-ৰত্নৰ প্ৰতি ঔৰংজেবৰ অদম্য তৃষ্ণা। সেয়ে ঔৰংজেবৰ পুত্ৰ মহম্মদ চুলতানক তেওঁ আজ্ঞা দিছিল যেন ন্যায় নীতি

অবিচাৰে গোলকুণ্ডা হস্তগত হয়। মোগলৰ আক্ৰমণত গোলকুণ্ডা হতশ্ৰী হোৱাত, সৰ্বগ্ৰাসী ঔৰংজেবৰ লোলুপ দৃষ্টিৰ পৰা বিজাপুৰ সাৰিবৰ পথ নাইকিয়া হ'ল।

এতিয়ালৈ ইতিপূৰ্বে হোৱা মোগল-বিজাপুৰৰ সন্ধি (১৬৩৬) কাৰ্যকৰী আছিল। যি হওক ঔৰংজেবে সেই সন্ধিৰ মৰ্যাদাৰ বিপৰীতে কোনো প্ৰকাৰে বিজাপুৰ আক্ৰমণ কৰিব নোৱাৰি, তেওঁ অদ্ভুত অজুহাত আৱিষ্কাৰ কৰিলে। এই সময়ত দীৰ্ঘকাল নিকাৰ ভুঞ্জাৰ পিচত, চুলতান মহম্মদ আদিল ছাহৰ মৃত্যু হয় (১৬৫৬)। তেওঁৰ পুত্ৰ নাবালক আদিল ছাহ উত্তৰাধিকাৰী সূত্ৰে বিজাপুৰৰ সিংহাসন অধিকাৰ কৰাত, এওঁৰ জন্ম সন্দেহজনক, গতিকে এওঁ ৰাজ্যৰ অধিকাৰী হ'ব নোৱাৰে বুলি কাৰণ দৰ্শাই ঔৰংজেবে বিজাপুৰৰ সৈতে বিবাদৰ সৃষ্টি কৰে আৰু কালক্ৰমে সেই বিবাদ গৈ যুদ্ধত পৰিণত হয়। এইদৰে পূৰ্বে সন্ধি উজাৰ কৰি ঔৰংজেবে বিজাপুৰ গ্ৰাসন পথ মুকলি কৰিলে।

**কঙ্কন বিজয়** ঃ— বিজাপুৰ ৰাজ্যৰ অধিকাৰভুক্ত কঙ্কন জিলাৰ ভিতৰত কল্যাণ উপকূল তেওঁৰ ৰাজ্যৰ সমৃদ্ধি বঢ়াবলৈ তাৰ ওপৰত শিৱাজীৰ তীক্ষ্ণ দৃষ্টি আছিল। কল্যাণ আৰু বেচিন উপকূলৰ বন্দৰ সমূহৰ বৈদেশিক বাণিজ্যৰ ঘাই পথ জাবালী অধিকাৰ কৰাৰ সময়ত শিৱাজীৰ কল্যাণ উপকূল আক্ৰমণৰ সুযোগ উপস্থিত হয়। এই অঞ্চলত বহুবাৰ তেওঁ নিজে পৰিভ্ৰমণ কৰিছিল; তাৰোপৰি তেওঁৰ গুপ্তচৰ সকলে এই ঠাইৰ নানা বিষয়ে তেওঁক আৱশ্যকীয় সন্ধান দিছিল। তেতিয়া মুল্লা আহমদ নামেৰে সম্ভ্ৰান্ত আৰব এজন কল্যাণৰ শাসনকৰ্তা আছিল। বিখণ্ডিত আহমদনগৰ ৰাজ্যৰ অধিকাৰৰ এই অংশ বিজাপুৰে গ্ৰহণ কৰি তাত উপযুক্ত শাসনৰ ব্যৱস্থা হাতত লব পৰা নাছিল। এনেতে শিৱাজীৰ গুপ্তচৰ সকলে এদিন তেওঁক সংবাদ দিলে যে বিজাপুৰ চুলতানৰ নিৰ্দেশত কল্যাণ চৰকাৰৰ সঞ্চিত বহু ধন লৈ কল্যাণৰ পৰা সৈনিক এদলে মহাৰাষ্ট্ৰৰ পাৰ্বত্য পথেৰে বিজাপুৰ অভিমুখে যাত্ৰা কৰিছে। এই বাতৰিত সেই ধন হস্তগত কৰিবলৈ শিৱাজীয়ে সিদ্ধান্ত ললে। অগম্য পাৰ্বত্য যাত্ৰাপথ অতিক্ৰম কৰোঁতে ধন ৰত্নেৰে সৈতে বিজাপুৰ সৈনিকৰ সমদলটো মাৰাঠাই আক্ৰমণ কৰিলে। পৰাজিত বিজাপুৰ সৈনিকৰ হাতৰ পৰা লুণ্ঠিত ধন ৰাজগড় দুৰ্গত সংৰক্ষিত হ'ল।

শিৱাজীয়ে বিজাপুৰৰ বশ্যতা স্বীকাৰ নকৰিলেও, কিম্বা কাৰ্যান্তৰত তেওঁ বিজাপুৰ বিৰোধী কাৰ্যত লিপ্ত হলেও, ঔৰংজেৱে বিজাপুৰ ৰাজ্যৰ অধিকাৰত হস্তক্ষেপ কৰা তেওঁ সহিব নোৱাৰিছিল। শিৱাজীৰ

নতুন অধিকাৰ মানি লবলৈ তেওঁৰ প্ৰতিনিধি মোনাজী পান্তক ঔৰংজেৱৰ বিদাৰ শিবিৰলৈ পঠাইছিল। ঔৰংজেৱে অনুৰোধ উপেক্ষা কৰি প্ৰথমে মোগলৰ ওচৰত শিৱাজীৰ আনুগত্য দাবী কৰাত শিৱাজীয়ে বুজিছিল প্ৰতাৰক ঔৰংজেৱে তেওঁৰ দাবী স্বীকাৰ নকৰে; গতিকে মোগলৰ সৈতে বন্ধুত্বতকৈ শত্ৰুতাই শ্ৰেয়। এই ভাবি তেওঁ মোগলৰ সৈতে নিৰপেক্ষ নীতি পৰিহাৰ কৰিলে। ১৬৫৬ খৃঃলৈকে ঔৰংজেৱৰ প্ৰতি শিৱাজী তিমান শত্ৰু ভাবাপন্ন নাছিল। কিন্তু অকাৰণত যেতিয়া ঔৰংজেৱে বিজাপুৰ-গোলকুণ্ডাৰ উচ্ছেদ সাধন কৰিবলৈ দক্ষিণ ভাৰতক ৰণক্ষেত্ৰত পৰিণত কৰিলে, তেতিয়া মোগল শক্তি নিগাজী হোৱাৰ পূৰ্বেই তেওঁ সেই শক্তিৰ প্ৰভাব খৰ্ব কৰিবলৈ স্থিৰ কৰিলে। ঔৰংজেৱে কল্যাণ অভিযানৰ বাবে সামৰিক শক্তি কেন্দ্ৰীভূত কৰাৰ লগে লগে শিৱাজীৰ সেনাপতি মিনাজী আৰু কাশীয়ে তিনি হেজাৰ অশ্বাৰোহী লৈ ভীমা নদী পাৰ হৈ মোগল অধিকাৰৰ নানা ঠাই উচ্ছন্ন কৰাৰ পিছত মোগলৰ কেন্দ্ৰস্থান আহমদনগৰৰ সমুখত উপস্থিত হ'ল। দুগৰপৰা বাধা প্ৰদান কৰাত মাৰাঠাই নগৰ লুণ্ঠন কৰিব নোৱাৰিলে। আনফালে শিৱাজীয়ে নিশা জুনাৰ নগৰৰ প্ৰাচীৰ পাৰ হৈ নগৰ লুট কৰিলে আৰু গোটেই জুনাৰ জিলা মাৰাঠাৰ আক্ৰমণত চাৰখাৰ হ'ল। ঔৰংজেৱে কল্পনাও কৰিব পৰা নাছিল যে সিদিনালৈকে মোগলৰ মুখাপেক্ষী 'সাধাৰণ জায়গীৰদাৰ' শিৱাজীয়ে অকস্মাৎ মোগল ৰাজ্যত এনে এটা বিভ্ৰাট ঘটাব। ঔৰংজেৱে বুজিলে যে খি জনে প্ৰবল প্ৰতাপী মোগলৰ সৈতে নিজ শক্তি ৰিজাব খুজিছে, এওঁ অকল ক্ষমতালোভী জায়গীৰদাৰ নহয়, এওঁৰ অভিপ্ৰায় অন্যৰূপ।

শিৱাজীৰ এই ভয়াবহ আক্ৰমণে ঔৰংজেৱৰ মনত সন্ত্ৰাসৰ সৃষ্টি কৰিলে। আহমদনগৰ আৰু জুনাৰৰ থানাদাৰসকলে শিৱাজীৰ কাৰ্যৰ প্ৰতিৰোধ কৰিব নোৱাৰা বাবে ঔৰংজেৱ এওঁলোকৰ ওপৰত খড়্গহস্ত হ'ল। মোগল অধিকাৰৰ এই শোচনীয় অৱস্থাৰ পৰিবৰ্তন কৰিবলৈ তেওঁ সামৰিক গুৰুত্বপূৰ্ণ ঠাইবোৰত নতুন নতুন চকি পাতি তাত অভিজ্ঞ সেনাপতিসকলক সীমান্ত ৰক্ষাৰ ভাৰ দিলে। ততোধিক, ঔৰংজেৱে তেওঁৰ সেনাপতিসকলক আদেশ দিলে যে প্ৰতিশোধমূলক ব্যৱস্থা স্বৰূপে তেওঁলোকে শিৱাজীৰ অধিকাৰত লুণ্ঠন আৰু হত্যাৰে বিভীষিকাৰ সৃষ্টি কৰি তেওঁৰ আবাসভূমি পুণা আৰু চাকান নিশ্চিহ্ন কৰিব লাগে। কিন্তু বাৰিষাৰ লগে লগে অগম্য পাৰ্বত্য ঠাইত মোগল নিষ্ক্ৰিয় হ'ল আৰু বাৰিষাৰ অন্তত সম্ৰাট ছাহ-

জাহানৰ অন্তিম অৱস্থাৰ বাতৰি পাই, দক্ষিণ ভাৰতত আক্ৰমণাত্মক কাৰ্য স্থগিত ৰাখি ঔৰংজেৱে মোগল সিংহাসনৰ বাবে উত্তৰ ভাৰতত জটিল সমস্যাত লিপ্ত হ'বলগীয়া হ'ল। তেওঁ বুজিছিল কঠোৰ কৰ্তব্য তেওঁৰ সমুখত; তেওঁ উত্তৰ ভাৰতলৈ যাত্ৰাৰ বাবে সাজু হ'বলগীয়া হোৱাত নিৰ্বিবাদে তেওঁ বিজাপুৰৰ সন্ধিৰ প্ৰস্তাৱ মানি ললে।

আনপক্ষে মাৰাঠাৰ আক্ৰমণৰপৰা মোগল অধিকাৰৰ দক্ষিণ-পশ্চিম সীমান্ত ৰক্ষাৰ কাৰণে তেওঁৰ সামৰিক বিষয়াসকলক সততে সতৰ্ক হবলৈ নিৰ্দেশ দিলে। শিৱাজীয়ে দেখিলে বিজাপুৰে যেতিয়া সন্ধিসূত্ৰে মোগলৰ সৈতে ৰণৰপৰা অব্যাহতি পাইছে তেনে স্থলত ঔৰংজেৱৰ সঙ্কট মুহূৰ্তত হয়তো তেওঁৰ ওপৰত ঔৰংজেৱৰ সুদৃষ্টি পৰিলে পৰিব পাৰে। ঔৰংজেৱৰ সেনাপতি নচিৰি খাঁৰ সৈতে শিৱাজীয়ে ইতিমধ্যে সন্ধিৰ বিষয়ে উৎথাপন কৰিছিল আৰু সেই বিষয়ে নচিৰিখাঁই তেওঁক আশাৰ ভিতৰত ৰাখিছিল। শিৱাজীয়ে বুজিছিল যি নহলেও ঔৰংজেৱ তেওঁৰ প্ৰতি সদয় হোৱা কঠিন। তথাচ, যাত্ৰাকালত শত্ৰুৰপৰা কুটা এডাল টানি ৰাখিব পাৰিলেও লাভ— এই উদ্দেশ্যে ঔৰংজেৱৰ প্ৰীতিৰ আকাংক্ষাত শিৱাজীয়ে তেওঁৰ প্ৰতি-নিধি ৰঘুনাথ পান্তক ঔৰংজেৱৰ সৈতে সাক্ষাৎ কৰিবলৈ পঠিয়াই দিলে।

মিষ্টভাষী ৰঘুনাথে ঔৰংজেৱক নিবেদন জনালে যে শিৱাজীয়ে যি অন্যায় কৰিছে (আহমদনগৰ আৰু জুনাৰ লুণ্ঠন) তাৰ বাবে তেওঁ বৰ অনুতপ্ত; গতিকে চুবেদাৰে তেওঁৰ অতীত দুষ্কৃতি মৰিষণ কৰি শিৱাজীৰ নতুন অধিকাৰ অনুমোদন কৰিলে তেওঁ বন্ধুভাবে আজীৱন মোগলৰ আনুগত্য স্বীকাৰ কৰিব। ঔৰংজেৱে শিৱাজীলৈ এই আবে-দনৰ লিখিত উত্তৰ পঠিয়ালে "তোমাৰ কাৰ্যাৱলী ক্ষমাৰ উপযোগী নহলেও, অনুতপ্ত ব্যক্তিক ক্ষমা কৰা হ'ল। তোমাৰ প্ৰতিনিধি স্বৰূপে সোনাজী পণ্ডিতক আমাৰ দৰবাৰলৈ পঠাবা আৰু সামৰিক বিষয়া এজনৰ অধীনত ৫০০ অশ্বাৰোহী আমাৰ কাৰ্যত নিযুক্ত কৰিবা; মোগল সাম্ৰাজ্যৰ সীমান্ত ৰক্ষা কৰিবা; সময়ত তোমাৰ আবেদন মঞ্জুৰ কৰা হ'ব।" ঔৰংজেৱে প্ৰকাশ্যে শিৱাজীৰ প্ৰস্তাৱ নাকচ নকৰিলেও, তেওঁ যে মাৰাঠাক ভুৱা দি পিছত প্ৰতাৰণা কৰিব তেওঁৰ এই অভিপ্ৰায় বুজিবলৈ শিৱাজীৰ একো বাকী নেথাকিল। যাত্ৰাকালত ঔৰংজেৱে বিজাপুৰ চৰকাৰক গোপনে নিৰ্দেশ দিলে "সাম্ৰাজ্যৰ যাতে কোনো ব্যাঘাত জন্মাব নোৱাৰে তাৰ বাবে পাৰিলে এই জায়গীৰদাৰ (শিৱাজী) জনক সুদূৰ কৰ্ণাটকত জায়গীৰ এখন দি তাত তেওঁক আবদ্ধ কৰা।"

শিৱাজীৰ প্ৰস্তাৱত ঔৰংজেৱে মৌখিক সম্ভাৱ দেখুৱাইছিল যদিও, আন্তৰিক কপটতা এৰিব নোৱাৰিছিল; সেয়ে তেওঁ ইতিপূৰ্বৰ সুসভ্য মোগলৰ সূক্ষ্ম শিষ্টাচাৰ পাহৰি অকথ্য ভাষাৰে সেনাপতি মিৰজুমলাক সঙ্কেত দিছিল—"নচিৰি খাঁৰ অবিহনে জুনাৰ সীমান্ত খালী পৰি আছে। কুকুৰ পোৱালী এটাই অনিষ্ট সাধিবলৈ মাত্ৰ সুযোগ বিচাৰিছে—সাবধান।[১] ঔৰংজেৱে কদাপিও শিৱাজীক বিশ্বাস নকৰিছিল। তেওঁৰ যাত্ৰাৰ (১৬৫৮।২৫ জাঃ) আগলৈ মাৰাঠাৰ আক্ৰমণৰ সন্দেহত মোগল অধিকাৰ প্ৰতিৰক্ষাৰ কাৰণে পাৰ্যমানে সামৰিক সু-বন্দোবস্ত কৰিছিল। তথাচ, ঔৰংজেৱৰ অনুপস্থিতিৰ সুযোগ লৈ শিৱাজী পূৰ্ণ সমৰ আয়োজনৰ বাবে সাজু হ'ল।

**কঙ্কন অধিকাৰ**ঃ—শিৱাজীৰ কঙ্কন অধিকাৰৰ আৱশ্যকতা আৰু সেই সম্পৰ্কে তেওঁৰ প্ৰচেষ্টাৰ কথা আগতে কোৱা হৈছে। ভবিষ্যৎ মাৰাঠা ৰাজ্যৰ সমৃদ্ধি আৰু সংৰক্ষণৰ কাৰণে কঙ্কন অধিকাৰে তেওঁৰ কল্পনাৰ শীৰ্ষস্থান অধিকাৰ কৰিছিল। চিপলুনৰপৰা ভাৱহোললৈকে বৈ গৈ বশিষ্ঠি নদীয়ে কঙ্কন উপকূল দুভাগ কৰিছে। এই নৈৰ উত্তৰে বেচিনলৈকে উত্তৰ কঙ্কন আৰু এই নৈৰ দক্ষিণ ভাগ দক্ষিণ কঙ্কন। ১৬৩৬ চনৰ সন্ধি সূত্ৰে আহমদনগৰৰ অধিকাৰৰ উত্তৰ কঙ্কন বিজাপুৰে হস্তগত কৰিছিল। দক্ষিণ কঙ্কন পূৰ্বাপৰ বিজাপুৰৰ অধিকাৰভুক্ত আছিল।

১৬৫৭ চনৰ মাজ ভাগৰ পৰা শিৱাজীয়ে কঙ্কন উপকূল অধিকাৰ কৰাত ব্যস্ত হয়। কঙ্কনৰ উত্তৰ ভাগ কল্যাণ জিলা। খৰালি মাহত (অক্টোবৰ) শিৱাজীয়ে পশ্চিমঘাট পৰ্বতমালা পাৰ হৈ কল্যাণ আক্ৰমণ কৰিলে। তাঁৰ শাসনকৰ্তা মুল্লা আহমদে মহম্মদ আদিল ছাহৰ ৰুগ্ন অৱস্থাৰ কাৰণে সময়ে সময়ে বিজাপুৰলৈ গৈ সুদীৰ্ঘকাল বিজাপুৰত কটাইছিল। এওঁ বিজাপুৰত থকা কালত কল্যাণৰ স্থানীয় নিৰাপত্তাৰ কাৰণে কোনো বিশেষ সামৰিক সু-বন্দোবস্ত নথকাত আৰু শাসনৰ স্থিৰতাৰ অভাৱত অবাধে শিৱাজীয়ে গৈ কল্যাণ আৰু ভিৱাণ্দি অধিকাৰ কৰে। এই সময়তে পিতাক সাহাজীৰ শেষ আশ্ৰয় স্থান মাহুলী দুৰ্গ শিৱাজীৰ হস্তগত হয়। এইদৰে গোটেই উত্তৰ কঙ্কন অধিকাৰ কৰি বেচিনৰপৰা ৰাজাপুৰলৈ উপকূল অঞ্চলত তেওঁৰ অধিকাৰ

---

(১) Though a cultivated and elegant product of Moghul education and upbringing, Aurongzeb forgot himself and descended to levels entirely unworthy of his breeding when dealing with or discussing Shivaji.
Shivaji—Kulkarni (P 74).

বিস্তাৰ কৰিলে। উত্তৰ কঙ্কন জয় কৰাৰ পিছত তেওঁ নিজে দক্ষিণে ৰাজাপুৰ আৰু তাৰপৰা সোন্ধালৈ দক্ষিণ কঙ্কনৰ কোলাবা জিলা পৰিদৰ্শন কৰি সিদ্ধান্ত কৰিছিল যে কঙ্কন উপকূল ভাগেই তেওঁৰ সামৰিক প্ৰশাসনৰ বাবে উপযুক্ত ঠাই হ'ব।

এই অঞ্চলৰ চাবেক হিন্দু নায়কসকলে শিৱাজীৰ শাসন কামনা কৰি, দক্ষিণ কঙ্কন অধিকাৰত তেওঁক আৱশ্যকীয় সহায় দিছিল। সেই সময়তে ৰাজাপুৰত তেওঁৰ সামৰিক কেন্দ্ৰ স্থাপন কৰে। স্থানীয় সোৱান্ত ৰজাৰ সৈতে প্ৰীতি সম্পৰ্ক স্থাপন কৰি ভবিষ্যতলৈ সোৱান্ত ৰজাক তেওঁৰ সমৰ্থনকাৰী কৰি লয়। সোৱান্তসকলৰ সৈতে তেওঁৰ মিত্ৰতা স্থাপন কৰা কালত তেওঁ সোৱান্ত ৰজাৰ কেন্দ্ৰ কুডাল দৰ্শন কৰিছিল আৰু তাতেই তেওঁ ইউৰোপত তৈয়াৰি অতি সুন্দৰ তৰোৱাল এখন ৩০০৲ হ'ন মূল্যত কিনি লয়। এই তৰোৱালখনেই ইতিহাসত শিৱাজীৰ 'ভবানী খড়্গ' বুলি প্ৰসিদ্ধ হয়।

কল্যাণৰপৰা ডিংৰুললৈ উপকূল অঞ্চল শিৱাজীৰ হস্তগত হোৱাত, জাঞ্জিৰাৰ সিদ্দি আৰু ইউৰোপীয় বণিকসকলৰ পক্ষে ই ভয়ৰ কাৰণ হৈ উঠিল। শিৱাজীৰ বন্ধুত্ব বিচাৰি সিদ্দিয়ে তেওঁক টালা, গোচালা, ৰাইৰি হস্তান্তৰ কৰি দিলে আৰু চৌলৰ পৰ্তুগীজসকলে তেওঁৰ আক্ৰমণৰ হাত সাৰিবলৈ তেওঁক বাৎসৰিক কৰ শোধাব বুলি প্ৰতিশ্ৰুতি দিলে।

১৬৫৯ চনত শিৱাজীৰ অধিকাৰ প্ৰায় দুগুণে বৃদ্ধি হ'ল। ১৬৪৮ চনত তেওঁৰ পৈত্ৰক জায়গীৰ আৰু বিজাপুৰৰপৰা কাঢ়ি লোৱা কিছু অঞ্চল মাত্ৰ তেওঁৰ অধিকাৰভুক্ত আছিল আৰু সেয়ে আছিল পুণা জিলাৰ দক্ষিণে আধা অংশ। ১৬৫৯ চনত তেওঁৰ অধিকাৰ সাঁতাৰা জিলাৰ দক্ষিণ সীমান্তলৈ বিস্তৃত হয় আৰু কঙ্কনৰ মাহুলীৰপৰা মহাদলৈ উপকূল অঞ্চল তেওঁৰ অধিকাৰৰ অন্তৰ্ভুক্ত হয়।

শিৱাজীৰ বৃহত্তৰ ৰাজ্য পৰিচালনাৰ কাৰণে তেওঁ মুখ্য পদ সৃষ্টি কৰি, মোৰে ত্ৰিম্বক পিঙ্লেক পেশোৱা, নিলো সোণদেৱক মজুমদাৰ, নেতাজী পালকৰক অশ্বাৰোহীৰ অধিনায়ক, অনাজী দত্তক চুৰনীশ আৰু গঙ্গাজী মাঙাজীক ওৱাকনীশ নিযুক্ত কৰিলে। তেতিয়া শিৱাজীৰ অশ্বাৰোহী হয় দহ হেজাৰ আৰু জেশাজী কঙ্কৰ অধীনস্থ মাৱাল পদাতিক হয় দহ হেজাৰ। তেওঁৰ ৪০টা স্থলদুৰ্গৰ বাহিৰেও সমুদ্ৰ বন্দৰ প্ৰতিৰক্ষাৰ বাবে জলদুৰ্গ নিৰ্মাণ কাৰ্য বিস্তৃতৰূপে হাতত লয়। জলদুৰ্গৰ ভিতৰত প্ৰথমে তেওঁ ১৬৫৩ চনত বিজয় দুৰ্গ সাজিবলৈ আৰম্ভ কৰিছিল।

উত্তৰ কঙ্কনৰ আৱশ্যকীয় ঠাইবোৰ অধিকাৰ কৰি শিৱাজীয়ে কল্যাণ বন্দৰ সুৰক্ষিত কৰিলে। পূৰ্বৰ প্ৰায় অৰাজক অৱস্থাৰ পৰিবৰ্তে গোটেই অঞ্চলত নতুন পদ্ধতিৰে শাসন কাৰ্য নিৰ্বাহ কৰিবলৈ বেসামৰিক বিষয়াসকল নিযুক্ত হ'ল। এওঁলোকৰ কৰ্ম তৎপৰতাৰ কাৰণে শান্তি আৰু শৃংখলা স্থাপন হোৱাৰ লগে লগে প্ৰজাৰ সন্তুষ্টি বাঢ়িব ধৰিলে। আবাজী সোণদেৱ কল্যাণ জিলাৰ প্ৰথম শাসনকৰ্তা নিযুক্ত হ'ল।

কল্যাণ অভিযানৰ সময়ৰ কাহিনী এটাই শিৱাজীৰ মহত্ব আৰু চৰিত্ৰ বলৰ পৰিচয় দিছে। কল্যাণ নগৰ আক্ৰান্ত হোৱাৰ সময়ত শাসনকৰ্তা মুল্লা আহমদ সেই ঠাইত নাছিল। তেওঁৰ পৰিয়ালবৰ্গ আক্ৰমণকাৰী মাৰাঠাৰ হাতত বন্দী হয়। বন্দীৰ ভিতৰত আছিল মুল্লা আহমদৰ অতি ৰূপৱতী বোৱাৰীয়েক এজনী। বিভ্ৰান্ত সোণদেৱে উপহাৰ স্বৰূপে এওঁক শিৱাজীৰ ওচৰলৈ পঠিয়াই দিছিল। তেওঁৰ সম্পৰ্কে শীসনকৰ্তাজনৰ এনে নীচ ধাৰণাৰ বাবে শিৱাজীয়ে তেওঁক যথেষ্ট তিৰস্কাৰ কৰিলে। যুৱতীৰ সঙ্কোচ আৰু সন্ত্ৰাস দূৰ কৰিবলৈ তেওঁ মাত্ৰ কৈছিল "কি আনন্দৰ কথা, মোৰ আইৰ ৰূপ তোমাৰ দৰে হোৱা হলে, মই কিমান ৰূপৱন্ত হলোঁহেঁতেন।" যুৱতীজনীক এইদৰে তেওঁৰ মাকৰ সৈতে তুলনা কৰি, শিৱাজীয়ে ৰমণীৰ প্ৰতি তেওঁৰ অসীম শ্ৰদ্ধা জ্ঞাপন কৰিছিল।[১] তেতিয়া মুল্লা আহমদ বিজাপুৰত আছিল। নানা অলঙ্কাৰ আভৰণ দি যুৱতীক পাঁচশ দেহৰক্ষীৰ সৈতে বিজাপুৰত পিতাকৰ ওচৰলৈ পঠিয়াই দিয়ে। ৰমণীৰ প্ৰতি থকা শিৱাজীৰ শ্ৰদ্ধা সম্পৰ্কে শিৱাজী বিৰাগী ইতিহাস লিখকসকলেও অতি হৰ্ষচিত্তে তেওঁৰ এই মহৎ গুণ কীৰ্তন কৰিছে।

**আফজলখাঁৰ দৰ্পহৰণ** ঃ—শিৱাজীৰ কঙ্কন বিজয়ৰ লগতে তেওঁ এটা প্ৰবল ধুমুহাৰ সমুখীন হব লগীয়া হ'ল। তেওঁ অনুমান কৰিব পৰা নাছিল যে তেওঁ ইমান সোনকালে এক শক্তিশালী শত্ৰুৰ বিপক্ষে থিয় হব লাগিব। তেওঁৰ ক্ৰমোন্নতি আৰু অধিকাৰ বিস্তৃতি বিজাপুৰৰ পক্ষে বিষাক্ত শেল যেন হৈছিল। ৰুগ্ন মহম্মদ আদিল ছাহে তেওঁৰ মৃত্যুৰ আগলৈ বহু চেষ্টা কৰিও শিৱাজীৰ বিৰুদ্ধে

(১) The Great Maratha rose as the lady was brought to his presence and bowing to her graciously, complimented her on her charming appearance exclaiming "How I wish that my mother had been as beautiful as you are, I would then have been more beautiful".
Shivaji—Kulkarni (P 46).

প্ৰতিকাৰৰ উপায় পোৱা নাছিল। পুত্ৰৰ এই ৰাজ-বিৰোধী কাৰ্যৰ কাৰণে পিতৃ সাহাজী ভোন্‌চলাই অশেষ তাড়ণা ভুগিবলগীয়া হৈছিল। কিন্তু সুদূৰ মহাৰাষ্ট্ৰত সম্পৰ্ক ৰহিত পুত্ৰৰ যিকোনো কাৰ্যৰ কাৰণে কৰ্ণাটকত পিতৃক অপৰাধী কৰা অযুক্তিকৰ আৰু অবিধেয় বুলি শিৱাজীৰ পক্ষৰপৰা তীব্ৰ প্ৰতিবাদ কৰাত বিজাপুৰে সম্প্ৰতি শিৱাজীৰ বিৰুদ্ধে প্ৰতিকাৰৰ চেষ্টা পৰিত্যাগ কৰিলে। চুলতান মহম্মদ আদিল ছাহৰ মৃত্যু হ'ল (১৬৫৬ খৃঃ)। তেওঁৰ উত্তৰাধিকাৰীজন হ'ল নাবালক আলি আদিল ছাহ। এনেতে মোগলে বিজাপুৰ ৰাজ্য আক্ৰমণ কৰি ঘোৰ সন্ত্ৰাসৰ সৃষ্টি কৰিলে। ততোধিক, যেতিয়া বিজাপুৰৰ সুদক্ষ মন্ত্ৰী খাঁ মহম্মদক কুচক্ৰী খাওৱাজ খাঁই হত্যা কৰালে তেতিয়া অন্ত-বিপ্লৱৰ কাৰণে বিজাপুৰৰ শক্তি হ্ৰাস হ'ল। এই অৱস্থাত শিৱাজীয়ে কঙ্কন অধিকাৰ কৰাত বিজাপুৰৰপৰা বিশেষ একো বাধা পোৱা নাছিল।

মহম্মদ আদিল ছাহৰ মৃত্যুৰ পিছত নাবালক আলি আদিল ছাহৰ অধ্যক্ষ স্বৰূপে মাক বাৰিচাহেবাই ৰাজকাৰ্য হাতত লয়। 'বাৰিচাহেবা গৰ্বিনী আৰু নিজ মতাৱলম্বী ৰমণী আছিল। শিৱাজীৰ ৰাজ্যৰ অনু-ক্ৰমিক বিস্তৃতিত এওঁ অধৈৰ্য হ'ল। এওঁৰ অনুভব হ'ল, মোগল আক্ৰ-মণত বিজাপুৰৰ যি ক্ষতি বাকী আছে, শিৱাজীৰ আক্ৰমণে তাক পূৰ্ণ কৰিব। ঔৰংজেবৰ সৈতে সন্ধিৰ পিছত, বাৰিচাহেবাই যেতিয়া মোগল আক্ৰমণৰ পৰা অব্যাহতি পালে, তেতিয়া কঙ্কনৰপৰা শিৱাজীক বিদূৰ কৰিব বুলি স্থিৰ সিদ্ধান্ত ললে। ৰাজ দৰবাৰত এই বিষয়ে বিশদ আলোচনাৰ পিছত, সকলোৱে এক মত হ'ল, যে আক্ৰমণকাৰী মাৰা-ঠাক যি কোনো উপায়েৰে সমুচিত শাস্তি দিয়া উচিত। শিৱাজীৰ বিক্ৰম আৰু অৰণ্যময় পাৰ্বত্য কঙ্কনত তেওঁৰ সামৰিক বিধি ব্যৱস্থাৰ কথা কাৰো অজ্ঞাত নাছিল। বিশেষকৈ তেনে বিপজ্জনক ঠাইত শিৱাজীক আক্ৰমণ কৰাৰ গুৰু ভাৰ লবলৈ বিজাপুৰৰ সেনাপতিসকলে ইতস্ততঃ কৰিছিল। অৱশেষত, বাৰিচাহেবাৰ কাতৰোক্তিত, অতি বলশালী আৰু ভীমকায় বিজাপুৰৰ শ্ৰেষ্ঠ বীৰ আফজল খাঁই শিৱাজীৰ বিপক্ষে সঙ্কটপূৰ্ণ অভিযানৰ দায়িত্ব গ্ৰহণ কৰিলে। আফজল খাঁৰ আন নাম আছিল 'আবদুল্লা ভাতাৰী'। এওঁ চুলতানৰ হাৰেমৰ ৰান্ধনী এজনীৰ গৰ্ভত জন্ম গ্ৰহণ কৰিছিল আৰু এওঁ চুলতান মহম্মদ আদিল ছাহৰ অবৈধ সন্তান বুলি প্ৰকাশ পায়।[১] যি নহওক, সৰ্বোচ্চ সামৰিক

(১) 'He was reported to be an illegitimate son of the late Mohammad Sha, his mother having been a cook in the royal kitchen.

Shivaji—Sardesai (P 123)

বিষয়াসকলৰ ভিতৰত এওঁ আছিল সুপ্ৰখ্যাত। এওঁ, সুকৌশলে সামৰিক কাৰ্য সমাধা কৰি যিদৰে গৌৰব লভিছিল, তেনেদৰে তেওঁৰ বিশ্বাসঘাতকতা আৰু নিষ্ঠুৰতাৰ কাৰণে তেওঁ কুখ্যাত হৈছিল। নিমন্ত্ৰণ কৰি আনি প্ৰতাৰণাৰে এওঁ ৰজা কস্তুৰিৰঙ্গক হত্যা কৰিছিল আৰু অনুৰূপ বিশ্বাসঘাতকতাৰে তেওঁ বিজাপুৰৰ মন্ত্ৰী খাঁ মহম্মদক হত্যা কৰাইছিল। ভোন্‌চলা বংশৰ প্ৰতি এওঁৰ যেন স্বভাৱগত আক্ৰোশ আছিল। সাহাজী ভোন্‌চলাক কৰ্ণাটকৰপৰা বন্দী অৱস্থাত বিজাপুৰলৈ আনিবৰ ভাৰ লৈছিল এৱেঁই আৰু পৰোক্ষে হলেও, সাহাজীৰ পুত্ৰ সম্ভাজীৰ মৃত্যুৰ কাৰণ আছিল এওঁৱেই।

আৰ্থিক আৰু সামৰিক ফালৰপৰা তেতিয়া বিজাপুৰৰ অৱস্থা সুচল আৰু সতেজ নাছিল যদিও, ৰাজমাতা বাৰিচাহেবাই আফজল খাঁৰ অভিযান সাৰ্থক কৰিবলৈ পাৰ্যমানে সুবন্দোবস্ত কৰিলে, যাতে যি কোনো কাৰণত অভিযান ব্যৰ্থ নহয়। মদমত্ত খাঁই সগৰ্বে ৰাজ-সভাত ঘোষণা কৰিলে, তেওঁ মাটিত ভৰি নিদিয়াকৈ হেলাৰঙে শিৱা-জীক বধ নাইবা বন্দী কৰিব। খাঁই নুবুজিলে, অৱস্থাভেদে কথা আৰু কাৰ্যৰ প্ৰভেদ হয়। উৎসাহিত হৈছিল যদিও, অন্তৰত খাঁই ভৱি-ষ্যৎ অকল্যাণৰ চিন্তাৰপৰা মুক্ত হ'ব পৰা নাছিল। অৱশেষত, বিপুল ৰণসম্ভাৰে সৈতে দহ হেজাৰ অশ্বাৰোহী আৰু পদাতিক সৈন্যেৰে সুগঠিত সৈন্যবাহিনী এটা সজাই লৈ তেওঁ বিজাপুৰৰপৰা মহাৰাষ্ট্ৰ অভিমুখে যাত্ৰা কৰিলে (১৬৫৯।চেঃ)। সেই সময়ত (১৬৫৯।১০ ডিঃ) ইংৰাজ ৰেভিংটনে ইষ্ট ইণ্ডিয়া কম্পেনীলৈ এইদৰে লিখিছিল "এই বছৰ দহ হেজাৰ অশ্বাৰোহী আৰু পদাতিক সৈন্যেৰে সৈতে ৰাণীয়ে আবদুল্লা খাঁক শিৱাজীৰ বিৰুদ্ধে পঠিয়াইছিল, আৰু যিহেতু তেওঁ জানিছিল যে এই সৈন্যবল লৈ আব্দুল্লা খাঁই শিৱাজীক পৰাস্ত কৰিব নোৱাৰিব, গতিকে শিৱাজীৰ সৈতে বন্ধুত্বৰ ছলনা কৰিবলৈ তেওঁক উপদেশ দিছিল আৰু আব্দুল্লা খাঁই সেইটো কৰিছিল।"

বিজাপুৰৰ প্ৰায় ৬৫ মাইল উত্তৰে পন্ধৰপুৰৰ মহাদেৱ পৰ্বত আৰু মালাদিব পথেৰে আফজল খাঁই ৰহিমতপুৰ নামেৰে ঠাইলৈ আগবাঢ়ে। তেওঁৰ উদ্দেশ্য আছিল, বাটত লুণ্ঠন কাৰ্যেৰে তেওঁৰ সমৰসজ্জাৰ আৱশ্যকীয় খৰছ সংগ্ৰহ কৰিব। অধিকন্তু তেওঁ ভাবিছিল, যাত্ৰা পথত অত্যাচাৰ উৎপীড়নেৰে জনতাৰ মনত আতঙ্কৰ সৃষ্টি কৰিলে, শিৱাজীৰ প্ৰতি প্ৰজাসমূহৰ আসক্তি কমিব। আফজল খাঁই পন্ধৰপুৰৰ ভিঠোবাৰ মন্দিৰ লুণ্ঠন কৰি তাৰ বিগ্ৰহ চূৰ্ণ-বিচূৰ্ণ কৰিলে। শিৱাজীৰ ওপৰত প্ৰতিশোধকামী খাঁৰ হাতত তুলজাপুৰৰ বিখ্যাত

ভবানী মূৰ্তিৰো একে দশাপ্ৰাপ্ত হ'ল। এইদৰে তেওঁৰ অভিযান পথৰ কেউফালে পাশৱিক অত্যাচাৰেৰে বিভীষিকাৰ সৃষ্টি কৰি খাঁই ফালটান জিলাৰ মালাবাদি নামেৰে ঠাইত উপস্থিত হয়। তাত ফালটানৰ দেশমুখ বাবাজী নিম্বালকৰ[১] শিৱাজীৰ সহায় হোৱাৰ অপৰাধত খাঁই তেওঁক হাতীৰে গছকাই মাৰিবৰ উপক্ৰম কৰিছিল; নিম্বালকৰে দুই লক্ষ টকাৰ বিনিময়ত খাঁৰ ৰোষৰপৰা মুক্তি পায়। মালাবাদিত খাঁই কিছুদিনৰ বাবে ছাউনী পাতি লৈ তাণ্ডব লীলাৰ সৃষ্টি কৰিলে।[২] কিন্তু এই অত্যাচাৰৰ ফলত অসীম নিৰ্যাতন ভোগ কৰি, মাৰাঠাসকলে এই যুদ্ধ ধৰ্মযুদ্ধ ৰূপে বিবেচনা কৰিলে; কিয়নো এওঁলোকে বুজিছিল, এই যুদ্ধত পৰাস্ত হলে মাৰাঠাৰ কল্পিত স্বৰাষ্ট্ৰৰ মূলোচ্ছেদ হ'ব।

যথাৰ্থতে আফজল খাঁৰ অভিপ্ৰায় আছিল, উত্তৰ দিশে পুণালৈ আগুৱাই শিৱাজীৰ নিজ অধিকাৰৰ সমতল ক্ষেত্ৰত শিৱাজীক পৰাজয় কৰিব। ইতিমধ্যে শিৱাজীয়ে ৰাজগড় দুৰ্গৰপৰা খাঁৰ গতিবিধি নিৰীক্ষণ কৰিছিল। সমতল ক্ষেত্ৰত খাঁই তেওঁক আগুৰি লোৱাৰ পূৰ্বে মাতৃ জিজাবাইৰ সৈতে তেওঁ পৰ্বত অৰণ্যে পৰিপূৰ্ণ জাৱালী জিলাৰ পৰ্বত শিখৰত অধিষ্ঠিত প্ৰতাপগড় দুৰ্গত আশ্ৰয় ললে। প্ৰতাপগড়ত শিৱাজীৰ প্ৰস্তুতিৰ সম্ভেদ পাই খাঁই অবিলম্বে ওৱাই অভিমুখে যাত্ৰা কৰিলে। ওৱাইৰপৰা প্ৰতাপগড় ন্যূনাধিক ১৬ মাইল দূৰ। এসময়ত আফজল খাঁ জাৱালীৰ শাসনকৰ্তা আছিল, গতিকে এই পাৰ্বত্য অঞ্চলৰ স্থানীয় অৱস্থা তেওঁৰ ভালদৰে জনা আছিল। ওৱাইৰ পোন পশ্চিমে প্ৰতাপগড়, মাজতে মহাবালেশ্বৰ অধিত্যকা। খাঁই জানিছিল বিপুল সৈন্য বাহিনীৰ সৈতে অগণন গিৰিগহবৰ পাৰ হৈ প্ৰতাপগড় অৱৰোধ ধাৰণাৰ অতীত। এনে অৱস্থাত তেওঁ ওৱাইত বাহৰ পাতি চিন্তামগ্ন হ'ল। পৰ্বত শিখৰৰ ওপৰত প্ৰতাপগড় অতি দুৰ্ভেদ্য দুৰ্গ। কেউফালে পৰ্বত মালাৰ মাজত দুৰ্গাৰোহণৰ একেটা মাত্ৰ পথেৰে একেলগে অধিক সংখ্যক লোক দুৰ্গলৈ উঠা-নমাৰ কোনো উপায় নাই। খাঁৰ চিন্তা হ'ল, যদি কিবা প্ৰকাৰে শিৱাজীক তললৈ নমাব

---

(১) কিছুবছৰ আগতে বিজাপুৰ চুলতানে বাবাজীক বলেৰে মুছলমান ধৰ্ম লোৱাইছিল; শিৱাজীয়ে শুদ্ধিক্ৰমে তেওঁক পুনৰ হিন্দু ধৰ্মত দীক্ষিত কৰায়; শিৱাজীৰ কাৰ্যত তেওঁৰ প্ৰতি এওঁৰ প্ৰগাঢ় অনুৰাগ জন্মে। শিৱাজীয়ে তেওঁৰ কন্যা সাখুবাইক বাবাজীৰ পুত্ৰ মহদাজীৰ সৈতে বিয়া দিছিল।

(২) As the Adilshahi Court historian writes "On a short time the Khan made the country seized by Shivaji the riding ground of his troops."

Shivaji—Sir Jadunath (P. 61)

পাৰে, তেন্তে হয়তো খাঁৰ উদ্দেশ্য সিদ্ধি হব পাৰে। আন পক্ষে শিৱাজীৰ চিন্তা হ'ল, কি উপায়ে আফজল খাঁৰ সামৰিক আয়োজন বিধ্বস্ত কৰি, খাঁৰ আক্ৰমণৰপৰা নিষ্কৃতি লভিব পাৰে। এইদৰে দুই শত্ৰুৱে সমুখা-সমুখি হৈ নিজ নিজ সুযোগ আৰু শুভক্ষণৰ প্ৰতীক্ষাত ৰ'ল।

ইত্যবসৰে শিৱাজীয়ে জাৱালীৰ অজান পথেৰে হাজাৰ হাজাৰ সৈন্য গোটাই প্ৰতাপগড়ৰ কেউফালে অৰণ্যৰ মাজে মাজে দৃষ্টিৰ আঁতৰৰ সন্ধিস্থলত সমাবেশ কৰিছিল। উভয় পক্ষই বিৰাট সৈন্য শ্ৰেণী সজাই লৈ নিষ্কৰ্মাৰ দৰে বহি থকাত ক্ৰমে পৰস্পৰৰ উদ্বিগ্নতা বাঢ়িল। শেষত খাঁই পৰ্বতৰ নামনিত সন্ধিৰ বাবে আলোচনা চক্ৰ পাতি, তেওঁৰ উদ্দেশ্য সাধনৰ বাবে চক্ৰান্ত ক্ৰমে, শিৱাজীক তালৈ আনিবৰ সিদ্ধান্ত ল'লে। এই বিষয়ে শিৱাজীৰ সৈতে সম্পৰ্কৰ প্ৰয়োজন হ'ল। এই দৌত্য কৰ্ম সম্পন্ন কৰিবলৈ বিজাপুৰৰ অধীনস্থ ওৱাইৰ কুলকাৰণী কৃষ্ণাজী ভাস্কৰ আফজল খাঁৰ প্ৰতিনিধি নিযুক্ত হ'ল। অতি সংগোপনে কৃষ্ণাজীক এই গুৰু দায়িত্ব অৰ্পণ কৰি, আফজল খাঁই তেওঁৰ হাতত এইদৰে শিৱাজীলৈ অতি আকৰ্ষণীয় পত্ৰ পঠিয়ালে,— "তোমাৰ পিতৃদেৱ বহুকাল মোৰ এজন পৰম বান্ধৱ আছিল, গতিকে তুমি মোৰ অচিনাকি জন নোহোৱা। তুমি আহি মোৰ সৈতে সাক্ষাৎ কৰা। কঙ্কন আৰু তোমাৰ অধিকৃত দুৰ্গবোৰত তোমাৰ দাবী মানি লবলৈ চুলতানৰ ওচৰত পাৰ্যমানে মোৰ প্ৰভাৱ বিস্তাৰ কৰিম। তোমাৰ কাৰণে আমাৰ চৰকাৰৰপৰা অধিকতৰ সন্মানসূচক পদবী আৰু সামৰিক সাজ-সৰঞ্জাম লভিবৰ দিহা কৰিম। তুমি আমাৰ ৰাজ দৰবাৰত যোগ দিবৰ ইচ্ছা কৰিলে, তোমাক সাদৰে গ্ৰহণ কৰা হ'ব। আৰু যদি তেনে কৰিবলৈ তোমাৰ অনিচ্ছা হয়, তাৰপৰা তোমাক অব্যাহতি দিম।"

আফজল খাঁ সমূলি বিশ্বাসযোগ্য ব্যক্তি নহয় বুলি শিৱাজীৰ ভালদৰে জনা আছিল। খাঁৰ এই প্ৰলোভনীয় উক্তিৰ ওপৰত তেওঁ অলপো গুৰুত্ব আৰোপ কৰা নাছিল। কিন্তু গুৰুত্ব আৰোপ কৰিব লগীয়া হ'ল, ইয়াৰ উপেক্ষাৰ প্ৰতিফলৰ ওপৰত। ইতিপূৰ্বে তেওঁ শত্ৰুৰ বিপক্ষে সৈন্য পৰিচালনা কৰিলেও, বিপুল সংগঠিত বাহিনী এটাৰ আক্ৰমণৰ বিপক্ষে সমৰক্ষেত্ৰত যুদ্ধ পৰিচালনা কৰাৰ অভিজ্ঞতা তেওঁৰ নাছিল। ততোধিক, বিজাপুৰৰপৰা ওৱাইলৈ যাত্ৰা পথত খাঁৰ নৃশংস অত্যাচাৰ-উৎপীড়নে জনতাৰ অন্তৰত আতঙ্কৰ ঢৌ তোলাৰ লগে লগে শিৱাজীৰ প্ৰধান সামৰিক বিষয়াসকলে খাঁৰ বিপক্ষে যুদ্ধ জয়ৰ আশা কল্পনাতীত বুলি ভাবিছিল। মন্ত্ৰণা সভাত প্ৰায় সকলোৱে

মত দিলে যে বিজাপুৰ বাহিনীৰ সৈতে ৰণ কৰি অকাৰণে প্ৰাণী ক্ষয় কৰাতকৈ, বৰং মিত্ৰতাসূত্ৰে বিজাপুৰৰ সৈতে সন্ধি কৰি যেনে তেনে ৰাজ্য ৰক্ষা কৰা উচিত। শিৱাজীয়ে এই মত গ্ৰহণ নকৰিলে। তেওঁ ভাবিলে, খাঁই যদি তেওঁক ছলেৰে বধ নাইবা বন্দী নকৰি বিজাপুৰৰ অধীনত যিকোনো উচ্চ পদত নিযুক্ত কৰে, সেয়ে হ'লেও তেওঁৰ স্ব-ৰাষ্ট্ৰৰ পৰিকল্পনা বিনষ্ট হব আৰু প্ৰবল শত্ৰুৰ ওচৰত কাপুৰুষালিৰে আত্মসমৰ্পণ কৰি স্বাৰ্থপৰবশ হোৱা বুলি ভবিষ্যৎ বুৰঞ্জীয়ে তেওঁৰ গ্লানি কৰিব। অতি সন্দিগ্ধ চিত্তে মাক জিজাবাই আৰু তেওঁৰ অন্ত-ৰঙ্গ সহকৰ্মীসকলৰ সৈতে পুনৰ আলোচনা কৰাত, এওঁলোকে শেষ সিদ্ধান্ত দিলে যে তেওঁ ওৱাইলৈ গৈ আফজল খাঁৰ সৈতে সাক্ষাৎ কৰি আত্মঘাতী পথ অবলম্বন কৰাতকৈ, যুদ্ধৰ বাবে প্ৰস্তুত হোৱাই সমীচীন হব।

অৱশেষত শিৱাজীয়ে দুয়ো মত মিলাই, বিজাপুৰৰ বশ্যতা স্বীকাৰ কৰিবৰ কাৰণে ওৱাইলৈ গৈ খাঁৰ সৈতে সক্ষাতৰ প্ৰস্তাব মনৰপৰা তেনেই দূৰ কৰিলে। যদি খাঁই সন্মতি দিয়ে তেন্তে বৰঞ্চ পাৰিলে প্ৰতাপ-গড়ৰ ওচৰৰ যি কোনো ঠাইত খাঁৰ সৈতে সম্ভাব বিনিময়ৰ চেষ্টা কৰাই উচিত বিবেচনা কৰিলে। খাঁৰ নিৰ্দেশত তেওঁৰ সংবাদ বহন কৰি কৃষ্ণাজী প্ৰতাপগড়ত উপস্থিত হ'ল। শিৱাজীয়ে আফজলখাঁৰ প্ৰতিনিধি কৃষ্ণাজী ভাস্কৰক অতি সন্মানপূৰ্বক ৰাজোচিত অভ্যৰ্থনা জনালে। কৃষ্ণাজীয়ে শিৱাজীক প্ৰকাশ্যে বুজনি দিলে যে বিজাপুৰ চুলতানৰ নিৰ্দেশত ৰাজ প্ৰতিনিধি আফজল খাঁই তেওঁলৈ বন্ধুত্বৰ শৰাই আগ-বঢ়াবলৈ আহিছে ; যদি তেওঁ সেই সন্মান গ্ৰহণ কৰিবলৈ ইচ্ছুক হয়, তেন্তে খাঁই শিৱাজীৰ সৈতে সাক্ষাৎ কৰি পৰম সন্তোষ লভিব আৰু বিজাপুৰ চৰকাৰে তেওঁৰ পিতৃক যি ৰাজসন্মান দেখুৱাইছে সমপৰি-মানে তেওঁকো সেই সন্মান দেখুৱাব। শিৱাজীয়ে নিবিষ্টচিত্তে কৃষ্ণা-জীৰ যুক্তি শ্ৰবণ কৰি অলপো সন্দেহ কিম্বা নিৰুৎসাহ প্ৰকাশ নক-ৰিলে। প্ৰত্যুত্তৰ স্বৰূপে তেওঁ আফজল খাঁৰ প্ৰতি অতি সন্মানসূচক বাক্যেৰে বাৰ্তা পঠিয়ালে যে তেওঁৰ নিচিনা নিঃকিন এজনৰ প্ৰতি অনুগ্ৰহ দেখুৱাবলৈ সুদূৰ বিজাপুৰৰপৰা আহি খাঁই যি কষ্ট ভোগ কৰিছে তাৰ বাবে তেওঁ অত্যন্ত দুঃখিত আৰু তেওঁৰ প্ৰতি বিজাপুৰ ৰাজ প্ৰতিনিধিয়ে ইমান দয়াপৰবশ হোৱাৰ বাবে তেওঁৰ ওচৰত চিৰকৃতজ্ঞ।

ওৱাইত খাঁৰ শিবিৰলৈ গৈ তেওঁক সাক্ষাৎ কৰা সম্পৰ্কে কৈ পঠিয়ালে যে যিকোনো ঠাইতে খাঁৰ নিচিনা শক্তিশালী বীৰ এজনৰ দৰ্শন লাভ কৰা তেওঁৰ পক্ষে পৰম সৌভাগ্যৰ কথা যদিও, এওঁৰ

নিচিনা ক্ষুদ্র ব্যক্তি এজনে খাঁৰ বিৰাট ৰাজপয়োভৰৰ মাজত তেওঁৰ সন্নিকটবৰ্তী হ'ব নোৱাৰি বৰ নিৰুৎসাহ বোধ কৰিছে। নিশা, অতি সংগোপনে শিৱাজীয়ে কৃষ্ণাজীৰ সৈতে সাক্ষাৎ কৰি, তেওঁক ধৰ্মৰ দোহাই দিলে যে, হিন্দু ধৰ্ম ৰক্ষাৰ কাৰণে, ব্ৰাহ্মণৰ গুৰু-দায়িত্বলৈ লক্ষ্য ৰাখি, আফজল খাঁৰ প্ৰকৃত অভিপ্ৰায় কি তাক কৃষ্ণাজীয়ে তেওঁৰ ওচৰত ব্যক্ত কৰিব লাগে। কৃষ্ণাজীয়ে তেওঁৰ প্ৰভুৰ প্ৰতি অবিশ্বাসী হোৱাৰ ভয়ত, মাত্ৰ এই ইঙ্গিত দিলে যে খাঁৰ অভিপ্ৰায় যিয়ে নহওক, সাবধানীৰ বিনাশ নাই।[১] কৃষ্ণাজীৰ সৈতে আলাপ-আলোচনাৰ পিছত তেওঁক বিদায় সম্ভাষণ জনাই, শিৱাজীয়ে খাঁৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা নিবেদন কৰিব লাগে বুলি তাৰ বাবে তেওঁৰ প্ৰতিনিধি স্বৰূপে পান্তাজী গোপীনাথক কৃষ্ণাজীৰ সৈতে আফজল খাঁৰ শিবিৰলৈ পঠিয়াই দিলে। গোপীনাথ অতি সূক্ষ্ম বুদ্ধিৰ চতুৰ ব্যক্তি আছিল; ততোধিক তেওঁ আছিল অতি বাক্‌পটু। শিৱাজীয়ে তেওঁক আফজল খাঁৰ ওচৰলৈ পঠোৱাৰ ঘাই উদ্দেশ্য আছিল যাতে তেওঁ বুজাই-বঢ়াই প্ৰতাপগড়ত শিৱাজীৰ সৈতে খাঁৰ সাক্ষাতৰ দিহা কৰিব পাৰে আৰু বিশেষকৈ যাতে খাঁৰ সামৰিক বলৰ পৰিচয় লোৱাৰ উপৰি, তেওঁৰ প্ৰকৃত উদ্দেশ্য কি বুজিব পাৰে। বিশ্বাস ৰাও নানাজী নামেৰে অতি সুদক্ষ গুপ্তচৰ এজন গোপীনাথৰ সহযাত্ৰী হ'ল।

গোপীনাথে আফজল খাঁৰ প্ৰধান বিষয়া কিছুমানৰ মাজত অজস্ৰ উৎকোচ বিতৰণ কৰি সঠিককৈ জানিলে যে খাঁৰ সৈতে সাক্ষাতৰ সময়ত খাঁই শিৱাজীক বন্দী কৰিব। বিশ্বাস ৰাও নানাজীয়ে নানা ভেশছন ধৰি আফজল খাঁৰ সামৰিক শক্তিৰ পৰিচয় ললে। গোপী-নাথৰ গোপন বাতৰিৰ মৰ্মে, শিৱাজীয়ে খাটাংকৈ আফজল খাঁলৈ উত্তৰ পঠিয়ালে যে প্ৰতাপগড়ত খাঁই তেওঁক সাক্ষাৎ নিদিলে, তেওঁৰ আৰু খাঁৰ সৈতে দৰ্শন লভিবৰ সৌভাগ্য নহ'ব। তদনুযায়ী গোপীনাথে

---

(১) কৃষ্ণাজীয়ে শিৱাজীক খাঁৰ দুৰভিসন্ধি সম্পৰ্কে কিবা ইঙ্গিত দিছিল নে নাই এই বিষয়ে মতদ্বৈধ থকা দেখা যায়। চাৰ যদুনাথে ইঙ্গিত দিয়া বুলি কয়; কিন্তু চাৰ-দেশায়ে সেই মত সমৰ্থন নকৰে। চাৰ যদুনাথৰ মত স্বাভাবিক যেন লাগে।

*Krishnaji yielded so far as to hint that the Khan seemed some plan of mischief.

**Shivaji—Sir Jadunath (P. 65)**

**Krishnaji although convinced of Shivaji's noble intentions, stood firmly honest in his master's service. He had not fathomed the Khan's inner motives.**

**New History of Marathas—Sardesai** vol. 1. (P. 126)

খাঁৰ ওচৰত শিৱাজীৰ আবেদন ব্যক্ত কৰিলে। তেওঁ খাঁক কলে যে ইমান অনুগ্ৰহ কৰি তেওঁ যেতিয়া শিৱাজীলৈ বন্ধুত্বৰ হাত আগবঢ়াইছে আৰু বিশেষকৈ, প্ৰতাপগড়ৰ পৰ্বতমালাৰ মাজত যেতিয়া কোনো সামৰিক উদ্দেশ্য লৈ খাঁৰ বিপক্ষে শিৱাজীৰ সৈন্য পৰিচালনাৰ কোনো সুযোগ নাই, তেনে স্থলত, অনভিজ্ঞ, আতুৰ শিৱাজীৰ হৃদয়ত বল দিবলৈ সামান্য দুৰ্গ প্ৰতাপগড়ৰ নামনিত খাঁৰ নিচিনা বীৰ এজনে শিৱাজীক অভয় প্ৰদান কৰিবলৈ যোৱাত সন্দেহৰ কোনো কাৰণ নাই। গোপীনাথৰ অকাট্য যুক্তিত খাঁৰ মন টলিল। তেওঁৰ কপটতা বুজিব নোৱাৰি, খাঁৰ দৃঢ়-বিশ্বাস জন্মিল যে প্ৰতাপগড়ত হলেও শিৱাজীক তেওঁৰ হাতৰ মুঠিত লবলৈ বেছি যত্নৰ আৱশ্যক নহ'ব। আত্মবলৰ অভিমানী খাঁই গোপীনাথৰ মিষ্ট ভাষণৰ জালত মেৰ খালে। তেওঁ গোপীনাথক শেষ সিদ্ধান্ত দিলে যে নিৰ্দিষ্ট দিনত প্ৰতাপগড়ৰ নামনিত শিৱাজীৰ সৈতে তেওঁৰ সাক্ষাৎ হ'ব। এইদৰে অৱস্থাৰ আবৰ্তনত দুৰ্ভগীয়া আফ্জলখাঁৰ ভাগ্যচক্ৰ ঘূৰি গ'ল।

ইয়াৰ পিছত উভয় পক্ষৰ সন্মতিক্ৰমে দুই প্ৰতিদ্বন্দ্বীৰ মিলন ক্ষেত্ৰ নিৰূপণ কৰা হ'ল প্ৰতাপগড় দুৰ্গৰ নামনিত। খাঁৰ নিৰাপদ যাত্ৰাৰ কাৰণে ওৱাইৰপৰা প্ৰতাপগড়লৈকে গভীৰ অৰণ্যৰ মাজে মাজে শিৱাজীয়ে পাৰ্বত্য পথ এটা নিৰ্মাণ কৰালে। এই পথৰ সংলগ্ন অন্যান্য সৰু-ডাঙৰ বাটবোৰ সুবৃহৎ গছ আৰু শিলেৰে বন্ধ কৰি দিয়া হ'ল। খাঁৰ পৰিদৰ্শকসকলে ইয়াৰ কাৰণ সোধাত, যিকোনো ফালৰপৰা খাঁৰ প্ৰতি আক্ৰমণৰ সন্দেহ গুচাবলৈ, অনাৱশ্যকীয় আলিবাটবোৰ বন্ধ কৰি দিয়া হৈছে বুলি কৈফিয়ৎ পালে। অভ্যাগত ৰাজঅতিথিয়ে যাতে যাত্ৰাপথত দুখ-ভাগৰৰ হাত সাৰিব পাৰে তাৰ বাবে ঠায়ে ঠায়ে জিৰণিঘৰ সজাই তাত নানাবিধ ৰাজভোগ্য আহাৰৰ আয়োজন কৰোৱা হ'ল। আয়োজন সমাপ্তিৰ পিছত ওৱাইৰপৰা বাটোন্দি গিৰিসঙ্কটৰ পথেৰে আহি প্ৰতাপগড়ৰ দক্ষিণে প্ৰায় এমাইল দূৰত 'পাৰ' নামেৰে ঠাইত আফজল খাঁই তেওঁৰ শিৱিৰ স্থাপন কৰিলে আৰু তেওঁৰ অনুগামী সৈনিক শ্ৰেণীয়ে কয়না নদীৰ শাখা-প্ৰশাখাৰ পাৰে পাৰে কোঠ মাৰিলে। সুপ্ৰসিদ্ধ বিজাপুৰ সেনাপতি আফজল খাঁই এইদৰে তেওঁৰ অজান মৃত্যুৰ সন্মুখীন হ'ল।[১]

---

(১)- "The Angel of Doom led him by the collar to his fate".
—Khafi Khan
Quoted by Kulkarni in his 'Shivaji' (P. 59)

কৃষ্ণা নদীৰ উৎপত্তি স্থলৰ ওচৰৰ অৰণ্যময় পৰ্বত শ্ৰেণীৰ মাজৰ সমুচ্চ শৈল-শিখৰৰ ওপৰত প্ৰতাপগড় দুৰ্গ অৱস্থিত। নীৰা আৰু কয়না নদীৰ মধ্যৱৰ্তী অঞ্চল এই দুৰ্গৰ আয়ত্বাধীন আছিল। পশ্চিম আৰু উত্তৰে ৭০০।৮০০ ফুট ওখ বিৰাট থিয় শিল আৰু পূব-দক্ষিণে ৩০।৪০ ফুট ওখ দুৰ্গৰ বুৰুজ। একেটা মাত্ৰ ঠেক বাটেৰে দুৰ্গৰ ওপৰলৈ উঠিব পৰা পথ আছিল। এই অলংঘ্য পাৰ্বত্য দুৰ্গৰ নামনিত কয়না উপত্যকাৰ সমুখা-সমুখি টিলা এটাৰ ওপৰত সন্মিলনৰ স্থান নিৰূপিত কৰা হৈছিল।[১] এই ঠাইডোখৰত অধিক সংখ্যক লোক গোটখোৱাৰ সুযোগ নাছিল। এই নিৰূপিত স্থানত ৰাজপ্ৰতিনিধিৰ অভ্যৰ্থনাৰ কাৰণে সুশোভন মণ্ডপ এটা সজাই তুলিছিল। চামিয়ানাৰ তলত বহু-মূলীয়া আৱৰণেৰে ঢাকি খাঁৰ উপবেশনৰ উপযোগী ৰাজ আসন পাতি ৰখা হৈছিল।

সেনাপতি মোৰে ত্ৰিম্বক পিঙলে আৰু নেতাজী পালকৰৰ অধীনস্থ দুই সৈন্য বাহিনীয়ে যথাক্ৰমে কঙ্কন আৰু ঘাটমালাৰপৰা আহি প্ৰতাপগড়ৰ অনতিদূৰ পৰ্বতমালাৰ মাজত ঠাই লৈছিল। তদুপৰি থূপে থূপে অদৃশ্যভাৱে অগাধ অৰণ্যৰ মাজে মাজে সন্নিৱেশিত সৈন্যদল সজোৱা হৈছিল। সেনাপতিসকলে আদেশ পালে, যেন দুৰ্গৰপৰা সাঙ্কেতিক তোপধ্বনি হলেই ক্ষীপ্ৰ বেগে শত্ৰুৰ আক্ৰমণ ৰোধ কৰে, কিম্বা ইঙ্গিতত শত্ৰুক আক্ৰমণ কৰে। এইদৰে সামৰিক আয়োজন পূৰ্ণ কৰি, তেওঁৰ অবিহনে সুচাৰুৰূপে ভবিষ্যৎ ৰাজকাৰ্য পৰিচালনাৰ কাৰণে উপদেশ দি শিৱাজীয়ে চিন্তাগ্ৰস্ত বিষয়াসকলক উৎসাহ দিলে।

সিদিনা (১৬৫৯।১০ নবেম্বৰ) প্ৰভাতৰ লগে লগে দুৰ্গৰ অধিষ্ঠাত্ৰী ভবানী দেৱীক অৰ্চনা কৰি শিৱাজীয়ে যেন আৰাধ্যাদেৱীৰ আশীষ-বাণী পাইছিল যে তেওঁৰ জয় অনিবাৰ্য। দেৱীৰ আশীৰ্বাদ শিৰত লৈ তেওঁ পৰাক্ৰমী আফজলখাঁৰ সৈতে সাক্ষাতৰ বাবে প্ৰস্তুত হ'ল। সাক্ষাতৰ সময় স্থিৰ কৰিছিল আবেলি ৩।৪ বজাত। সুচিন্তিতভাৱে শিৱাজীয়ে তেওঁৰ সাজপাৰ এনেদৰে পিন্ধি লৈছিল যাতে সেই সাজপাৰে তেওঁৰ ৰাজকীয় সম্ভ্ৰম বঢ়োৱাতকৈ দেহৰক্ষাত সহায় কৰে। লৌহ-বৰ্ম আৰু লৌহ শিৰস্ত্ৰাণেৰে তেওঁ শিৰ আৰু শৰীৰ নিৰাপদ কৰি লৈ তাৰ ওপৰত পৰিপাটিকৈ দীঘল ৰাজপৰিচ্ছদ আৰু পাগুৰি পিন্ধি লৈছিল। যিকোনো আকস্মিক আক্ৰমণৰপৰা আত্মৰক্ষা কৰিবলৈ তেওঁ চোলাৰ সোঁহাতৰ ভিতৰত এখন দুমুখীয়া পাতলী চোকা ছুৰী (বিচ্ছা)[২] আৰু

(১) এই ঠাইতি হায়দৰাবাদৰ নিজামে এটা খুনীয়া কবৰ সজাইছে।
(২) বৃশ্চিক শব্দৰ ৰূপান্তৰ।

বাওঁহাতৰ আঙুলিত এযোৰ সুতীক্ষ্ণ 'বাঘ-নখ' পিন্ধি লৈছিল। এইদৰে আপাদমস্তক সুৰক্ষিত কৰি প্ৰতিশ্ৰুতি অনুসৰি দুজনমাত্ৰ সহচৰ, অসীম সাহসী তৰোৱালী জীৱমহলা আৰু সম্ভাজী কাব্‌জীক[১] তেওঁৰ দেহ-ৰক্ষী স্বৰূপে সঙ্গী কৰি ললে।

দুৰ্গৰপৰা নামি অহাৰ পূৰ্বে শিৱাজীৰ আৰাধ্যা দেৱী ভৱানীক সাষ্টাঙ্গে প্ৰণিপাত কৰি তেওঁ ৰাষ্ট্ৰৰ কল্যাণ কামনা কৰিলে। ৰাজ্য ৰক্ষাৰ ভাৰ অৰ্পণ কৰিলে জিজাবাইৰ অধীনত, অনাজী দত্ত আৰু বালাজী আবজীৰ হাতত। সদলে তেওঁ দুৰ্গৰপৰা নামিব, এনেতে বীৰসকলৰ মাজত এটা যেন উজ্জ্বল ধৰ্মপ্ৰাণা ৰমণী মূৰ্তিৰ আবিৰ্ভাৱ হ'ল। ধীৰে ধীৰে দেৱীপ্ৰতিম জিজাবাই মৰণোন্মুখ পুত্ৰৰ সমুখত থিয় দিলে। দণ্ডৱতে কল্যাণ প্ৰাৰ্থী পুত্ৰৰ শিৰ স্পৰ্শ কৰি তেওঁ কলে "তোমাৰ জয় হ'ক।" শিৱাজীৰ বিশ্বস্ত সঙ্গীসকলক মাকে দঢ়াই কলে, তেওঁৰ পুত্ৰৰ যেন অমঙ্গল নঘটে। তেওঁৰ পুত্ৰক নিৰ্বিঘ্নে ফিৰাই আনিব বুলি সকলোৱে সমস্বৰে অঙ্গীকাৰ কৰিলে। অৱশেষত শিৱাজীয়ে তেওঁৰ শেষ বাণী কলে, "আমি শত্ৰুৰ আহ্বান গা পাতি লৈছো; পৰমেশ্বৰৰ ইচ্ছাত, যদি মোৰ অকল্যাণো ঘটে, নিৰ্ভয়ে শত্ৰুক সংহাৰ কৰি ৰাজ্য ৰক্ষা কৰিব।" এইদৰে কথা হোৱাৰ পিছত শিৱাজীয়ে সঙ্গীসকলৰ সৈতে দুৰ্গৰপৰা অৱতৰণ কৰিলে।

ইতিমধ্যে প্ৰায় এক হাজাৰ সুসজ্জিত সৈন্য লৈ আফজলখাঁই পাৰ নামেৰে ঠাইত তেওঁৰ বিশ্ৰাম শিবিৰৰপৰা প্ৰতাপগড়ৰ সাক্ষাৎ মণ্ডপলৈ যাত্ৰা কৰি আহিছিল। এনেতে গোপীনাথে গৈ খাঁৰ ওচৰত আপত্তি জনালে যে মণ্ডপৰ ওচৰত খাঁৰ সামৰিক পয়োভৰ দেখিলে আতুৰ শিৱাজীয়ে হয়তো আৰু অগ্ৰসৰ নহ'ব। গতিকে প্ৰতিশ্ৰুতি অনুযায়ী শিৱাজীৰ নিচিনাকৈ খাঁই দুজন মাত্ৰ সঙ্গী লৈ আগবঢ়া উচিত হব। গোপীনাথৰ আপত্তিত খাঁই ভাবিলে, যে তেওঁৰ উদ্দেশ্য সিদ্ধিৰ পথত, যদি তেওঁৰ এই কাৰ্যৰ বাবে তেওঁৰ প্ৰয়াস নিষ্ফল হয়, তেন্তে আপত্তি গ্ৰাহ্য কৰাই বাঞ্ছনীয়। গতিকে খাঁই তেওঁৰ সৈনিকসকলক পিছত এৰি থৈ দুজন মাত্ৰ দেহৰক্ষী সৈনিক আৰু তেওঁৰ প্ৰসিদ্ধ তৰোৱালী চাইদ বান্দাক লগত লৈ পাৰ্বত্য পথত পাল্কিৰে সাক্ষাৎ মণ্ডপলৈ আগবাঢ়িল। তেওঁৰ লগত আছিল আন দুজন ব্যক্তি ব্ৰাহ্মণ গোপীনাথ আৰু আনজন ব্ৰাহ্মণ কৃষ্ণাজী ভাস্কৰ।

(১) জীৱমহলা জাতত নাপিত আছিল; এওঁ মহাৰাষ্ট্ৰৰ এজন অদ্বিতীয় তৰোৱালী আছিল। শাৰীৰিক শক্তিৰ প্ৰমাণ স্বৰূপে, সম্ভাজী কাব্‌জীয়ে হেলাৰঙে ঘোঁৰা এটাৰ চাৰি ঠেং সাবটি লৈ, ওপৰলৈ দাঙি তুলিব পাৰিছিল।

শিৱাজীৰ উপস্থিতিৰ পূৰ্বে খাঁই মণ্ডপ সোমাই এখন ৰাজ আসন অধিকাৰ কৰি বহিল। সামান্য জায়গীৰদাৰ এজনৰ সন্তানে সোণ-ৰূপৰ নানাবিধ দুৰ্মূল্য উপকৰণেৰে কিদৰে মণ্ডপ সজ্জিত কৰিব পাৰিছিল, এই ভাবি প্ৰথমেই খাঁৰ মানসিক বিকৃতি ঘটিল। সান্ত্বনা পালে, যেতিয়া ৰঘুনাথে ব্যক্ত কৰিলে যে সেইবোৰ অমূল্য সামগ্ৰী আহৰণ কৰা হৈছিল বিজাপুৰৰ চুলতানক উপহাৰ ভেটিবলৈ। তেওঁৰ আগ্ৰহে তেওঁক সম্বৰ্দ্ধনা জনাবলৈ শিৱাজী মণ্ডপত উপস্থিত নথকাত খাঁই বিৰক্তি বোধ কৰিলে। তেওঁৰ আগমন বাতৰি জনাবলৈ শিৱাজীৰ ওচৰলৈ বেগাই চৰ পঠোৱা হ'ল। তেতিয়া শিৱাজী দুৰ্গৰপৰা কিছুদূৰ নামি আহি খাঁৰ প্ৰতীক্ষাত আছিল। তেওঁ ধীৰে মণ্ডপৰ কাষচাপি আগ-বাঢ়িবলৈ হঠাৎ অসন্মতি প্ৰকাশ কৰিলে। তেওঁৰ পক্ষৰপৰা দাবী উৎথাপন কৰা হ'ল, যে খাঁৰ ওচৰত তেওঁৰ তৃতীয় অনুচৰ চাইদবান্দা প্ৰতিশ্ৰুতি অনুসৰি মণ্ডপৰ ভিতৰত থাকিব নোৱাৰে। দাবী পূৰণ হ'ল, আৰু আত্ম-সমৰ্পণকাৰী অপৰাধীৰ দৰে সঙ্কুচিতভাৱে শিৱাজী গৈ মণ্ডপত প্ৰবেশ কৰিলে।

উভয় পক্ষৰ চাৰিজনকৈ মানুহৰ ভিতৰত দুজনকৈ দেহৰক্ষী মঞ্চৰ নামন্তিত আছিল। শিৱাজীয়ে মঞ্চৰ ওপৰলৈ উঠি অভ্যাগত অতিথিক ৰাজপ্ৰতিনিধি স্বৰূপে অভিবাদন কৰিলে; খাঁই শিৱাজীক সৌহাৰ্দ্য আলিঙ্গন দিয়াৰ ছলত অলপ আগুৱাই গৈ দুই বাহু প্ৰসাৰণ কৰি তেওঁ বাওঁ বাহুৰ লৌহ বন্ধনেৰে আবদ্ধমান শিৱাজীৰ গল চেপি ধৰিলে আৰু সোঁহাতেৰে ককালৰ তীক্ষ্ণ ছুৰী শিৱাজীৰ গাত বহুৱাই দিলে। কিন্তু শিৱাজীৰ বস্ত্ৰ আৱৰণ ভেদ কৰি লৌহ বৰ্মৰ ওপৰত ছুৰীৰ আঘাত ব্যৰ্থ হ'ল। গলত ভীমকায় খাঁৰ প্ৰাণঘাতী বাহুবেষ্টনীৰ পৰা মুক্ত হবলৈ তৎমুহূৰ্তে শিৱাজীয়ে খাঁৰ পাকস্থলীত বাঘনখ বহুৱাই দি তেওঁৰ অন্তস্থল উভালি আনিলে আৰু সোঁহাতৰ বিচ্ছুৱাৰে খাঁৰ উদৰ বিদীৰ্ণ কৰিলে। ভূপতিত খাঁৰ আৰ্তনাদত মণ্ডপ কঁপি উঠিল। খন্তেকতে ৰাজ উৎসৱ পৈশাচিক হাহাকাৰত পৰিণত হ'ল। চাইদ-বান্দাই ক্ষীপ্ৰতাৰে মঞ্চত উঠি তৰোৱালৰ আঘাতেৰে শিৱাজীৰ লৌহ শিৰস্ত্ৰাণ দ্বিখণ্ডিত কৰিলে; সৌভাগ্য সেই আঘাতে তেওঁৰ শিৰ স্পৰ্শ কৰিব নোৱাৰিলে। পুনৰ আঘাত কৰিবলৈ বান্দাই তৰোৱাল তোলোতে জীৱমহলাৰ খড়্গাঘাতত বান্দাৰ হাত বিচ্ছিন্ন হয়। অৱৰ্ণনীয় পৰিস্থিতিৰ মাজত আফজুলখাঁৰ ৰক্তাক্ত অৰ্দ্ধমৃত দেহটো বাহকসকলে পাল্কিৰে স্থানান্তৰ কৰিব খুজিছিল, এনেতে সম্ভাজী কাব্‌জীয়ে খাঁৰ মূৰটো কাটি বিজয়ৰ চিন স্বৰূপে প্ৰতাপগড় দুৰ্গলৈ তুলি নিলে।

বিজাপুৰ সেনাপতি আফজলখাঁ আৰু শিৱাজীৰ মাজত এইৰূপে যেন এটা অভাৱনীয় আকস্মিক দুৰ্ঘটনা ঘটিছিল। শিৱাজী গৈ দুৰ্গত সোমোৱাৰ লগে লগে, দুৰ্গৰপৰা তোপধ্বনিৰে সঙ্কেত দিলে, অভিযান-কাৰী শত্ৰুৰ আক্ৰমণ ব্যৰ্থ কৰিব লাগে।

পৰ্বত-পাহাৰৰ অৰণ্য ভেদ কৰি জাকে জাকে মাৰাঠা সৈনিকে খাঁৰ বিপন্ন বাহিনীক আগুৰি ললে। আফজলখাঁৰ এই অভাৱনীয় মৃত্যুত তেওঁৰ বিশৃঙ্খল শিবিৰ, মাৰাঠাই উছন কৰিলে। বিজাপুৰ বাহিনীৰ আত্ম-ৰক্ষাৰ দিহা নোহোৱা হ'ল। বিজাপুৰ বাহিনীয়ে উৰাদিহ হেৰুৱাই পানীয়ে-বামে, পৰ্বতে-ভৈয়ামে পলাবৰ চেষ্টা কৰিছিল যদিও, শিলাময় পাৰ্বত্য পথবোৰ গছ-বৃক্ষেৰে ৰোধ কৰি ৰখাত, আক্ৰান্ত বিজাপুৰ বাহিনীয়ে মৰণত শৰণ ললে। আত্ম-সমৰ্পণকাৰীৰ বাহিৰে খাঁৰ হাজাৰ বিজাৰ সৈনিক মৰা পৰিল, খাঁৰ বাহৰ বিধ্বস্ত হ'ল। সিদিনা অৰ্দ্ধ-চন্দ্ৰৰ জোনাকি নিশাত পলাতক বিজাপুৰ সৈনিক বাহিনীয়ে জাৰে-জঙ্গলে মাৰাঠাৰ হাতত প্ৰাণ দিলে। পিছদিনা মাৰাঠাৰ আক্ৰমণত খাঁৰ ওৱাইৰ শিৱিৰত সেনাপতি বিহীন সেনা বাহিনীৰ একেই দশা হ'ল।

সপৰিয়ালে আফজলখাঁৰ দুই পুত্ৰ আৰু প্ৰধান বিষয়া কিছুমানক মাৰাঠাই বন্দী কৰিলে। তাৰ ভিতৰত আফজলখাঁৰ পুত্ৰ ফজলখাঁ আৰু তেওঁৰ পৰিয়ালৰ কিছুমান লোক ৰণৰ বিশৃঙ্খলাৰ মাজত পলায়ন কৰে। মুঠতে প্ৰায় তিনি হেজাৰ বিজাপুৰী সৈন্য মৰা পৰে, এভাগ পলায় আৰু এভাগ বন্দী হয়। বিপুল ৰণসম্ভাৰৰ বাহিৰেও, এই ৰণত চাৰি হেজাৰ ঘোঁৰা, বাৰশ উট, পঁয়ষষ্ঠিটা হাতী আৰু প্ৰায় দহলক্ষ মুদ্ৰা শিৱাজীৰ হস্তগত হয়।

শিৱাজীয়ে জীৱনৰ এই গুৰুতৰ সঙ্কট পাৰ হৈ, যুদ্ধৰ অন্তত মাৰাঠা জাতিক জয় গৌৰৱৰ ভাগী কৰিবলৈ প্ৰতাপগড়ৰ নামনিত এখন বিৰাট সামূহিক সভা আহ্বান কৰিলে। কৃতিত্ব অনুসৰি সেই সভাত শিৱাজীয়ে সামৰিক বিষয়াসকলক সোণ-ৰূপৰ অলঙ্কাৰ আদি নানাবিধ উপহাৰ বিতৰণ কৰিলে। যুদ্ধ-বন্দীসকলে শেষত অবাধ মুক্তি পালে।

অৱশেষত আফজলখাঁৰ কটা মূৰটো অতি স-সন্মানে নিয়মিত-ৰূপে দুৰ্গৰ নামনিৰ দক্ষিণ-পুব ফালে বুৰুজ এটাৰ তলত কবৰ দিয়া হয় আৰু সেই বুৰুজটো 'আব্দুল্লা বুৰুজ' বুলি বিখ্যাত হয়।

আফজলখাঁৰ মৰ্মন্তুদ পৰাজয়ৰ বাৰ্তা বিজাপুৰত প্ৰকাশ পাবলৈ বেছি পলম নালাগিল। বিজাপুৰৰ শ্ৰেষ্ঠ বীৰৰ শ্ৰেষ্ঠ বাহিনী এনেদৰে মাৰাঠাৰ হাতত বিধ্বস্ত হোৱা স্বপ্নৰো অগোচৰ আছিল। ফলত ঘোৰ

নৈৰাশ্যৰ ছায়াই বিজাপুৰ শাসনকেন্দ্র ঢাকি পেলালে। শোক-সন্তাপত বাৰিচাহেবাই বহুদিনলৈ ৰাজদৰবাৰ পৰিত্যাগ কৰিছিল। এই পৰাজয়ে বিজাপুৰৰ পতন ক্রমে আগুৱাই আনিলে। আনপক্ষে, শিৱাজীৰ বিজয় গৌৰৱে মাৰাঠা জাতিৰ অন্তৰত আত্ম-প্রতিষ্ঠাৰ বাবে বিপুল উৎসাহ সঞ্চাৰ কৰিলে। নিজৰ জীৱন বিপন্ন কৰি, দুৰ্দমনীয় আফজলখাঁক অসীম সাহসেৰে পৰাজয় কৰা বাবে, শিৱাজী মহাৰাষ্ট্রৰ জাতীয় বীৰ বুলি সকলোৰে শ্রদ্ধা-ভাজন হ'ল। 'গোন্ধালী'[1] সকলে কবিত্বপূর্ণ সঙ্গীতেৰে এই ৰণৰ আদ্যোপান্ত বঁর্ণনা শুনাই আবালবৃদ্ধ জনতাৰ অন্তৰ ৰোমাঞ্চিত কৰিলে। প্রতাপগড়ৰ যুদ্ধই মাৰাঠাৰ জাতীয় জীৱনৰ গতি দিছিল কাৰণে ই মাৰাঠা ইতিহাসৰ সৰ্বপ্রধান উল্লেখযোগ্য বিষয়।

আফজলখাঁ আৰু শিৱাজীৰ এই সংঘৰ্ষত হিংসাত্মক কাৰ্যৰ কাৰণে দায়ী, কিম্বা প্রথম আঘাতকাৰী কোন, এই বিষয়ে আলোচনা পৰ্যালোচনাৰ পিছত বহু তথ্য আবিষ্কাৰ হৈছে। এনে কি কিছুমানে শিৱাজীক 'বিশ্বাসঘাতক হত্যাকাৰী' বুলি আখ্যা দিছে। সম্ভৱতঃ মুহূৰ্ততে বজ্রাহতৰ দৰে হোৱা আফজলখাঁৰ আকস্মিক মৃত্যুৱে এনেবোৰ ধাৰণাৰ মূল কাৰণ। আফজলখাঁৰ পৰিকল্পিত বিশ্বাসঘাতকতাই যে তেওঁক এনেদৰে প্রতিফল দিব, সেইটো সকলোৰে ধাৰণাৰ অতীত আছিল। অসম্ভৱ যেতিয়া বিদ্যুৎবেগে সম্ভৱত পৰিণত হ'ল, তেতিয়া আক্রমণকাৰী আফজলখাঁৰ পক্ষ সমৰ্থনকাৰীসকলে তেওঁৰ অভাৱনীয় বিপৰ্যয়ৰ কাৰণে শিৱাজীক দোষাৰোপ নকৰি আৰু কি কৰিব পাৰে? ঘাইকৈ, ঔৰঙ্গজেৱৰ ইতিহাস লিখক খাফিখাঁ আৰু তেওঁৰ অনুকৰণকাৰী দেশী-বিদেশী ইতিহাস লিখক কিছুমানে এই বিষয়ে শিৱাজী নিন্দাৰ্হ বুলি মত প্রকাশ কৰিছে। কিন্তু, তেতিয়াৰ ৰাজাপুৰৰ ইংৰাজকুঠীৰ দলিল-দস্তাবেজ আৰু আনকি, সাময়িক মুছলমান ইতিহাস লিখক কিছুমানৰ বৃত্তান্তৰ পৰা তথ্য সংগ্রহ কৰি আধুনিক প্রসিদ্ধ লিখক কিছুমানে প্রমাণ কৰিছে যে, আফজলখাঁৰ প্রতি বিজাপুৰ চৰকাৰৰ প্রকাশ্য নির্দেশ আছিল, শিৱাজীক বধ নাইবা বন্দী কৰিব লাগে আৰু প্রথম আঘাতকাৰী আছিল সেই নির্দেশ পালনকাৰী আফজলখাঁ। আনহাতে এই ঘটনা সম্পৰ্কে বিবৃতি দিবলৈ কৃষ্ণাজী ভাস্কৰৰ বাহিৰে সেই চামিয়ানাৰ তলৰ বিজাপুৰ পক্ষীয় কোনো মানুহ জীয়াই নাছিল;

(১) ৰাজপুত বীৰসকলৰ কাহিনী 'চাৰণ' কবিসকলে গীত-পদেৰে নিৰ্দ্দৰে জনতাৰ মাজত প্রচাৰ কৰিছিল, মহাৰাষ্ট্রত এই 'গোন্ধালী' কবিসকলে তেনেৰূপে প্রচাৰ কাৰ্য্য কৰিছিল।

কৃষ্ণাজীৰ এই বিষয়ে তেনে কোনো বিবৃতি নাই যেতিয়া, কোনে কিদৰে চাক্ষুস প্ৰমাণ দিলে যে শিৱাজী প্ৰথম আঘাতকাৰী ? নিজাম-উল-মুলুকৰ বিখ্যাত মন্ত্ৰী আৰু ইতিহাস লিখক মিৰ আলমৰ বৰ্ণনা আৰু অন্যান্য তথ্য সংগ্ৰহ কৰি চাৰ যদুনাথে ডাঠি সাব্যস্ত কৰিছে যে আফজলখাঁই আছিল প্ৰথম আঘাতকাৰী।[১] শেষত ইয়াকে কব পাৰি, যে শিৱাজীয়ে পূৰ্বাপৰ সকলো অৱস্থা বুজি আত্ম-ৰক্ষাৰ বাবে সম্পূৰ্ণ সজাগ হৈ আফজলখাঁৰ সৈতে সাক্ষাৎ নকৰিলে, হয়তো সিমানতে তেওঁৰ কৰ্মজীৱনৰ অবসান হ'লহেঁতেন, আৰু তেতিয়াহ'লে জগতে তেওঁক 'নিৰ্বোধ' আখ্যা দিলেহেঁতেন।[২]

**পানহালাৰ বিভ্ৰাট** ঃ—আফজলখাঁক পৰাজয় কৰিয়েই শিৱাজী ক্ষান্ত হব নোৱাৰিলে। তেওঁ বুজিছিল তেওঁৰ প্ৰতাপগড় জয়ৰ প্ৰতিক্ৰিয়া স্বৰূপে, অচিৰাৎ শত্ৰুৰ প্ৰৱলতৰ আক্ৰমণৰ সম্মুখীন হ'ব লাগিব। তাৰ পূৰ্বে এই আক্ৰমণৰ বিৰুদ্ধে প্ৰতিৰক্ষাৰ সুযোগৰ কাৰণে বিজাপুৰৰ আৱশ্যকীয় দুৰ্গ কিছুমান তেওঁ অধিকাৰ কৰিবলৈ মন কৰিলে। পানহালা বিজাপুৰৰ পশ্চিম বিভাগৰ শাসনকেন্দ্ৰ আছিল। শিৱাজীৰ অধিকাৰ সংৰক্ষণৰ কাৰণে পানহালা দুৰ্গ অতি আৱশ্যকীয় হোৱাত, অনাজী দত্তৰ অধীনত পৰাক্ৰমী মাৰাঠা বাহিনী এটাই কোলহাপুৰ জিলাৰ পানহালা অঞ্চলত প্ৰবেশ কৰিলে। তাত বিজাপুৰৰ শাসনকৰ্তা আছিল ৰুস্তাম-ই-জামান। পানহালাৰ ওচৰৰ যুদ্ধত এওঁ আৰু এওঁৰ সহকাৰী আফজলখাঁৰ পুত্ৰ ফজলখাঁ মাৰাঠাৰ হাতত পৰাস্ত হৈ বিজাপুৰলৈ পলায়ন কৰে। এই যুদ্ধত ৰত্নগিৰি জিলাৰ কেবাখনো ঠাই মাৰাঠাৰ অধিকাৰভুক্ত হয়। দুৰ্গ জয় কৰিবলৈ যুদ্ধৰ প্ৰয়োজন নহ'ল। আফজলখাঁৰ মৃত্যুৰ ১৮ দিন পিছত, চতুৰ সেনাপতি অনাজী দত্তই বিজাপুৰৰ বিষয়াসকলৰ সৈতে আলোচনাচক্ৰমে সহজে পানহালা দুৰ্গ অধিকাৰ কৰি লয়। উপৰ্যুপৰি মাৰাঠাৰ আক্ৰমণত চুলতান

---

(১) The weight of recorded evidence as well as the probabilities of the case supports the view that Afjalkhan struck the first blow and that Shivaji only committed what Burke calls, a 'preventive murder.' It was, as I wrote in the Modern Review in 1907 a case of 'diamond cut diamond.'

Shivaji—Sir Iadunath (P. 74)

(২) While it is perfectly true that he (Shivaji) was prepared for any eventuality, he was forced to extreme measures in self-defence and would have gladly spared Afjalkhan if possible. It would have been the height of folly if he had gone to the meeting unprepared.

Shivaji—Sardesai ( P 130 )

আদিলছাহ বৰ বিমূঢ় হ'ল। তেওঁৰ ৰাজ্যৰ ক্ৰমাগত শোচনীয় সামৰিক অৱস্থাৰ পৰিবৰ্তনৰ কাৰণে, তেওঁ নিজেই সমৰ পৰিচালনাৰ ভাৰ লব গুলাইছিল, এনেতে কাৰ্ণুলৰ বিদ্ৰোহী শাসনকৰ্তা সিদ্দিজহৰে চুলতানলৈ প্ৰস্তাৱ পঠিয়ালে যে চুলতানে যদি জহৰৰ কাৰ্ণুল জায়গীৰত তেওঁৰ অধিকাৰ মানি লয় তেন্তে তেওঁ চুলতানৰ কাৰণে মাৰাঠাৰ হাতৰপৰা পানহালা উদ্ধাৰ কৰিব। জহৰৰ কথাত আশ্বাস পাই, চুলতানে জহৰক মাৰাঠাৰ বিৰুদ্ধে সমৰ পৰিচালনাৰ ভাৰ দিবলৈ মান্তি হ'ল। জহৰ নিৰ্বোধ হলেও, এজন সুদক্ষ যোদ্ধা আছিল। এওঁৰ হেনো আন্তৰিক ইচ্ছা আছিল যে এওঁ নিজৰ কাৰণে এখন স্বাধীন ৰাজ্য পাতি লব।

বিজাপুৰ চুলতানে এবিচিনীয় গোলাম সিদ্দিজহৰৰ উৎসাহ উদ্দীপনা বঢ়োৱাৰ কাৰণে তেওঁক চালাবৎখাঁ উপাধিৰে সন্মানিত কৰি, তেওঁৰ ওপৰত পানহালা উদ্ধাৰৰ ভাৰ অৰ্পণ কৰিলে। তেওঁৰ সহকাৰী নিযুক্ত হ'ল, ৰুস্তাম-ই-জামান আৰু প্ৰতিশোধকামী ফজলখাঁ। পানহালাৰ প্ৰতিৰক্ষাৰ ভাৰ আছিল মাৰাঠা সেনাপতি কাৰ্তোজী গুজাৰৰ ওপৰত। শিৱাজীয়ে দেখিলে যে বিজাপুৰৰ বিপুল সামৰিক আয়োজনৰ বিপৰীতে তেওঁ স্বয়ং দুৰ্গ ৰক্ষাৰ ভাৰ লোৱা উচিত হব। এই ভাবি তেওঁ পানহালা ৰক্ষাৰ ভাৰ গ্ৰহণ কৰিলে। মুকলি ৰণক্ষেত্ৰত তুমুল ৰণৰ পিছত মাৰাঠাসকল পৰাজিত হৈ দুৰ্গত আশ্ৰয় লবলৈ বাধ্য হ'ল। পোন্ধৰ হেজাৰ সৈনিকৰ সৈতে চালাবৎখাঁই মহা বিক্ৰমে পানহালা অৱৰোধ কৰিলে (১৬৬০।২মাৰ্চ)। বাজীঘোৰপাৰে প্ৰমুখ্যে শিৱাজী বিৰোধী মাৰাঠা চৰ্দাৰ কিছুমান বিজাপুৰ বাহিনীৰ সহযোগী হ'ল। পানহালাৰ চাৰিওফালে চালাবৎখাঁই এনে অৱৰোধ বেষ্টনী ৰচনা কৰিলে যে ক্ৰমে দুৰ্গৰ বাহ্যিক সংস্পৰ্শ ৰহিত হ'ল। ব্যূহভেদ কৰি বাহিৰৰ পৰা সামৰিক সাহায্য দিয়াৰ ভাৰ আছিল সেনাপতি নেতাজী পালকৰৰ ওপৰত। অৱৰুদ্ধ শিৱাজীৰ মুক্তিৰ কাৰণে প্ৰাণপণে যুঁজিও তেওঁ অপ্ৰতিহত আক্ৰমণকাৰীৰ আক্ৰমণ পাতলাব নোৱাৰিলে। দুৰ্গৰ অৱৰোধ বেষ্টনী ক্ৰমে চাপি আহিল; এইদৰে প্ৰায় পাঁচমাহকাল দুৰ্গৰ ভিতৰত নিপীড়িত হৈ অচিৰাৎ দুৰ্গ পতনৰ শঙ্কাত, শিৱাজীয়ে অশেষ নিকাৰ ভুগিবলগীয়া হ'ল।

আনফালে মাৰাঠা ৰাজ্য গ্ৰাস কৰিবলৈ সমধিক বিপদ এটা আগবাঢ়ি আহিল। সম্ৰাট ঔৰংজেবৰ দ্বিতীয় ৰাজ্যাভিষেকৰ কালত, ছাহাজাদা মুৱাজ্জমৰ ঠাইত সায়েস্তাখাঁক দাক্ষিণাত্যৰ ৰাজ প্ৰতিনিধি নিযুক্ত কৰিছিল (১৬৫৯। জুলাই)। সায়েস্তাখাঁ এজন উগ্ৰ আৰু কৰ্মদক্ষ ৰণুৱা আছিল। ঔৰংজেবে শিৱাজীৰ হাতত বিজাপুৰৰ পৰাভৱ হোৱা

জানিব পাৰি, বিশেষকৈ এইজন বীৰক মহাৰাষ্ট্ৰ দখল কৰিবলৈ নিৰ্দেশ দিছিল।

ইতিপূৰ্বে শিৱাজীৰ প্ৰতি ঔৰংজেবৰ সদ্ভাব নেথাকিলেও তেওঁ শিৱাজীক গুৰুতৰ শত্ৰুৰূপে গণনা কৰা নাছিল। কিন্তু বৰ্তমান বিজাপুৰৰ পৰিস্থিতিয়ে শিৱাজীৰ প্ৰতি ঔৰংজেবৰ গুপ্ত শত্ৰুতা জগাই তুলিলে। অতীতত, শিৱাজীৰ আক্ৰমণ যুৱকৰ ক্ষণিক উন্মাদনা বুলি ঔৰংজেবে তাক হেয় জ্ঞান কৰিছিল। কিন্তু যেতিয়া তেওঁ দেখিলে সজাগ প্ৰতিদ্বন্দ্বীৰ হাতত বিজাপুৰৰ সুপ্ৰস্তুত আক্ৰমণকাৰীৰ পৰাজয় হৈছে, তেতিয়া ঔৰংজেবৰ সেই ধাৰণাৰ পৰিবৰ্তন হ'ল। ঔৰংজেবে বুজিছিল, সমধৰ্মী বিজাপুৰ মোগলৰ শত্ৰু হলেও, হিন্দু মাৰাঠা মোগলৰ অধিকতৰ শত্ৰু; গতিকে, ভবিষ্যৎ মোগল সাম্ৰাজ্যৰ সহজ বিস্তৃতিৰ কাৰণে মাৰাঠাৰ বিনাশ সাধন কৰা তেওঁৰ নিতান্ত প্ৰয়োজন।

ঔৰংজেবৰ নিৰ্দেশ অনুযায়ী সায়েস্তা খাঁই সমদলে মাৰাঠাৰ শাসন কেন্দ্ৰ পুণা অভিমুখে যাত্ৰা কৰিলে (১৬৬০।২৪ ফেঃ)। তেওঁৰ অভিযান পথত মাৰাঠাৰ শাসন কেন্দ্ৰবোৰ সহজে তেওঁৰ হস্তগত হ'ল। এনেতে মাৰাঠাসকলে যেতিয়া পানহালাত মাৰাত্মক সংগ্ৰামত লিপ্ত আছিল, তেতিয়া অবাধ গতিৰে সায়েস্তা খাঁই পুণাৰ ফালে আগবাঢ়িল। শিৱপুৰৰপৰা গাৰাবালৈ যোৱা গিৰিপথত মাৰাঠাই মোগল বাহিনীৰ পিছভাগ আক্ৰমণ কৰিছিল যদিও, তাৰদ্বাৰা বিশাল মোগল বাহিনীৰ বিশেষ ক্ষতি কৰিব নোৱাৰিলে। এইদৰে মোগল বাহিনী আগুৱাই গৈ পুণাৰ ১৮ মাইল পুব-দক্ষিণ চাচোৱাৰত কিছু দিন জিৰণি লোৱাৰ পিছত, সায়েস্তা খাঁই পুণা অধিকাৰ কৰি শিৱাজীৰ আবাসগৃহ লাল-মহলত প্ৰবেশ কৰিলে (১৬৬০।৯ মে')।

এই নতুন আক্ৰমণৰ সন্মুখীন হ'বলগীয়া হৈ শিৱাজী যেন কিংকৰ্তব্য বিমূঢ় হ'ল। নিজে পানহালা দুৰ্গত অবৰুদ্ধ হৈ দুই পৰম শত্ৰুৰ আক্ৰমণৰ বিপক্ষে প্ৰতিকাৰৰ কি উপায় অবলম্বন কৰিব, এই জটিল প্ৰশ্নই তেওঁক অস্থিৰ কৰিলে। এনে অৱস্থাত পানহালাৰ অব-ৰোধ কাৰ্য শীঘ্ৰে সমাপ্ত কৰিবৰ বাবে সিদ্দিজহৰে ৰাজাপুৰৰ ইংৰাজ গোলন্দাজ সৈন্যৰ সহায় বিচাৰিলে। ইংৰাজসকলে শিৱাজীৰ বিৰুদ্ধে ৰণত যোগ দিবলৈ কুণ্ঠিত নহ'ল। সময়ে সময়ে দুৰ্গৰক্ষী মাৰাঠাই নিশা দুৰ্গৰপৰা ওলাই অবৰোধকাৰী বিজাপুৰী সৈন্যক বিষম আক্ৰ-মণ কৰাৰ ফলত, বিজাপুৰীসকলে দুৰ্গৰপৰা কিছুদূৰ পিছুৱাবলৈ বাধ্য হয়।

উপৰ্য্যুপৰি অখণ্ডনীয় বিপদ হলেও প্ৰতিভাশালী পুৰুষৰ মতি-ভ্ৰম নহয়। শিৱাজীয়ে দেখিলে তেওঁৰ এই উৎকট বিপদৰপৰা পৰি-ত্ৰাণ পাবলৈ হলে বলতকৈ তেওঁৰ ছলৰ প্ৰয়োজন হে বেছি। কূট কৌশলেৰে এই সঙ্কট পাৰ হবলৈ তেওঁ উপায় উদ্ভাবন কৰিলে। মূৰ্খ হলেও, ৰাজ্য-লোলুপ জহৰ দাম্ভিক আৰু তোষামোদ প্ৰিয় আছিল। এনে অৱস্থাত জহৰৰ মনত তেওঁৰ কাৰণে স্বাধীন ৰাজ্য এখনৰ আশাৰ ছবি দাঙি ধৰিলে, অবৰোধ তুলি নললেও, যদি জহৰৰ হতুৱাই অবৰোধ পাতলাই লব পাৰে, তেন্তে তেওঁ দুৰ্গৰপৰা ওলোৱাৰ সুযোগ লব পাৰিব বুলি, জহৰৰ সমৃদ্ধিৰ কাৰণে তেওঁৰ সৈতে শিৱাজীৰ গোপন সাক্ষাতৰ প্ৰয়োজন বুলি জহৰলৈ সংবাদ পঠিয়ালে। উচ্চাভি-লাষী জহৰে হৰ্ষচিত্তে শিৱাজীক আহবান জনালে। পিছ দিনা মাজ নিশা অলপ সংখ্যক সঙ্গীৰে সৈতে শিৱাজী গৈ নিভৃতে জহৰৰ সৈতে জহৰৰ ভবিষ্যৎ সম্পৰ্কে বিশদ আলোচনাৰ পিছত, তেওঁৰ কল্পনা প্ৰসূত ৰাজ্যখনক শিৱাজীৰ চতুৰালীৰে নিশ্চিত ৰাজ্য এখনত ৰূপান্তৰ কৰিলে। উভয়ে পৰস্পৰৰ সহায় সহযোগৰ প্ৰতিশ্ৰুতি দিয়াৰ পিছত জহৰৰ নিৰ্দেশত পানহালাৰ অবৰোধ বহু পৰিমাণে পাতলি আহিল। কিন্তু জহৰৰ সৈতে এই চুক্তিৰ সুফল শিৱাজীয়ে ভোগ কৰিব নোৱা-ৰিলে। বিজাপুৰৰ অন্যতম সেনাপতি ফজল খাঁই তেওঁৰ পিতৃহন্তা শিৱাজীৰ ওপৰত প্ৰতিশোধ লবলৈ দৃঢ়পণ কৰিছিল। এইজন সজাগ শত্ৰুৰ চকুত ধূলি দিবলৈ শিৱাজীয়ে কোনো প্ৰকাৰে সক্ষম নহ'ল। জহৰৰ প্ৰতাৰণাৰ গম পাই, শিৱাজীয়ে যাতে কোনো প্ৰকাৰে দুৰ্গৰ-পৰা মুক্ত হব নোৱাৰে তাৰ বাবে ফজল খাঁই তীক্ষ্ণ দৃষ্টি ৰাখিলে।

পানহালাৰ লগালগি আন এটা সৰু দুৰ্গ আছিল, পবনগড়। সময়ত এই দুৰ্গই পানহালাৰ সহায়কাৰী স্বৰূপে ব্যবহৃত হৈছিল। পবনগড়ৰ পতন হলে পানহালা অধিকাৰ কৰা সহজ বুজিব পাৰি, কামান যোগে প্ৰথমে পানহালা বিধ্বস্ত কৰিবলৈ ফজল খাঁই আক্ৰমণৰ নতুন সুযোগ সৃষ্টি কৰিলে। তেওঁৰ নিৰ্দেশত এই যুদ্ধত ইংৰাজে সক্ৰিয় অংশ গ্ৰহণ কৰিলে। কুঠীৰ অধ্যক্ষ ৰেভিংটনে গিফাৰ্ড আৰু সিংহামক সহযোগী কৰি ইংৰাজ কামানেৰে ওচৰৰ টিলা এটাৰপৰা ইংৰাজ পতাকা উৰাই পবনগড়ৰ ভিতৰলৈ অবিশ্ৰান্ত গোলা বৰ্ষণ কৰিলে। পানহালাৰ পতন অৱশ্যম্ভাবী জানি শিৱাজী বৰ চিন্তান্বিত হ'ল। তদু-পৰি তেওঁ বুজিলে যে অনিৰ্দিষ্ট কাললৈ তেওঁ পানহালাত অৱৰুদ্ধ হৈ থাকিলে, আন ক্ষেত্ৰত মোগল সেনাপতি সায়েস্তা খাঁই মাৰাঠাৰ

অপূৰণীয় ক্ষতি কৰিব। গতিকে যি উপায়েৰে নহওক তেওঁ পানহালাৰ পৰা বহির্গমনৰ পথ উলিয়াবলৈ স্থিৰ সিদ্ধান্ত ললে।

মাৰাঠাৰ নৈশ আক্ৰমণৰ হাত সাৰিবলৈ কিছু দিনৰপৰা বিজাপুৰৰ অবৰোধকাৰী সৈন্য শ্ৰেণী দুৰ্গৰপৰা পিছুৱাই ৰখা হৈছিল। এই অৱস্থাত এদিন নিশা দুৰ্গ পৰিত্যাগ কৰি স্থানান্তৰিত হবলৈ অনুকূল প্ৰাকৃতিক দুৰ্যোগে শিৱাজীক সহায় কৰিলে। সিদিনা (১৬৬০।১৩ জুলাই) ঘোৰ অন্ধকাৰ নিশা ভীষণ বতাহ বৰষুণে পৃথিবী কঁপাই তুলিছিল; সেই দুৰ্যোগত অবৰোধকাৰী বিজাপুৰীসকলে প্ৰকৃতিৰ আলোড়নত কঠোৰ কৰ্তব্যক অৱহেলা কৰি নিজগাঁলে বিশ্ৰাম লভিছিল। এই সুযোগতে শিৱাজীয়ে দুৰ্গৰক্ষী মাৰাঠা সৈন্য বাহিনীৰ অশ্বাৰোহী এভাগ লৈ দুৰ্গৰ পিছ দুৱাৰেদি ওলাই গৈ অকস্মাতে পবনগড় দুৰ্গৰ নামনিত বিজাপুৰী সৈন্যশ্ৰেণীক আক্ৰমণ কৰিলে। আক্ৰান্ত বিজাপুৰী শিবিৰৰ বিশৃংখলাৰ মাজত বহু অবৰোধকাৰী সৈনিক হতাহত হ'ল। নিশাৰ অন্ধকাৰত এইদৰে এটা বিশৃংখল অৱস্থাৰ সৃষ্টি কৰি শিৱাজীয়ে সসৈন্যে পানহালাৰ পশ্চিমে ২৭ মাইল দূৰ বিশালগড় দুৰ্গ অভিমুখে পলায়ন কৰিলে। যি শত্ৰুৰ ওপৰত প্ৰতিশোধ লব বুলি ফজল খাঁই প্ৰাণপণে কঠোৰ অবৰোধ কাৰ্য চলাইছিল, সেই শত্ৰুৱে চকুত ধূলি দি নিশাৰ আঁৰত এনেদৰে মেৰৰ পৰা ওলাই যোৱাত তেওঁ স্তম্ভিত হ'ল। কিন্তু তেওঁ আশা নেৰিলে; তেওঁৰ অশ্বাৰোহী সৈনিকসকলৰ হাতে হাতে জ্বলা জোৰ দি সেই পাৰ্বত্য পথত শিৱাজী আৰু তেওঁৰ পলাতক বাহিনীক তীব্ৰ বেগে অনুসৰণ কৰিলে। শিৱাজীৰ গন্তব্য স্থান যেতিয়া ৮ মাইল দূৰত, তেতিয়া প্ৰভাতৰ লগে লগে দেখা গ'ল ফজল খাঁৰ বাহিনীয়ে যেন তেওঁৰ পিঠি ছুব ছুব হৈছে। ফজল খাঁৰ সৈন্য সংখ্যা তেওঁতকৈ বহু বেছি যেতিয়া তেওঁৰ পক্ষে সমুখ সমৰ কল্পনাতীত। শিৱাজী তেতিয়া অতি সংকীৰ্ণ মেচৰখিন্দ্ গিৰিসঙ্কটত উপস্থিত হৈছিল। সেই সন্ধিক্ষণত মাৰাঠা সৈন্য দুভাগ কৰি লৈ, প্ৰভুভক্ত প্ৰত্যুৎপন্নমতি মাৱাল দেশমুখ বাজীপ্ৰভু দেশপাণ্ডে এভাগ সৈন্যেৰে সৈতে শত্ৰুক বাধা দিবলৈ গিৰিসঙ্কটৰ মুখত থিয় হ'ল আৰু আন ভাগে শিৱাজীক পলুৱাই লৈ বিশালগড় দুৰ্গত আশ্ৰয় লবলৈ নিৰ্দেশ দিলে। তেওঁ আৰু অনুৰোধ জনালে যেন শিৱাজী দুৰ্গ পোৱাৰ লগে লগে তোপধ্বনিৰে তেওঁৰ নিৰাপদ দুৰ্গ প্ৰৱেশৰ সঙ্কেত দিয়ে। এই সিদ্ধান্তৰ পিছত, শত্ৰুক আগ ভেটি সেই গিৰিসঙ্কটত মাৰাঠাসকলে প্ৰায় পাঁচ ঘণ্টা কাল তুমুল ৰণ কৰি শত্ৰুৰ পথ ৰোধ কৰিছিল। সেই ৰণত বাজী প্ৰভুই সাংঘাতিকৰূপে আহত হৈ মৃতপ্ৰায় অৱস্থাত ধৰা-

শায়ী হয়। এনেতে, বিশালগড় দুৰ্গৰপৰা তোপ ধ্বনিয়ে শিৱাজীৰ নিৰাপদ দুৰ্গ প্ৰবেশৰ বাতৰি দিলে। এই সঙ্কেত শুনাৰ পিছত বাজী প্ৰভুৱে মহা শান্তিৰে ইহলীলা সম্বৰণ কৰিলে। অলেখ বিজাপুৰীৰ হাতত বিতাৰিত মাৰাঠাসকল বিধ্বস্ত হ'ল। ফজলখাঁই সসৈন্যে বিশালগড় অভিমুখে কিছুদূৰ আগবাঢ়িছিল যদিও, সেই অগম্য পাৰ্বত্য পথত বিপদগ্ৰস্ত হোৱাৰ ভয়ত পিছুৱাই পৰে। জহৰৰ প্ৰতাৰণাৰ ফলত শিৱাজী পলোৱা জানি বিজাপুৰ চুলতান তেওঁৰ ওপৰত খড়্গ-হস্ত হয়। জহৰ শত্ৰু হলেও শিৱাজীৰ উপকাৰী আছিল; চুলতানৰ ৰোষৰপৰা জহৰক অব্যাহতি দিয়াৰ চেষ্টা শিৱাজীয়ে উচিত বিবেচনা কৰিলে। আন ফালে, দুই ৰণক্ষেত্ৰত দুই প্ৰবল শত্ৰুৰ বিৰুদ্ধে একযোগে সমৰ পৰিচালনা কঠিন গতিকে, উভয়কুল ৰক্ষা কৰিবলৈ বিজাপুৰক পানহালা প্ৰত্যৰ্পণ কৰি শিৱাজীয়ে সম্প্ৰতি বিজাপুৰৰ সৈতে সন্ধি কৰিলে (১৬৬০।২২ চেঃ)।

**সায়েস্তাখাঁৰ আক্ৰমণ** ঃ--ঔৰংজেবে মোমায়েক সায়েস্তা খাঁক দাক্ষিণাত্যৰ চুবেদাৰ পদত নিযুক্ত কৰিছিল তেওঁৰ পদমৰ্যাদা বঢ়োৱাৰ কাৰণে নহয়, তেওঁ এজন প্ৰসিদ্ধ যোদ্ধা আৰু কৃতী শাসনকৰ্তা বুলিহে। তেওঁ যথেষ্ট কৃতকাৰ্যতাৰে মালোৱা শাসন কৰিছিল আৰু গোলকুণ্ডা আক্ৰমণত তেওঁৰ বীৰত্বৰ সম্যক পৰিচয় দিছিল। ঔৰংজেবে ভাবিছিল এনেজন ৰণকৌশলী বীৰে সহজে মাৰাঠাক পৰাজয় কৰি দাক্ষিণাত্যত মোগল অধিকাৰ অক্ষুণ্ণ ৰাখিব।

সায়েস্তাখাঁই পুণা অধিকাৰ কৰাৰ পূৰ্বে ভাবিছিল যে পুণাক কেন্দ্ৰ কৰি লৈ তাত শিবিৰ সংস্থাপন কৰি ললে শিৱাজীৰ ৰাজ্য বিনষ্ট কৰিবলৈ অধিক পৰিশ্ৰমৰ প্ৰয়োজন নহব। কিন্তু পুণা প্ৰবেশ কৰি তেওঁ হতাশ হ'ল। তেওঁ দেখিলে যে মাৰাঠাই পুণা উদং কৰি লৈ তাৰ চাৰিওফালে দূৰ দূৰান্তৰলৈ, আন কি ঘাঁহ গজালি এডালো নাইকিয়া কৰি ৰাখিছে। (সমৰ কেন্দ্ৰৰ শিবিৰৰ কথাই নাই, পাৰিলে সমৰ ক্ষেত্ৰতো মোগলে বিলাস-বিশ্ৰাম পৰিহাৰ নকৰিছিল।) এনে অৱস্থাত জনশূন্য পুণাই তেওঁৰ মনত যেন এটা বিভীষিকাৰ সৃষ্টি কৰিলে। সমৰ ক্ষেত্ৰত ক্ৰমে খাদ্য সঙ্কটে দেখা দিলে; সুদূৰ মোগল অধিকাৰৰ পৰা খাদ্য সংগ্ৰহ কৰি সেই সঙ্কট নিবাৰণৰ উপায় নাছিল। তদুপৰি আগন্তুক বতাহ-বৰষুণ আৰু বানপানীৰ দুৰ্যোগৰ হাত সাৰিবলৈ সায়েস্তা খাঁই মোগল শিবিৰ পুণাৰ পৰা ১৮ মাইল উত্তৰ ফালে চাকানলৈ স্থানান্তৰ কৰিবলৈ স্থিৰ কৰিলে। সৰু দুৰ্গ এটাই চাকান সুৰক্ষিত কৰি ৰাখিছিল। এই দুৰ্গ অধিকাৰ কৰি ৰাখিব

পাৰিলে, মোগল এই দুৰ্গৰ আশ্ৰয়ত নিৰাপদ হব আৰু বিশেষকৈ পূব সীমান্তত মোগল অধিকাৰ নিকটৱৰ্তী হোৱাত সদায় মোগল শাসন কেন্দ্ৰৰ সৈতে সম্পৰ্ক ৰাখিব পাৰিব যেতিয়া সায়েস্তা খাঁই চাকান অবৰোধৰ সিদ্ধান্ত ললে।

সমদলে সায়েস্তা খাঁই ২২ জুলাই তাৰিখে চাকানৰ ওচৰত গৈ উপস্থিত হ'ল। দুৰ্গৰ চাৰিওফাল পৰিদৰ্শন কৰি অভিজ্ঞ সামৰিক বিষয়াসকলৰ অধীনত আৱশ্যক বুজি সন্নিস্থলত মোগল বাহিনী সজাই লোৱা হ'ল। সৰু হলেও, চাকান সমতল ভূমিত মাৰাঠাৰ এটা দুৰ্ভেদ্য দুৰ্গ আছিল। দুৰ্গৰ ওখ সুদৃঢ় বেষ্টনীৰ চাৰিওফালে ৩০ ফুট দ আৰু ১৫ ফুট বহল খাৱৈ এটাই দুৰ্গ ৰক্ষা কৰিছিল। সায়েস্তা খাঁই তেওঁৰ অবৰোধকাৰী সৈনিকৰ ৪টা অংশ নিৰ্দিষ্ট স্থানত নিযুক্ত কৰি প্ৰতিৰক্ষাৰ বাবে চাৰিওফালে মাটিৰ গড় সজাই তুলিলে। তদুপৰি সন্নিস্থলত বিৰাট ওখ ভেটি সজাই তাৰ ওপৰত বৰটোপ সজাই লৈ দুৰ্গৰ ভিতৰলৈ গোলাবৰ্ষণ আৰম্ভ কৰিলে। দুৰ্গ ৰক্ষীসকলে এই মোগল আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ চেষ্টা কৰিছিল। মোগলে দুৰ্গৰ চাৰিওফালে খাল কাটি লৈ সৈন্যৰ ঘাটি বহুৱালে। সায়েস্তা খাঁই বুজিলে যে দুৰ্গ হস্তগত কৰা যিমান সহজ বুলি ভাবিছিল, তিমান সহজ নহয়।

দুৰ্গৰ কিল্লাদাৰ ফিৰাঙ্গোজী নৰ্শলা সাহাজীৰ আমোলৰ এজন অভিজ্ঞ সামৰিক বিষয়া আছিল। আদিৰে পৰা তেওঁ অবিচল নিষ্ঠাৰে শিৱাজীৰ ৰাষ্ট্ৰ সংগঠন কাৰ্যত সহায় কৰিছিল। মোগলৰ ক্ৰমাগত তীব্ৰতৰ আক্ৰমণৰ বিপৰীতে নৰ্শলাই বাহিৰৰ পৰা কোনোৰূপ সহায় সহযোগৰপৰা বঞ্চিত হৈ একাদিক্ৰমে ৫৪ দিন তুমুল সংগ্ৰাম কৰিলে। শিৱাজী তেতিয়া বিজাপুৰৰ বিৰুদ্ধে পান-হালাৰ মাৰাত্মক আক্ৰমণত আবদ্ধ হৈ সুদূৰ চাকানত নৰ্শলাৰ মুক্তিৰ কাৰণে কোনো সামৰিক সহায় দিব নোৱাৰিলে। সায়েস্তা খাঁই বুজিলে কেৱল কামান যোগে দুৰ্গ প্ৰবেশৰ পথ উলিওৱা সম্ভৱ নহ'ব। গতিকে উত্তৰ-পূব কোণৰ দুৰ্গ প্ৰাচীৰৰ তলত 'মাইন' বিস্ফোৰণ কৰি প্ৰাচীৰ বিদাৰণ কৰিলে। সেই বিস্ফোৰণৰ ফলত, শিল, ইটা, এনেকি মানুহ, জন্তু আদি পাৰ চৰাইৰ দৰে হেনো শূন্যলৈ উৰি গৈছিল। সেই ৰাতিৰ ভিতৰতে অক্লান্ত পৰিশ্ৰমেৰে মাৰাঠাই দুৰ্গৰ ভগ্নাংশত ওখ ভেটা বান্ধি শত্ৰুৰ প্ৰবেশ ৰোধ কৰিলে আৰু ভিতৰৰপৰা শিল, গুলী, বম্ 'ৰকেট' আদি নিক্ষেপ কৰি শত্ৰুৰ দুৰ্গ জয়ৰ প্ৰচেষ্টা নিষ্ফল কৰিলে। কিন্তু ৰাতিপুৱা মোগলে পুনৰ দুৰ্গ আক্ৰ-

মণ কৰি প্ৰবেশ পথ উলিয়ালে। অসংখ্য মোগল সৈনিক দুৰ্গ প্ৰাচীৰ পাৰ হৈ ভিতৰত জপিয়াই পৰিল। হতাহতি যুদ্ধত দুৰ্গৰ ভিতৰৰ সৈনিকসকল প্ৰায়ে নিহত হ'ল। নৰ্শলাই যেতিয়া দেখিলে যে দুৰ্গ ৰক্ষাৰ আৰু কোনো উপায় নাই, তেতিয়া শিৱাজীৰ নিৰ্দেশ অনুযায়ী নৰ্শলাই মোগলক দুৰ্গ অৰ্পণ কৰিলে (১৬৬০।১৬ আঃ)। ফিৰাঙ্গোজী নৰ্শলাৰ কৃতিত্ব উপলব্ধি কৰি সায়েস্তা খাঁই তেওঁক উচ্চ সামৰিক পদ যাচি মোগল বাহিনীলৈ আনিবৰ যত্ন কৰিছিল, কিন্তু প্ৰভুভক্ত নৰ্শলাই তেনে প্ৰস্তাৱত মান্তি নহ'ল। নৰ্শলাৰ অতুলনীয় বীৰত্বৰ কাৰণে শিৱাজীয়ে তেওঁক ভূপালগড় দুৰ্গৰ কিল্লাদাৰ পদত নিযুক্ত কৰিলে।

চাকান যুদ্ধৰ অভিজ্ঞতাৰপৰা সায়েস্তা খাঁৰ ধাৰণা হ'ল, যে সমতলত অৱস্থিত সাধাৰণ দুৰ্গ এটা জয় কৰোঁতে যেতিয়া ধনে প্ৰাণে ইমান ক্ষতি, তেতিয়া অলঙ্ঘ্য পৰ্বতমালাৰ ওপৰৰ দুৰ্ভেদ্য দুৰ্গবোৰ জয়ৰ আশা পৰিত্যাগ কৰি শিৱাজীৰ সৈতে সন্ধি কৰাই উচিত। ইতিপূৰ্বে শিৱাজী পানহালাৰ যুদ্ধত লিপ্ত হোৱা কালত তেওঁ সায়েস্তা খাঁলৈ উভয় পক্ষৰ সন্মানসূচক সন্ধিৰ বাবে প্ৰস্তাৱ পঠিয়াইছিল; কিন্তু ঔৰংজেবে কঠোৰভাৱে সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰে। আন পক্ষে সায়েস্তা খাঁৰ জয় সম্পৰ্কে নিসন্দেহ হবনৈ, তেওঁ গুজৰাটৰপৰা যোধপুৰৰ মহাৰাজ যশোবন্ত সিংহক প্ৰবল মোগল বাহিনী এটাৰে সৈতে সায়েস্তা খাঁৰ সুহায়ক স্বৰূপে পঠিয়াই দিলে।

## ষষ্ঠ অধ্যায়

# কঙ্কন অধিকাৰ

(১৬৬১—১৬৬৪)

ভবিষ্যৎ নিজ নিজ কাৰ্য পদ্ধতি স্থিৰ কৰিবলৈ বছৰৰ শেষ তিনি মাহ (১৬৬০) উভয় পক্ষই যুদ্ধৰ পৰা বিৰত হ'ল। শিৱাজীয়ে ৰাজগড় দুৰ্গত বিশ্ৰাম লৈ স্থিৰ কৰিলে যে তেওঁৰপৰা অপহৃত পান-হালা আৰু চাকানৰ ক্ষতিপূৰণ কৰিবলৈ বিজাপুৰ অধিকাৰৰ কঙ্কন জয় কৰাই সমীচীন হ'ব। সাইহাদ্ৰি পৰ্বত মালাৰ পশ্চিমে এই কঙ্কন জিলাত ক্ষুদ্ৰ ৰজা জমিদাৰসকলে দুৰ্বল কেন্দ্ৰীয় শাসনক উপেক্ষা কৰি নিজ নিজ অধিকাৰ ভোগ কৰিছিল। এনে অৱস্থাত শিৱাজীৰ আক্ৰ-মণৰ প্ৰতিৰোধ কৰিবলৈ বিজাপুৰৰ কোনো শক্তিশালী ৰাজপ্ৰতিনিধি কিম্বা সামৰিক আয়োজন নথকাত তেওঁ বিজাপুৰৰ কঙ্কন জয় কৰি-বলৈ সংকল্প কৰিলে। আন পক্ষে, সায়েস্তা খাঁই চাকান জয় কৰাৰ পিছত পুণালৈ উভতি আহি মৌচুমী কাল তাতেই অতিবাহিত কৰিলে। চাকান বিজয়ৰ তিক্ত অভিজ্ঞতাৰ কাৰণে সায়েস্তা খাঁই সম্প্ৰতি সাম-ৰিক অভিযান স্থগিত ৰাখিছিল। কিন্তু উভয় পক্ষৰ এই স্থিৰতা সৰহ কাললৈ নেথাকিল। সায়েস্তা খাঁৰ পক্ষে বিৰাট মোগল বাহিনী এটা অকৰ্মণ্য কৰি ৰখা অযুক্তিকৰ ভাবি বাৰিষা কালৰ অন্তত তেওঁ উত্তৰ কঙ্কনত (কল্যাণ জিলা) মোগল বাহিনী নিযুক্ত কৰিবলৈ সিদ্ধান্ত ললে।

সায়েস্তা খাঁৰ আমগনৰ কিছু পূৰ্বে মোগল বাহিনী এটাই কল্যাণ অধিকাৰৰ চেষ্টাত আছিল। মোগলৰ ভয়ত স্থানীয় দেশমুখ কিছু-মানে মোগল পক্ষ সমৰ্থন কৰিছিল যদিও, কাৰ্যৰ গুৰুত্ব অনুপাতে সামৰিক আয়োজন নোহোৱাত, মোগলৰ সেই চেষ্টা বিশেষ ফলৱতী নহ'ল। কাৰ্তলব খাঁ নামেৰে ওখ খাপৰ অভিজ্ঞ উজবাক মোগল সেনাপতি এজন এই কাৰ্য সম্পন্ন কৰিবলৈ আদিষ্ট হ'ল। সায়েস্তা খাঁই তেওঁৰ নিজ বাহিনীৰ কেবাজনো ৰাজপুত আৰু অন্যান্য সাম-ৰিক বিষয়া আৰু নানাবিধ ৰণ সম্ভাৰে সৈতে কাৰ্তলব খাঁক পুণা

সামৰিক কেন্দ্ৰৰপৰা কল্যাণ অভিমুখে পঠিয়াই দিলে। পুণাৰপৰা লোহাগড়ৰ বাটেৰে ভোৰ পৰ্বতমালাৰ দক্ষিণৰ গিৰিসঙ্কট পাৰ হৈ সুবিশাল মোগল বাহিনীৰ সৈতে কাৰ্তলব খাঁ কঙ্কনত নামিল।

'মোগল অভিযান পথৰ সম্ভেদ লৈ শিৱাজীয়ে আন এটা সংকীৰ্ণ গিৰি পথেৰে আক্ৰমণকাৰী মোগল বাহিনীক অনুসৰণ কৰিছিল। গধুৰ ৰণ সম্ভাৰে সৈতে কাৰ্তলব খাঁৰ বাহিনী গভীৰ অৰণ্যৰ মাজত খণ্ড-বিখণ্ড শিলাময় গিৰিসঙ্কট পাৰ হ'ব, এনেতে আগ পিছ দুয়ো ফালে মাৰাঠাই অভিযানকাৰী মোগলৰ পথ ৰোধ কৰিলে। এই বিষম সঙ্কটত মোগল বাহিনীৰ পৰিত্ৰাণৰ উপায় নাইকিয়া হ'ল। উদ্ধাৰৰ কাৰণে প্ৰাণ পণে যুজ কৰি মোগলে উদ্ধাৰ নেপালে। সমগ্ৰ বাহিনী বিধ্বস্ত হোৱাতকৈ পৰাজয় স্বীকাৰ কৰা উচিত ভাবি, কাৰ্তলব খাঁই যথেষ্ট মুক্তি-কৰ আৰু সম্পূৰ্ণ ৰণ সম্ভাৰ শিৱাজীক সোধাই কোনো মতে প্ৰাণ লৈ উভতি গ'ল। (১৬৬১।৩ ফেঃ)।

কাৰ্তলব খাঁৰ এনে লজ্জাকৰ পৰাজয়ৰ পিছত, মোগলে উত্তৰ কঙ্কনত প্ৰভুত্ব বিচাৰি পুনৰ সমৰ আয়োজন কৰিলে। শিৱাজীয়ে দেখিলে, উত্তৰ কঙ্কনত মাৰাঠা শক্তি ক্ষয় কৰাতকৈ কম পৰিশ্ৰমেৰে সমৃদ্ধিশালী দক্ষিণ কঙ্কন জয় কৰাই যুগুত ; এই উদ্দেশ্যে তেওঁ সেনা-পতি নেতাজী পালকৰক উত্তৰ কঙ্কনত মোগলৰ বিৰোধিতা কৰিবলৈ নিযুক্ত কৰি তেওঁ দক্ষিণ কঙ্কনত অভিযান চলাবলৈ স্থিৰ কৰিলে। পশ্চিম উপকূলৰ কানাৰা জিলা সেই যুগত বৰ সমৃদ্ধিশালী ঠাই আছিল। উত্তৰ কানাৰাৰ কাৰোৱাৰৰ পৰা মিৰজানলৈ উপকূল অঞ্চল বিজাপুৰৰ শাসনাধীন আছিল আৰু তাৰ ভিতৰৰ অঞ্চল চোণ্ডাৰ কৰদ ৰজাই শাসন কৰিছিল। বিজাপুৰ ৰাজ্যৰ দক্ষিণ-পশ্চিম অঞ্চল শাসন কৰিছিল ৰুস্তাম-ই-জামালে। সামৰিক গুৰুত্বপূৰ্ণ পানহালা দুৰ্গৰ বাহিৰেও, এই বিভাগৰ অন্তৰ্ভুক্ত ৰাজাপুৰ আৰু তাৰ দক্ষিণে কাৰো-ৱাৰ তেতিয়া পৃথিবীৰ এটা সুপ্ৰসিদ্ধ বন্দৰ আছিল। পৃথিবীৰ সাউদ-সকলে এই দুয়ো বন্দৰেদি ভাৰতৰ নানাবিধ পণ্যদ্ৰব্য আৰু পশ্চিম ভাৰতৰ বিতোপন 'মচলিন' কাপোৰ পৃথিবীৰ অন্যান্য দেশলৈ ৰপ্তানি কৰিছিল। পশ্চিম উপকূলৰ এই দুই বন্দৰৰ মাজত সমপৰিমাণ বেহা-বেপাৰৰ কাৰণে প্ৰসিদ্ধ ডিংৰুলা বন্দৰত বাটাভিয়া, জাপান, লঙ্কা আৰু পাৰস্য সাগৰৰ পাৰৰ নানা দেশৰ বণিকসকলে বেহা-বেপাৰ কৰিছিল। এই উপকূল অঞ্চল নামত বিজাপুৰৰ অধীন আছিল যদিও, বিজাপুৰৰ শক্তি ক্ষয় হোৱাৰ ফলত, স্থানীয় শাসকবৰ্গ ক্ৰমশঃ

তেনেই দুৰ্বল হৈ পৰিছিল। শিৱাজীৰ সংগঠিত বাহিনীক বাধা দিব পৰা কোনো ৰাজশক্তি তাত নাছিল।

পানহালাৰ ক্ষতি পূৰণ কৰিবলৈ শিৱাজীয়ে বিজাপুৰ অধিকাৰৰ দক্ষিণ কঙ্কন আক্ৰমণ কৰিলে। অপ্ৰতিহত শিৱাজীয়ে দান্দাৰাজ-পুৰীৰ পৰা খাৰেপট্টনলৈ গোটেই উপকূল অঞ্চলত তেওঁৰ অখণ্ডনীয় অধিকাৰ বিস্তাৰ কৰিলে। নিজামপুৰ লুণ্ঠন কৰাৰ পিছত, দাবহোল পল্লিবন, প্ৰভাবলী, সঙ্গমেশ্বৰ আদি একাদিক্ৰমে নগৰৰ পিছত নগৰ তেওঁৰ হস্তগত হ'ল।

পল্লিবনৰ ৰজা যশোৱন্ত ৰাৱে সিদ্ধিজহৰে পানহালা অবৰোধ কৰা কালত শিৱাজীৰ বিৰুদ্ধে জহৰক সহায় কৰিছিল। শিৱাজীয়ে শুৰুতৰ প্ৰতিশোধ লবৰ ভয়ত এওঁ প্ৰভাবলীৰ ৰজা সূৰ্যৰাও চুৰবেৰ আশ্ৰয় গ্ৰহণ কৰে। আদিল ছাহৰ নিৰ্দেশক্ৰমে সূৰ্য ৰাৱে সঙ্গমেশ্বৰত শিৱাজীৰ বাহিনী আক্ৰমণ কৰিছিল, কিন্তু কৃতকাৰ্য হ'ব নোৱাৰিলে। শিৱাজীয়ে পল্লিবন অধিকাৰ কৰি সেই অঞ্চল সংৰক্ষণৰ বাবে চিৰ দুৰ্গ সুদৃঢ় কৰি লয় আৰু তাৰ নাম দিয়ে মান্দানগড়। তেওঁ সেই সময়তে তাত আন এটা দুৰ্গ সাজিছিল পালগড়। ইতিপূৰ্বে সূৰ্য ৰাৱে শিৱাজীৰ পক্ষ সমৰ্থন কৰিব বুলি কাৰ্যতঃ তেওঁৰ বিৰোধিতা কৰিছিল। সেই আখেজতে শিৱাজীয়ে পল্লিবনৰপৰা গৈ আকস্মিক আক্ৰমণেৰে প্ৰভাৱলীৰ ৰাজধানী শঙ্গাৰপুৰ অধিকাৰ কৰি লয়। সূৰ্য-ৰাও চুৰবে পলায়ন কৰে। প্ৰকৃততে চুৰবেৰ ৰাজকাৰ্য পৰিচালনা কৰিছিল চাৰ্কি ফৈদৰ মন্ত্ৰী ওৱামোজী চাকিয়ে। চাৰ্কিয়ে শিৱাজীৰ পক্ষ সমৰ্থন কৰিলে আৰু তেওঁৰ দুহিতা চয়ৰাবাইক শিৱাজীৰ সৈতে বিয়া দিলে। এইদৰে দক্ষিণ কঙ্কনৰ চুৰবে আৰু চাৰ্কি এই দুই ক্ষত্ৰিয় বংশ শিৱাজীৰ সহযোগী হয় আৰু বেচিনৰপৰা মালো-ৱালৈ উপকূল অঞ্চল শিৱাজীৰ অধিকাৰভুক্ত হয়।

উত্তৰ কঙ্কনত মোগলৰ বিৰুদ্ধে মাৰাঠা কৃতকাৰ্য হ'ব নোৱা-ৰিলে। কল্যাণ জিলা সম্পূৰ্ণৰূপে মোগলৰ হস্তগত হ'ল। মহাদ অঞ্চলৰ সৈনিক বাহিনী এটা গোটাই লৈ শিৱাজীয়ে উত্তৰ কঙ্কন মোগলৰ হাতৰপৰা উদ্ধাৰ কৰিবৰ চেষ্টা কৰিছিল, কিন্তু তেওঁৰ সেই চেষ্টা ব্যৰ্থ হয়। নেতাজী পালকৰে মোগল অধিকাৰত প্ৰবেশ কৰি আকস্মিক আক্ৰমণেৰে মোগলক অপ্ৰস্তুত কৰিবলৈ চলোৱা অভিযান বিফল হয়। সাত হেজাৰ মোগল অশ্বাৰোহীৰ প্ৰতি-আক্ৰমণত তেওঁ ৰণ ক্ষেত্ৰ পৰিত্যাগ কৰিবলৈ বাধ্য হয়। এইছোৱা কালত (১৬৬১-১৬৬৩) কল্যাণ জিলাৰ সৈতে উত্তৰ কঙ্কনত

মোগলে সম্পূর্ণ অধিকাৰ বিস্তাৰ কৰে আৰু শিৱাজীয়ে দক্ষিণ কঙ্কনৰ কোলাবা জিলাৰ পূব-দক্ষিণ অঞ্চলে সৈতে গোটেই ৰত্নগিৰি জিলা বিজাপুৰৰ হাতৰপৰা কাঢ়ি লয়।

**ৰাজাপুৰৰ ইংৰাজ বন্ধন** ঃ--পূর্বৰ পৰাই মাৰাঠাসকলৰ প্রতি ইংৰাজ কুঠীওৱালা বিলাকৰ বৰ সম্ভাব নাছিল। এওঁলোকে নিজৰ বেপাৰ-বাণিজ্যৰ সুচলৰ কাৰণে শক্তিশালী মোগল আৰু বিজাপুৰৰ মুখাপেক্ষী হৈ, শিৱাজীৰ স্বাধীনতা প্রচেষ্টাৰ প্রতি নিৰপেক্ষ নীতি অবলম্বন নকৰিছিল। বৰং শিৱাজী বিৰোধীসকলৰ অনুগ্রহ প্রার্থী হৈ এওঁলোকে শিৱাজীক নানা কু আখ্যা দি সততে তেওঁক হেয় প্রতি-পন্ন কৰিবলৈ চেষ্টা কৰিছিল। সুযোগ পালেই এওঁলোকে শিৱাজীৰ বিৰোধিতা কৰিব নেৰিছিল। আফজল খাঁৰ মৃত্যুৰ পিছতে ইংৰাজৰ সৈতে শিৱাজীৰ প্রথম বিবাদ আৰম্ভ হয়। মাৰাঠাসকলে যেতিয়া দাবহোল বন্দৰ আক্রমণ কৰে (১৬৬০), তেতিয়া সেই বন্দৰত আফ-জল খাঁৰ তিনিখন মালবাহী জাহাজ আছিল। জাহাজ কেইখন মাৰাঠাৰ হস্তগত হবৰ ভয়ত, ফজল খাঁই দাবহোলৰ বিজাপুৰী শাসনকর্তা মহম্মদ ছেৰিফৰ হতুৱাই জাহাজ কেইখন ৰাজাপুৰৰ ইংৰাজ কুঠীলৈ স্থানান্তৰ কৰে। শিৱাজীয়ে জাহাজ কেইখন তেওঁৰ শত্রুৰ বাজেয়াপ্ত সম্পত্তি কাৰণে তেওঁক হস্তান্তৰ কৰিব লাগে বুলি দাবী কৰাত, জাহাজ কেইখন ফজল খাঁই ইংৰাজক দিব লগা বহু টকা ঋণৰ পৰিশোধৰ বাবে জাহাজৰ পণ্যদ্রব্য ইংৰাজৰ ঠাইত ৰেহান আছে বুলি কুঠীৰ অধ্যক্ষ ৰেভিংটনে জাহাজ হস্তান্তৰ কৰিবলৈ অস্বীকাৰ কৰিলে। যেতিয়া শিৱাজী গৈ ৰাজাপুৰত উপস্থিত হ'ল, সন্ত্রস্ত ৰেভিংটনে জাহাজ লৈ সমুদ্ৰৰ মাজলৈ পলায়ন কৰে। এই মাৰাঠা বিৰোধী কার্যৰ বাবে মাৰা-ঠাই দ্বিতীয় অধ্যক্ষ গিফোর্ডক আটক কৰিছিল, পিছত ৰুস্তাম-ই-জামানৰ মধ্যস্থতাত এই বিবাদ ভঞ্জন হয়।

ইংৰাজৰ প্রতি শিৱাজীৰ আক্রোশৰ ঘাই কাৰণ আছিল, যেতিয়া পানহালা দুর্গত অবৰুদ্ধ শিৱাজীৰ জীৱন সঙ্কটাপন্ন হয়, তেতিয়া বিজাপুৰ সেনাপতি সিদ্দি জহৰৰ আমন্ত্রণত, ৰাজাপুৰ কুঠীৰ ৰেভিং-টন, সিংহাম, গিফোর্ড আৰু এওঁলোকৰ দোভাষী ভেলজীয়ে পান-হালালৈ গৈ কামান, গোলা-বাৰুদ আদি দি বিজাপুৰ আক্রমণকাৰী বাহিনীক সহায় কৰিছিল আৰু ইংৰাজ পতাকাৰ তলৰপৰা এওঁলোকে দুর্গৰ ভিতৰলৈ মাৰাত্মক গোলা নিক্ষেপ কৰিছিল।

ইংৰাজবোৰে কৰা এই অবৈধ আচৰণৰ কথা শিৱাজীয়ে পাহৰা নাছিল। বিজাপুৰ অধিকাৰৰ ৰাজাপুৰ বন্দৰ হস্তগত কৰা আৰু

লগতে আক্ৰমণকাৰী ইংৰাজ বণিক কেইজনক শাস্তি দিয়াটোৱে আছিল তেওঁৰ ৰাজাপুৰ আক্ৰমণৰ উদ্দেশ্য। সসৈন্যে শিৱাজী ৰাজাপুৰত প্ৰবেশ কৰিলে (১৬৬১। মাৰ্চ)। তেওঁ ৰাজাপুৰত প্ৰবেশ কৰিয়ে ইংৰাজ কুঠীৰ ৰেণভলফ টেইলৰ, ৰিচাৰ্ড টেইলৰ, গিফোৰ্ড ফেৰাণ্ড, ৰিচাৰ্ড নেপিয়াৰ আৰু চেমুৱেল বাৰণাৰ্ড এই ইংৰাজ কেইজনক বন্দী কৰি নি সোণাগড় আৰু ওৱাচোটা দুৰ্গত আবদ্ধ কৰিলে। এওঁলোকক জনোৱা হ'ল যে যিহেতু শিৱাজী বিজাপুৰৰ সৈতে প্ৰকাশ্য ৰণত লিপ্ত আছিল গতিকে, তেওঁৰ শত্ৰুৰ সহযোগী মাত্ৰেই তাৰ বাবে শাস্তি ভুগিব লাগিব। ৰাজাপুৰৰ শাসনকাৰ্য পৰিচালনাৰ বাবে ৰাওজী সোমনাথ নামে বিষয়া এজন নিয়োজিত হৈছিল; এওঁ ইংৰাজ কেইজনক জনালে যে সিদ্দিৰ জাঞ্জিৰা আক্ৰমণত এওঁলোকে যদি শিৱাজীক সহায় কৰে কিম্বা উপযুক্ত মুক্তিক্ৰৰ শোধায় তেন্তে এওঁলোকে কয়দৰ পৰা অব্যাহতি পাব পাৰে। এওঁলোকে সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰাত বন্দী স্বৰূপে এওঁলোকে কয়দত থাকিবলগীয়া হৈছিল। ইংৰাজসকলৰ ৰীতি অনুসৰি এওঁলোকৰ দৈনন্দিন জীৱন যাপনৰ সুযোগ দিয়া হৈছিল; কিন্তু সেই সুযোগ লওঁতে এওঁলোকে সোণাগড় দুৰ্গৰপৰা পলাবৰ চেষ্টা কৰে আৰু তাৰ কাৰণে এওঁলোকক ৰাজগড় দুৰ্গলৈ স্থানান্তৰ কৰা হয়।

অৱশেষত ইংৰাজ কেইজনে শিৱাজীৰ বিপক্ষে নানা কথা ৰটনা কৰি, এওঁলোকৰ মুক্তিৰ কাৰণে আৱশ্যকীয় ব্যৱস্থা লবলৈ চুৰাটৰ ইংৰাজ কোম্পানীৰ প্ৰেচিডেন্টৰ ওচৰলৈ আবেদন জনালে। প্ৰেচিডেন্টে এওঁলোকক তিৰস্কাৰ কৰি উত্তৰ দিছিল,—"তোমালোকে যি কাৰণত বন্দী হৈছা তাক নিজে ভালদৰে জানা; কোম্পানীৰ ধন-বস্তু ৰক্ষা কৰাৰ কাৰণে নহয়, অকাৰণত ইংৰাজ পতাকা দেখুৱাই পানহালা দুৰ্গত গোলা নিক্ষেপ কৰাৰ কাৰণেহে"। এইদৰে কৈ, প্ৰেচিডেন্টে এওঁলোকক মুক্ত কৰিবলৈ অপাৰগ বুলি জনোৱাত, এওঁলোকে অপৰাধ স্বীকাৰ কৰি মুক্তি বিচাৰিলে। ইতিমধ্যে শিৱাজীয়ে ৰাজাপুৰ আক্ৰমণৰ প্ৰকৃত উদ্দেশ্য বুজাই ইংৰাজৰ সৈতে সদ্ভাব স্থাপন কৰিছিল; অৱশেষত ৰাওজীয়ে বন্দী কেইজনক ৰাজাপুৰলৈ নি তাত মুক্ত কৰি দিয়ে। শিৱাজীৰ আক্ৰমণৰ কাৰণে ইংৰাজৰ ৰাজাপুৰ বন্দৰত হোৱা ক্ষতি শিৱাজীৰপৰা পাবলৈ ইংৰাজে বহু যত্ন কৰিছিল; ইংৰাজৰ সন্তুষ্টিৰ কাৰণে শিৱাজীয়ে সেই ক্ষতি পূৰণৰ ভাৰসা দিছিল যদিও, ইংৰাজৰ ক্ষতি কেতিয়াও পূৰণ নহ'ল।

**সায়েস্তাখাঁৰ অঙ্গচ্ছেদ** :—মোগলে কল্যাণ অধিকাৰ কৰাৰ পিছত, মোগল-মাৰাঠা উভয় পক্ষৰ মাজত বিশেষ উল্লেখযোগ্য ঘটনা

সংঘটিত হোৱা নাছিল যদিও, মোগল আক্রমণৰ পৰিসৰ ক্রমাৎ বৃদ্ধি পাব ধৰিলে। সেই বছৰ (১৬৬৩) বিশাল মোগল বাহিনীৰ সৈন্য শ্রেণীয়ে সাঁতাৰা অঞ্চলৰ নানা দিশে বিস্তৃত হৈ মাৰাঠাৰ পক্ষে যথেষ্ট শঙ্কাৰ কাৰণ সৃষ্টি কৰিলে। নানাবিধ ৰণ সম্ভাৰে সৈতে দহ হেজাৰ সৈন্য লৈ যোধপুৰৰ মহাৰাজ যশোবন্ত সিংহই সায়েস্তা খাঁৰ বিপুল বাহিনীৰ লগত যোগ দিয়াত পুণা নগৰ মোগলৰ বিৰাট সমৰ কেন্দ্রত পৰিণত হ'ল। চাৰিওফালে মোগলে ঘাটি স্থাপন কৰাত মাৰাঠাৰ বাহ্যিক চলাচলৰ পথ ৰোধ হ'ব ধৰিলে। মাৰাঠাৰ আন শত্রু বিজাপুৰৰ আশ্রয় বা সহযোগৰ প্রার্থী হ'বলৈকো শিৱাজীৰ পথ নাছিল। আফজলখাঁ কিম্বা কার্ডলব খাঁক ভৌগোলিক অৱস্থাৰ সুযোগ লৈ ক্ষন্তে-কীয়া আক্রমণেৰে যিদৰে পৰাজয় কৰিছিল, সমতল ভূমিত সুবিশাল মোগল শিবিৰ আক্রমণ কৰি সায়েস্তাখাঁৰ নিচিনা বিচক্ষণ যোদ্ধা এজনক পৰাজয় কৰা শিৱাজীৰ পক্ষে কল্পনাৰ অতীত হৈ পৰিছিল। কি কৌশলেৰে এনেজন শত্রুক পৰাজয় কৰিব পাৰি অহোৰাত্র এয়ে শিৱাজীৰ চিন্তাৰ বিষয় হ'ল।

পুণাত মোগল সমৰ কেন্দ্র সংস্থাপনত সায়েস্তা খাঁই কিঞ্চিৎ-মানো সতর্কতাৰ ত্রুটি কৰা নাছিল। দাক্ষিণাত্যৰ মোগল শাসন কেন্দ্র আহমদনগৰৰপৰা পুণালৈকে সময়ত আৱশ্যকীয় মোগল বাহিনী আৰু সামৰিক সম্ভাৰৰ অবাধ চলাচলৰ বাবে, পুণাৰপৰা চাকানৰ মাজেদি আহমদনগৰলৈ সায়েস্তা খাঁই এটা বহল আলিবাট সজাই-ছিল। তেওঁৰ নিৰাপত্তাৰ কাৰণে তেতিয়া পুণাৰ সর্বশ্রেষ্ঠ ঘৰ শিৱা-জীৰ আবাস স্থান 'লাল মহল' তেওঁৰ হাৰেম স্বৰূপে অধিকাৰ কৰি, তাৰ চাৰিওফালে উচ্চ সামৰিক বিষয়াসকলৰ নানা আকাৰ প্রকাৰৰ ঘৰ-দুৱাৰ, সামৰিক কার্যালয়, চাকৰ-নাকৰ আৰু নানাবিধ বাদ্যৰ সাজ-সৰঞ্জামে সৈতে বাদ্যকৰহঁতৰ নহবৎখানা সজাই লৈছিল। এই সমৰ কেন্দ্রৰপৰা দক্ষিণফালে সিংহগড়লৈ যোৱা আলিবাটৰ কিছুদূৰ আন পাৰে দহ হেজাৰ ৰাজপুত সৈনিকৰ সৈতে যশোবন্ত সিংহই তেওঁৰ সুবিস্তৃত ছাউনী পাতি যুদ্ধৰ বাবে সাজু আছিল।

শিৱাজীয়ে যুদ্ধৰ কল্পনা পৰিত্যাগ কৰিলে। তেওঁ মোগলৰ আক্রমণ অপেক্ষা নকৰি, মোগলৰ পৰাজয়ৰ কাৰণে অভূতপূর্ব পন্থা অবলম্বন কৰিবলৈ অসীম সাহস আৰু ক্ষীপ্রতাৰ ওপৰত নির্ভৰ কৰিলে। তেওঁৰ দুঃসাহসিক পৰিকল্পনা কার্যত পৰিণত কৰি-বলৈ সাহস আৰু ক্ষীপ্রতাতকৈও, বুদ্ধিৰ প্রখৰতাৰ প্রয়োজন বেছি আছিল। এই আক্রমণাত্মক কার্য সমাধা কৰিবলৈ শিৱাজীয়ে পুণাৰ

পৰা ১১ মাইল দূৰৰ সিংহগড় দুৰ্গৰ আশ্ৰয় লৈছিল। তাৰপৰা তেওঁ পেশোৱা মোৰোপান্ত আৰু সেনাপতি নেতাজী পালকৰলৈ অতি গোপনে নিৰ্দেশ পঠিয়াইছিল যে, সেই নিৰ্দিষ্ট দিনৰ নিশা (১৬৬৩।৫ এপ্ৰিল) তেওঁলোকে এহেজাৰ কৈ অতি সুদক্ষ সৈনিকেৰে সৈতে মোগল শিবিৰৰ বাহিৰ সীমাৰপৰা দুই কাষে এমাইল দূৰত ঠাই লব আৰু মাজ ভাগত তেওঁ নিজে এহেজাৰ সৈন্য পৰিচালনা কৰিব। এই আঁচনি অনুসৰি মাৰাঠা সৈন্য বাহিনীয়ে দিনৰ ভাগতে সিংহগড়ৰপৰা পাৰ্বত্য পথ অতিক্ৰম কৰি সন্ধ্যাৰ লগে লগে পুণাৰ ওচৰত উপস্থিত হ'ল। শিৱাজীয়ে তেওঁৰ বাহিনীৰ অতি দুঃসাহসী ৪০০ সৈনিক তেওঁৰ অনুগামী স্বৰূপে বাচি লৈছিল আৰু এওঁলোকক মোগল সৈনিকৰ সাজপাৰত সজোৱা হৈছিল। সন্ধ্যাৰ লগে লগে শিৱাজীয়ে এই সৈনিকসকলৰ সৈতে মোগল ছাউনীৰ ফালে বাট ললে। প্ৰহৰীসকলে মোগল ছাউনীৰ সীমাৰ ভিতৰত এওঁলোকৰ চিনাক্ত দাবী কৰাত, এওঁলোকে উত্তৰ দিলে যে মোগলৰ অইন সামৰিক কেন্দ্ৰৰপৰা এওঁলোকে পুণা কেন্দ্ৰত যোগ দিবলৈ আদিষ্ট হৈছে। আড়ম্বৰ বহুল সমৰ কেন্দ্ৰৰ হেজাৰ সৈনিকৰ মাজত সামান্য ৪০০ সৈনিকৰ আগমনে কাৰো বিশেষ মনোযোগ আকৰ্ষণ নকৰিলে। তাৰোপৰি এই আত্ম গোপনকাৰীসকলে কেবা ভাগত বিভক্ত হৈ বেলেগ বেলেগ কৈ শিবিৰৰ নিৰ্জন চুকে-কোণে ঠাই ললে।

তেতিয়া ৰমজানৰ দিন; মোগল প্ৰহৰীহঁতে গোটেই দিনটো নিৰাহাৰে থাকি, সন্ধ্যাৰ গধুৰ ভোজনৰ পিছত বহুজনে নিশ্চিন্তে শুই পৰিছিল। সায়েস্তা খাঁৰ বাহৰতো সেই একেই অৱস্থা। পৰিয়ালবৰ্গৰ সৈতে সুৰক্ষিত লাল মহলত তেওঁ নিচিন্তে শুই পৰিছিল। বাল্যাবধি তেওঁৰ আবাস গৃহ লাল মহল সম্পৰ্কে শিৱাজীৰ অজানা একো নাছিল; তথাচ, পৰিবৰ্তিত অৱস্থাৰ সম্পূৰ্ণ সম্ভেদ লোৱাৰ কাৰণে তেওঁ দুজন সুদক্ষ গুপ্তচৰ নিযুক্ত কৰি লাল মহলৰ আদ্যোপান্ত সকলো বিতং সমাচাৰ জানি লৈছিল। মাজ নিশাৰ পিছত সায়েস্তা খাঁৰ আবাস স্থানৰ বাহিৰে ঠায়ে ঠায়ে অ'ত ত'ত মাত্ৰ দুই চাৰি নিষ্প্ৰভ বন্তি জ্বলিছিল; কাৰো ক'তো সাৰি শব্দ নাই; কেৱল সায়েস্তা খাঁৰ ৰন্ধনশালাত ৰান্ধনী কেইজনমানে তেওঁৰ প্ৰাতঃ ভোজনৰ আয়োজনত ব্যস্ত আছিল। এনেতে শিৱাজী সেই ঘোৰ অন্ধকাৰ নিশাৰ নিস্তব্ধতা ভেদ কৰি, তেওঁৰ দেহৰক্ষী বাবাজী বাপুজী আৰু চিমনাজী বাপুজীৰ সৈতে কেইজনমান সুদক্ষ তৰোৱালী লগত লৈ সেই ৰন্ধনশালাৰ ফালে বাট ললে। ইতিপূৰ্বে লাল

মহল আৰু ৰন্ধনশালাৰ মাজৰ বেৰাখনত এখন দুৱাৰ আছিল; খাঁৰ জেনানা মহলৰ পৰ্দাৰ কাৰণে, সেই দুৱাৰখনত সাধাৰণভাৱে ইটা গাঁঠি বন্ধ কৰি দিয়া হয়। শিৱাজীৰ সৈনিক কিছুমান ৰন্ধন শালাত প্ৰবেশ কৰি অতৰ্কিত অৱস্থাত ৰান্ধনী কেইজনৰ শিৰচ্ছেদ কৰিলে। শিৱাজীৰ ইঙ্গিতত সৈনিকসকলে দুৱাৰ মুখৰ ইটাবোৰ গুছালে আৰু সেই ইটা গুছোৱা শব্দৰ লগে লগে, ওচৰৰ ঘৰত সায়েস্তা খাঁৰ পৰিচাৰক কিছুমানে সাৰ পালে। বাহিৰত সন্দেহজনক কিহৰ শব্দ হৈছে বুলি এওঁলোকে খাঁৰ মনোযোগ আকৰ্ষণ কৰিছিল, কিন্তু এওঁলোকৰ কাল্পনিক ভয়ৰ কাৰণে অযথা খাঁৰ সুনিদ্ৰাত ব্যাঘাত জন্মোৱা বাবে তিৰস্কৃত হৈ নিজ নিজ ঠাইত নিশ্চিন্তে শুই থাকিল। ভঙা দুৱাৰেদি প্ৰৱেশৰ পথ উলিয়াই লৈ চিমনাজীৰ সৈতে শিৱাজী গৈ হাৰেমত সোমাল আৰু দুই শ মাৰাঠা সৈনিকে খোজে খোজে তেওঁলোকৰ পিচ ললে। হাৰেমৰ ভিতৰৰ নানা প্ৰকাৰ আৰ-মেৰ গুছাই শিৱাজী গৈ খাঁৰ বিছনাৰ ওচৰ নৌপাওঁতেই খোজৰ শব্দ শুনি খাঁৰ আশ্ৰিতা কোনোবা ৰমণীয়ে তেওঁক সজাগ কৰিলে। খোলা তৰোৱাল হাতত লৈ সমুখত শিৱাজীৰ মূৰ্তি দেখি সন্ত্ৰস্ত খাঁৰ জীউ উৰি গ'ল। তেওঁ পলাব, এনেতে লৰালৰিৰ বেগত শিৱাজীৰ অস্ত্ৰাঘাতে তেওঁৰ হাতৰ আঙুলি তিনটা ছেদন কৰিলে।[১] হাৰেমৰ বুদ্ধিমতী ৰমণীহঁতে চাকি নুমাইদি খাঁক নিৰাপদ ঠাইলৈ পলুৱাই দিয়াত কোনোমতে খাঁই মৰণৰ হাতৰপৰা নিস্তাৰ পালে। সেই ঘোৰ অন্ধকাৰত এটা পৈশাচিক বিশৃংখলাৰ সৃষ্টি হ'ল। মাৰাঠা সৈনিকসকলে মতা-মাইকী চিনিব নোৱাৰি, যাকে য'তে পালে কাটি খাস্তাং কৰিলে। সায়েস্তা খাঁৰ হাৰেমৰ আৰকালত শিবিৰ ৰক্ষক চিপাহী চন্তৰী জাগি উঠিল। মোগলৰ প্ৰতিআক্ৰমণৰ পূৰ্বে শিৱাজীয়ে তেওঁৰ সৈনিকসকলক একত্ৰিত কৰি হাৰেমৰ পৰা নিষ্ক্ৰান্ত হ'ল। বাহিৰত বাবাজীৰ অধীনৰ সৈনিক সকলে শিবিৰ ৰক্ষক মোগল সৈনিক সকলক আক্ৰমণ কৰিলে আৰু কিছুমানে নহবৎ খানাৰ বাদ্যকৰহঁতৰ হতুৱাই ঢাক-ঢোল কোবাই বিশৃংখল শিবিৰত অপৰিসীম কোঢ়াল তুলিলে। মাৰাঠাৰ আক্ৰমণতকৈও অন্ধকাৰত মোগল সৈনিকৰ পৰস্পৰে মৰা-মৰি কটাকটিয়ে ভয়াবহ ৰূপ ধাৰণ কৰিলে। এই সংহাৰকাৰ্যৰ

(১) এই ঘটনাৰ বৰ্ণনা লিখক সকলে কটা যোৱা আঙুলিৰ সংখ্যা সঠিক দিয়া নাই। এনে বৈদ্যুতিক বেগে হোৱা ঘটনাত ভিন্ন সংখ্যা দিয়া সম্ভৱ। আমি সভাসদ আৰু চিত্ৰগুপ্তৰ সংখ্যা গ্ৰহণ কৰিছো।

—৬

ভিতৰত সায়েস্তা খাঁৰ পুত্র সেনাপতি ফাটেখাঁ খিতাতে মৰা পৰিল। এইদৰে ৰাতিৰ ভিতৰতেই মাৰাঠাই মোগল শিবিৰ চাৰখাৰ কৰি অগম্য পাৰ্বত্য পথেৰে সিংহগড়লৈ উভতি গ'ল, পিছত থাকিল মাত্র উচ্ছন্ন মোগল শিবিৰত ঔৰংজেব বাদছাহৰ প্রতিনিধি মোমায়েক আমিৰ-উল-ওমৰা সায়েস্তাখাঁৰ পৰিতাপ আৰু থাকিল মোগল ছাউনীত মৰ্মস্পৰ্শী হাহাকাৰ।

ঘটনাৰ অন্তত ৰাতিপুৱা মোগল সম্ভ্রান্ত সকলে ৰাজ প্রতিনিধিৰ এই দৈৱ দুৰ্বিপাকত তেওঁৰ প্রতি সমবেদনা জ্ঞাপন কৰিবলৈ আহিল। ঘোৰ অন্ধকাৰত এই নৈশ আক্রমণৰ কৰ্তা কোন, এই তথ্য আবিষ্কাৰ কৰিবলৈ তেওঁলোকৰ মাজত সুদীৰ্ঘ আলোচনা চলিব ধৰিলে। বহু আলোচনাৰ পিছত চিন্তান্বিত বিষয়াসকলে স্থিৰ কৰিলে যে 'ধূৰ্ত' শিৱাজীৰ বাহিৰে আনৰ দ্বাৰা এনে গুৰুতৰ কাৰ্য সম্ভৱ নহয় আৰু এই অপকৰ্মৰ সহায়ক হব পাৰে যশোবন্ত। অৱশেষত এই কাৰ্যৰ সমুচিত প্রতিশোধ লব বুলি সকলোৱে আল্লাৰ নামত সমস্বৰে শপত খাই সায়েস্তা খাঁৰ মনত সান্ত্বনা দিলে। এনেতে দুৱৰীয়ে সংবাদ দিলে যে নবাবৰ বাতৰি লবলৈ আহি মহাৰাজ যশোবন্ত সিংহ দুৱাৰত ৰৈ আছে। শোকে তাপে অভিভূত লজ্জিত খাঁই, বিখণ্ডিত অঙ্গ ঢাকি তলমূৰ কৰিছিল, এনেতে মহাৰাজ যশোবন্ত সিংহই মিচিকিয়া হাঁহিৰে মাত লগালে "নবাবৰ এই দুৰ্দশাৰ কাৰণ কি?" উত্তৰত সায়েস্তা খাঁই কপালত হাত দি গহীন মাতেৰে কলে "নচিব খোদাকো"। যশোবন্ত সিংহই শিৱাজীৰ এই কাৰ্যত সহায় নকৰিলেও, তাক উপেক্ষা কৰিছিল বুলি কিছুমানে অনুমান কৰে। কিন্তু প্রকৃততে যশোবন্ত এই কামত লিপ্ত নাছিল।[১] শিৱাজীয়ে এই কাম সমাধা কৰাৰ পিছতেই, ঈশ্বৰৰ অনুগ্রহত তেওঁৰ নিজ বাহুবলেৰে এই কাম সিদ্ধ কৰিছিল আৰু তেওঁ নিজেই সায়েস্তা খাঁক আহত কৰিছিল বুলি ৰাজাপুৰত তেওঁৰ প্রতিনিধি ৰাওজী পণ্ডিতলৈ লিখিছিল।

সায়েস্তা খাঁই ক্ষন্তেকৰ বাবেও এই অভিশপ্ত লাল মহলত থকা অনুচিত বিবেচনা কৰিলে। ৰাতিদিনে তেওঁ সন্মুখত সশস্ত্র শিৱাজীৰ প্রতিমূৰ্তি দেখিব ধৰিলে। ঘটনাৰ অলপ দিন পিছতেই তেওঁৰ বাসস্থানৰ বাবে পুণা অনুপযোগী বুলি তেওঁ দক্ষিণ ভাৰতৰ নিৰাপদ

---

(১) The insinuation that Jaswant Sing connived at the downfall of the Khan was wholly unfounded.

Shivaji—Kulkarni (P. 81).

মোগল ৰাজধানী ঔৰঙ্গবাদলৈ প্ৰস্থান কৰিলে। দোৰ্দণ্ড প্ৰতাপী শিৱাজীৰ হাতত মোগল দৰবাৰৰ এজন প্ৰসিদ্ধ আমিৰ-উল-ওমৰা সায়েস্তাখাঁৰ এই বিলাই বিপত্তিৰ কাহিনী শুনি লাজ আৰু অপমানত সম্ৰাট ঔৰংজেব মৰ্মাহত হ'ল। অমনযোগী সায়েস্তা খাঁৰ অকৰ্মণ্যতাৰ কাৰণে মোগলৰ দুৰ্যশ হোৱা বুলি তেওঁৰ শাস্তি স্বৰূপে শাসন কৰ্তা হিচাপে তেওঁক তেতিয়াৰ নৰক প্ৰমাণ[১] বঙ্গদেশলৈ স্থানান্তৰ কৰিলে। তেওঁ বিদায় লবলৈ সম্ৰাটৰ দৰ্শন প্ৰাৰ্থনা কৰাত তেওঁৰ অপৰাধৰ কাৰণে, সেই প্ৰাৰ্থনা মঞ্জুৰ নকৰিলে।

সায়েস্তা খাঁৰ পৰাভবত দেশজুৰি শিৱাজীৰ অনুপম যশস্যা বিয়পি পৰিল; সুৰক্ষিত মোগল সামৰিক কেন্দ্ৰৰ ভিতৰত, মোগল ৰাজ প্ৰতিনিধিৰ ওপৰত এনে অলৌকিক আক্ৰমণৰ বাবে তেওঁ দৈৱ গুণসম্পন্ন বুলি জনসাধাৰণৰ মনত অগাধ বিশ্বাস জন্মিল। আন পক্ষে, সকলো মান-গৌৰৱ বিবৰ্জিত হৈ সায়েস্তা খাঁই বঙ্গদেশলৈ প্ৰস্থান কৰিলে (১৬৬৪। জাঃ)।

**চুৰাট প্ৰলয়**ঃ—লাঞ্ছিত সায়েস্তা খাঁৰ পৰাভবৰ ফলত স্বভাৱিকতে দাক্ষিণাত্যত মোগল শক্তি নিষ্ক্ৰিয় হয়। কাৰ্যতঃ সন্ত্ৰস্ত মোগলৰ সামৰিক কেন্দ্ৰত নিচাস্থিকা ভাবৰ সঞ্চাৰ হ'ল। দাক্ষিণাত্যত মোগল শক্তি পুনৰ সঞ্জীৱিত কৰিবলৈ ঔৰংজেবে সায়েস্তা খাঁৰ পৰিবৰ্তে ছাহাজাদা মুৱাজেমক দাক্ষিণাত্যৰ শাসনকৰ্তাৰ পদত নিযুক্ত কৰিলে। মোগল শাসনকৰ্তাসকলৰ এই সালসলনিৰ কাৰণে, সম্প্ৰতি মোগলৰ সামৰিক প্ৰস্তুতি শিথিল হোৱাৰ সুযোগ লৈ, অনতি বিলম্বে শিৱাজীয়ে মোগলৰ বিপৰীতে এক গুৰুতৰ কাৰ্য হাতত লবলৈ স্থিৰ কৰিলে। মোগলৰ অপযশ সৃষ্টি কৰাৰ বাহিৰে, সায়েস্তা খাঁৰ পৰাজয়ত শিৱাজীৰ আৰ্থিক লাভালাভ একো হোৱা নাছিল। ইতিমধ্যে মোগল অধিকাৰৰ ভিতৰত দশোদিশে চোৰাংচোৱা পঠিয়াই অচিৰতে আক্ৰমণৰ বাবে শিৱাজীয়ে এনে এখন ঠাই বাচি ললে যাৰ পতনত মোগলৰ 'অপৰাজেয়' সুনামৰ হানি হোৱাতকৈও, নিজৰ শ্ৰী পৰিবৰ্দ্ধিত হয়।

সাগৰৰ পৰা ১২ মাইল দূৰত তাপ্তি নদীৰ মোহনাৰ দক্ষিণ পাৰে চুৰাট বন্দৰ অৱস্থিত। সেই কালত মোগল সাম্ৰাজ্যৰ ভিতৰত চুৰাট অতি সমৃদ্ধিশালী বন্দৰ আছিল। এই বন্দৰেৰে মোগল সাম্ৰাজ্যৰ যাৱতীয় দুৰ্মূল্য সামগ্ৰীৰ আমদানি-ৰপ্তানি হৈছিল।

(১) Aurangzeb's own words "a hell well stocked with bread."
Shivaji—Sir Jadunath (P 92).

কোটিপতি সাউদ সদাগৰসকলৰ কুঠী আৰু বাসস্থান আছিল চুৰাট নগৰত। পৃথিবীৰ নানা ঠাইৰ সাউদসকলে সমুদ্ৰ পথেৰে আহি চুৰাট বন্দৰত ভাৰতৰ সৈতে বেহা-বেপাৰ কৰিছিল। প্ৰায় চাৰি বৰ্গমাইল নগৰখনত দুই লক্ষৰো অধিক লোকে বসতি কৰিছিল। নগৰ সংৰক্ষণৰ বাবে কোনো প্ৰকাৰ প্ৰতিৰক্ষণীয় বেষ্টনী নাছিল। আছিল মাত্ৰ লগালগি মোগলৰ চকী এটা য'ত আক্ৰমণৰ বিৰোধিতা কৰিবলৈ সামৰিক সুবন্দোবস্ত একো নাছিল। দুৰ্গ সংৰক্ষণৰ বাবে চুৰাটৰ মোগল শাসনকৰ্তা ইনায়েৎ খাঁই মোগল ৰাজকোষৰপৰা পূৰ্বাপৰ পাঁচশ সৈনিকৰ বেতন উলিয়াই নিছিল, কিন্তু চুৰাটৰ অধিবাসীসকলে অতকাল নিৰ্বিঘ্নে জীৱন যাপন কৰাৰ কাৰণে, অবাবত সেই ধন খৰছ নকৰি খাঁই সেই ধন নিজ কাৰ্যত খটাইছিল। নগৰৰ লোকালয়বোৰ আছিল সাধাৰণ বাঁহ-কাঠৰ ঘৰ। অলপ সংখ্যক নাগৰিকৰ মাত্ৰ আছিল পকি ঘৰ। নগৰৰ চাৰিওফালে গড়খাৱৈ কিম্বা কোনো প্ৰাকৃতিক বন্ধনী নথকাত বহু দূৰৰপৰা নগৰ উদং আছিল। সমৃদ্ধিশালী সাউদসকলৰ বাসভবন আছিল প্ৰায়ে তাপ্তি নদীৰ পাৰত।

এই নগৰৰপৰা মোগল চৰকাৰে অকল শুল্ক আদায় কৰিছিল বছৰি ১২ লক্ষ টকা। আনপক্ষে পৃথিবীৰ সুপ্ৰসিদ্ধ ধনীসকলে বাস কৰিছিল এই নগৰত, কিন্তু হলেও, অপৰ্যাপ্ত ধনৰ মালিক ধনকুবেৰ সকলে নিজ বাসস্থান এনে অৰক্ষিত হোৱা জানিও শাসক কিম্বা এই শাসিত সাউদসকলে শত্ৰুৰ আকস্মিক আক্ৰমণৰ প্ৰতিৰোধ কৰিবলৈ কোনোৰূপে কাৰ্যকৰী ব্যৱস্থা হাতত লোৱা নাছিল।[১]

সায়েস্তাখাঁ লাঞ্ছিত হোৱাৰ পিছদিনাই মোগলে সিংহগড় আক্ৰমণ কৰিছিল, কিন্তু দুৰ্গৰপৰা আগ্নেয়াস্ত্ৰৰ প্ৰতিআক্ৰমণ সহিব নোৱাৰি সেই চেষ্টা পৰিত্যাগ কৰে। শিৱাজীয়ে বুজিছিল, সম্প্ৰতি বাৰিষা কাল হোৱাত মোগলে ৰণৰপৰা ক্ষান্ত থাকিলেও, সুযোগ লৈ ঔৰংজেবে তেওঁৰ ওপৰত কঠোৰ প্ৰতিশোধ লব। গতিকে, পাৰিলে তাৰ আগেয়ে অপৰাজেয় মোগলৰ অহঙ্কাৰ খৰ্ব কৰিবলৈ অভিনব পন্থা উদ্ভাৱন কৰিলে। তেওঁৰ গুপ্তচৰ বাহিনীৰ অধিনায়ক বাহিৰজীয়ে মোগল অধিকাৰৰ

(১) A population composed mostly of money loving traders, poor artisans, punctilious, fire worshipers and tendered souled Jains cannot radily take to war even in self defence. The richest merchants, though owning millions of rupees, had not the sense to hire guards for the protection of their wealth, though they might have done so at only a twentieth part of what they were soon to lose through pillage.

Shivaji—Sir Jadunath (P 94).

দশোদিশে পৰিভ্ৰমণ কৰি, চুৰাট নগৰৰ ধন-দৌলত আৰু তাৰ নানা বিষয়ে তেওঁক সমাচাৰ দিয়াত, তেওঁ সিদ্ধান্ত ললে যে মোগল সমৃদ্ধিৰ কেন্দ্ৰস্থান চুৰাট লুণ্ঠন কৰি তেওঁ মোগলৰ দৰ্প-হৰণ কৰিব। এই নগৰ ধ্বংস কৰি সম্ৰাট ঔৰংজেবৰ সন্তাপ সৃষ্টি কৰাৰ উপৰিও, চুৰাটৰ ধন-বস্তুৰ আকৰ হস্তগত কৰাই আছিল তেওঁৰ মুখ্য উদ্দেশ্য। তেওঁ প্ৰকাশ্যে কৈছিল, "সম্ৰাটে যেতিয়া নিৰ্দয়ভাৱে মোক পুণাৰ নিজ ভৱনৰ পৰা উচ্ছেদ কৰিছে, তেওঁ মোক নতুন আশ্ৰয়স্থান গঢ়ি তুলিবৰ সুযোগ দিবই লাগিব। তাৰোপৰি যুদ্ধৰ কাৰণেই যেতিয়া যুদ্ধ, সেই যুদ্ধ পৰিচালনাৰ বাবে ধন আহৰণৰ সুযোগ প্ৰতিপক্ষই দিবলৈ বাধ্য।"

তেতিয়া চুৰাটলৈ একমাত্ৰ মুকলি ৰাজপথ আছিল বুৰ্হানপুৰৰ মাজেদি। মোগলে উত্তৰ কঙ্কন আগুৰি লোৱাত, শিৱাজীৰ পক্ষে এই সুদূৰ পথ নিষিদ্ধ হৈছিল। হলেও দুইশ মাইলৰো অধিক উপকূলৰ কাষে কাষে ভৈয়ামৰ ওপৰেদি অগম্য পথ অতিক্ৰম কৰি তেওঁ চুৰাট আক্ৰমণ কৰিবলৈ স্থিৰ কৰিলে। ইতিপূৰ্বে তেওঁৰ অভিযান পথ নিৰাপদ কৰিবলৈ জাঞ্জিৰাৰ সিদ্দি আৰু চৌলৰ পৰ্টুগীজৰ বিপৰীতে ৰণ কৰিবলৈ সামৰিক ঘাটিৰ প্ৰয়োজন বুলি দাণ্ডাৰাজপুৰী, পেন আৰু নাচিকৰ ওচৰত তিনিটা সামৰিক ঘাটি স্থাপন কৰি ৰাখিছিল; উদ্দেশ্য আছিল আৱশ্যক বিধায় সময়ত এই ঘাটিবোৰৰপৰা সৈনিক আহৰণ কৰা। এই অভিযান পৰিকল্পনা এনেদৰে গোপন কৰি ৰখা হৈছিল যে, আন কি, শিৱাজীৰ উচ্চতম সামৰিক বিষয়াসকলেও ইয়াৰ শুংসূত্ৰ নেপাইছিল। চুৰাট আক্ৰমণৰ মাত্ৰ ন দিন আগতে শিৱাজী বম্বেৰপৰা ২৪ মাইল দূৰ বেচিনত আছিল। তেওঁৰ জৰুৰী নিৰ্দেশত দাণ্ডাৰাজপুৰী আৰু পেনৰ মাৰাঠা ছাউনীৰপৰা চাৰি হেজাৰ সুদক্ষ সৈনিকে অতি ক্ষীপ্ৰতাৰে চুৰাটৰ ২৮ মাইল দক্ষিণে গাণ্ডেবি অভিমুখে যাত্ৰা কৰিলে আৰু নাচিক কেন্দ্ৰৰপৰা শিৱাজী গৈ এই বাহিনীত যোগ দিলে। মাহুলি, কোহাজ, জহৰ আৰু ৰামনগৰৰ মাজেৰে গৈ মাৰাঠা বাহিনী গাণ্ডেবিত সমবেত হ'ল (১৬৬৪।৫ জাঃ)। কোনোৱে অনুমান কৰিব পৰা নাছিল যে ইমান সোনকালে অজান পথেৰে শিৱাজী গৈ গাণ্ডেবিত উপস্থিত হ'ব।

তেওঁৰ চুৰাট যাত্ৰাৰ প্ৰকৃত উদ্দেশ্য প্ৰকাশ কৰি শিৱাজীয়ে দূত যোগে চুৰাটলৈ সংবাদ পঠিয়ালে যে তেওঁ যিহেতু মোগল সম্ৰাটৰ সৈতে প্ৰকাশ্য ৰণত লিপ্ত, গতিকে মোগল সম্ৰাটৰ আশ্ৰিত চুৰাটৰ ধনবন্ত চাউদসকলে সেই যুদ্ধৰ কাৰণে তেওঁৰ ৫০ লক্ষ টকাৰ খৰচ বহন কৰিব লাগিব আৰু সেই চুক্তি-নিবন্ধনৰ কাৰণে তেওঁ চুৰাটত উপস্থিত হলেই চুৰাটৰ অধিবাসীৰ প্ৰতিনিধি স্বৰূপে

চুৰাটৰ শাসনকৰ্তা আৰু তিনিজন সাউদ, হাজি চৈয়দবেগ, বাহাৰজী বোৰা আৰু হাজি কাচিমে তেওঁৰ সৈতে সাক্ষাৎ কৰিব লাগিব; অন্যথায় জুই আৰু তৰোৱালেৰে নগৰ উছন কৰি সেই ধন আদায় কৰিব। মোগল শাসনকৰ্তা ইনায়েৎখাঁৰ অশিষ্ট উত্তৰ লৈ যোৱা দূতসকলক শিৱাজীয়ে বন্দী কৰিলে আৰু পিছদিনা দুপৰীয়া (৬ জানুৱাৰী) তেওঁ সসৈন্যে গৈ চুৰাটত উপস্থিত হ'ল। নগৰৰ পূবে প্ৰায় ২ ফাৰ্লং দূৰত শিৱাজীয়ে ছাউনী পাতিলে। তেওঁৰ জাননী অনুসৰি তেওঁৰ দাবী পূৰণ কৰিবলৈ কিম্বা সেই বিষয়ে আলোচনা কৰিবলৈ নিৰ্দিষ্ট সময়ত কোনোৱে তেওঁৰ ওচৰ নেচাপিল। তেতিয়া তাৰ সাউদ কিছুমানক ধৰাই আনি বন্দী কৰিলে আৰু মাৰাঠা অশ্বাৰোহী নগৰত সোমাই অৰক্ষিত নগৰ লুট কৰিবলৈ লাগি গ'ল। মোগল চকিৰপৰা যাতে লুণ্ঠন কাৰ্যত বাধা জন্মিব নোৱাৰে, তাৰ বাবে মাৰাঠাসকলে চকিৰ ওপৰত অবিশ্ৰান্ত গোলা চলালে। চকীৰপৰা চলোৱা লক্ষ্যবিহীন গোলাই আক্ৰমণকাৰীৰ প্ৰতিৰোধ কৰাতকৈ য'তে ত'তে পৰি নগৰৰ ধ্বংস কাৰ্যত সহায় কৰিলে। এইদৰে ক্ৰমাৎ চাৰিদিনলৈ অবাধ লুণ্ঠন আৰু অগ্নি-কাণ্ড প্ৰৱাহিত হ'ল।

নগৰবাসীৰপৰা ধন কঢ়িয়াবলৈ কঠোৰ উপায় অৱলম্বনৰ বাবে আদেশ দিয়া হৈছিল যদিও, শিৱাজীয়ে তাৰ বাবে প্ৰথমে নিষ্ঠুৰ কাৰ্য হাতত লোৱা নাছিল। এনেতে ইনায়েৎখাঁৰ দুৰভিসন্ধিৰ কাৰণে এই পৰিস্থিতিৰ পৰিবৰ্তন ঘটিল। শিৱাজীৰ উপস্থিতিৰ আগদিনা ৰাতি এই মোগল শাসনকৰ্তাজনে, খোলা নগৰত প্ৰজাৰ সম্ভাব্য বিপদৰ প্ৰতি-কাৰৰ কোনো চেষ্টা নকৰি, নিজ ৰক্ষাৰ কাৰণে মোগল চকিত গৈ আশ্ৰয় লৈছিল। এওঁ আন উপায়ে শিৱাজীৰ আক্ৰমণ প্ৰতিৰোধ কৰিব নোৱাৰি, অৱশেষত ঘাতকৰ হতুৱাই তেওঁক বধ কৰিবলৈ ষড়যন্ত্ৰ কৰিলে। নগৰ আক্ৰমণৰ দ্বিতীয় দিনা মুক্তিমূল্য নিৰূপণ কৰিব লাগে বুলি, ইনায়েৎখাঁই তেওঁৰ প্ৰতিনিধি স্বৰূপে যুৱক এজনক শিৱাজীৰ বাহৰলৈ পঠিয়াই দিলে। যুৱকজনে শিৱাজীৰ আগত অযুক্তিকৰ প্ৰস্তাৱ কিছুমান তুলি ধৰাত, শিৱাজীয়ে তাচ্ছিল্যভাৱে ইনায়েৎখাঁক ইতিকিং কৰিলে। তেওঁক আৰু কিবা গোপন কথা কবৰ আছে বুলি যুৱকজনে তেওঁৰ ওচৰ চাপি অকস্মাতে লুকাই ৰখা ছুৰী এখন উলিয়াই লৈ তেওঁৰ বুকু লক্ষ্য কৰি মাৰিবলৈ উদ্যত হৈছে, এনেতে শিৱাজীৰ মুক্ত তৰোৱালধাৰী দেহ ৰক্ষীজনে আক্ৰমণকাৰী যুৱকৰ হাতখন কাটি পেলালে। বিকলাঙ্গ যুৱকজন শিৱাজীৰ গাত জঁপিয়াই পৰিল আৰু দুয়োজনে মাটিত বাগৰি পৰাত শিৱাজীৰ গা তেজেৰে ৰাঙলি হ'ল।

ইনায়েৎখাঁৰ এই বিশ্বাসঘাতকতাৰ প্ৰতিফল স্বৰূপে মাৰাঠা সৈনিকসকলে নগৰৰ প্ৰাণী মাত্ৰকে বধ কৰিবলৈ সাজু হ'ল। কিন্তু ইনায়েৎখাঁৰ মুৰ্খামিৰ কাৰণে সৰ্বসাধাৰণ জনতাৰ ওপৰত নিদাৰুণ প্ৰতিশোধ লোৱাৰ পৰা শিৱাজীয়ে তেওঁৰ সৈন্য-বাহিনীক বিৰত কৰিলে। কিন্তু হলেও এই কাৰ্যৰ প্ৰতিশোধ লবলৈ শিৱাজীয়ে হেনো ষড়যন্ত্ৰকাৰী বন্দীসকলৰ ভিতৰত চাৰিজনৰ শিৰচ্ছেদ আৰু চৌব্বিশজনৰ অঙ্গচ্ছেদৰ আদেশ দিছিল। এই আদেশ সম্পৰ্কে বিৱৰণী লিখকসকলৰ মতামতৰ গড়মিল আছে।[১]

একাদিক্ৰমে চাৰিদিনলৈ ৰাতি-দিনে চুৰাটৰ ধ্বংসলীলা চলি আছিল। অবাধ লুণ্ঠন কাৰ্যৰ দ্বাৰা মাৰাঠাই সাউদ-সদাগৰৰ ধন হস্তগত কৰিলে। পৃথিবীৰ তদানিন্তন সৰ্বশ্ৰেষ্ঠ ধনী বাহাৰজী বোৰা আৰু হাজি চৈয়দবেগৰ ৰাজ অট্টালিকা যেন বাসস্থান আৰু তৎসংলগ্ন পণ্য-দ্ৰব্যৰ কুঠীবোৰ লুট কৰি তাত অগ্নি সংযোগ কৰিলে; এই সাউদ-সকলৰ ঘৰবৰপৰা, আনকি ভেটি খান্দি অগণন হীৰা-মণি-মুক্তা উলিয়াই

(১) ঘটনাকালত মিঃ এন্থোনি স্মিথ নামেৰে ইংৰাজ কোম্পানীৰ বিষয়া এজন মাৰাঠাৰ হাতত বন্দী হৈছিল, আৰু অন্যান্য বন্দীসকলৰ সৈতে এওঁক শাস্তিৰ বাবে শিৱাজীৰ সমুখত উপস্থিত কৰা হৈছিল। এওঁৰো হেনো হাত কাটি দিবলৈ শিৱাজীয়ে আদেশ দিছিল, পিছত ইংৰাজ বুলি এওঁৰ স্বৰূপ বুজি এওঁক সেই গুৰুতৰ শাস্তিৰ পৰা অব্যাহতি দিয়ে। এই এন্থোনি স্মিথৰ কথামতে ইংৰাজ কুঠীৰ পৰা দিয়া বিবৃতি আৰু ঘটনা কালত চুৰাটত উপস্থিত থকা কল্যাম মানেকজী নামেৰে পাৰ্চী এজনৰ বৰ্ণনাৰ ওপৰত নিৰ্ভৰ কৰি এই প্ৰসঙ্গত চাৰ যদুনাথে শিৱাজীৰ এই আদেশৰ সত্যতা সাব্যস্ত কৰিছে (Shivaji P 102)। জি, এছ, সাৰদেশায়ে আংশিকৰূপে এই কথা সমৰ্থন কৰিছে (New History of the Marathas P 148)। কিন্তু ভি, বি, কুলকাৰ্ণীয়ে শিৱাজীৰ বিপক্ষে স্মিথৰ এই উক্তি সম্পূৰ্ণ অলিক আৰু কাল্পনিক বুলি চাৰ যদুনাথৰ তথ্যৰ তীব্ৰ প্ৰতিবাদ কৰিছে। তেওঁৰ মতে কুখ্যাত স্মিথে নিজৰ দুষ্কৃতিৰ বাবে মাৰাঠাৰ বন্দী হৈ আখেজত শিৱাজীৰ কুৎসা ৰটনা কৰিছে। যিহেতু স্মিথৰ কথাৰ সমৰ্থন কৰিবলৈ অইন প্ৰমাণ একো নাই চাৰ যদুনাথে ওপৰঞ্চিত লিখা কথালৈ চাই কুলকাৰ্ণীৰ প্ৰতিবাদ যুক্তিপূৰ্ণ যেন লাগে—

"Indeed like the unscrupulous Holwell, who contributed to the Indian History the "Black Hole Tragedy" of Calcutta from his fertile but wared imagination, Smith is likely to have invented the mith about the cutting aff of heads and hands at Surat in resentment for his own imprisonment in the Maratha camp.

(Shivaji—Kulkarni P 141)

ললে। অকল বাহাৰজীৰ ঘৰতে হেনো আঠাইশ সেৰ মণি-মুক্তা পাইছিল। লুটৰ লগে লগে গোটেই নগৰ পুৰি ছাই কৰিলে। নগৰৰ জুইৰ প্ৰচণ্ডতাই ঘোৰ কৃষ্ণবৰ্ণ মেঘৰ সৃষ্টি কৰি দিনক ৰাতি যেন কৰিছিল আৰু গগণস্পৰ্শী ৰাতিৰ জুইয়ে চৌপাশ পোহৰাই ৰাতিক দিন যেন কৰিছিল। মাৰাঠাৰ এই আসুৰিক কাৰ্যৰ ফলত মোগল মুকুট-মণি চুৰাট নগৰ 'বেসুৰট' হৈ গ'ল।

বিদেশী বণিকসকলৰ ভিতৰত ঘাইকৈ ইংৰাজে শিৱাজীৰ দাবী সবলে অগ্ৰাহ্য কৰিলে আৰু ডচ্, আৰ্মিনীয় আৰু তুৰ্কীসকলেও সেই দাবী পূৰণ কৰিবলৈ সন্মত নহৈছিল। ইংৰাজ কুঠীৰ অধ্যক্ষ চাৰ জৰ্জ অক্সিণ্ডেনে মাৰাঠাৰ আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ সাজু হ'ল। তেওঁ কিছুমান ইংৰাজ আৰু ভিন্ন জাতীয় মানুহৰ সৈতে সামৰিক বেশত নগৰ ভ্ৰমণ কৰি যুদ্ধ প্ৰস্তুতিৰ সঙ্কেত দিলে আৰু ইংৰাজ কুঠীত কামান পাতি মাৰাঠাৰ আক্ৰমণ অপেক্ষা কৰিলে। বিদেশী কুঠীবোৰ আক্ৰমণ কৰি মাৰাঠাই ৰণত লিপ্ত নহ'ল, যিহেতু অতি শীঘ্ৰে লুণ্ঠিত সামগ্ৰী বিদূৰিত নকৰিলে বিপদৰ আশঙ্কা তেনেই ওচৰত। শিৱাজীৰ ভালদৰে জনা আছিল বিদেশী কুঠীৰ মালিকসকলৰপৰা পণ্য-দ্ৰব্যৰ বাহিৰে ধন-সোণ পাবৰ আশা সমূলি নাছিল; ইত্যবসৰে তেওঁ এক কোটিৰো অধিক টকা সংগ্ৰহ কৰিছিল আৰু পৰিমাণত মণি-মুক্তাও যথেষ্ট পাইছিল। উৰণীয়া বাহিনী লৈ তেওঁ চুৰাট আক্ৰমণ কৰিছিল ধনৰ কাৰণে, যিকোনো শক্তিৰ বিপৰীতে ৰণ কৰিবৰ কাৰণে নহয়। তেওঁ অপৰ্য্যাপ্ত ধন সংগ্ৰহ কৰি বৰঞ্চ লুণ্ঠিত সামগ্ৰীৰ বহুভাগ এৰি থৈ যাবলগীয়া হৈছিল। এনে অৱস্থাত বিদেশী সাউদ-সদাগৰসকলৰ সৈতে অকাৰণত ৰণত আবদ্ধ হৈ সৈন্য ক্ষয় কৰা যুক্তিযুক্ত নহয় বুলি তেওঁ বিবেচনা কৰিছিল।

লুণ্ঠন কাৰ্যৰ অন্তত শিৱাজীয়ে গোপন বাতৰি পালে যে তেওঁৰ কাৰ্যৰ প্ৰতিশোধ লবলৈ এটা প্ৰবল মোগল বাহিনীয়ে খান্দেশৰপৰা চুৰাট অভিমুখে আগবাঢ়িছে। এই বাতৰি পোৱা মাত্ৰে তেওঁ লুণ্ঠিত সামগ্ৰীৰ সৈতে চুৰাট পৰিত্যাগ কৰি কঙ্কনৰ বাটেৰে ৰায়গড়লৈ প্ৰস্থান কৰিলে। তেওঁ চুৰাট পৰিত্যাগ কৰাৰ সাতদিন পিছত প্ৰতিশোধকামী মোগল বাহিনী শ্মশান যেন চুৰাটত উপস্থিত হয়। এই লুণ্ঠিত ধনেৰে শিৱাজীয়ে মাৰাঠাৰ ভবিষ্যৎ ৰাজধানী ৰায়গড়ৰ যাৱতীয় সংস্কাৰ-কাৰ্য সম্পন্ন কৰিছিল আৰু মালৱানত সমুদ্ৰ উপকূল ৰক্ষাৰ বাঁবে সুবিখ্যাত সিন্ধুদুৰ্গ সাজি লৈছিল।

**মোগলৰ অক্ষমতা ঃ** সায়েস্তাখাঁৰ পৰবৰ্তী দাক্ষিণাত্যৰ মোগল ৰাজপ্ৰতিনিধি ছাহাজাদা মুৱাজেম সামৰিক গুণসম্পন্ন ব্যক্তি নাছিল। বৰং শান্তিৰে ৰাজসিক জীৱন যাপন কৰাই আছিল তেওঁৰ পক্ষে অধিক বাঞ্ছনীয়। মহাৰাজ যশোৱন্ত সিংহই সায়েস্তাখাঁৰ পিছত তেওঁৰ কৃতিত্ব প্ৰমাণ কৰিবলৈ ৰাজপুতসকলৰ কৰ্ম-তৎপৰতা দেখুৱাবলৈ ৰাজপুত বাহিনীৰে সৈতে পাৰ্বত্য কোণ্ডানাদুৰ্গ (সিংহগড়) অৱৰোধ কৰিলে। কিন্তু ছয় মাহলৈ অৱৰোধ কাৰ্যত অযথা অশেষ ধন-প্ৰাণ ক্ষয় কৰি এনেবিধ পাৰ্বত্য দুৰ্গৰ অৱৰোধ কাৰ্যত ৰাজপুতৰ অক্ষমতাৰ পৰিচয় দি তেওঁ ঔৰঙ্গাবাদত বাৰিষাকাল নিৰাপদে কটাবলৈ উভতি যায়। মুৱাজেম আৰু যশোবন্তৰ অকৰ্মণ্যতা শিৱাজীয়ে সম্যক উপলব্ধি কৰিব পাৰিছিল। উৎসাহ বিহীন মোগলৰ নিষ্ক্ৰিয়তাৰ সুযোগ লৈ শিৱাজী আৰু নেতাজী পালকৰ উভয়ে নিজ নিজ উৰণীয়া বাহিনী লৈ আহ্মদনগৰ আৰু বাঙ্গালোৰৰ মধ্যবৰ্তী অঞ্চল অবাধে লুণ্ঠন কৰিলে। এই বছৰৰ (১৬৬৪) শেষলৈ মোগল আৰু বিজাপুৰৰ অধিকাৰৰ ভিতৰত শিৱাজীৰ দোৰ্দণ্ড প্ৰতাপ অখণ্ডনীয় হয়।

শিৱাজীৰ এই কৰ্ম-তৎপৰতাৰ ভিতৰত বাচাবাপত্তনত আকস্মিক ঘটনাক্ৰমে তেওঁৰ পিতাক সাহাজীৰ মৃত্যু হয়। তেওঁৰ অন্যতম পুত্ৰ একোজীয়ে (বেঙ্কোজী) উত্তৰাধিকাৰী সূত্ৰে তেওঁৰ মহীশুৰ আৰু পূব কৰ্ণাটকৰ ৰাজ্য অধিকাৰ কৰে।

বিজাপুৰ চুলতান আলি আদিলছাহে বৰ অশান্তৰূপে দিন নিয়াব লগাত পৰিছিল। বিজাপুৰ ৰাজ্যৰ দক্ষিণ-পশ্চিম অঞ্চলত, ঘাইকৈ উত্তৰ কঙ্কন উপকূলত, শিৱাজীৰ আক্ৰমণে ৰাজ্যৰ হানি কৰাতকৈও তেওঁৰ গৌৰৱ লোপ কৰাৰ কাৰণে, তেওঁ স্বয়ং শিৱাজীৰ বিৰুদ্ধে অভিযান কৰিবলৈ স্থিৰ কৰি তেওঁ কৰ্ণাটকৰ বাকাপুৰত তেওঁৰ সমৰ-কেন্দ্ৰ স্থাপন কৰিলে। ওৱাৰিৰ চাৱান্ত, ভিংকুলাৰ ডচ্ আৰু গোৱাৰ পৰ্টুগীজসকলে প্ৰথমে চুলতানৰ পক্ষ সমৰ্থন কৰিছিল, পিছত শিৱাজীয়ে এওঁলোকক আক্ৰমণৰ ভয় দেখুওৱাত, ডচ্ আৰু পৰ্টুগীজসকলে সৈমান হৈ শিৱাজীৰ প্ৰভুত্ব স্বীকাৰ কৰিলে। চুলতানৰ আক্ৰমণৰ বিৰোধিতা কৰিবলৈ শিৱাজীয়ে কুদাল নামেৰে ঠাইত মাৰাঠা বাহিনী সাজু কৰি যুদ্ধৰ বাবে প্ৰস্তুত হ'ল। সেনাপতি ইকলাচখাঁক মাৰাঠাৰ হাতৰ পৰা কুডাল উদ্ধাৰ কৰিবলৈ নিৰ্দেশ দি, চুলতানে বিজাপুৰৰপৰা তেওঁৰ মন্ত্ৰী খাঁওৱাজখাঁ আৰু মুদহোলৰ ৰজা বাজীঘোৰপাড়েক ইক্লাচ-খাঁৰ সহযোগী হবলৈ আদেশ দিলে। আনপক্ষে টেঙ্গোৰৰপৰা শিৱাজীৰ

বৈমাত্রেয় ভাই একোজী ভোনচলাই চুলতানৰ স্বাৰ্থ ৰক্ষাৰ্থে বিজাপুৰ বাহিনীত যোগ দিবলৈ আগবাঢ়ি আহিল।

বিজাপুৰৰ দলসমূহ সমবেত হৈ শক্তিশালী হোৱাৰ আগতে শিৱাজীয়ে প্রথমে মুদহোল আক্রমণ কৰিলে। বাজীঘোৰপাড়ে বংশানুক্ৰমে ভোনচলাসকলৰ প্রতিকুল আচৰণ কৰিছিল। ঘোৰপাড়ে আৰু ভোনচলাসকল এক ফৈদৰ যদিও, ভোনচলাসকলৰ ক্ৰমোন্নতি বিজাপুৰ ভক্ত ঘোৰপাড়েসকলৰ পক্ষে অসহনীয় হয়। এই আখেজ পূৰণ কৰিবলৈ আফজলখাঁৰ সৈতে মিলি বাজীঘোৰ্‌পাড়ে কৰ্ণাটকত সাহাজী ভোনচলাক বন্দী কৰি তেওঁক বহু লাঞ্চনা দিছিল। শিৱাজীয়ে পিতাকৰ প্রতি ঘোৰপাড়েৰ ইচ্ছাকৃত দুৰ্ব্যৱহাৰৰ কাহিনী পাহৰা নাছিল। ৰণত বাজী ৰজা পৰাস্ত হ'ল; বাজীৰ সৈতে ৰণত তেওঁৰ পক্ষৰ বহুজনৰ মৃত্যু ঘটিল। মাৰাঠাই মুদহোল চাৰখাৰ কৰি তাৰ ধনৰত্ন লুণ্ঠন কৰিলে। বিজাপুৰ মন্ত্ৰী খাওৱাজ খাঁৰ একেই দশা হ'ল; মাৰাঠা বাহিনীয়ে আগ ভেটি তেওঁৰ বাহিনীক আক্ৰমণ কৰিলে। ৰণত হাৰি আহত খাওৱাজ খাঁই পৰ্টুগীজৰ আশ্ৰয় লয়। শত্ৰুক আশ্ৰয় দিয়া বাবে শিৱাজীয়ে পৰ্টুগীজৰ ফোণ্ডা দুৰ্গ অধিকাৰ কৰে। অৱশেষত পৰ্টুগীজ আৰু সাৱান্ত সকলৰ প্ৰতিনিধি পিতাম্বৰ চেনবীয়ে এওঁলোক উভয় পক্ষৰ মাজত সন্ধি স্থাপন কৰে। এই সন্ধি সূত্ৰে পৰ্টুগীজসকলে শিৱাজীক কামান কিছুমান হস্তান্তৰ কৰে আৰু সাৱান্ত অধিকাৰৰ অৰ্দ্ধেক শিৱাজীক এৰি দিয়ে।

শিৱাজীয়ে এই কালছোৱাত যথেষ্ট ধন সংগ্ৰহ কৰিছিল—বুলেৰে। তেওঁৰ এই ধন আহৰণৰ নীতি আছিল, "ৰণৰ কাৰণে ধন আৰু তাৰ কাৰণেই ৰণ।"[১] চুৰাটৰপৰা সংগ্ৰহ কৰা ধনৰ উপৰিও খানাপুৰ, হুবলী আদি সমৃদ্ধিশালী ঠাইবোৰত লুট কৰি পোৱা ধনেৰে তেওঁ যুদ্ধ জাহাজ আৰু সমুদ্ৰ দুৰ্গ নিৰ্মাণ কৰাইছিল। বিদেশী সামুদ্রিক জাতিবোৰৰ বিপক্ষে ভাৰতৰ উপকূল প্ৰতিৰক্ষাৰ কাৰণে ইতিপূৰ্বে ভাৰতৰ কোনো ৰাজশক্তিয়ে ৰণপোত কিম্বা সমুদ্ৰ দুৰ্গ নিৰ্মাণৰ পৰিকল্পনা হাতত লোৱা নাছিল। আনকি, বিপুল শক্তিশালী সাম্ৰাজ্যবাদী মোগলে অপৰ্যাপ্ত ধন ব্যয় কৰি ময়ূৰ সিংহাসন কিম্বা তাজমহল সাজিছিল যদিও, দেশ ৰক্ষাৰ কাৰণে ধন

(১) "War to pay for war," was Shivaji's principle of national rules. call it what you will, plunder or robbery or in modern democratic parlance a legalised war indemnity imposed by a victorious Government, or the tonnage and poundage of Hampden's days.

The History of the Marathas—G. S. Sardesai (P 153)

ভগন নকৰিছিল আৰু তাৰ ফলত সম্ৰাট জাহাঙ্গীৰৰ আমোলৰ পৰাই, ইংৰাজ, ফৰাচী, ডচ্, পৰ্টুগীজ আদি নানা ইউৰোপীয় জাতিয়ে ভাৰতত প্ৰতিপত্তি বিস্তাৰ কৰি, শেষত এই দেশৰ স্বাধীনতা লোপ কৰিবলৈ সক্ষম হৈছিল। শিৱাজীয়ে ভৱিষ্যৎ উপলব্ধি কৰি পৰ্টুগীজ আৰু ডচ্ অধিকাৰত বাধা দিবলৈ মালাবানৰ ওচৰৰ পৰ্বতমালাৰ আশ্ৰয়ত বিখ্যাত বিস্ময়কৰ 'সিন্ধু দুৰ্গ' নিৰ্মাণ কৰাইছিল। প্ৰবাদ আছে যে এই দুৰ্গৰ নিৰ্মাণ কাৰ্যত সাধাৰণ মজুৰৰ লগতে মিলি শিৱাজীয়ে নিজে কাম কৰিছিল। এতিয়াও তাত তেওঁৰ পদচিহ্ন আছে আৰু তেওঁৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপনৰ অৰ্থে মহা সমাৰোহেৰে তাত বাৎসৰিক উৎসৱ পালন কৰা হয়।

## সপ্তম অধ্যায়

# জয়সিংহৰ অভিযান

(১৬৬৫)

**ঔৰংজেবৰ নতুন পৰিকল্পনা** :—সায়েস্তাখাঁ স্থানান্তৰিত হোৱাৰ পিছত দাক্ষিণাত্যত মোগলৰ কোনো সামৰিক প্ৰচেষ্টা সাফল্য মণ্ডিত নহ'ল। আয়াসপ্ৰিয় মোগল ৰাজপ্ৰতিনিধি মুৱাজেমে ঔৰংগাবাদত চিকাৰ আৰু ভোগ বিলাসত তৃপ্তিৰে কাল যাপন কৰিছিল; আনফালে পুণা কেন্দ্ৰৰপৰা মহাৰাজ যশোবন্ত সিংহই মাৰাঠাৰ বিপক্ষে ৰণ কৰিছিল যদিও, তেওঁৰ চেষ্টা ব্যৰ্থ হয়। সায়েস্তাখাঁৰ পৰাভব আৰু চুৰাট প্ৰলয়ৰ পিছত অপ্ৰতিহত মাৰাঠাৰ অদম্য শক্তি সম্পৰ্কে ঔৰংজেবৰ বুজিবৰ বাকী নাছিল। বিশেষকৈ শিৱাজীৰ কাৰ্য তৎপৰতা দেখি তেওঁ বুজিলে যে প্ৰগতিশীল মাৰাঠাক পৰাজয় কৰিবলৈ হলে, সিদ্ধহস্ত বীৰ এজনৰ প্ৰয়োজন। ছাহাজাদা মুৱাজেম কিম্বা যশোবন্ত সিংহ এই কাৰ্যৰ বাবে সম্পূৰ্ণ অনুপযুক্ত বুলি তেওঁৰ দৃঢ় বিশ্বাস জন্মিছিল।

সায়েস্তা খাঁৰ নৈৰাশ্যজনক পৰাজয় আৰু চুৰাটৰ অবৰ্ণনীয় ধ্বংসৰ কাৰণে ইমান দিনে ঔৰংজেবে যি অপমান আৰু সন্তাপ ভুগিছিল, তাৰ পৰা নিষ্কৃতি পাবলৈ তেওঁ মাৰাঠাৰ বিৰুদ্ধে মোগলৰ সুনিশ্চিত জয়ৰ পৰিকল্পনা হাতত ললে। এই পৰিকল্পনা কাৰ্যকৰী কৰিবলৈ তেওঁ দৃঢ় সঙ্কল্প কৰাৰ মূখ্য উদ্দেশ্য আছিল এই কাৰণে যে অনতিবিলম্বে মাৰাঠা শক্তি সংহত কৰিব নোৱাৰিলে দাক্ষিণাত্যত মোগলৰ গৌৰব আৰু মোগল অধিকাৰ বিলুপ্ত হব। সম্ৰাটে বহু ভাবি-গুণি স্থিৰ কৰিলে যে তেওঁৰ উচ্চ সামৰিক বিষয়াসকলৰ ভিতৰত এই সুকঠিন কাৰ্যভাৰ বহন কৰিব পৰা ব্যক্তি আছে মাত্ৰ এজন—সেইজন তেওঁৰ অনুৰাগী, দক্ষিণহস্ত স্বৰূপ অম্বৰাধিপতি মিৰ্জা ৰাজা জয়সিংহ। মোগল সম্ৰাটসকলৰ জন্মদিনত, উচ্চ পদস্থ বিষয়াসকলৰ সালসলনি ঘোষণা কৰা নীতি অনুসৰি, সম্ৰাট ঔৰংজেবে তেওঁৰ জন্ম দিনত (১৬৬৪।৩০ চেপ্তেম্বৰ) মাৰাঠাৰ বিৰুদ্ধে

অভিযানকাৰী মোগল সৈন্য বাহিনীৰ সৰ্বাধিনায়কৰ পদত ৰাজা জয়সিংহৰ নিযুক্তি ঘোষণা কৰিলে। ঔৰংজেবে জয়সিংহক তোষামোদ কৰিবৰ বাবে হেনো কৈছিল—"শিৱাজীক দমন কৰিব পৰা ব্যক্তি মাত্র দুজন আছে, এজন মই আৰু আনজন তুমি।" যি নহওক এই ক্ষেত্ৰত জয়সিংহৰ নিযুক্তি যে অতি সুসঙ্গত হৈছিল তাত অলপো সন্দেহ নাই। ঔৰংজেবে জয়সিংহৰ সামৰিক নেতৃত্বহে ঘোষণা কৰিছিল; বেসামৰিক কাৰ্যভাৰ ঔৰঙ্গাবাদৰ মোগল ৰাজপ্ৰতিনিধিৰ ওপৰত ন্যস্ত আছিল। জয়সিংহই এই পদ্ধতিৰে সমৰ পৰিচালনাৰ দায়িত্ব লবলৈ মান্তি নহ'ল। যি কোনো গুৰুতৰ ৰণ সম্পৰ্কীয় সামৰিক, বেসামৰিক সমুদায় কাৰ্য এজনৰ নেতৃত্বাধীন নহলে, ৰণৰ সুপৰিচালনাত ব্যাঘাত হোৱাৰ সম্ভাবনা বুলি জয়সিংহই দঢ়াই কোৱাত তেওঁৰ বিবেচনা সমৰ্থন কৰি সম্ৰাটে এই ৰণ সম্পৰ্কীয় সকলো কাৰ্যভাৰ তেওঁক অৰ্পণ কৰিলে, তদুপৰি সম্ৰাটে আজ্ঞা দিলে যে সম্ৰাটৰ বিনা অনুমতিত জয়সিংহৰ ইচ্ছানুযায়ী তেওঁ ৰাজকোষৰপৰা এই ৰণৰ বাবে অসীমিত ধন ব্যয় কৰিব পাৰিব।

জয়সিংহৰ বয়স তেতিয়া ৫৬ বছৰ। ৰাজকাৰ্যৰ যিকোনো বিষয়তে তেওঁৰ অভিজ্ঞতাৰ অভাব নাছিল। এওঁৰ নিচিনা সুকৌশলী ৰণনিপুণ যোদ্ধা ঔৰংজেবৰ আন এজন নাছিল। কূট নীতিত স্বয়ং ঔৰংজেবেও এওঁক ঘটুৱাব পাৰিছিল নে নাই সন্দেহ। মোগলৰ জটিল সমস্যা সমাধানৰ এজন সুখ্যাত উপদেষ্টা আছিল ৰজা জয়সিংহ। তেওঁ ১৩ বছৰ বয়সত অম্বৰৰ সিংহাসন আৰোহণ কৰাৰ পূৰ্বে, মোগলৰ এজন বিশিষ্ট সহযোগী ৰূপে, ৮ বছৰ বয়সতে সম্ৰাটৰ সামৰিক বিষয়া বুলি পৰিগণিত হৈছিল। তেওঁ সিংহাসন আৰোহণ কৰাৰ পিছৰ পৰাই, সম্ৰাটৰ আজ্ঞাধীন সেনাপতি স্বৰূপে, ভাৰতৰ বাহিৰে আফগানিস্থান আৰু মধ্য-এচিয়াৰ নানা যুদ্ধক্ষেত্ৰত সংশ্লিষ্ট আছিল। পৰাক্ৰমী জয়সিংহৰ ধৈৰ্য্য আৰু বুদ্ধিৰ কাৰণে সঙ্কটময় ৰণক্ষেত্ৰত সম্ৰাটে সততে তেওঁৰ ওপৰত নিৰ্ভৰ কৰিছিল। তেওঁৰ কথিত ৰাজপুত ভাষাৰ উপৰিও, তুৰ্কি, পাৰ্চি উৰ্দ্দু, হিন্দুস্থানী আদি কেবাটাও ভাষাত তেওঁৰ ব্যুৎপত্তি আছিল বাবে তেওঁ নানা ঠাইৰ নানা জাতিৰ ৰাষ্ট্ৰীয় বিষয়বোৰ নিখুঁট ভাবে মীমাংসা কৰিব পাৰিছিল। মিষ্টভাষী জয়সিংহৰ অনুকৰণীয় শিষ্টাচাৰ আৰু মধুৰ ব্যৱহাৰে তেওঁৰ শত্ৰুৰ অন্তৰতো তেওঁৰ প্ৰতি শ্ৰদ্ধা আৰু ভক্তি উদ্ৰেক কৰিছিল। কাৰ্য্যকুশল জয়সিংহই সাধাৰণতঃ

ৰাজপুতসকলৰ দৰে অকল সামৰিক শক্তিৰ ওপৰত নিৰ্ভৰ নকৰি, আৱশ্যক বুজি কূট কৌশলেৰে নিজ কাৰ্য্য সমাধা কৰিছিল।[১]

এনেজন অগাধ অভিজ্ঞ বীৰ জয়সিংহই মাৰাঠাৰ সৈতে ৰণৰ বাবে সাজু হ'ল। তেওঁৰ প্ৰধান সহকাৰী নিযুক্ত হ'ল উগ্ৰ পাঠান বীৰ দিলীৰখাঁ। এওঁৰ বাহিৰেও, দৌদখাঁ কুৰেৰেশী, ৰাজা ৰায় সিং শিচোদিয়া, চেইখজাদা ইহটিশিমখাঁ, কোবাদখাঁ, ৰাজা সুজন সিং বুন্দেলা, মুল্লা জাহিয়াৎ, কিৰাট সিংহ (জয়সিংহৰ পুত্ৰ) আদি সেনাপতি সকল আৰু পৰ্টুগীজ গোলন্দাজ নিকলো মানুচিয়ে ৰাজা জয়সিংহৰ বাহিনীত যোগ দিলে। সন্দিহান ঔৰংজেৱে দিলীৰখাঁক দ্বিতীয় স্থান দিয়াৰ ঘাই কাৰণ আছিল, যাতে এওঁ শিৱাজীৰ সমধৰ্মী প্ৰথম স্থানীয় জনৰ ওপৰত তীক্ষ্ণ দৃষ্টি ৰাখিব পাৰে। অপৰিমিত ৰণসম্ভাৰ আৰু চৈধ্য হেজাৰ সুসজ্জিত সৈনিকৰ বাহিনী এটাৰে সৈতে ৰাজা জয়সিংহই সমদলে উত্তৰ ভাৰতৰপৰা যাত্ৰা কৰি হান্দিয়া নামেৰে ঠাইত নৰ্মদা নদী পাৰ হ'ল। (১৬৬৫।৯ জানু:)। পৰৱৰ্তী মাহৰ ১০ তাৰিখে ঔৰংগাবাদত উপস্থিত হৈ ৰাজপ্ৰতিনিধি ছাহাজাদা মুৱাজেমৰপৰা কাৰ্যভাৰ বুজি লবলৈ দুদিন মাত্ৰ তাত তেওঁৰ যাত্ৰা স্থগিত ৰাখিছিল। অভিযান পথত এদিনলৈকেও বিশ্ৰাম নোলোৱাকৈ ৩ মাৰ্চ্চ তাৰিখে তেওঁ পুণাৰ মোগল সমৰ কেন্দ্ৰত উপস্থিত হয়। অবিলম্বে মহাৰাজ যশোবন্ত সিংহই তেওঁক কাৰ্যভাৰ অৰ্পণ কৰি পুণা পৰিত্যাগ কৰে।

জয়সিংহই নানা সমৰক্ষেত্ৰত ৰণ পৰিচালনা কৰিছিল যদিও, শিৱাজীৰ বিপক্ষে কৰিবলগীয়া এই ৰণ সম্পৰ্কে তেওঁৰ মনত বিষম উদ্বিগ্নতাৰ সৃষ্টি হ'ল। তেওঁৰ আজীৱন উপাৰ্জিত গৌৰৱ যাতে হানি নহয়, তাৰ বাবে যুদ্ধৰ সম্পূৰ্ণ অৱস্থা আয়ত্বাধীন নকৰালৈকে জয়সিংহই মাৰাঠাৰ বিৰুদ্ধে ৰণ স্থগিত ৰাখিলে। ঔৰংজেৱে তেওঁক অচিৰাৎ সমৰ পৰিচালনা কৰিবলৈ ইঙ্গিত দিছিল; কিন্তু যি শত্ৰুক দমন কৰিবলৈ গৈ, আফজল খাঁ, সায়েস্তা খাঁ, যশোবন্ত সিংহ আদি সুদক্ষ সেনাপতিসকলে কুখ্যাতিৰে পৰাজয় মানিবলগীয়া হৈছিল, তেনে শত্ৰুক তেওঁ পাৰ্বত্য অঞ্চলত আচম্বিতে আক্ৰমণ নকৰাই শ্ৰেয় বুলি বিবেচনা কৰিলে। তেওঁৰ প্ৰথম চিন্তা হ'ল, দাক্ষিণাত্যত মোগলৰ

(১) Age and experience had brought to his outlook and judgement a mellowness which helped him to realise that not infrequently deplomacy was much superior to mere force. Thus though beginning his career as a bluff soldier, he steadily developed in to a patient, subtle, soft spoken and tactful deplomat who often used all these artful powers against the adversaries of the empire with much success.

Shivaji—Kulkarni (p 85)

প্ৰকৃত শত্ৰু মিত্ৰ বুজি লৈ উপযুক্ত সমৰ ক্ষেত্ৰ বাচি লোৱা। দাক্ষিণাত্যৰ মুছলমান ৰজাসকলেও আনকি দাক্ষিণাত্যত মোগলৰ অধিকাৰৰ পক্ষপাতি নাছিল। বিজাপুৰ আৰু গোলকুণ্ডা ৰাজ্য সাময়িক বিৰোধৰ কাৰণে শিৱাজীৰ শত্ৰু হলেও, এই ৰাজ্যসমূহ যে মোগলৰ চিৰ শত্ৰু, এই সিদ্ধান্তত উপনিত হবলৈ জয়সিংহৰ বেচি পলম নেলাগিল। তেওঁ বুজিলে যে দাক্ষিণাত্যত শিৱাজীতকৈ মোগলৰ শত্ৰু অধিক। হলেও, পাৰ্যমানে মোগলৰ বিপক্ষীয়সকলক সপক্ষীয় কৰি, শিৱাজীৰ গুপ্ত শত্ৰুক সজাগ কৰিবলৈ জয়সিংহ অতি ব্যগ্ৰ হ'ল। মোগলৰ পক্ষৰপৰা বিজাপুৰক সসম্ভ্ৰমে প্ৰলোভন দিয়া হ'ল যে বিজাপুৰে অতীত পাহৰি এই ৰণত মোগল পক্ষ সমৰ্থন কৰিলে, বিজাপুৰে মোগলক দিবলগীয়া কৰৰপৰা অব্যাহতি পাব আৰু চিৰকাল মোগলৰ মিত্ৰৰাজ্য বুলি পৰিগণিত হব। এই আমন্ত্ৰণত চুলতানে সক্ৰিয় ভাবে মোগলৰ সহযোগী নহলেও, নিৰপেক্ষ হব বুলি জয়সিংহই ভাৰসা কৰিছিল। লগে লগে শিৱাজীৰ বিদেশী শত্ৰুৰ দ্বাৰা তেওঁৰ অধিকাৰভুক্ত উপকূল অঞ্চল আক্ৰমণ কৰাবলৈ জয়সিংহ তৎপৰ হ'ল। এই উদ্দেশ্যে ফ্ৰেনচিচকো আৰু দিগো নামেৰে তেওঁৰ দুজন পৰ্টুগীজ দূত গোৱাৰ পৰ্টুগীজ অধ্যক্ষজনৰ ওচৰলৈ পঠিয়াই মোগলৰ অভিপ্ৰায় ব্যক্ত কৰিলে। সমস্বৰে জাঞ্জিৰাৰ সিদ্দি আৰু বম্বেৰ ইংৰাজ সকলক শিৱাজীৰ বিৰুদ্ধে জল যুদ্ধৰ বাবে আহবান জনালে। তেওঁৰ গোলণ্ডাজ সেনাপতি নিকলো মানুচিয়ে উত্তৰ কঙ্কনৰ কোলি ৰজা কিছুমানক মোগল বন্ধু ভাবাপন্ন হবলৈ উৎসাহিত কৰিলে। হিন্দু ৰজা জয়সিংহই নানা ঠাইলৈ তেওঁৰ ব্ৰাহ্মণ দূত কিছুমান পঠিয়াই হিন্দু চৰ্দাৰ আৰু দেশমুখসকলক শিৱাজীৰ বিৰোধী হবলৈ নানাৰূপ প্ৰলোভন দিলে। যি সকলৰ শিৱাজীৰ প্ৰতি ব্যক্তিগত শত্ৰুতা আছিল, যাইকৈ জাৱালীৰ চন্দ্ৰৰাও মোৰে আৰু আফজল খাঁৰ পুত্ৰ ফজল খাঁই জয়সিংহক আবেদন জনাই পিতৃহন্তা বৈৰীৰ ওপৰত প্ৰতিশোধ লোৱাৰ উদ্দেশ্যে, সসৈন্যে মোগল পতাকাৰ তলত স্থান ললে। হওক, নহওক, উৎকোচ আৰু নানা প্ৰলোভনেৰে জয়সিংহই শিৱাজীৰ সামৰিক বিষয়া কিছুমানকো বশিভূত কৰিবৰ চেষ্টাৰ ত্ৰুটি কৰা নাছিল। এইদৰে তেওঁ পাৰ্যমানে শিৱাজীৰ বিপক্ষে দাক্ষিণাত্যৰ জনবল সংগঠন কৰি যুদ্ধৰ বাবে সাজু হ'ল।

মোগলৰ সম্ভাব্য শত্ৰুসকলে, যাইকৈ বিজাপুৰ আৰু গোলকুণ্ডাই সময়ৰ্ত্ত যাতে মোগলৰ বিৰুদ্ধে শিৱাজীৰ সহযোগী হব নোৱাৰে তাৰ বাবে এই শত্ৰুৰ মাজত উপযুক্ত সামৰিক ব্যৱধান সৃষ্টি কৰি

জয়সিংহই মোগলৰ পক্ষে নিৰাপদ যুদ্ধ ক্ষেত্ৰ বাচি লবলৈ স্থিৰ কৰিলে। দাক্ষিণাত্যৰ পশ্চিমে, উত্তৰৰপৰা দক্ষিণলৈ ওখ প্ৰাচীৰ সদৃশ পশ্চিমঘাট পৰ্বতমালা অবস্থিত। এই পৰ্বতমালাৰপৰা কেবাটাও পৰ্বত শ্ৰেণী ক্ৰমে পূবলৈ নামি সমতল ভূমিৰ সৈতে মিলি গৈছে। এই পৰ্বত শ্ৰেণীৰ মাজে মাজে যথাক্ৰমে ইন্দ্ৰায়নী, ভীমা, কাৰহা আৰু নীৰা নদীৰ ঠেক উপত্যকাসমূহ। কাৰহা নদীৰ উপত্যকাত চাঁচোৱাৰ নগৰ আৰু তাৰ পশ্চিম আৰু দক্ষিণে অভ্ৰভেদী শিলাময় পৰ্বতৰ ওপৰত মাৰাঠাৰ সজাগ প্ৰহৰী স্বৰূপ যথাক্ৰমে সিংহগড় আৰু পুৰন্দৰ দুৰ্গ। বিজাপুৰ আৰু মহাৰাষ্ট্ৰৰ প্ৰধান সামৰিক ঘাটিবোৰ আক্ৰমণ কৰিবলৈ ৰণক্ষেত্ৰ স্বৰূপে সমতল চাঁচোৱাৰ অতি উপযুক্ত কেন্দ্ৰ স্থান। এনেস্থলত পুণাৰপৰা মাত্ৰ ১৮ মাইল দূৰ এই চাঁচোৱাৰত মোগল সমৰ কেন্দ্ৰ স্থাপন কৰি জয়সিংহই পুৰন্দৰ দুৰ্গ আক্ৰমণ কৰিবলৈ সিদ্ধান্ত ললে। সমৰ পৰিচালনাত তেওঁৰ নিজ তত্বাবধানৰ কাৰণে পুণাৰপৰা পুৰন্দৰৰ ৬ মাইল দক্ষিণ পশ্চিমে চাঁচোৱাৰলৈ জয় সিংহৰ শিবিৰ স্থানান্তৰিত কৰা হ'ল। পুৰন্দৰ আক্ৰমণৰ ভাৰ পৰিল দিলীৰ খাঁৰ ওপৰত।

জয়সিংহৰ সামৰিক আয়োজনৰ ভিতৰত আন এটা গুৰুত্বপূৰ্ণ কাম আছিল মাৰাঠাৰ যোগাযোগৰ পথ ৰোধ কৰা। বিশেষকৈ, প্ৰধান লক্ষ্য পুৰন্দৰলৈ কেউফালৰ সংযোগ সূত্ৰ বিচ্ছিন্ন কৰিবলৈ, চাৰিও ফালৰ সন্ধিস্থলত মোগল বাহিনী সমাবেশ কৰা হ'ল। ইহটিশিম খাঁই পুণাৰ চাৰিওফালে চাৰি হেজাৰ সৈন্য সজাই লৈ পুণাৰ সমৰ কেন্দ্ৰ নিৰাপদ কৰিলে; কুটুবুদ্দিনখাঁই সাত হেজাৰ সৈন্যেৰে সৈতে জুনাৰৰ পৰা কঙ্কনৰ বাট আগুৰি বহিল; মাৰাঠাৰ লোহাগড় দুৰ্গৰ বিপৰীতে তিনি হেজাৰ মোগল সৈন্যৰ স্থায়ী ঘাটি এটা স্থাপিত হ'ল আৰু দক্ষিণে বিজাপুৰৰ ফালৰপৰা পুৰন্দৰলৈ যাতে কোনো প্ৰকাৰ সামৰিক সহায় কিম্বা সৰবৰাহৰ সুযোগ নেথাকে তাৰ বাবে আব্দুল আজিজ খাঁ আৰু ৰাজা চন্দ্ৰ ৰাৱে তিনি হেজাৰ অশ্বাৰোহী লৈ ভৈয়ামৰ সৈতে পুৰন্দৰৰ পথ ৰোধ কৰিলে। এইদৰে সৈন্য দল নিয়োজিত কৰাৰ উপৰিও, উৰণীয়া অশ্বাৰোহী বাহিনী এটাক চাৰিও ফালৰ মাৰাঠা গাওঁ ভূইত জুই জ্বলাই উচন কৰিবলৈ দিয়া হ'ল। এই অশ্বাৰোহীহঁতে লগতে অশেষ হত্যা আৰু লুণ্ঠনৰপৰাও বিৰত নহ'ল।

জয় সিংহৰ পৰিকল্পনা আছিল মৌচুমী বায়ু প্ৰবাহিত হোৱাৰ পূৰ্বেই মহাৰাষ্ট্ৰৰ যুদ্ধখণ্ড সমাপ্ত কৰা। কিয়নো তেওঁৰ আঁচনি

অনুসৰি বাৰিষাৰ আগতে ৰণৰ অন্ত নহৈ বিৰতি হলে, মোগলৰ অপৰি-মেয় ক্ষতিৰ উপৰিও, সুদীৰ্ঘ কালৰ কাৰণে ৰণৰ আয়োজন 'কৰিবলৈ প্ৰতিপক্ষই সুযোগ পাব। এই কাৰণে অক্লান্ত পৰিশ্ৰম হলেও, পুৰন্দৰ আক্ৰমণ কৰিবলৈ জয়সিংহ সাজু হ'ল। তেওঁৰ কাৰ্য তৎপৰতাৰ বিষয়ে সম্ৰাটলৈ লিখিছিল, "মোক যি গুৰুতৰ কাৰ্য সমাধানৰ বাবে নিযুক্ত কৰিছে, দিনে ৰাতি সেই কাৰ্যত নলগাকৈ মই এক মুহূৰ্ত কাল জিৰণি লোৱা নাই।"

অসীম ধৈৰ্যশীল জয়সিংহই এইদৰে সমৰ ক্ষেত্ৰ সাজু কৰি নানাবিধ সামৰিক সাজ-সৰঞ্জামে সৈতে পুণাৰপৰা চাঁচোৱাৰলৈ যাত্ৰা কৰিলে (১৪ মাৰ্চ)। কিন্তু কিছু দূৰ গৈয়ে হঠাৎ তেওঁ যাত্ৰা স্থগিত কৰিবলগীয়া হ'ল। তেওঁ বিশ্বস্ত সূত্ৰে বাতৰি পালে যে কুতুবুদ্দিন খাঁ জুনাৰত ব্যস্ত থকাৰ সম্ভেদ পাই, তেওঁ (জয়সিংহ) পিছ দিলেই মোগল অধিকাৰ বিনাশ কৰিব বুলি শিৱাজী লোহাগড়লৈ আগুৱাই আহিছে। এই আশঙ্কাৰ হাত সাৰিবলৈ কুতুবুদ্দিন খাঁ উভতি নহালৈকে জয়সিংহই শিৱাজীৰ আক্ৰমণৰ প্ৰতীক্ষাত আছিল। এই শঙ্কা যেতিয়া আঁতৰিল, তেওঁ আকৌ যাত্ৰা আৰম্ভ কৰিলে (২৩ মাঃ)। চাঁচোৱাৰলৈ এদিনৰ বাট থাকোঁতে দিলীৰ খাঁই নিৰ্দেশ পালে যে তেওঁ গোলান্দাজ বাহিনীৰ সৈতে আগেয়ে গিৰিসঙ্কট পাৰ হ'ব লাগে। পিছ দিনা দৌদ খাঁ কুৰেৰেশীক মোগল বাহিনীৰ পিছ ভাগ ৰক্ষাৰ ভাৰ দি জয়সিংহ চাঁচোৱাৰত দিলীৰ খাঁৰ শিবিৰত উপস্থিত হ'ল (৩০ মাঃ)।

সেই দিনাই দিলীৰ খাঁ পুৰন্দৰ দুৰ্গৰ প্ৰাৰম্ভিক পৰ্যবেক্ষণত ব্যস্ত হ'ল। তেওঁৰ ব্যস্ততাৰ ভিতৰতে দুৰ্গৰ নামনিৰ 'মাচি'ৰ (দুৰ্গ অৱৰক্ষক গ্ৰাম) পৰা অবিৰাম গোলা বৰ্ষণ কৰিলে। উভয় পক্ষৰ খণ্ডযুদ্ধ আৰম্ভ হ'ল আৰু সেই যুদ্ধত মাৰাঠাসকল হাৰিল। দিলীৰ খাঁই মাচি দখল কৰিলে। যুদ্ধৰ বাতৰি পাই জয়সিংহই ততালিকে দিলীৰ খাঁৰ শক্তি পূৰণ কৰিবলৈ সুদক্ষ সেনাপতি কেইজনমানৰ অধীনত তিনি হাজাৰ মোগল সৈনিক পুৰন্দৰলৈ পঠিয়াই দিলে আৰু তেওঁ নিজে সমৰ পৰিচালনা তদাৰক কৰিবৰ কাৰণে পিছদিনা পুৰন্দৰৰপৰা ৪ মাইল দূৰত নিজ শিবিৰ স্থাপন কৰিলে।

পুৰন্দৰ দুৰ্গ ভৈয়ামৰপৰা আঢ়ৈ হাজাৰ ফুট ওখ পৰ্বতৰ ওপৰত। শাৰী শাৰী পৰ্বতমালাৰে আবেষ্টিত হৈ ই পৰ্বত শিখৰত অৱস্থিত। চাৰিওফালৰ সুৰক্ষিত পাৰ্বত্য গাঁওবোৰ। 'মাচি' আৰু ঘাই দুৰ্গ মাচিৰ পৰা তিনিশ ফুট ওখ থিয় শিলাময় পৰ্বতৰ ওপৰত। এই

শিলাময় সমতল মেৰৰ পূবফালে ভৈৰবখিন্দ নামে ওখ পৰ্বত, যাই দুৰ্গৰ উত্তৰ-পূব কোণৰ 'খাদ্‌কলা' বুৰুজৰপৰা ক্ৰমে এমাইল পূবে গৈ অধিত্যকাত পৰিণত হৈছে। এই পাৰ্বত্য ঠাইত 'ৰুদ্ৰমল' নামেৰে আন এটা দুৰ্গ অৱস্থিত। ৰুদ্ৰমল (বজ্ৰগড়) যাই দুৰ্গ আৰু মাচিৰ অৱৰক্ষক প্ৰহৰী স্বৰূপ। ৰুদ্ৰমল অধিকাৰ কৰিব নোৱাৰিলে পুৰন্দৰ অধিকাৰ অসম্ভৱ জানি, জয়সিংহই প্ৰথমে ৰুদ্ৰমল আক্ৰমণ কৰিবলৈ নিৰ্দেশ দিলে। তদনুযায়ী তোপেৰে ৰুদ্ৰমল ধূলিস্যাৎ কৰিবৰ উদ্দেশ্যে, আব্দুল্লা খাঁ, ফাটলস্কৰ আৰু হাহেলী নামেৰে বিৰাট তোপ তিনিটা অতি যত্নেৰে পৰ্বতৰ ওপৰলৈ তুলি নি তাৰপৰা অহৰহ ৰুদ্ৰমল দুৰ্গৰ ওপৰত গোলা নিক্ষেপ কৰা হ'ল। অবিৰাম গোলাৰ আঘাতত দুৰ্গৰ সমুখৰ বুৰুজ শাৰীৰ ভেটি উৰি গ'ল। এইদৰে দুৰ্গ ভেদ কৰি দিলীৰ খাঁৰ সৈনিকসকলে অৱলীলাক্ৰমে ৰুদ্ৰমল দুৰ্গ অধিকাৰ কৰিলে।

জয়সিংহ কেৱল অৱৰোধ কাৰ্যত ব্যস্ত নাথাকিল; মাৰাঠা ৰজা আৰু বিজাপুৰ চুলতানৰ অন্তৰত আতঙ্কৰ সৃষ্টি কৰিবলৈ চাৰিওফালৰ গাঁও-ভূঁইবোৰ পুৰি আৰু অত্যাচাৰ উৎপীড়নেৰে ধন-সম্পত্তি লুটি লৈ মোগল শক্তিৰ পৰিচয় দিবলৈ স্থিৰ কৰিলে। উৰণীয়া বাহিনীৰ সেনাপতি কেইজনমানে জয়সিংহৰপৰা নিৰ্দেশ পালে যে শিৱাজীৰ অধিকাৰ এনে নিষ্ঠুৰ ভাবে উজাৰ কৰিব লাগিব যাতে মাৰাঠাৰ আবাস ভূমিৰ ওপৰত ঘৰ-দুৱাৰ, খেতি-পথাৰ, আন কি খেৰ-কুটা এদালৰো চিন-চকম নাইকিয়া হয়। নিৰ্দেশ অনুসৰি দৌদ খাঁৰ বাহিনীয়ে ৰোহিৰা, ৰাজগড়, সিংহগড় আদি দুৰ্গৰ চাৰিওফালৰ গাঁওবোৰত অবাধ লুণ্ঠন কৰিলে আৰু গাঁওবোৰ পুৰি ছাৰখাৰ কৰিলে। দৌদ খাঁ আৰু কুতুবুদ্দিন খাঁৰ আক্ৰমণত বালাঘাট আৰু পাইনঘাট বিধ্বস্ত হ'ল।

সম্মুখ সমৰত মোগলৰ বিপুল বাহিনীক প্ৰতিৰোধ কৰিবলৈ মাৰাঠাৰ পক্ষে সাধ্যাতীত হ'লত, আক্ৰমণকাৰীৰ প্ৰচেষ্টা ব্যৰ্থ কৰিবলৈ মাৰাঠাসকলে পাৰ্যমানে পুৰুষাৰ্থ কৰিছিল। ঠায়ে ঠায়ে মাৰাঠা বাহিনীয়ে গিৰিকন্দৰৰপৰা মোগলক হাৰাশাস্তি কৰিবলৈ খণ্ডযুদ্ধৰ অৱতাৰণা কৰিলে; মোগল পৰাস্ত নহলেও, নানা ঠাইত মাৰাঠাৰ আক্ৰমণত যে লবেজান হৈছিল তাত সন্দেহ নাই। "শত্ৰুৰ আকস্মিক আক্ৰমণ, সিহঁতৰ বীৰোচিত বিজয়, অন্ধকাৰ নৈশ আক্ৰমণ, পথ-ৰোধ আৰু অৰণ্য-দাহন আদি কাৰ্যই মোগল বাহিনীৰ চলাচল দুষ্কৰ কৰি তুলিছিল। মোগলৰ বহু সৈন্য আৰু পশু বিনষ্ট হৈছিল।"[১] ইতিমধ্যে বজ্ৰগড় (ৰুদ্ৰমল) অধিকাৰ কৰাৰ পিছত দিলীৰ খাঁই পুৰন্দৰৰ

(১) চাৰ যদুনাথে খাফিখাঁৰ উক্তি উদ্ধৃত কৰিছে।

চাৰিওফালৰ মাচি অৱৰোধ কৰিলে। মোগল বাহিনীৰ পৰিচালক কিৰাট সিংহ আৰু ৰচুল বেগ দুৰ্গৰক্ষক মাৰাঠাৰদ্বাৰা আক্ৰান্ত হয় আৰু উভয় পক্ষৰ হতাহতৰ পিছত মাৰাঠাসকলে দুৰ্গত আশ্ৰয় ল'বলৈ বাধ্য হয়। অৱশেষত দিলীৰ খাঁই মোগল সৈন্য শ্ৰেণী ক্ৰমে মাচিৰ ওচৰলৈ আগুৱাই আনি পুৰন্দৰ অধিকাৰ কৰিবলৈ মৃত্যুৰ দৰে দুৰ্গৰ সম্মুখত ঠাই ললে।

ক্ৰমে প্ৰায় দুমাহ মোগল আক্ৰমণত পুৰন্দৰৰ অৱস্থা সঙ্কটাপন্ন হৈ আহিল। মাৰাঠাৰ অশ্বাৰোহী সেনাপতি নেতাজী পালকৰে মোগল অৱৰোধ লঘু কৰিবলৈ মোগল সমৰ শক্তিৰ বিচ্ছিন্নতাৰ কাৰণে নানা ফালে মোগলক আক্ৰমণ কৰিছিল যদিও, তাৰদ্বাৰা বিশাল মোগল বাহিনীক অক্ষম কৰিব নোৱাৰিলে। বৰঞ্চ দৃঢ় প্ৰতিজ্ঞ দিলীৰ খাঁ আৰু সুকৌশলী জয়সিংহৰ অৱৰোধ-বন্ধনী অধিকতৰ কঠোৰ হ'ল। পাঠান, ৰাজপুত আৰু নানা শ্ৰেণীৰ পাঁচ হাজাৰ সৈন্যৰে সৈতে খাৱৈ কাটি দিলীৰ খাঁ গৈ দুৰ্গৰ বুৰুজৰ তল পালে। তলৰপৰা তোপৰ গোলাৰে দুৰ্গৰ প্ৰাচীৰ ভাঙিবলৈ আংশিকৰূপে সফল হলেও, দুৰ্গৰ ভিতৰলৈ পথ উলিওৱা সহজ সাধ্য নহ'ল। দুৰ্গৰক্ষী মাৰাঠাই দুৰ্গ প্ৰাচীৰৰ ওপৰৰপৰা শিল বগৰাই দি আৰু নেফতাৰ তেল, বাৰুদ, আলকাতৰা আদি নানা তৰহৰ বিস্ফোৰক পদাৰ্থত জুই জ্বলাই আক্ৰমণকাৰী শত্ৰুৰ ওপৰত নিক্ষেপ কৰিলে; এই কাৰ্যৰদ্বাৰা মোগলৰ আক্ৰমণ ব্যাহত নহ'ল। উপৰ্যুপৰি আক্ৰমণৰদ্বাৰা দুৰ্গৰ প্ৰধান বুৰুজ দুটাৰ তললৈ গৈ দিলীৰ খাঁই আৰু আগুৱাব নোৱৰা হ'ল। দুৰ্গৰক্ষী সকলৰ প্ৰতি-আক্ৰমণে ক্ৰমে মাৰাত্মক ৰূপ ধাৰণ কৰিলে। শীঘ্ৰে অৱৰোধ সমাপ্ত কৰিবৃৰ বাবে অতিষ্ঠ জয়সিংহৰ মনত নতুন পৰিকল্পনাৰ উদ্ভৱ হ'ল। তেওঁ নিৰ্দেশ দিলে যে দুৰ্গ প্ৰাচীৰৰ সমানে ওখ সুবৃহৎ কাঠৰ চাং এখন পাতি তাৰ ওপৰৰপৰা দুৰ্গৰ ভিতৰৰ সন্নিস্থলত গোলা নিক্ষেপ কৰিব লাগে। অনুৰূপ কাৰ্য আৰম্ভ কৰা হ'ল। বাৰেপতি বহু চেষ্টা কৰিও, ওপৰৰপৰা মাৰাঠাৰ ধ্বংসাত্মক কাৰ্যৰ কাৰণে এই কৌশল কাৰ্যকৰী কৰিব পৰা নাছিল। শেষত চাং সজোৱা নিৰ্দিষ্ট ঠাইৰ সমুখৰ ফালে ধনু-কাঁড় আৰু বন্দুকধাৰী সৈনিকৰ সহায়ত কোনোমতে এখন দেৱাল সজাই তাৰ পিছ ফালে সূৰ্যাস্তৰ আগে আগে চাং সজোৱা কাৰ্য আৰম্ভ কৰা হ'ল। কিন্তু নিৰ্মাণ শেষ হোৱাৰ পূৰ্বে উভয় পক্ষ তুমুল ৰণত আবদ্ধ হ'ল। মাৰাঠাসকল পিচুৱাবলৈ বাধ্য হ'ল আৰু মোগলে দুৰ্গ-মঞ্চ অধিকাৰ কৰিলে। দুই দিন পিছত চাং পাতি লৈ তাৰ ওপৰত মোগলে দুটা

কামান বহুৱাই ললে। কামানৰ গোলাৰ ধ্বংসকাৰী আঘাতত মাৰাঠাৰ পক্ষে দুৰ্গ ৰক্ষাৰ উপায় নাইকিয়া হ'ল।

দুৰ্গৰ পতন ক্ৰমে সুনিশ্চিত হ'ল। চাৰি হেজাৰৰো অধিক সৈনিক আছিল দুৰ্গৰ ভিতৰত। দুৰ্গৰ অধিপতি আছিল মাৱাল সেনা-পতি বীৰ মুৰাৰ বাজী। খাদ্য আৰু পানীৰ অভাৱত অৱৰুদ্ধ মাৰাঠাৰ সঙ্কট ক্ৰমে জটিল হৈ আহিল। মোগল বেষ্টনী ভেদ কৰি বাহিৰৰপৰা কোনোৰূপ সহায় পোৱাৰ আশা নাছিল। তদুপৰি অলংঘ্য সঙ্কটত আক্ৰমণকাৰী শত্ৰুক দুৰ্গ সমৰ্পণ কৰিব পাৰিব নে এই বিষয়ে দুৰ্গা-ধিপতিয়ে শিৱাজীৰপৰা কোনো নিৰ্দেশ পোৱা নাছিল। এনে অৱস্থাত দুৰ্গৰ পতন জানিব পাৰি, তাৰ আগতে মুৰাৰ বাজীয়ে দিলীৰ খাঁৰ সৈতে সমুখ সমৰ কৰি যুদ্ধ ক্ষেত্ৰত প্ৰাণ দিবলৈ সাজু হ'ল। এদিন দিলীৰ খাঁই মোগল বাহিনী সজাই লৈ দুৰ্গ অৱস্থিত পাহাৰৰ ওপৰলৈ উঠিবৰ চেষ্টা কৰিছে, এনেতে সাত শ দুৰ্গৰক্ষী মাৱাল সৈনিকৰ সৈতে মুৰাৰ বাজী দুৰ্গৰপৰা ওলাই আহি অগণন মোগলৰ মাজত দিলীৰ খাঁক আক্ৰমণ কৰিলে; উভয় পক্ষৰ বহু সৈনিক সেই ৰণত মৰা পৰিল। তথাচ. অলপ সংখ্যক মাৰাঠা সৈন্য গোটাই লৈ মুৰাৰ বাজী দিলীৰ খাঁৰ প্ৰতি ধাবমান হ'ল। মোগলৰ অস্ত্ৰাঘাতত চালে সৈতে তেওঁৰ হাত এখন মাটিত ছিগি পৰিল, কিন্তু তথাপি মুৰাৰ বাজী পিচুৱাই নগ'ল। তেওঁ কটা হাতখন বান্ধি লৈ দিলীৰ খাঁক আক্ৰমণ কৰিব, এনেতে খাঁই শৰ নিক্ষেপ কৰি মুৰাৰ বাজীক বধ কৰি তেওঁৰ শিৰচ্ছেদ কৰিলে। তেওঁৰ শিৰ বিহীন দেহটো সৎ-কাৰৰ অৰ্থে শিৱাজীৰ ওচৰলৈ পঠিওৱা হ'ল। এইদৰে দুৰ্গাধিপতিৰ মৃত্যু হলেও, আত্ম সমৰ্পণ নকৰি, দুৰ্গৰক্ষী মাৰাঠাই শেষজনলৈ ৰণ কৰিব বুলি দৃঢ়প্ৰতিজ্ঞ হ'ল। যি ঠাইত মুৰাৰ বাজীৰ শৰীৰ নিপাত হৈছিল সেই ঠাই 'ৰণতেম্ব' (যুদ্ধস্থান) বুলি বিখ্যাত।

শিৱাজী গোৱাৰ পূবে ভীমগড় দুৰ্গত থাকোঁতে প্ৰথমে জয়-সিংহৰ পুণা আক্ৰমণৰ বাতৰি পায়। অতি ক্ষীপ্ৰতাৰে আহি প্ৰায় এমাহ পিছত পুৰন্দৰৰ ওচৰৰ চিৰবালৰপৰা তেওঁ মোগল আক্ৰ-মণৰ গতি বিধি লক্ষ্য কৰিছিল। সেই ঠাইতে মুৰাৰ বাজীৰ মৃতদেহ তেওঁৰ সমুখত উপস্থিত কৰে। মুৰাৰ বাজীৰ মৃতদেহ দেখি তেওঁৰ অন্তৰ বিচলিত হ'ল। তেওঁ দেখিলে কেউফালে দুৰ্দমনীয় মোগলৰ নৃশংস আক্ৰমণৰ ফলত মহাৰাষ্ট্ৰত ঘোৰ ভয়াবহ অৱস্থাৰ সৃষ্টি হৈছে। সমুখ সমৰত এই বিপুল মোগল বাহিনীক প্ৰতিহত কৰা যেতিয়া অসম্ভৱ, তেওঁৰ দৃঢ় বিশ্বাস জন্মিল যে, অনতিবিলম্বে মোগলৰ হাতত

গোটেই মহাৰাষ্ট্ৰ বিনাশ হব। বিশেষকৈ জয়সিংহৰ সুচিন্তিত সমৰ আয়োজনৰ বিপৰীতে ৰণ কৰি মোগলক স্থানচ্যুত কৰা অতি দুৰূহ কাৰণে শিৱাজী বৰ চিন্তান্বিত হ'ল। তেওঁ ভাবিলে, হয় তেওঁ মোগলৰ বশ্যতা স্বীকাৰ কৰি স্বাধীনতাৰ আশা-ভৰষা জলাঞ্জলি দিব লাগিব, নতুবা সমুখ ৰণ কৰি মহাৰাষ্ট্ৰৰ বিনাশ সাধন কৰিব লাগিব। উভয় কূল ৰক্ষাৰ কাৰণে বাস্তৱবাদী শিৱাজীয়ে সন্ধিসূত্ৰে মোগলৰ গ্ৰাসৰপৰা দেশৰ যি পাৰে উদ্ধাৰ কৰিব বুলি মনত স্থিৰ কৰিলে। তেওঁ ইয়াকো ভাবিলে, যদি মোগলে সন্ধি কৰিবলৈ অমান্তি হয়, তেন্তে বিজাপুৰক কঙ্কন ওভতাই দি, বিজাপুৰৰ সহযোগত অনিৰ্দিষ্ট কাললৈ মোগলৰ বিৰুদ্ধে ৰণ কৰিব।

এনে অৱস্থাত মোগলৰ সৈতে সম্মানসূচক সন্ধিয়েই সম্প্ৰতি মহাৰাষ্ট্ৰ ৰক্ষাৰ একমাত্ৰ উপায় বিবেচনা কৰি এই বিষয়ে জয়-সিংহৰ মনৰ প্ৰকৃত অৱস্থা বুজিবলৈ অতি গোপনে তেওঁৰ পণ্ডিত ৰাও (মন্ত্ৰী) ৰঘুনাথ বলাল আত্ৰেক চাঁচোৱাৰৰ ওচৰত জয়সিংহৰ শিবিৰলৈ পঠিয়াই দিলে। ইতিপূৰ্বে জয়সিংহৰ ফালৰপৰা ইঙ্গিত আছিল যে শিৱাজীয়ে নিজে উপস্থিত হৈ বিনা চৰ্তে আত্ম সমৰ্পণ কৰিলে, তেওঁ সম্ৰাটৰ কৃপাৰ পাত্ৰ হ'বলৈ সুযোগ পাব পাৰে, অন্য-থায় সম্ৰাটৰ অনুগ্ৰহ লাভৰ আশা সমূলি নাই। শিৱাজীৰ প্ৰতি জয়সিংহৰ এই উত্তৰ অপৰিহাৰ্য আছিল; কিয়নো সম্ৰাটৰপৰা তেওঁ নিৰ্দেশ পাইছিল যে মাৰাঠাৰ শক্তি নিৰ্মূল নহয় মানে শিৱাজীৰ প্ৰতি যেন কোনোৰূপ অনুগ্ৰহ দেখুওৱা নহয়। সেই মৰ্মে শিৱাজীৰ সলনি তেওঁৰ পুত্ৰ সম্ভাজীয়ে আত্মসমৰ্পণ জ্ঞাপন কৰিব বুলি ৰঘুনাথ আত্ৰেই জয়সিংহক জনোৱাত, জয়সিংহ সেই প্ৰস্তাবত মান্তি নহ'ল। অৱশেষত শিৱাজীয়ে তেওঁৰ সম্পূৰ্ণ নিৰাপত্তাৰ প্ৰতিশ্ৰুতি লৈ মোগলৰ সৈতে সন্ধিৰ চৰ্ত নিৰাকৰণ কৰিবৰ কাৰণে নিজে গৈ জয়সিংহক সাক্ষাৎ কৰিব বুলি তেওঁৰ সম্মতি জনালে।

পিছদিনা (১৬৬৫।১১ জুন) তেওঁৰ উপদেষ্টা স্বৰূপে ছয় জন মাত্ৰ ব্ৰাহ্মণ পণ্ডিত লগত লৈ নিৰস্ত্ৰ শিৱাজী পাল্‌কীৰে গৈ জয়সিংহৰ বাহৰত উপস্থিত হ'ল। তেওঁৰ এই উপস্থিতিত জয়সিংহৰ শিবিৰত চাঞ্চল্যৰ সৃষ্টি নোহোৱাকৈ নাছিল। সম্ভাব্য বিপদৰ প্ৰতিবিধানৰ কাৰণে জয়সিংহৰ শিবিৰত আৱশ্যকীয় সামৰিক আয়োজন ৰখা হৈছিল। শিবিৰত যি কোনো আকস্মিক দুৰ্ঘটনাৰ প্ৰতিৰোধ কৰিবলৈ গোটেই শিবিৰ সতৰ্কমূলক ব্যৱস্থাৰে সজাগ আছিল। জয়সিংহৰ এই সন্দেহ দূৰীভূত কৰাৰ কাৰণে তেওঁ তেনে ব্যৱস্থা লোৱাৰ অলপো আৱশ্যক

নাই বুলি বুজাই শিৱাজীয়ে তেওঁক নিৰ্ভয় দিছিল। তেওঁ গৈ জয়সিংহৰ বাহৰ পোৱাৰ আগেয়ে, ৰঘুনাথে জয়সিংহক শিৱাজীৰ আগমন বাতৰি জনালে। জয়সিংহই তুৰন্তে তেওঁৰ সচিব উদয়ৰাজ আৰু উগ্ৰসেন কাচ্চাক পঠিয়াই বাটতে শিৱাজীক জনালে যে, মাৰাঠা ৰজাই যদি তেওঁৰ আটাইবোৰ দুৰ্গ মোগলক সমৰ্পণ কৰিবলৈ মান্তি নহয়, তেন্তে তেওঁ সেই ঠাইৰপৰাই উভতি যাব পাৰে। আলোচনাৰ পিছত মোগল সেনাপতিৰ সকলো নিৰ্দেশ পালন কৰা হ'ব বুলি দ্ব্যৰ্থক উত্তৰ দি শিৱাজী ৰাজপুত ৰজাৰ বাহৰলৈ আগবাঢ়িল।[১]

শিৱাজী গৈ জয়সিংহৰ তম্বু প্ৰবেশ কৰাৰ আগতে জয়সিংহৰ প্ৰধান সচিবজনে সসম্ভ্ৰমে তেওঁক ভিতৰলৈ লৈ গ'ল। আলিঙ্গনেৰে প্ৰীতি সম্ভাষণ জনাই ৰজাই তেওঁক ওচৰৰ আসনত বহুৱালে। উভয়ে নানা কথা আলোচনা কৰি থকাৰ ভিতৰতে, মোগল-মাৰাঠাৰ ভিতৰত এটা আকস্মিক বিস্ময়কৰ ৰণ সংঘটিত হ'ল। ইতিপূৰ্বেই পুৰন্দৰ ৰক্ষী মাৰাঠা সৈনিক বাহিনীৰ প্ৰতিৰক্ষণ ক্ষমতা তেনেই হ্ৰাস হৈ আছিল আৰু সেই অৱস্থাত ইচ্ছা কৰিলেই জয়সিংহই দুৰ্গ অধিকাৰ কৰিব পাৰিলেহেঁতেন; কিন্তু মাৰাঠাৰ তুলনাত মোগলৰ অপৰিসীম শক্তিৰ পৰিচয় দিবলৈ, শিৱাজীৰ আগমন অপেক্ষাত জয়সিংহই অৱৰুদ্ধ দুৰ্গ অধিকাৰ কৰা নাছিল। জয়সিংহৰ শিবিৰৰপৰা পুৰন্দৰ স্পষ্টভাবে দেখা গৈছিল। তেওঁ দিলীৰ খাঁৰ সৈতে আগেয়ে অভিসন্ধি কৰিছিল, যেন শিৱাজী মোগল শিবিৰত উপস্থিত হোৱাৰ লগে লগে অতি ভীষণ ভাৱে দুৰ্গ আক্ৰান্ত হয়। শিৱাজী গৈ জয়সিংহদ্বাৰা সম্বৰ্দ্ধিত হোৱাৰ পিছতেই চক্ৰান্ত অনুৰূপে দিলীৰ খাঁ আৰু কিৰাট সিংহই দুৰ্গ আক্ৰমণ কৰিলে; অৱশিষ্ট দুৰ্গৰক্ষী মাৰাঠাসকলে দুৰ্গৰপৰা ওলাই আহি মোগলৰ তীব্ৰ আক্ৰমণ ৰোধ কৰিলে। উভয় পক্ষৰ হতাহতি সংঘৰ্ষত বহুজন মাৰাঠা নিহত হ'ল। নিৰ্ভিক মাৰাঠাসকলে এইদৰে নিশ্চিত মৃত্যুৰ সমুখীন হোৱা দৃশ্যই শিৱাজীৰ অন্তৰত করুণাৰ উদ্ৰেক কৰিলে। অচিৰাৎ দুৰ্গৰ পতন অনিবাৰ্য জানি অনাহকত যাতে আৰু প্ৰাণী ক্ষয় নহয় তাৰ কাৰণে তেওঁ জয়সিংহক দুৰ্গ সমৰ্পণ কৰিব বুলি প্ৰতিশ্ৰুতি

(১) .... he (Shivaji) removed all Jaysinh's fears about treachery on his own part on account of the way he had behaved in the affair of Afjal Khan. But, urged Shivaji, people did not know that Afjal Khan had kept a reserve of 1200 Abyssinian troops in hiding near the place where they met; and had therefore to act in the way he did to save his own life.

G. S. Sardesai, New History of Marathas (P 160)
Quoting a Persian letter in reference to Shivaji's visit.

দি যুদ্ধ স্থগিত কৰিবলৈ অনুৰোধ জনালে। তদনুযায়ী জয়সিংহৰ নির্দেশত যুদ্ধ স্থগিত হ'ল আৰু শিৱাজীৰ নির্দেশত মাৰাঠাই মোগলক দুর্গ সমর্পণ কৰিলে। এইদৰে পুৰন্দৰ পতনৰপৰা মাৰাঠা বুৰঞ্জীৰ এটা নতুন অধ্যায়ৰ সূচনা হ'ল।

জয়সিংহৰ অভিযানত মাৰাঠাৰ অপূৰণীয় ক্ষতি আৰু ৰাজ্যৰ লুপ্ত প্রায় অৱস্থা জানিও শিৱাজীয়ে সময়ত জয়সিংহক ঔৰংজেবৰ বিপৰীতে সতর্ক কৰিবলৈ আৰু মাৰাঠাৰ আত্ম প্রতিষ্ঠাৰ অভিপ্রায় সোঁৱৰাই দিবলৈ নেৰিছিল।[১]

ৰজা জয়সিংহই তিনি দিনলৈ শিৱাজীক তেওঁৰ শিবিৰত অতিথি স্বৰূপে গ্রহণ কৰিলে। অৱশ্যে এই সময়খিনিৰ ভিতৰত এজন কৃতী পুৰুষে আন জনক তেওঁৰ মতাবলম্বী কৰিবলৈ যত্নৰ ত্রুটী কৰা নাছিল। জয়সিংহ আৰু শিৱাজীৰ তম্বু ওচৰা-উচৰি আছিল। জয়সিংহৰ গোলান্দাজ বাহিনীৰ অন্যতম পর্তুগীজ সেনাপতি মানুচিয়ে তেতিয়া জয়সিংহৰ সৈতে এক ৰণ শিবিৰত বসবাস কৰিছিল। জয়-সিংহ আৰু মানুচি দুয়োজনে জয়সিংহৰ তম্বুত তাঁচ খেলিছে, শিৱাজী গৈ তাত উপস্থিত হ'ল। ২৫ বছৰীয়া যুৱক মানুচিৰ পৰিচয় সোধাত, জয়সিংহই মানুচিৰ পৰিচয় দি কলে যে তেওঁ ফিৰিঙ্গী গোলান্দাজ বাহিনীৰ সেনাপতি। মানুচিয়ে উর্দ্দু ভাষা জানিছিল; বয়োজ্যেষ্ঠ শিৱাজীয়ে মানুচিক সমুচিত শিষ্টাচাৰ দেখুৱাই তেওঁৰ সৈতে ম্বাইকৈ ইউৰোপৰ ৰাজ্যসমূহৰ ৰাজনৈতিক অৱস্থা, সামৰিক শক্তি আৰু সামৰিক পদ্ধতি সম্পর্কে বিশদৰূপে নানা কথা আলো-চনা কৰিছিল।

ইতিমধ্যে শিৱাজী আৰু জয়সিংহৰ মাজত সন্ধি সম্পর্কে আলোচনাৰ সূত্রপাত হোৱা দিলীৰ খাঁই নাজানিছিল আৰু সম্ভৱতঃ মোগল যুদ্ধ শিবিৰলৈ শিৱাজীৰ আগমন বাতৰি তেওঁ পোৱা নাছিল। অকস্মাতে জয়সিংহৰপৰা যুদ্ধ বিৰতিৰ বাতৰি পাই দিলীৰ খাঁ বৰ ক্রুদ্ধ হ'ল। তেওঁ ভাবিলে, প্রচলিত মাৰাত্মক ৰণৰ মাজত, হিন্দু জয়সিংহই মাৰাঠাৰ প্রভাবত তেওঁক পতনোন্মুখ দুর্গ অধিকাৰ কৰিব নিদি তেওঁক 'পুৰন্দৰ বিজয়ী বীৰ' খ্যাতিৰপৰা বঞ্চিত

(১) .. .. Anyway, friend, beware of Aurangzeb. If you give me a helping hand, well and good; if not, I am perfectly able to take care of myself. I have already cast my die, and am prepared to stand by it.

From Shivaji's Persian letter to Jaysinh.
History of the Marathas—Sardesai (P 160)

কৰিছে। জয়সিংহৰ আজ্ঞা উলংঘা কৰিলে সামৰিক শৃংখলাৰ অবমাননা হোৱা কাৰণেহে তেওঁ যুদ্ধ স্থগিত কৰিছিল। জয়সিংহই বুজিছিল যে দিলীৰ খাঁক উপেক্ষা কৰি মোগলৰ সপক্ষে শিৱাজীৰ সৈতে সন্ধিৰ আলোচনা, কিম্বা সন্ধিৰ চৰ্ত নিবন্ধন কৰিলে, অভিমানী দিলীৰ খাঁই তেওঁৰ বিপক্ষে ঔৰংজেবৰ আগত কাল্পনিক কথাৰ অবতাৰণা কৰি, তেওঁৰ প্ৰতি ঔৰংজেবৰ অটল বিশ্বাস হানি কৰিব। আগ দিনা (১১ জুন) প্ৰায় ওৰে ৰাতি আলোচনা কৰি, শিৱাজী আৰু জয়সিংহৰ মাজত সন্ধিৰ চৰ্ত নিষ্পত্তি হোৱাৰ পিছত, শিৱাজীৰ সৈতে কোনোৰূপ গুপ্ত মন্ত্ৰণাৰ সন্দেহ গুচাবলৈ পিছ দিনা জয়সিংহই নিৰস্ত্ৰ শিৱাজীক হাতীৰে ৰজা ৰায়সিংহৰ সৈতে দিলীৰ খাঁৰ বাহৰলৈ পঠিয়াই দিলে। জয়সিংহৰ কল্পনাত হলেও, শিৱাজীৰ এই শিষ্টাচাৰত বিস্মিত দিলীৰ খাঁ বিমুগ্ধ হ'ল। ৰাজ সম্ভাষণ জনাই দিলীৰ খাঁই অভ্যাগত ৰাজ অতিথিক যথোচিত সম্বৰ্দ্ধনা জনালে। এই অভিনয়ৰ বাবে শিৱাজী প্ৰস্তুত আছিল। নানা প্ৰীতিপূৰ্ণ কথাৰ মাজত বিনয়ী শিৱাজীৰ মধুৰ শিষ্টাচাৰে দিলীৰ খাঁৰ অন্তৰত শিৱাজীৰ প্ৰতি সৌহাৰ্দ্য ভাব সৃষ্টি কৰিলে। বন্ধুৰ প্ৰীতি উপহাৰ স্বৰূপে দিলীৰ খাঁই শিৱাজীক বহুমূলীয়া বস্তু কিছুমান উপহাৰ দি নিৰস্ত্ৰ শিৱাজীক নিজহাতে তৰোৱাল এখন পিন্ধাই দিয়াত, বহু ধন্যবাদ দি শিৱাজীয়ে কলে "মোৰ প্ৰতি আপোনাৰ নিচিনা বীৰৰ সম্ভাবেই মোৰ ৰক্ষক যেতিয়া, মই নিৰস্ত্ৰ হৈ থকাই ভাল আছিল।[১] অৱশেষত, বিদায় সম্ভাষণ জনাই দিলীৰ খাঁই শিৱাজীৰ হাত সাবটি লৈ তেওঁক জয়সিংহৰ বাহৰত আগুৱাই থয়।

শিৱাজীয়ে জয়সিংহৰ শিবিৰলৈ গৈ সন্ধিৰ প্ৰস্তাব কৰাৰ আগেয়ে তেওঁৰ দূতসকলে ভিন্ন দফে জয়সিংহৰ আগত সন্ধিৰ অবতাৰণা কৰিছিল আৰু তেওঁ সেই বিষয়ে সম্ৰাটৰ বিবেচনা আৰু মতামতৰ বাবে সম্ৰাটক বিশদ বাতৰি জনাই আছিল। সম্ৰাটে জয়সিংহক নিৰ্দ্দেশ দিছিল যে যদি শিৱাজীয়ে মোগলৰ বশ্যতা স্বীকাৰ কৰি মোগলৰ পক্ষে গৌৰৱপূৰ্ণ আৰু লাভজনক সন্ধি মানি লয়, তেনেহলে তেনে সন্ধি সম্ৰাটে গ্ৰাহ্য কৰিব পাৰে। তদনুযায়ী সন্ধিৰ চৰ্ত স্থিৰ হ'ল। সন্ধিৰ চৰ্তাৱলী সম্ৰাটৰ ওচৰলৈ পঠিওৱা হ'ল, মাত্ৰ ৰীতি অনুসৰি অনুমোদনৰ কাৰণেহে। জয়সিংহৰ প্ৰতিবেদনত সম্ৰাটে সন্ধিৰ চৰ্তা-

---

(১) তেতিয়া পৰাজিত জনৰ বাহিৰে উচচ সামৰিক বিষয়া আৰু ৰাজ সম্মানৰ উপযোগী ব্যক্তিয়ে নিৰস্ত্ৰ হৈ থকা নীতি-বিৰুদ্ধ আছিল।

ৱলী দিল্লীত অনুমোদন কৰি পঠিয়ালে (২৩ জুন)। চৰ্তাৱলী নিৰূপিত হৈছিল ঃ—

(১) বছৰি ৪ লক্ষ হ'ন আয়যুক্ত শিৱাজীৰ ২৩টা দুৰ্গ মোগলে অধিকাৰ কৰিব আৰু শিৱাজীয়ে সম্ৰাটৰ বাধ্যতাত থাকি, সক্ৰিয় ভাবে মোগলক সমৰ্থন কৰিলে, ১ লক্ষ হ'ন আয়যুক্ত ১২টা দুৰ্গ শিৱাজীৰ শাসনাধীন হ'ব।

(২) শিৱাজীক নিজ উপস্থিতিৰপৰা সম্ৰাটে অব্যাহতি দিয়াত, তেওঁৰ সলনি তেওঁৰ প্ৰতিনিধি পুতেক সম্ভাজীয়ে পাঁচ হাজাৰ অশ্বাৰোহীৰ মনচবদাৰ স্বৰূপে মোগল দৰবাৰত উপস্থিত থাকিব।

(৩) মোগলে বিজাপুৰ আক্ৰমণ কৰিলে, শিৱাজীৰ সাত হাজাৰ পদাতিক আৰু সম্ভাজীৰ বাহিনীৰ দুই হাজাৰ অশ্বাৰোহী লৈ তেওঁ মোগল পক্ষ সমৰ্থন কৰিব।

শিৱাজীৰ প্ৰতি জয়সিংহ আৰু দিলীৰ খাঁৰ আন্তৰিক সদ্ভাৱ নাথাকিলেও শিষ্টাচাৰত এওঁলোকে মোগলৰ উৎকৃষ্ট গুণাৱলীৰ পৰিচয় দিছিল। জয়সিংহই সম্ৰাটৰ প্ৰতিনিধি স্বৰূপে শিৱাজীক 'ফৰমান' আৰু ৰাজ আভৰণ সমৰ্পণ কৰিলে। এই সখ্যতা স্থাপনৰ পিছত, হাতী, ঘোঁৰা আৰু নানা বস্ত্ৰ-বস্তু উপহাৰে সৈতে, জয়সিংহই কিৰাট সিংহক লগত দি শিৱাজীক বিদায় দিলে। কিৰাট সিংহৰ সৈতে শিৱাজী কোণ্ডানা (সিংহগড়) দুৰ্গলৈ গৈ, সন্ধিৰ চৰ্ত অনুযায়ী মোগলক দুৰ্গ সমৰ্পণ কৰা কাৰ্যৰ আনুষ্ঠানিক ক্ৰিয়া স্বৰূপে জয়সিংহৰ প্ৰতিনিধি কিৰাট সিংহক কোণ্ডানা দুৰ্গ সমৰ্পণ কৰি, দুৰ্গৰ চাবি-চোৰানী চমজাই দিলে। কাৰ্যান্তৰত শিৱাজী ৰাজগড় দুৰ্গলৈ প্ৰস্থান কৰিলে (১৫ জুন)। এইদৰে মোগলৰ ওচৰত পৰাজয় মানি শিৱাজীয়ে কিমান মৰ্মাহত হৈছিল সেইটো সহজে অনুমেয়। তেওঁ হয়তো সান্ত্বনা পাইছিল এই ভাবি যে ই সাময়িক ব্যৱস্থা মাত্ৰ।[১]

**জয়সিংহৰ বিজাপুৰ আক্ৰমণ** ঃ—মাৰাঠাৰ পৰাজয়ৰ পিচত, মোগলৰ অভীষ্ট সিদ্ধিৰ কাৰণে, জয়সিংহই বিশেষকৈ নিজ গৌৰৱ অৰ্জনৰ কাৰণে, একে অভিযানত বিজাপুৰ অধিকাৰ কৰিবলৈ সকলো সঙ্কল্প কৰিলে। সম্ৰাট চাজাহানৰ আমোলৰপৰাই মোগলৰ এই অভিপ্ৰায় সুস্পষ্ট হয়। মোগলে আহ্মদনগৰ গ্ৰাস কৰাৰ পিছত, মাৰাঠা-

---

(১) The provisions of the agreement were indeed a bitter drench for him (Shivaji) to swallow; but he took comfort from the knowledge that, after all, the Moghuls could not carry away the hill-forts of Maharastra to distant Delhi. One day they would be his again.

Shivaji—Kulkarni. (P. 93).

সকলো মোগলৰ প্ৰতিদ্বন্দ্বী হোৱাত মোগলৰ বিজাপুৰ বিদ্বেষ কিছু পৰিমাণে পাতলি আহিল। যিহেতু মোগলে স্থিৰ বুজিছিল যে প্ৰবলতৰ শত্ৰু মাৰাঠাক দমন কৰিব পাৰিলে বিজাপুৰ ৰাজ্য কৰায়ত্ত কৰা দুষ্কৰ নহ'ব। এনে স্থলত বিৰাট বাহিনী এটা সজাই লৈ নিষ্কৰ্মা হৈ অপেক্ষা কৰি থকাতকৈ বাৰিষাৰ অন্তত জয়সিংহই বিজাপুৰ আক্ৰমণ কৰিবলৈ সাজু হ'ল। তদুপৰি সন্ধিসূত্ৰে শিৱাজীয়ে যেতিয়া ন-হাজাৰ সৈন্যৰ অধিনায়কৰূপে মোগল বাহিনীৰ লগত সহযোগ কৰিব, তেতিয়া অবিলম্বে জয়সিংহই এই কাৰ্য হাতত লবলৈ সিদ্ধান্ত ললে। এই সংক্ৰান্তত সময়ত সাজু হবলৈ মোগল ভাণ্ডাৰৰপৰা শিৱাজীয়ে দুই লক্ষ টকা অৰ্থ সাহায্য পালে।

জয়সিংহৰ অভিসন্ধি অনুসৰি মোগল-মাৰাঠাৰ সম্মিলিত বাহিনীয়ে সকলো আয়োজন সম্পূৰ্ণ কৰি লৈ পুৰন্দৰ সমৰ কেন্দ্ৰৰপৰা বিজাপুৰৰ বিপক্ষে যুদ্ধযাত্ৰা কৰিলে (১৬৬৫।২০ নঃ)। স্বয়ং শিৱাজী আৰু মাৰাঠা অশ্বাৰোহীৰ অধিনায়ক বিখ্যাত বীৰ নেতাজী পাৰ্লকৰে মোগল সেনাপতিসকলৰ সৈতে যুদ্ধত আগবাঢ়িল। জয়সিংহৰ আদেশত মাৰাঠা বাহিনী অভিযান বাহিনীৰ আগভাগত পৰিচালিত হৈছিল। অভিযানকাৰী মাৰাঠাৰ ভয়ত বাটত দুৰ্গৰক্ষী বিজাপুৰী নায়কসকলে কেবাটাও দুৰ্গ অবাধে মোগলক সমৰ্পণ কৰিলে। এইদৰে বিজাপুৰৰ পৰা ৫২ মাইল উত্তৰে মঙ্গলবিৰা নামেৰে ঠাইলৈকে মোগল বাহিনী বিনা প্ৰতিৰোধে আগবাঢ়িছিল। মঙ্গলবিৰাৰপৰা কিছু দূৰ আগবাঢ়ি যাওঁতে মোগল আৰু বিজাপুৰৰ প্ৰথম সংঘৰ্ম হ'ল। এই সংঘৰ্ষত বিজাপুৰ সেনাপতিসকল পৰাস্ত হ'ল। হলেও বিজাপুৰীসকলে খণ্ডযুদ্ধ কৰি পাৰেমানে মোগল বাহিনীক অতিষ্ঠ কৰিলে। খণ্ডযুদ্ধৰ অৱস্থালৈ চাই জয়সিংহৰ ধাৰণা হৈছিল যে অনভিজ্ঞ চুলতানৰ অপদাৰ্থ সেনাপতি সকলৰদ্বাৰা অৰক্ষিত বিজাপুৰৰ ভগ্ন দুৰ্গ জয় কৰিবলৈ তেওঁৰ অধিক পৰিশ্ৰমৰ আৱশ্যক নহব। কিন্তু বিজাপুৰৰপৰা ১০ মাইল উত্তৰে মাখনাপুৰ নামেৰে ঠাইত উপস্থিত হৈ, তেওঁৰ আশাৰ বিপৰীতে মোগলৰ ঘোৰ সঙ্কটপূৰ্ণ অৱস্থাৰ কাৰণে তেওঁ বিজাপুৰ দুৰ্গ জয়ৰ পৰিকল্পনা পৰিহাৰ কৰিবলগীয়া হ'ল। ইতিমধ্যে মোগল আক্ৰমণৰ আশঙ্কাত বিজাপুৰৰ চাৰিওফালে প্ৰায় ৭।৮ মাইল দূৰলৈ গাঁও-ভূঁই উদং কৰি, গছ-গছনি, ঘাঁহ-বন পুৰি বিজাপুৰীসকলে এনে ভয়াবহ অৱস্থাৰ সৃষ্টি কৰি ৰাখিছিল, যি কাৰণে, বিশেষকৈ খাদ্য আৰু পানীৰ অভাৱত যিকোনো আক্ৰমণকাৰী শত্ৰুৱে বিজাপুৰ অভিমুখে আগবঢ়া দুষ্কৰ হৈ উঠিছিল। তাৰোপৰি জয়সিংহই বিশ্বস্তসূত্ৰে জানিব পাৰিলে

যে বিজাপুৰ চুলতানে দুৰ্গৰ আৱশ্যকীয় সংস্কাৰ কৰি তাৰ ভিতৰত কেবা মাহলৈ যোগান দিব পৰাকৈ যথেষ্ট ৰচদ আৰু ৰণ-সম্ভাৰ মজুত ৰাখিছে আৰু দুৰ্গৰ ভিতৰে বাহিৰে ত্ৰিশ হেজাৰ কৰ্ণাটকী সৈনিকে ব্যূহ ৰচনা কৰি দুৰ্গ ৰক্ষাৰ কাৰণে সাজু আছে। মাৰাঠাৰ সৈতে কৰা ৰণত মোগলৰ বহু পৰিমাণে ৰণ-সম্ভাৰ ক্ষয় হোৱাৰ পিছত, বিজাপুৰ দুৰ্গ আক্ৰমণৰ উপযোগী গধুৰ ৰণ-সম্ভাৰ জয়সিংহৰ নাছিল। মুঠতে এই বিপজ্জনক অৱস্থালৈ চাই তেওঁ বিজাপুৰ আক্ৰমণৰ সংকল্প পৰিত্যাগ কৰি, মোগল বাহিনীক পিচুৱাবলৈ আদেশ দিলে (১৬৬৬।৫ জাঃ)

দিলীৰ খাঁৰ সৈতে শিৱাজীৰ সম্ভাৱ নোহোৱাতকৈ বৰং হোৱা-টোহে আচৰিত। জয়সিংহৰ পুৰন্দৰ শিবিৰত শিৱাজীৰ প্ৰতি দিলীৰ খাঁৰ শিষ্টাচাৰ-সৌজন্য মাত্ৰ ক্ষণস্থায়ী ভদ্ৰাচাৰ। অৱস্থাৰ পৰিবৰ্তনৰ লগে লগে, শিৱাজী আৰু জয়সিংহৰ প্ৰীতিয়ে পৰশ্ৰীকাতৰ দিলীৰ খাঁৰ অন্তৰত ঈৰ্ষা সৃজন কৰিলে। সন্দিহান সম্ৰাটৰ মনত জয়সিংহক অপ্ৰিয় কৰিবলৈ দিলীৰ খাঁই সম্ৰাটলৈ গোপন বাৰ্তা পঠিয়ালে যে উভয় হিন্দু ৰজা জয়সিংহ আৰু শিৱাজীৰ ষড়-যন্ত্ৰই বিজাপুৰ অভিযান নিষ্ফল কৰাৰ ঘাই কাৰণ। এইদৰে দিলীৰ খাঁৰ চক্ৰান্তত ক্ৰমে জয়সিংহৰ কুখ্যাতি প্ৰচাৰ হ'ল। ইমানেই নহয়, কুচক্ৰী দিলীৰ খাঁই শিৱাজীৰ প্ৰাণ লবলৈকেও যত্নৰ ত্ৰুটী কৰা নাছিল। শিৱাজীৰ প্ৰতি দিলীৰ খাঁৰ দুৰভিসন্ধিৰ কথা জয়সিংহই সততে সম্ৰাটক জনাই ৰাখিছিল। আন পক্ষে, তেওঁক অযথা মোগল বাহিনীত আৱদ্ধ কৰি ৰখাতকৈ, তেওঁৰ সুপৰিচিত বিজাপুৰৰ পানহালা দুৰ্গ জয় কৰিবলৈ তেওঁক নিযুক্ত কৰিলেই মোগল অধিক লাভবান হব বুলি শিৱাজীয়ে জয়সিংহক অনুৰোধ জনাইছিল। গতিকে মোগল বাহিনীত মোগল-মাৰাঠাৰ মাজত প্ৰখৰ বিদ্বেষ সৃষ্টি হোৱাৰ আগতে উভয়কুল ৰক্ষা কৰিবলৈ জয়সিংহই শিৱাজীক মোগলৰ হকে পানহালা দুৰ্গ জয় কৰিবলৈ পঠিয়াই দিলে আৰু জয়সিংহই মোগল বাহিনী পিচুৱাই লৈ পাৰেন্দাৰ ওচৰত কোঠ মাৰিলে।

**শিৱাজীৰ পৰাজয়** ঃ—জয়সিংহৰ অনুমতিক্ৰমে প্ৰায় পাঁচদিনৰ মুৰত (১৫ জাঃ) সসৈন্যে শিৱাজী গৈ পানহালাৰ ওচৰ চাপিল। তেওঁৰ উদ্দেশ্য আছিল, প্ৰতিপক্ষই দুৰ্গ ৰক্ষা কৰিবলৈ সতৰ্ক হোৱাৰ পূৰ্বে আকস্মিক নৈশ আক্ৰমণেৰে তেওঁ দুৰ্গ অধিকাৰ কৰিব। ইতিমধ্যে তেওঁৰ আজ্ঞা অনুসৰি তেওঁৰ সৰ-ই-নবুট নেতাজী পালকৰ আহি যোগ দিব বুলি প্ৰতি মুহূৰ্ততে তেওঁ নেতাজীক অপেক্ষা কৰিছিল। কিন্তু দুৰ্দৈৱক্ৰমে নেতাজী আহি যথা সময়ত উপস্থিত নহ'ল। তেনে অৱস্থা হলেও, সেই ক্ষেত্ৰত, উভতি যোৱা বৰ অগৌৰৱৰ কথা, গতিকে আৱ-

শ্যাক অনুসৰি তেওঁৰ সৈন্যবল অপ্ৰচুৰ হলেও, মাজনিশা দুৰ্গৰ দেৱাল পাৰ হৈ দুৰ্গ অধিকাৰ কৰাৰ কাৰণে তেওঁ সৈন্যসকলক আদেশ দিলে। দুৰ্গৰক্ষী বিজাপুৰী সৈনিকে অতি দৃঢ়তাৰে দুৰ্গ ৰক্ষা কৰিছিল; নিশাৰ তুমুল ৰণৰ অন্তত প্ৰভাতৰ লগে লগে শিৱাজীয়ে দেখিলে যে মাৰাঠা বাহিনীৰ সহস্ৰাধিক সৈন্যৰ মৃত্যু হৈছে। নেতাজী পালকৰ শেষ মুহূৰ্ত-লৈকে ৰণক্ষেত্ৰত উপস্থিত নহ'ল আৰু কোনো সামৰিক কেন্দ্ৰৰপৰা সহযোগ লভিবৰ উপায় নোহোৱাত, তেওঁ অৱৰোধ তুলি ললে আৰু তেওঁৰ অৱশিষ্ট বাহিনীৰ সৈতে তেওঁ পানহালাৰ ২৭ মাইল পশ্চিমে বিশালগড় দুৰ্গত আশ্ৰয় ললে।

নেতাজী পালকৰৰ সামৰিক শৃঙ্খলাৰ ব্যতিক্ৰমৰ কাৰণে শিৱাজীৰ সৈতে তেওঁৰ ঘোৰ মনোমালিন্যৰ সৃষ্টি হল; ফলত শিৱাজীয়ে তেওঁক পদচ্যুত কৰি তেওঁৰ ঠাইত প্ৰতাপৰাও গুজাৰক মাৰাঠা বাহিনীৰ সৰ-ই-নবুটৰ পদত নিযুক্ত কৰিলে। কিন্তু নেতাজীৰ নিচিনা সুদক্ষ বীৰ এজনে উচ্চ সামৰিক পদৰ বাবে বেচি অপেক্ষা কৰিব নালাগিছিল। বিজাপুৰ চৰকাৰে তেওঁক ৪ লক্ষ হ'ন আগধন দি বিজাপুৰ বাহিনীত নিযুক্ত কৰিলে। নেতাজীৰ এই আকস্মিক বিচ্ছেদে জয়সিংহৰ পক্ষে এটা নতুন সমস্যাৰ সৃষ্টি কৰিলে। তেওঁ সঠিক অনুমান কৰিছিল যে যি কোনো কাৰণত শিৱাজীয়ে মোগলৰ বিৰুদ্ধাচৰণ কৰিলে, নেতাজী-পালকৰৰ নেতৃত্বত যদি বিজাপুৰ বাহিনী তেওঁৰ সহযোগী হয়, তেন্তে দাক্ষিণাত্যত মোগল শক্তি নিৰ্মূল হব। এই কাৰণে বহু ধন-ঐশ্বৰ্য আৰু জায়গীৰ আদিৰে প্ৰলোভিত কৰি মহাৰাষ্ট্ৰৰ দ্বিতীয় শিৱাজী নেতাজী পালকৰক বিজাপুৰৰপৰা আঁতৰাই লৈ মোগল পক্ষত যোগ দিয়ালে।

অনুৰূপ অৱস্থাত, দাক্ষিণাত্যত মোগলৰ নতুন অধিকাৰ স্থায়ী কৰিবলৈ, মোগল-মাৰাঠাৰ সন্ধি যাতে অন্ততঃ কিছুকাললৈ স্থায়ী হয় আৰু বিজাপুৰ-গোলকুণ্ডাৰ সহযোগে যাতে মোগলৰ ক্ষতি কৰিব নোৱাৰে, তাৰ বাবে মোগলৰ প্ৰতি শিৱাজীৰ শ্ৰদ্ধা আৰু প্ৰীতি লভিবৰ উদ্দেশ্যে সম্ৰাটে স্বয়ং শিৱাজীক সাক্ষাৎ কৰিবৰ আগ্ৰহ দেখুৱাই, তেওঁৰ প্ৰতি যথোচিত অনুগ্ৰহ আৰু সম্ভাৱ দেখুওৱা উচিত বুলি জয়সিংহই বাৰম্বাৰ আবেদন পঠিয়ালে। অৱশেষত জয়সিংহৰ আবেদন অনুসৰি, সম্ৰাটে নিৰ্দিষ্ট দিনত শিৱাজীক দৰ্শন দি তেওঁক অনুগ্ৰহ দেখুৱাবলৈ মান্তি হ'ল। জয়সিংহৰ উদ্দেশ্য সিদ্ধিৰ কাৰণে শিৱাজী উত্তৰ ভাৰতলৈ গৈ সম্ৰাটৰ অনুগ্ৰহ লভিবলৈ পাৰ্যমানে তেওঁ শিৱাজীক উৎসাহিত কৰিলে।

## অষ্টম অধ্যায়

# সম্রাট দর্শন

(১৬৬৬—১৬৬৭)

**পৰস্পৰৰ উদ্দেশ্য** ঃ——সমৰ ক্ষেত্ৰত জয়সিংহ কঠোৰ যোদ্ধা হলেও তেওঁ যে মোগল-মাৰাঠাৰ ভৱিষ্যৎ মঙ্গলৰ কাৰণে উভয় পক্ষৰ মাজত শান্তিৰ বাবে ঐকান্তিক প্ৰচেষ্টা হাতত লৈছিল, তাত অলপো সন্দেহ নাই। তেওঁৰ এই ধাৰণা বদ্ধমূল হৈছিল যে শিৱাজীয়ে ঔৰংজেবক আন্তৰিক শ্ৰদ্ধা জ্ঞাপন কৰিলে আৰু আন্তৰিকতাৰে ঔৰংজেবে শিৱাজীৰ প্ৰতি সদয় হলে, দেশত সম্ৰাট আকবৰৰ ৰাজত্বৰ পুনৰ প্ৰতিষ্ঠা হ'ব। সম্ভৱতঃ তেওঁৰ মনৰ আবেগত, ঔৰংজেবৰ ব্যক্তিগত চৰিত্ৰ পাহৰি,• হিন্দু-মুছলমানৰ ৰাষ্ট্ৰীয় বিভাজন দূৰীভূত কৰাই তেওঁৰ লক্ষ্য আছিল। মোগল সাম্ৰাজ্যৰ প্ৰতি জয়সিংহৰ আকৃষ্টতা আছিল অসীম। তেওঁ কাৰ্যতঃ তাৰ পৰিচয় দিছিল আৰু সেই গুণেই ঔৰংজেবৰ নিচিনা যাৰপৰনাই হিন্দু বিদ্বেষী এজনৰ অধীনতো তেওঁ মোগল সাম্ৰাজ্যৰ সবশ্ৰেষ্ঠ নেতা বুলি স্বীকৃত হৈছিল। তেওঁ ঔৰংজেবক বিশ্বাস কৰিছিল আৰু ঔৰংজেবেও কদাপি তেওঁক অবিশ্বাস দেখুওৱা নাছিল। এনে স্থলত জয়সিংহৰ অনুৰোধত ঔৰংজেৱে যেতিয়া শিৱাজীক সাক্ষাৎ কৰিবলৈ মান্তি হ'ল, তেওঁ ভাবিলে মোগল মাৰাঠাৰ সম্মিলনত ভাৰতত এটা নতুন যুগৰ অভ্যুদয় হ'ব। শিৱাজী আৰু ঔৰংজেবৰ সাক্ষাতত জয়সিংহই মধ্যস্থতা কৰাৰ এয়ে আছিল প্ৰথম উদ্দেশ্য। আন কথা, দাক্ষিণাত্যত জয়সিংহৰ অভিজ্ঞতাৰপৰা তেওঁ সম্যক উপলব্ধি কৰিছিল যে যথাৰ্থতে মোগলৰ উপযুক্ত ব্যক্তি এজনে দাক্ষিণাত্যৰ শাসনকাৰ্য পৰিচালনা কৰিলে, মোগল বৈৰী বিজাপুৰ আৰু গোলকুণ্ডাৰ বিপৰীতে দাক্ষিণাত্যত মোগল অধিকাৰ বিস্তাৰৰ আশা বৃথা। তেওঁৰ এই যুক্তিৰে বাৰম্বাৰ ঔৰংজেবৰ মনত বিশ্বাস জন্মাবৰ চেষ্টা কৰিছিল, যে দাক্ষিণাত্যত মোগলৰ প্ৰতিনিধিত্ব কৰিবলৈ শিৱাজীয়েই একমাত্ৰ উপযুক্ত ব্যক্তি। জয়সিংহৰ এই যুক্তিত ঔৰংজেবে প্ৰথমে গুৰুত্ব আৰোপ নকৰিলেও, শিৱাজীৰ দৰ্শন তেওঁ যে পিছত

বাধা কৰিছিল সেইটো ধ্ৰুৰূপ। আনকি শিৱাজীৰ যাত্ৰাৰ পিছতো ঔৰংজেবে' সাগ্ৰহে তেওঁক তুষ্ট কৰি প্ৰত্যাগমনৰ সুযোগ দিব বুলি প্ৰতিশ্ৰুতি দিছিল।[১]

সেই সাক্ষাৎ সম্পৰ্কে আদিৰেপৰা ঔৰংজেবৰ মনত কিবা দুৰভিসন্ধি আছিল বুলি অনুমান কৰা টান। কিন্তু এইটো বুজিব পাৰি যে, সম্ৰাটৰ অভিপ্ৰায় আছিল মোগল সাম্ৰাজ্যৰ আৰু বিশেষকৈ মোগল বাঁদছাহৰ ৰাজপয়োভৱ প্ৰদৰ্শন কৰাই, শিৱাজীৰ মনত হীনমন্যতাৰ সৃষ্টি কৰিব পাৰিলে সহজে তেওঁ শিৱাজীৰ বশ্যতা লাভ কৰিব; নহলে হস্তগত শিৱাজী সম্পৰ্কে সময়োপযোগী ব্যৱস্থা গ্ৰহণ কৰিব।

ৰজা জয়সিংহই শিৱাজীৰ সাক্ষাতৰ অনুমতি বিচাৰি সম্ৰাট ঔৰংজেবক যিদৰে দৃঢ়তাৰে ধৰিছিল, আনুপূৰ্বিক শিৱাজীকো তেনে-দৰে সম্ৰাট দৰ্শনৰ বাবে অহৰহ উৎসাহিত কৰিছিল। তেওঁ শিৱাজীক বুজাইছিল যে, শিৱাজী সম্ৰাটৰ সমুখত উপস্থিত হৈ যথা ৰীতি মোগলৰ প্ৰতি মাৰাঠাৰ বন্ধুত্ব প্ৰকাশ কৰিলে সম্ৰাটে তেওঁৰ যাবতীয় আবেদন মঞ্জুৰ কৰিব আৰু হয়তো তেওঁৰ ৰাজনৈতিক আৰু সামৰিক প্ৰতিভাৰ গুণত তেওঁক দুৰ্লভ দাক্ষিণাত্যৰ চুবেদাৰ পদত নিযুক্ত কৰিব। চুলতানেই হ'ক কিম্বা চুবেদাৰেই হ'ক, মুছলমান বাদছাহৰ অধীনত যিকোনো উচ্চ পদ হলেও, তাক গ্ৰহণ কৰা কস্মিন কালেও শিৱাজীৰ অভিপ্ৰায় নাছিল। জয়সিংহই শিৱাজীক নানা প্ৰকাৰে প্ৰলোভিত কৰাৰ উপৰিও, শিৱাজীৰ নিৰাপত্তাৰ কাৰণে তেওঁ সম্পূৰ্ণ দায়িত্ব বহন কৰিলে আৰু মোগলৰ ৰাজধানীত তেওঁৰ জ্যেষ্ঠ পুত্ৰ কুমাৰ ৰামসিংহই তেওঁৰ প্ৰতি-নিধি স্বৰূপে সেই ভাৰ গ্ৰহণ কৰিব বুলি তেওঁ প্ৰতিশ্ৰুতি দিলে।

শিৱাজী যথাৰ্থতে কি উদ্দেশ্য লৈ সুদূৰ বিপদ সঙ্কুল মোগল ৰাজধানীত বিষম বৈৰী ভাবাপন্ন ঔৰংজেবক সাক্ষাৎ কৰিবলৈ মান্তি হৈছিল, আজিও তাক শিৱাজীৰ জীৱনী লিখকসকলে সঠিক নিৰ্ণয় কৰিব পৰা নাই। মোগল সম্ৰাটৰ শাসন পদ্ধতিৰ বুজ লোৱা, উত্তৰ ভাৰতৰ হিন্দু ৰজা-প্ৰজাৰ ৰাষ্ট্ৰীয় অৱস্থাৰ সম্ভেদ লোৱা, মোগল সাম্ৰাজ্যৰ ভিত্তিৰ সবলতা পৰ্যবেক্ষণ কৰা, মোগল সম্ৰাটৰ অনুগ্ৰহত সিদ্দিৰ হাতৰ পৰা জাঞ্জিৰা দ্বীপ অধিকাৰ কৰা কিম্বা বলপূৰ্বক বিজাপুৰৰ কিছু

(১) On 5 April 1666, the Emperor wrote to Shivaji, "Your letter reporting that you have started, has been placed before me. Come here (Agra) without delay with full confidence in my grace and perfect composure of mind. After you have obtained audience of me, you will be glorified with my royal favours and given permission to return home. I am sending you a resplendent 'khilat.'

Parasnis M. S. letter, quoted by Sir Jadunath and Sardesai.

অঞ্চল অধিকাৰ কৰা কাৰ্যত মোগলৰ সমৰ্থন লোৱা ইত্যাদি যুক্তিবোৰ কাল্পনিক কথাৰ অনুশীলন মাত্ৰ। ঔৰংজেবৰ চৰিত্ৰ, ঔৰংজেবৰ ৰাজনৈতিক ব্যৱহাৰ, ঔৰংজেবৰ কুটিলতা, ঔৰংজেবৰ ধৰ্মান্ধতা আৰু ঔৰংজেবৰ নিষ্ঠুৰতা সম্পৰ্কে সবিশেষ জানিও যে নিঃসহায় হৈ শিৱাজীৰ নিচিনা সাৱধানী আৰু বুদ্ধিমান ব্যক্তি এজনে উত্তৰ ভাৰতলৈ গৈ ঔৰংজেবক সাক্ষাৎ কৰিবৰ সম্মতি দিছিল, ই অতি বিস্ময়কৰ কথা! সম্ভৱতঃ তেওঁৰ আত্মবলৰ কাৰণে এই দুঃসাহসিক কাৰ্যত আগ বাঢ়িছিল। প্ৰভুভক্ত ৰজা জয়সিংহৰ এনে কি ক্ষমতা আছিল, যাৰ বলত ঔৰংজেবৰ দুৰভিসন্ধিত বাধা দিব পাৰে, নতুবা ঔৰংজেবৰ অভিপ্ৰায়ৰ বিপৰীতে যিকোনো বিঘ্ন হৰণ কৰিব পাৰে?

শিৱাজীৰ উত্তৰ ভাৰত যাত্ৰা সম্পৰ্কে মাৰাঠা দৰবাৰত যথেষ্ট আলোচনা হ'ল। এক পক্ষই এই পৰিকল্পনাৰ তীব্ৰ প্ৰতিবাদ কৰি আগন্তুক যাত্ৰাৰ বিপৰীতে মত প্ৰকাশ কৰিলে যে সম্ৰাটৰ প্ৰতিনিধিজনৰ কথাত নিৰ্ভৰ কৰি ঔৰংজেবৰ জালত মেৰ খোৱা শিৱাজীৰ পক্ষে আত্মহত্যা কৰা যেনহে হ'ব। যি নহলেও, নানা কথাৰ মাজত মোগল সম্ৰাটৰ আশ্বাসবাণী আৰু ৰজা জয়সিংহৰ প্ৰতিশ্ৰুতিত মনৰ শঙ্কা দূৰীভূত কৰি শিৱাজীয়ে সম্ৰাট দৰ্শন লভিবলৈ স্থিৰ সিদ্ধান্ত ললে। যাত্ৰাৰ পূৰ্বে নানা ঠাইৰ দুৰ্গবোৰ পৰিদৰ্শন কৰি সামৰিক আৰু বেসামৰিক বিষয়াসকলক সতৰ্ক কৰিলে যেন তেওঁৰ অনুপস্থিতিত তেওঁলোকে যি কোনো মুহূৰ্ততে শত্ৰুৰ আক্ৰমণৰ প্ৰতিৰোধ কৰিবলৈ যাৰপৰনাই সজাগ থাকে। তেওঁ ৰাজকাৰ্যৰপৰা আঁতৰি থাকিলেও কিম্বা তেওঁৰ হানি-বিঘিনি ঘটিলেও, সুচাৰুৰূপে ৰাজকাৰ্য পৰিচালনাৰ বাবে, পেশোৱা মৰোপান্ত, মজুমদাৰ নীলোপান্ত আৰু সেনাপতি প্ৰতাপৰাও গুজাৰে সৈতে জিজাবাইৰ অধীনত এখন শাসন সভা সংগঠিত কৰিলে। এইদৰে ৰাজ্য ৰক্ষাৰ সম্পূৰ্ণ আয়োজন শেষ কৰি শিৱাজী যাত্ৰাৰ কাৰণে প্ৰস্তুত হ'ল। যাত্ৰা পথৰ যাৱতীয় খৰছৰ বাবে সম্ৰাটৰ আজ্ঞাত, দাক্ষিণাত্যৰ ৰাজ ভঁৰালৰপৰা তেওঁক এক লক্ষ টকা অৰ্থ সাহায্য দিয়া হ'ল।

এই যাত্ৰাত শিৱাজীৰ সৈতে যি সকল সামৰিক আৰু বেসামৰিক বিশিষ্ট কৰ্মচাৰী গৈছিল, তাৰ ভিতৰত হিৰোজী ফাৰজাণ্ড আৰু বিশ্বস্ত ফৰাচ মাদাৰী মেহতৰৰ নাম বিশেষ উল্লেখযোগ্য; এওঁলোকৰ বাহিৰেও তেওঁৰ সঙ্গী হৈছিল ন বছৰীয়া পুত্ৰেক সম্ভাজী। অতি সুসজ্জিত অলপ সংখ্যক অশ্বাৰোহীয়ে তেওঁৰ দেহৰক্ষী স্বৰূপে তেওঁক অনুসৰণ কৰিছিল। তেওঁক সুগম পথ দেখুৱাবলৈ, জয়-

সিংহৰ কৰ্মচাৰী ঘাজী বেগে তেওঁৰ সহযাত্ৰীৰূপে আগবাঢ়িল। যথাবিহিত মোগলৰ নিয়ম-দস্তুৰ বুজিবলৈ, শিৱাজীয়ে তেওঁৰ সহচৰ আৰু অনুচৰসকলৰ সৈতে ৰাজগড় দুৰ্গৰ পৰা যাত্ৰা আৰম্ভ কৰিলে (১৬৬৬।৫ মাৰ্চ)। যাওঁতে ঔৰঙ্গাবাদত ৰজা জয়সিংহৰ সৈতে তেওঁৰ সাক্ষাৎ হ'ল। তেওঁৰ শুভাকাংক্ষী জয়সিংহই নাগৰিকসকলৰ সৈতে তেওঁক সমাদৰ কৰিলে। নগৰৰ শাসনকৰ্তাজনে শিৱাজীৰ আগমন আওকাণ কৰিছিল; তেওঁৰ ভুলত এই অৱজ্ঞাসূচক ব্যৱহাৰৰ কাৰণে, দুখ প্ৰকাশ কৰি পিছ দিনা শিৱাজীক তেওঁ ৰাজোচিত শিষ্টাচাৰ দেখুৱায়। জয়সিংহৰ সঞ্চালিত পৰিকল্পনা কাৰ্যত পৰিণত হোৱাত শিৱাজীক তেওঁৰ শুভেচ্ছা জ্ঞাপন কৰি, মহা আনন্দেৰে বিদায় দিলে। শিৱাজীৰ যাত্ৰা পথত তেওঁক ছাহাজাদাৰ প্ৰাপ্য সম্মান দেখুৱাবলৈ আৰু জিল্লাধিপতিসকলে নিজ নিজ এলাকাত তেওঁৰ অনুগামী হবলৈ সম্ৰাটৰপৰা নিৰ্দেশ পাইছিল। সুদূৰ পথত তেওঁৰ শ্ৰান্তি দূৰ কৰিবলৈ উৎসাহপূৰ্ণ পত্ৰেৰে সম্ৰাটে তেওঁক আহবান জনাইছিল। এইদৰে সুদূৰ মহাৰাষ্ট্ৰৰপৰা যাত্ৰা কৰি বহু পৰিশ্ৰমেৰে শিৱাজী গৈ মোগলৰ অন্যতম ৰাজধানী আগ্ৰাৰপৰা কিছু নিলগত মালিকচান্দ সৰাইত উপস্থিত হয় (১১ মে')।

সম্ৰাট আকবৰে মোগলৰ অন্যতম ৰাজধানী স্থাপন কৰিছিল আগ্ৰাত আৰু তেওঁৰ নাতিয়েক সাজাহানৰ পক্ষে এই নগৰ অতি মনোৰঞ্জক আছিল কাৰণে প্ৰিয়াৰ প্ৰণয় যুগমীয়া কৰিবলৈ তেওঁ তাত বিশ্ববিশ্ৰুত তাজমহল নিৰ্মাণ কৰাইছিল। কিন্তু তেওঁৰ সৌন্দৰ্যৰ উপাসনা ৰোধ কৰি তেওঁৰ অবিমৃস্যকাৰী পুত্ৰ ঔৰংজেবে তেওঁক আঠ বছৰ কাল কঠোৰ কয়েদত ৰখাৰ পিছত আগ্ৰা দুৰ্গত তেওঁৰ দেহান্তৰ হয় (১৬৬৬।২২ জাঃ)। বন্দী সাজাহানৰ জীৱিত কালত ঔৰংজেবে কদাপিও আগ্ৰাত পদাৰ্পণ নকৰিছিল। তেওঁৰ ৰাজসূয় উৎসৱ আৰু ৰাজ কাৰ্যাদি সম্পন্ন কৰিছিল দিল্লীত। সাজাহানৰ মৃত্যুৰ বছৰতেই ঔৰংজেবে আগ্ৰাত তেওঁৰ পঞ্চসপ্তম জন্মদিবস পালন কৰিবলৈ স্থিৰ কৰিলে। এই উদ্দেশ্যে নিৰ্দিষ্ট দিনত (১২ মে') অভূতপূৰ্ব সমাৰোহেৰে ঔৰংজেবে আগ্ৰাত ৰাজদৰবাৰ পাতিবলৈ পূৰ্ণ আয়োজন কৰিলে। সেই কাৰণে অভিনব উপায়ে আগ্ৰা এখন মহানগৰীত পৰিণত কৰা হ'ল আৰু নগৰ সুশোভিত কৰিবলৈ নানা প্ৰকাৰ মনোগ্ৰাহী ৰাজকীয় সম্ভাৰ দিল্লীৰপৰা আগ্ৰালৈ স্থানান্তৰ কৰিলে। মোগলৰ অগাধ ৰত্নালঙ্কাৰ আৰু মণি মুক্তাৰে সুসজ্জিত ৰাজ প্ৰাসাদ আৰু সভা মণ্ডপ, দেৱান-ই-আম অলৌকিক ৰূপত

ৰূপায়িত হ'ল। সম্রাটৰ অভিপ্ৰায় আছিল, মোগল বাদছাহৰ আড়ম্বৰ আৰু পয়োভৱ প্ৰদৰ্শন কৰাই অধীনস্থ ৰাজন্যবৰ্গ আৰু জনসাধাৰণৰ মন আকৰ্ষণ কৰা। বিশেষকৈ আমন্ত্ৰিত শিৱাজীৰ সমুখত জাক-জমকেৰে' মোগলৰ অখণ্ডনীয় প্ৰতাপ প্ৰকাশ কৰাই আছিল সম্রাটৰ অন্যতম উদ্দেশ্য। মোগলৰ এই অতুলনীয় ৰাজ আড়ম্বৰত অংশ গ্ৰহণ কৰিবলৈ দেশ-বিদেশৰ ৰজা আৰু সম্ভ্ৰান্ত ব্যক্তিসকলক অনুৰোধ জনোৱা হৈছিল আৰু অনুৰূপ কাৰ্যৰ কাৰণে এই নিৰ্দিষ্ট দিনত মোগল ৰাজদৰবাৰত উপস্থিত হ'বলৈ শিৱাজীক নিৰ্দেশ দিয়া হৈছিল।

সম্রাটৰ আদেশ আছিল যাতে উৎসৱৰ আগদিনা (১১ মে') শিৱাজী আগ্ৰাত উপস্থিত হয়। কিন্তু দৈৱদুৰ্বিপাকত সেইটো সম্ভৱ নহ'ল। সুদূৰ দাক্ষিণাত্যৰ পৰা পাঁচ শ মাইলৰো অধিক পথ অতিক্ৰম কৰি সেইদিনা আবেলি আগ্ৰাৰ পৰা কিছু মাইল দূৰ মালিকচান্দ সৰাইত উপস্থিত হৈ সম্বৰ্দ্ধনাৰ অপেক্ষাত শিৱাজীয়ে তাতেই যাত্ৰা স্থগিত কৰিবলগীয়া হয়। ফলত তেওঁ পিছদিনা (১২ মে') আগবেলা যথা সময়ত ৰাজ উৎসৱত যোগ দিবলৈ অক্ষম হয়। তেতিয়া মোগলৰ ৰাজকীয় দস্তুৰ আছিল যে অভ্যাগতৰ পদবী অনুসৰি, সম-পদবীৰ ৰাজ প্ৰতিনিধি এজনে পদবী অনুযায়ী আনুপাতিক দূৰত্বত সম্রাটৰ হকে অভ্যাগতজনক সম্বৰ্দ্ধনা জনাব লাগিব আৰু সেই দস্তুৰ পূৰণৰ বাবে অভ্যাগতজনে নগৰৰপৰা এদিনৰ বাটত জিৰণি বাহৰত অপেক্ষা কৰিব। জয়সিংহৰ পৰামৰ্শ আছিল যে ৰীতি অনুসৰি কুমাৰ ৰামসিংহই শিৱাজীক সম্বৰ্দ্ধনা জনাব আৰু তেওঁক যথোচিত আদৰ অভ্যৰ্থনা কৰিব। কিন্তু কুমাৰ ৰামসিংহই শিৱাজীক সম্বৰ্দ্ধনা জনাবলৈ মালিকচান্দ সৰাইলৈ নিজে নগৈ, ৰীতিৰ বিপৰীতে, সেই কামৰ বাবে তেওঁৰ মুন্সি গিৰিধৰলালক নিযুক্ত কৰিলে। সম্রাটৰ আদেশ আছিল যে কুমাৰ ৰামসিংহ আৰু ফিদাই খাঁ নামেৰে মোগল সম্ভ্ৰান্ত এজনে এদিনৰ বাটলৈ আগুৱাই গৈ শিৱাজীক সম্বৰ্দ্ধনা জনাব; কিন্তু এওঁলোকে নিজে গৈ শিৱাজীক সম্ভাষণ জনাই পিছদিনা আগ্ৰালৈ অনাৰ দিহা-যুক্তি নকৰি, গিৰিধৰলালৰ নিচিনা নিম্ন-স্তৰৰ বিষয়া এজনক পঠোৱাত শিৱাজীয়ে অন্তৰে অন্তৰে ভাবিলে, মোগলে তেওঁৰ প্ৰতি বিধিসঙ্গত সৌজন্য-শিষ্টাচাৰ নেদেখুৱাই তেওঁক অশ্ৰদ্ধাসূচক ব্যৱহাৰ কৰিছে। জয়সিংহৰ আশাৰ বিপৰীতে এয়েই মোগল-মাৰাঠাৰ সংঘাতৰ সূত্ৰপাত। কুমাৰ ৰামসিংহৰ দীৰ্ঘসূত্ৰিতা আৰু অক্ষমতাৰ কাৰণে পিছদিনা ৰাজদৰ্শন সম্পৰ্কীয় ঘটনা আৰু

জটিল হয়। সিদিনাও ৰামসিংহই ৰাজহাউলি পৰিদৰ্শন কাৰ্যত ব্যস্ত থকাৰ কাৰণে, যথা ৰীতি শিৱাজীক আগুৱাই নিবৰ কাৰণে তেওঁৰ সেই মুন্সিজনকে পঠিয়াই দিছিল। তেওঁ ভাবিছিল, শিৱাজী নগৰ সোমোৱাৰ সময়ত তেওঁ শিৱাজীৰ শোভাযাত্ৰাত যোগ দি শিৱাজীক অভিনন্দন জনাব; কিন্তু মুন্সি গিৰিধৰে কিবা কাৰণত নিৰ্দিষ্ট যাত্ৰাপথ এৰি অবাটে শোভাযাত্ৰা পৰিচালনা কৰাত, ৰামসিংহই প্ৰবেশ তোৰণত শিৱাজীক সম্বৰ্দ্ধনা জ্ঞাপন কৰা সুযোগৰপৰা বঞ্চিত হয়। অৱশেষত নগৰৰ মাজৰ নুৰগঞ্জ বাগানৰ ওচৰত কোনো মতে ৰামসিংহই শিৱাজীক সাক্ষাৎ কৰে। উভয়ৰে পৰস্পৰ পৰিচয়ৰ পিছত, ৰামসিংহই অতি সত্বৰে শিৱাজীক তেওঁৰ (ৰামসিংহৰ) আবাস গৃহৰ নিকটত শিৱাজীৰ বাহৰলৈ লৈ যায়। তেতিয়া সময় প্ৰায় দুপৰীয়া। আগ্ৰা দুৰ্গত ৰাজ উৎসৱ বহুখিনি আগবাঢ়িছিল। ৰাজ দৰ্শনৰ বিষয়ে আৱশ্যকীয় নীতি-নিয়ম বুজি লবলৈও শিৱাজীয়ে অলপো জিৰণি নাপালে। এনে অৱস্থাত ৰামসিংহই তেওঁক ৰাজ দৰবাৰলৈ লৈ গ'ল। গুৰুতৰ নহ'লেও, ৰাজপুতৰ এই ভ্ৰমাত্মক কাৰ্যাৱলীৰ পৰিপূৰক, শিৱাজীৰ প্ৰতি ঔৰংজেবৰ ৰূঢ় আচৰণে শিৱাজী আৰু ঔৰংজেবৰ মাজত বিষম বিদ্বেষ সৃষ্টি কৰিলে আৰু ফলত অনুবৰ্তী ঘটনাৱলীয়ে ভাৰত ইতিহাসৰ যুগ পৰিবৰ্তন কৰিলে।[১]

শিৱাজী গৈ উৎসৱত যোগ দিবলৈ আগ্ৰা দুৰ্গত সোমোৱা পৰত, সম্ৰাটে দেৱান-ই-আমত প্ৰকাশ্য ৰাজহুৱা দৰবাৰ সমাপন কৰি, অন্দৰ মহলৰ দেৱান-ই-খাচত বহি দৰবাৰ আৰম্ভ কৰিছিল। সম্ৰাটক বিধিসঙ্গত শিষ্টাচাৰ দেখুৱাবলৈ বক্সি আচাদ খাঁই যথা সময়ত শিৱাজী আৰু সম্ভাজীক সম্ৰাটৰ সমুখত উপস্থিত কৰিলে। তেওঁলোকে সম্ৰাটক 'অভিবাদন' কৰি নজৰানা স্বৰূপে নিৰ্দিষ্ট সংখ্যক সোণৰ মোহৰ, ৰূপৰ টকা আৰু অন্যান্য মূল্যবান সামগ্ৰী গাইপতি সম্ৰাটৰ সমুখত উছৰ্গা কৰিলে। সম্ৰাটে অন্যমনস্কভাৱে নজৰানা

(১) . ......Shivaji's visit to Aurangzeb produced as its ultimate consequence a revolution in the destiny of the Maratha people. The event marks a decisive turning point in the history of India as a whole.

Shivaji—Sir Jadunath (P. 138)

...... The historic visit of Shivaji to Aurangzeb began as a comedy of errors due to Rajput incompetence; but as the sinister policy of Aurangzeb's dark heart developed, the political drama took on the lurid colours of a tragedy of human sin and divine retribution.

Shivaji—Sir Jadunath ( P 139 )

গ্ৰহণ কৰাৰ পিছতে শিৱাজী আৰু সম্ভাজীক সম্ৰাটৰ সন্মুখৰ পৰা স্থানান্তৰ কৰা হ'ল। কিন্তু তাৰ আগতে যৎকিঞ্চিৎ শিষ্টাচাৰ দেখুৱাবলৈ সম্ৰাটে শিৱাজীৰ সৈতে এষাৰ বাক্যালাপ নকৰিলে কিম্বা প্ৰসন্নভাৱে তেওঁলোকৰ প্ৰতি দৃষ্টিপাত নকৰিলে। সম্ৰাটৰ এই আচৰণত শিৱাজী বৰ ব্যথিত হ'ল।[১] তেওঁক নি থিয় কৰিলে পাঁচ হেজাৰী মনচবদাৰসকলৰ সৈতে তৃতীয় শাৰীত। তেওঁৰ সমুখত শাৰী শাৰী অন্যান্য সম্ভ্ৰান্তসকল থিয় হোৱাত, তেওঁ প্ৰায় সম্ৰাটৰ দৃষ্টিৰ অগোচৰ হৈ পৰিল।

শিৱাজীৰ প্ৰতি কাৰো মনোযোগ নাইকিয়া হ'ল। সকলো নিজ নিজ কাৰ্যত ব্যাপৃত হৈ থাকিল। সম্ৰাটৰ এনে অৱজ্ঞাসূচক আচৰণত তেওঁ ঘোৰ নিৰানন্দ হ'ল। তেওঁক সম্বৰ্দ্ধনা জনোৱাত সম্ৰাটৰ বিষয়াসকলে তেওঁৰ প্ৰতি যেনে অনাদৰ দেখুৱাইছিল, এতিয়া সম্ৰাটৰপৰা ততোধিক দুৰ্ব্যৱহাৰ পাই, তেওঁৰ মনত সন্দেহ হ'ল, ই মোগল সম্ৰাটৰ পৰিকল্পিত অভিপ্ৰায়। ৰামসিংহক প্ৰশ্ন কৰি তেওঁ জানিব পাৰিলে যে অভ্যাগতৰ যোগ্যতানুসৰি সম্ৰাটে তেওঁক পাঁচ হেজাৰী মনচবদাৰৰ শ্ৰেণীত ভুক্ত কৰিছে। ৰামসিংহৰ উক্তিত শিৱাজী উদ্‌বাউল হ'ল। তেওঁ কৈ উঠিল, "কি বিচাৰত সম্ৰাটে মোক, পাঁচ হেজাৰী মনচবদাৰ মোৰ পুত্ৰ সম্ভাজী আৰু মোৰ অধীনস্থ কৰ্মচাৰী নেতাজী পালকৰে সৈতে মোক একেশ্ৰেণীত ভুক্ত কৰিছে?" তেওঁ এইদৰে অনাদৃত হৈ থাকোঁতে, যি ব্যক্তিয়ে বাৰম্বাৰ তেওঁৰ হাতত পৰাস্ত হৈ পলায়ন কৰিছিল, সেই যশোবন্ত সিংহই তেওঁৰ সমুখৰ শাৰীত থিয় হৈ যেতিয়া সম্ৰাটৰপৰা পুৰস্কাৰ স্বৰূপে 'খিলাট' গ্ৰহণ কৰিলে, তেতিয়া শিৱাজীৰ নয়ন-তাৰা উদ্ভাসিত হ'ল। তেওঁ আৰু ৰোষ সম্বৰণ কৰিব নোৱাৰিলে। শিৱাজীৰ দৈহিক অৱস্থাৰ কাৰণে, সম্ৰাটৰ ইঙ্গিতত ৰামসিংহই শিৱাজীক বাতৰি সুধিলত, তেওঁ উত্তৰ কৰিলে, "তুমি, তোমাৰ পিতা আৰু স্বয়ং বাদছাহে জানে মই কোন শ্ৰেণীৰ মানুহ; তত্ৰাচ স্বেচ্ছাই মোক এইদৰে অপমান কৰিছা! উদ্দীপ্ত শিৱাজীয়ে এইদৰে কৈ, সম্ৰাটক পিঠি দেখুৱাই, জ্বলন্ত প্ৰতিমূৰ্তিৰ দৰে দৰবাৰ পৰিত্যাগ কৰিলে আৰু অধীৰ হৈ অন্যত্ৰ স্থান ললে। ক্ৰুদ্ধ শিৱাজীক ৰামসিংহই সান্ত্বনা দি দৰ-

(১) Aurangzeb, who had shown such eagerness to meet the Maratha hero and who had promised him to give him a reception worthy of his eminence, did not condescend even to make a gesture of recognition.

Shivaji—Kulkarni (P 97)

ৰাৰলৈ ঘূৰাই আনিবৰ চেষ্টা কৰিছিল, কিন্তু সেই চেষ্টা বিফল হয়। "তুমি মোৰ মূৰটো কাটি নিলেও দুনাই মোৰ সম্ৰাটৰ সৈতে সাক্ষাৎ নহ'ব" বুলি কৈ শিৱাজীয়ে ৰামসিংহৰ অনুৰোধ সবলে উপেক্ষা কৰিলে।

শিৱাজীৰ অস্থিৰতা সম্পৰ্কে ৰামসিংহই সম্ৰাটক জনোৱাত সম্ৰাটে এই অভিনয়ৰ প্ৰকৃত নায়ক শিৱাজীৰ অভিনয়ত তৃপ্তি লাভ কৰি দৃশ্যপট পৰিবৰ্তন কৰিলে। শিৱাজীক প্ৰবোধ দিবৰ কাৰণে সম্ৰাটে ৰামসিংহৰে সৈতে আন বিষয়া কেইজনমানক শিৱাজীৰ ওচৰলৈ পঠিয়াই দিলে। এইসকলে শিৱাজীক বহু বুজনি দিলে যদিও শিৱাজীৰ মনৰ পৰিবৰ্তন নহ'ল। তেওঁ দৃঢ়তাৰে কৈ পঠিয়ালে যে প্ৰকাশ্য দৰবাৰত তেওঁ যি লাঞ্ছনা ভোগ কৰিছে তাৰ পিছত তেওঁ 'খিলাট' পিন্ধি সম্ৰাটৰ ওঁচৰলৈ যাবৰ কাৰণে অপাৰগ। ঔৰংজেবৰ প্ৰতি শিৱাজীৰ এইৰূপ অৱজ্ঞাসূচক উক্তিক ৰামসিংহই কথাত ভাঁজ দি সম্ৰাটৰ ওচৰত বৰ্ণনা দিলে যে দূৰদূৰান্তৰৰ পৰা আহি শিৱাজী অত্যন্ত ক্লান্ত হৈ পৰিছে। গতিকে, সম্প্ৰতি তেওঁ সম্ৰাটৰ সাক্ষাৎ লভিবৰ কাৰণে অনিচ্ছুক। দৰবাৰ অন্ত হোৱাৰ পূৰ্বেই সম্ৰাটৰ নিৰ্দেশত ৰামসিংহই শিৱাজীক তেওঁৰ নিৰ্দিষ্ট বাহৰলৈ স্থানান্তৰ কৰিলে।

ঔৰংজেবৰ সৈতে শিৱাজীৰ এয়ে প্ৰথম আৰু শেষ সাক্ষাৎ। কুটিল ঔৰংজেবৰ চক্ৰান্তত শিৱাজীৰ নিৰ্বিঘ্নতা সম্পৰ্কে ৰাজপুত ৰজা জয়সিংহৰ অঙ্গীকাৰ অসত্যত পৰিণত হ'ল। এফালে মাৰাঠা প্ৰতিদ্বন্দ্বীৰ বিনাশ সাধনৰ বাবে ঔৰংজেব যিদৰে উৎকণ্ঠিত হ'ল, আনফালে মোগল ষড়যন্ত্ৰৰপৰা নিষ্কৃতি পাবলৈ সেই মাৰাঠা-প্ৰতিদ্বন্দ্বীয়ে অভূত-পূৰ্ব উপায় উদ্ভাবন কৰিলে আৰু লগে লগে ভাৰত ইতিহাসৰ ৰূপান্তৰ ঘটিল।

**শিৱাজীৰ বন্ধন ঃ** সাধাৰণতে প্ৰতিপত্তিশালী ব্যক্তিৰ কু-অভিপ্ৰায়ৰ কাৰণে অযাচিতে নানা ফালৰপৰা দুষ্ট বুদ্ধিৰ সমাবেশ হয়। ৰামসিংহৰপৰা ঔৰংজেবে বাতৰি পালে যে শাৰীৰিক অসুস্থ অৱস্থাৰ কাৰণে শিৱাজী কাতৰ হৈছে। যি কোনো অৱস্থাত শিৱাজীয়ে যাতে তেওঁৰ নিৰ্দিষ্ট বাহৰ পৰিত্যাগ কৰিব নোৱাৰে তাৰ বাবে তাৰ চাৰিওফালে সশস্ত্ৰ সৈনিক নিয়োজিত হ'ল। 'মোগল পক্ষৰপৰা প্ৰকাশ কৰিলে, মাৰাঠা ৰজাৰ নিৰাপত্তাৰ কাৰণে এই উপায় অৱলম্বন কৰা হৈছে। দিনৰ পিছত দিন উকলিল, কিন্তু কি চৰ্তত কেতিয়া সম্ৰাটে শিৱাজীক বিদায় দিব পাৰে সেই বিষয়ে সম্ৰাটৰ ফালৰপৰা কোনো প্ৰস্তাৱ নাহিল। অকল কুমাৰ ৰামসিংহৰ বাহিৰে মোগল ৰাজ-

ধানীত বন্ধু বুলিবৰ শিৱাজীৰ আন এজন নাছিল। যত্ন কৰিলেও শিৱাজীৰ পৰিত্ৰাণ সম্পৰ্কে কোনো সমিধান দিব নোৱাৰিলে। বৰং, ঔৰংজেবৰ কোনোৰূপ দুৰভিসন্ধিত পিতাক জয়সিংহ সংশ্লিষ্ট থকা বুলি জানোচা শিৱাজীৰ সন্দেহ হয়, এই ভাবি তেওঁ বৰ বিমোৰত পৰিল। তেওঁ নিজ বিপদ তুচ্ছ কৰি পাৰ্যমানে পিতৃ মৰ্যাদা ৰক্ষাৰ কাৰণে শিৱাজীক নিৰাপদে ৰাখিবলৈ সতৰ্ক হ'ল।

ইতিমধ্যে ঔৰংজেবৰ কু-অভিপ্ৰায়ৰ পৰিপূৰক অন্যান্য দুষ্ট-বুদ্ধি তেওঁৰ কাষ চাপিল। জয়পুৰৰ কচ্ছোৱা ৰজা জয়সিংহৰ আৰু যোধপুৰৰ ৰাঠোৰ ৰজা যশোবন্ত সিংহৰ মাজত বংশানুক্ৰমিক শত্ৰুতা প্ৰচলিত আছিল। এই শত্ৰুতাৰ কাৰণে পৰস্পৰে মোগলৰ বশ্যতা মানিবলৈ বাধ্য হয়। ৰাজপুতসকলৰ মাজত ঐক্য থকাহেঁতেন, এওঁলোক আন যি কোনো ব্যক্তিৰ অধীনস্থ হোৱাৰ কাৰণ একো নাছিল। কিন্তু দুৰ্ভাগ্যবশতঃ এওঁলোক কস্মিন কালেও বন্ধুভাবাপন্ন নহ'ল। ফলত ৰাজপুতৰ ভিতৰত এই মনোমালিন্যৰ হেতুকে মোগল দৰবাৰত জয়সিংহৰ বিপৰীতে এটা বিৰোধী দলৰ সৃষ্টি হয়। আন-হাতে, যশোবন্ত সিংহই বাৰম্বাৰ শিৱাজীৰ হাতত যুদ্ধত পৰাস্ত হৈ তেওঁৰ প্ৰতি সদায় শত্ৰুতা ভাব পোষণ কৰিছিল। এনে অৱস্থাত, শিৱাজীৰ প্ৰতি ৰামসিংহৰ সহানুভূতিৰ কাৰণে, ৰজা জয়সিংহৰ বিৰোধী সকলে নানা কাল্পনিক কাহিনী সৃষ্টি কৰি শিৱাজীৰ মুক্তিৰ পথ ৰোধ কৰাৰ লগতে সম্ৰাটৰ মনত জয়সিংহক তেওঁৰ অপ্ৰিয়ভাজন কৰিলে। শিৱাজীৰ আন এজন পৰম শত্ৰু দিলীৰ খাঁই, হিন্দু ৰজা জয়সিংহ আৰু শিৱাজীৰ পৰস্পৰ প্ৰীতি সন্দেহজনক বুলি পূৰ্বাপৰ নানা ছলে সম্ৰাটৰ কাণ ছোৱাই আছিল; এতিয়া সেই কথা সম্ৰাটক সোঁৱৰাই দিলে। মোগল হাৰেমত শিৱাজীৰ আন শত্ৰু আছিল সম্ৰাটৰ ভগিনী জাহানাৰা বেগম আৰু সায়েস্তা খাঁৰ ভগিনী প্ৰধান মন্ত্ৰী জাফৰ খাঁৰ স্ত্ৰী। জাহানাৰাৰ পিতৃদত্ত দান চুৰাট নগৰ ধ্বংসকাৰী শিৱাজীয়ে তেওঁৰ মনত যিদৰে সন্তাপ সৃষ্টি কৰিছিল, সেইদৰে সায়েস্তা খাঁৰ পুত্ৰঘাতী আৰু তেওঁৰ অঙ্গচ্ছেদকাৰী শিৱাজীয়ে জাফৰ খাঁৰ স্ত্ৰীৰ অন্তৰত আক্ৰোশ বহ্নি জ্বলাই তুলিছিল। প্ৰকাশ্য ৰাজ দৰবাৰত শিৱাজীয়ে মোগল সম্ৰাটক পিঠি দি দৰবাৰ পৰিত্যাগ কৰা অপৰাধ সম্পৰ্কে কিছুমানে সম্ৰাটৰ কাণত ঢাক-ঢোল বজালে। এইদৰে শিৱাজীৰ নানা ফালৰ নানা বৈৰীয়ে তেওঁক আহুতি দিবলৈ ঔৰংজেবৰ অন্তৰৰ ধূমায়মান বহ্নিক প্ৰজ্বলিত কৰি তুলিলে।

যথাৰ্থতে জয়সিংহ মোগল আৰু মাৰাঠাৰ মাজত সদ্ভাব স্থাপনৰ বাবে বৰ উৎসুক হৈছিল; আৰু সেই হেতুকে উভয় পক্ষৰ মঙ্গলৰ বাবে শিৱাজীৰ আগ্ৰা যাত্ৰাত তেওঁৰ নিৰাপত্তা সম্পৰ্কে সৰ্বতো-ভাৱে তেওঁ দায়িত্ব বহন কৰিছিল। কিন্তু শিৱাজীয়ে যদি জয়সিংহৰ প্ৰতিশ্ৰুতিৰ ওপৰত নিৰ্ভৰ কৰিয়েই ঔৰংজেবক সাক্ষাৎ কৰিবৰ সিদ্ধান্ত লৈছিল, তেন্তে জয়সিংহই ওতঃপ্ৰোতভাৱে ঔৰংজেবৰ জাগতিক কাৰ্যত লিপ্ত থাকি আৰু সম্যকৰূপে ঔৰংজেবৰ কাৰ্যপদ্ধতি উপলব্ধি কৰি কিয় এই গুৰু দায়িত্ব লৈছিল তাক সহজে অনুমান কৰিব নোৱাৰি। শিৱাজীয়ে ভাবিছিল ঔৰংজেবৰ এনে এটা কু-অভিসন্ধি সন্দেহ নকৰিবৰ কাৰণ নাছিল; সেয়ে অতি আক্ষেপত তেওঁ এদিন ৰামসিংহক কৈছিল, "মাত্ৰ অদৃষ্টই মোক ইয়ালৈ টানি আনিছে; মোক এই সম্ৰাটৰ কবলত নিক্ষেপ নকৰিবলৈ তুমি মহাৰাজক (জয়সিংহ) পৰামৰ্শ নিদিলা কিয়?" সম্ভৱতঃ ঔৰংজেবৰ চক্ৰান্তৰ ভু নাপাই ৰাজপুত সৰলতাৰ কাৰণে জয়সিংহই শিৱাজীক এইদৰে বিপদগ্ৰস্ত কৰিছিল।

ঔৰংজেবে মাত্ৰ আবেগৰ তাড়নাত কোনো কাৰ্যত কেতিয়াও হস্তক্ষেপ নকৰিছিল। তেওঁ গভীৰভাৱে ভাবি-গুণি দেখিলে যে তেওঁৰ পক্ষে শিৱাজী সম্পৰ্কে তিনিটা প্ৰশস্ত পথ মুকলি আছে। প্ৰথম পথ, শিৱাজীক হত্যা কিম্বা আজীৱন কাৰাৰুদ্ধ কৰা; দ্বিতীয় পথ, শিৱাজীক মুছলমান ধৰ্মত দীক্ষিত কৰাই সম্ৰাটৰ কাৰ্যত নিযুক্ত কৰা আৰু তৃতীয় পথ, তেওঁৰ প্ৰতিশ্ৰুতিৰ মৰ্মে শিৱাজীক মুক্তি দিয়া। দ্বিতীয় আৰু তৃতীয় পথ, সহজে তেওঁ মনৰ পৰা অন্তৰ্হিত কৰিলে। প্ৰথম পথ অবলম্বন কৰিবলৈ দৃঢ় সংকল্প কৰিলে যদিও, এই কাৰ্য সমাধানত নানা প্ৰকাৰ বাধা-বিঘিনি সম্ৰাটৰ সমুখত পৰিস্ফুট হৈ উঠিল। ফৰাচী পৰ্যটক টেভিনট তেতিয়া আগ্ৰাত উপস্থিত আছিল। শিৱাজীৰ আগ্ৰা যাত্ৰা সম্পৰ্কে তেওঁ বিশদ বৰ্ণনা এটা এৰি থৈ গৈছে। তদুপৰি দিঙ্গল (ৰাজস্থানী) আৰু পাৰ্চি ভাষাত লিখা নানা কাকতপত্ৰ জয়পুৰৰ ৰাজদপ্তৰৰপৰা আবিষ্কৃত হৈছে আৰু এই দুই মূল সূত্ৰৰপৰা পোৱা সমাচাৰৰপৰা ঔৰংজেবৰ অভি-প্ৰায় আৰু শিৱাজীৰ সঙ্কট সম্পৰ্কে সঠিক সম্ভেদ পোৱা যায়।[১]

---

(১) Sometimes these letters were written in the very night of the conversation and sent off next morning by camel-post to the Capital (Ambar) where they had been lying in undisturbed repose and ungarbled by later fabrications, till the year 1939, when we dragged them into light.

Shivaji—Sir Jadunath (P 139)

শিৱাজীক আজীৱন কাৰাৰুদ্ধ কৰাতকৈও তেওঁক বধ কৰি ঔৰংজেবে সকলো চিন্তা আৰু উৎকণ্ঠাৰপৰা হাত সাৰিব বিচাৰিলে। কিন্তু এই গুৰুতৰ কাৰ্যৰ বিপক্ষে জনসাধাৰণৰ ভয়ত আৰু বিশেষকৈ উত্তৰ ভাৰতৰ ৰজাসকলৰ প্ৰতিক্ৰিয়াৰ কাৰণে তেওঁৰ নিলিপ্ততা দেখুৱাই এই কাৰ্য সমাধানৰ পথ আবিষ্কাৰ কৰিলে।[১] তেতিয়া আগ্ৰা দুৰ্গৰ অধ্যক্ষ আছিল, অত্যন্ত ক্ৰুৰ প্ৰকৃতিৰ ৰাড আণ্ডাজ খাঁ। ঔৰংজেবৰ সকলো প্ৰকাৰ কু-অভিপ্ৰায় সমাধান কৰিবলৈ এই ব্যক্তিয়েই আছিল তেওঁৰ হাতৰ অস্ত্ৰ। আগ্ৰাৰ প্ৰধান কটোৱাল সিদ্ধি ফুলাদে এদিন সম্ৰাটৰপৰা নিৰ্দেশ পালে যে শিৱাজীক অবিলম্বে ৰামসিংহৰ তত্বাবধানৰ পৰা আঁতৰাই ৰাড আণ্ডাজ খাঁৰ আবাসলৈ স্থানান্তৰ কৰিব লাগে। এই সংবাদৰ কথা শুনি, ৰামসিংহ ভয়ত অস্থিৰ হ'ল। তেওঁ বুজিলে, শিৱাজীৰ গুপ্ত হত্যাই সম্ৰাটৰ অভিপ্ৰায়। ততালিকে তেওঁ প্ৰধান বক্সি মহম্মদ আমিন খাঁৰ জৰিয়তে সম্ৰাটৰ এই নিৰ্দেশৰ বিপৰীতে প্ৰতিবাদ কৰি সম্ৰাটক জনালে যে শিৱাজীৰ নিৰাপত্তা সম্পৰ্কে তেওঁৰ পিতৃদেৱ মহাৰাজ জয়সিংহৰ প্ৰতিশ্ৰুতি অনুসৰি তেওঁ যেতিয়া তালৈ (আগ্ৰা) আহিছে, তেনেস্থলত সম্ৰাটে প্ৰথমে তেওঁক (ৰামসিংহক) বধ কৰিহে পিছত শিৱাজীক যি হয় কৰিব। ৰামসিংহৰ এই প্ৰতিবাদত ঔৰংজেব তৰ্জনিত পৰিল। বিশেষকৈ ৰাজপুতসকলৰ ওপৰত মহাৰাজ জয়সিংহৰ অসীম প্ৰতিপত্তিয়ে ঔৰংজেবক সততে সতৰ্ক কৰি ৰাখিছিল। ঔৰংজেবে এই আদেশ প্ৰত্যাহাৰ কৰিলে এই চৰ্তত যে শিৱাজীয়ে যাতে আগ্ৰা পৰিত্যাগ নকৰে কিম্বা কোনোৰূপ অনিষ্ট সাধন নকৰে তাৰ বাবে শিৱাজীৰ সু-আচৰণৰ প্ৰতিশ্ৰুতি দি ৰামসিংহই জামিনপত্ৰ সম্পাদন কৰিব লাগিব। তদনুযায়ী ৰামসিংহই চুক্তি-পত্ৰ সম্পাদন কৰিলে (১৫ মে')। ৰামসিংহৰ চুক্তিপত্ৰ লৈছিল কেৱল ৰাজপুতৰ সন্তুষ্টিৰ কাৰণে। অতিষ্ঠ সম্ৰাটে অচিৰে অইন দুষ্ট বুদ্ধিৰ আশ্ৰয় ললে। তেওঁৰ কোনোৰূপ সংশ্ৰৱ নোহোৱাকৈ দূৰদূৰান্তৰত শিৱাজীক হত্যা কৰাব পাৰিলে, সেই কাৰ্যৰ কাৰণে কোনেও কেতিয়াও তেওঁক দায়-যুক্ত কৰিব নোৱাৰিব। এই উদ্দেশ্যে তেওঁ আদেশ প্ৰচাৰ কৰিলে যে ৰাড আণ্ডাজ খাঁৰ সৈন্য শ্ৰেণীৰ পশ্চাৎগামী হৈ, ৰামসিংহৰে সৈতে, শিৱাজীয়ে আফগানিস্থানৰ বিদ্ৰোহী দুৰ্দ্ধৰ্ষ আফ্ৰিদি আৰু ইচুফজায়ী

(১) The King would have willingly put him to death, but he feared an insurrection of the Rajas. They already murmured at this usage notwithstanding the promise made to him, and all of them were so much the more concerned for him.

**Foreign Biographies of Shivaji,—Tavenot (P 183)**

জাতিক দমন কৰিবলৈ যাব লাগে। এই যাত্ৰাত সামৰিক সংঘাতত শিৱাজীৰ মৃত্যু হৈছে বুলি প্ৰচাৰ কৰি, সকলো অপবাদৰপৰা ঔৰংজেবে উদ্ধাৰ পাব বুলি নিশ্চিত হ'ল। ঔৰংজেবৰ এই আজ্ঞা প্ৰতিপালিত হোৱাৰ আগতে জয়সিংহই তেওঁৰ হকে শিৱাজীক এনে কি প্ৰতিশ্ৰুতি দিছিল, যাৰ কাৰণে তেওঁ শিৱাজী সম্পৰ্কে আৱশ্যকীয় পন্থা ল'ব নোৱাৰে, সেই বিষয়ে জানিবলৈ তেওঁ বৰ উৎসুক হ'ল। এই প্ৰশ্নৰ যথাযথ মীমাংসা বিচাৰি সম্ৰাটে দক্ষিণ ভাৰতত জয়সিংহলৈ জৰুৰী সমাচাৰ পঠিয়ালে।

শিৱাজীয়ে সম্ৰাটৰ আদেশ প্ৰত্যাহাৰ কৰাবলৈ ইত্যবসৰে নতুন উপায় উদ্ভাৱন কৰিলে। বহু দুৰ্মূল্য হীৰা আৰু মণি-মৰকত তেওঁ লগত আনিছিল। তেওঁ ভাবিলে, যদি মোগল দৰবাৰৰ প্ৰতিপত্তিশালী মুখ্য বিষয়া কিছুমানৰ মাজত এই মনোগ্ৰাহী সৰু-ডাঙৰ প্ৰস্তৰ খণ্ড বিতৰণ কৰিব পাৰি তেন্তে সম্প্ৰতি হ'লেও, তেওঁলোকৰ প্ৰৰোচনাত হয়তো সম্ৰাটৰ আদেশ স্থগিত কৰিলে কৰিব পাৰে। এই উপায়েৰে শিৱাজীৰ কাৰ্য সিদ্ধি হ'ল। উৎকোচস্বৰূপে তেওঁ প্ৰধান মন্ত্ৰী জাফৰ খাঁ আৰু আমিৰ-ওমৰাসকলৰ মাজত ধন-ৰত্ন বিতৰণ কৰিলে। তেওঁৰ অপৰাধৰ বাবে প্ৰাণ ভিক্ষা খুজি, শিৱাজীয়ে জাফৰ খাঁৰ হতুৱাই সম্ৰাটৰ ঠাইত প্ৰতিবেদন দাখিল কৰিলে (২০ মে')। শিৱাজীৰ প্ৰাৰ্থনা মঞ্জুৰ হ'ল। সম্ৰাটে তেওঁৰ কাবুল যাত্ৰাৰ হুকুম প্ৰত্যাহাৰ কৰিলে। ইয়াৰ পিছত শিৱাজীয়ে তেওঁৰ মুক্তিৰ আজ্ঞা বিচাৰি কেবাবাৰো সম্ৰাটক প্ৰাৰ্থনা জনাইছিল; কিন্তু তেওঁৰ কোনো প্ৰাৰ্থনা সম্ৰাটে গ্ৰাহ্য নকৰিলে। এবাৰৰ প্ৰাৰ্থনাত তেওঁ সম্ৰাটক নিবেদন কৰিছিল যে সম্ৰাটে তেওঁক মুক্তি দিলে, তেওঁ বৈৰাগ্য অৱলম্বন কৰি কাশীত বাস কৰিব। উত্তৰত বিদ্ৰূপেৰে সম্ৰাটে লিখিছিল, "তাতকৈ এলাহাবাদ দুৰ্গত ফকিৰ হৈ থাকিলে (বন্দীস্বৰূপে) মোৰ চুবাদাৰে তেওঁৰ বিশেষ যত্ন ল'ব।"[১]

জয়সিংহই শিৱাজীক উত্তৰ ভাৰতলৈ পঠিয়াই ভাবিছিল, নিজজালে তেওঁ বিজাপুৰ জয় কৰিব। কিন্তু তেওঁৰ সেই আশা পূৰণ নহ'ল। মোগলে বিজাপুৰ জয় কৰক ছাৰি, মোগলৰ পক্ষে পৰাজয়ৰ আশঙ্কাই হ'ল অধিক। পৰিশেষত জয়সিংহৰ ব্যৰ্থতাৰ কাৰণে, সম্ৰাটে স্বয়ং সমৰ পৰিচালনাৰ ভাৰ ল'বলৈ মনস্থ কৰিবলগীয়া হৈছিল। দাক্ষিণাত্যত জয়সিংহৰ এই জটিল সামৰিক পৰিস্থিতিৰ কাৰণে শিৱাজী সম্পৰ্কে তেওঁৰ বিচাৰ নীতিৰ পৰিবৰ্তন হয়। একপক্ষে, তেওঁ

(১) তেতিয়া এলাহাবাদ দুৰ্গ ৰাজবন্দীসকলৰ কাৰণে কঠোৰ কয়েদৰ ঠাই আছিল।

সম্ৰাটক বাৰম্বাৰ সতৰ্ক কৰিছিল, যেন কোনো প্ৰকাৰে শিৱাজীৰ জীৱন সঙ্কটাপন্ন নহয়, কিম্বা অৱৰুদ্ধ শিৱাজী উৎপীড়িত নহয়। কিয়নো মোগলৰ কয়েদত শিৱাজীৰ অনিষ্ট হ'লে, মাৰাঠা জাতিয়ে তাৰ গুৰুতৰ প্ৰতিশোধ ল'ব আৰু সেয়ে হ'লে দাক্ষিণাত্যত মোগল সাম্ৰাজ্যৰ স্থিতি বিনাশ হ'ব। আনপক্ষে সম্ৰাটক তেওঁ পৰামৰ্শ দিছিল যেন দাক্ষিণাত্যত মোগলৰ সামৰিক অৱস্থা উন্নত নহয় মানে, অন্ততঃ কিছু কাল সসম্মানে শিৱাজীক মহাৰাষ্ট্ৰৰপৰা আঁতৰাই ৰখা হয়, নতুবা তেওঁৰ পুত্ৰক সম্ৰাটৰ তত্ত্বাৱধানত পিতাকৰপৰা আঁতৰাই ৰখাৰ অনুমতি হয়।

সম্ৰাটে শেষ সিদ্ধান্ত ল'লে যে সম্প্ৰতি শিৱাজীক কঠোৰ বন্ধনত ৰাখি, আৱশ্যক অনুসৰি সময়ত তেওঁৰ সম্পৰ্কে উচিত ব্যৱস্থা হাতত ল'ব। শিৱাজী এতিয়া মোগলৰ বন্দী বুলি ৰাজদপ্তৰৰ ৰাজ-পত্ৰৰ ঘোষণাত প্ৰকাশ কৰা হ'ল। ৰাজ আজ্ঞাত তেওঁৰ বাহ্যিক সম্পৰ্ক সম্পূৰ্ণৰূপে ৰহিত কৰিলে। সম্ৰাটৰ বিনা আজ্ঞাত, আন কি, তেওঁ কুমাৰ ৰামসিংহৰ সৈতে সাক্ষাৎ কৰাৰ সুযোগৰ পৰাও বঞ্চিত হ'ল। তেওঁৰ বাহৰৰ চাৰিওফালে বেষ্টন চক্ৰ ক্ৰমে সঙ্কীৰ্ণ হৈ পৰিল। কটোৱাল ফুলাদ খাঁই সন্নিহিতস্থলত মোগলৰ সৈন্য সমাবেশ কৰিলে আৰু পথ লক্ষ্য কৰি বাহৰৰ চাৰিওফালে তোপ বহুৱালে। শিৱাজীৰ ভবিষ্যৎ কোনো গুৰুতৰ কাৰ্যৰ কাৰণে ৰামসিংহ যাতে বিপদগ্ৰস্ত নহয়, তাৰ বাবে শিৱাজীক তেওঁৰ তত্ত্বাৱধানৰ পৰা আঁতৰাই অন্যত্ৰ আবাস স্থান দিবলৈ তেওঁ সম্ৰাটক আবেদন জনালে। সম্ৰাটে কিন্তু এই প্ৰাৰ্থনা মঞ্জুৰ নকৰিলে। ৰামসিংহই সম্ৰাটক জনালে যে সম্ৰাটৰ আৰু মহাৰাজ জয়সিংহৰ নিৰ্দেশত তেওঁ যেতিয়া শিৱাজীৰ ৰক্ষণাবেক্ষণৰ বাবে দায়ী, আৰু বিশেষকৈ সম্ৰাটে যেতিয়া তেওঁক জামিনৰ পৰা অব্যাহতি দিয়া নাই, তেনে স্থলত শিৱাজীয়ে নিজৰ কিম্বা আনৰ অনিষ্ট সাধন কৰিব নোৱাৰে, তাৰ বাবে সম্ৰাটে তেওঁক চকি তদাৰক কৰিবলৈ দিয়া সমীচীন হ'ব। সম্ৰাটে ৰামসিংহৰ এই আবেদন সমৰ্থন কৰিলে। ৰামসিংহৰ বিষয়াসকল সুকসিংহ, তেজসিংহ আৰু অৰ্জুন জীয়ে ৰাজপুত সৈনিকৰ হতুৱাই বন্দীৰ ওপৰত কড়া নজৰ ৰাখিলে যেন কোনেও কোনো ফালৰ পৰা বন্দীৰ অনিষ্ট সাধন কৰিব নোৱাৰে।

শিৱাজীয়ে এতিয়া ভাগ্যৰ ওপৰত নিৰ্ভৰ কৰি কঠোৰ কাৰাবাসত দিন নিয়াবলগীয়া হ'ল। তেওঁৰ লগত যি ধন আনিছিল সিও এতিয়া প্ৰায় অন্ত হ'ল আৰু তেওঁৰ যাবতীয় খৰচু বহনৰ কাৰণে

কুমাৰ ৰামসিংহৰ পৰা ৬৬,০০০ হাজাৰ টকা ঋণ ল'লে। শাৰীৰিক কষ্টতকৈ মানসিক দুখেই তেওঁৰ সৌষ্ঠব মূৰ্তিৰ কান্তি হ্ৰাস কৰিলে।[১] জয়সিংহই তেওঁক সৰ্বপ্ৰকাৰ নিৰাপত্তাৰ প্ৰতিশ্ৰুতি দিয়াৰ পিছত, ঔৰংজেবৰ হাতত তেওঁ এনেদৰে প্ৰতাৰিত হ'ব বুলি কেতিয়াও কল্পনা কৰিব পৰা নাছিল। পৰস্পৰৰ বুদ্ধিৰ তুলনাত, ঔৰংজেবতকৈ তেওঁ নিকৃষ্ট বুলি ধাৰ্য হোৱাৰ আশঙ্কাই তেওঁৰ অন্তৰত ঘোৰ অনুতাপৰ সৃষ্টি কৰিলে। তেওঁৰ বুজিবৰ বাকী নাছিল তেওঁৰ মৃত্যু সন্নিকট। বালক সম্ভাজীৰ দূৰদৃষ্টৰ কল্পনাই তেওঁৰ অন্তঃস্থল বিদীৰ্ণ কৰিলে।

অসীম বিপদ হ'লেও শক্তিমান পুৰুষে ধৈৰ্যৰ পৰা বিচ্যুৎ নহয়। শিৱাজীৰ মৰণান্তিক অৱস্থাত তেওঁৰ মানসিক প্ৰতিভা প্ৰস্ফুটিত হৈ উঠিল। তিনি মাহতকৈও অধিক কাল (১২ মে'—১৭ আগষ্ট) কঠোৰ কয়দত থাকি তেওঁ যেতিয়া বুজিলে যে তেওঁ সম্ভাব্য মৰণৰ পথত আগবাঢ়িছে, তেওঁ দৈৱৰ দুৰ্বিপাক খণ্ডাবলৈ পুৰুষাৰ্থৰ আশ্ৰয় ল'লে। দাক্ষিণাত্যৰপৰা কোনোৰূপ সামৰিক প্ৰচেষ্টাৰে তেওঁৰ উদ্ধাৰৰ উপায় নাছিল। আনপক্ষে সম্ৰাটৰ অতি দায়িত্বশীল বিষয়াসকলেও যেতিয়া তেওঁৰ সপক্ষে সম্ৰাটৰ অনুগ্ৰহ লভিব নোৱাৰিলে, ততোধিক মহাৰাজ জয়সিংহৰ প্ৰতিশ্ৰুতি যেতিয়া নিষ্ফল হ'ল, তেতিয়া তেওঁ আত্মবলৰ ওপৰত নিৰ্ভৰ কৰি নিজ বুদ্ধিৰে মুক্তিৰ পথ বিচাৰি উলিয়াবলৈ স্থিৰ কৰিলে। তেওঁৰ বিচক্ষণ প্ৰতিভাৰ বলত এনে অভিনৱ পন্থা অৱলম্বন কৰিলে যাক কেতিয়াও কোনেও কল্পনা কৰিব পৰা নাছিল।

ঐকান্তিক চাতুৰীৰে চতুৰ ঔৰংজেবক পৰাস্ত কৰিবলৈ তেওঁৰ কাৰ্য পদ্ধতি এনেদৰে আগুৱালে যেন আন ব্যক্তিয়ে তেওঁৰ আন্তৰিক কল্পনা সন্দেহ কৰিব নোৱাৰে। তেওঁ অতি সানুনয়ে সম্ৰাটক নিবেদন কৰিলে যে তেওঁৰ এই বন্দী অৱস্থাত সৰহ

(১) জয়পুৰ দপ্তৰৰ সমাচাৰ পত্ৰত তেতিয়া তেওঁৰ শাৰীৰিক গঠন আৰু সৌন্দৰ্য সম্পৰ্কে এইদৰে বৰ্ণনা দিছে: "At sight Shivaji's body looks lean and short. His appearance is wonderfully fair in complexion, and even without knowing who he is, one does feel instinctively that he is a ruler of men. His spirit and manliness are apparent. He is a very brave, high-souled man and wears a beard. His son is nine years old and is marvellously handsome in appearance and fair in complexion.

—Quoted by Sir Jadunath and Sardesai.

সংখ্যক অনুচৰ কিম্বা পৰিজনৰ প্ৰয়োজন নাই যেতিয়া, সম্ৰাটে অনুগ্ৰহ কৰিলে, আৱশ্যকীয় আলধৰা কেইজনৰ বাহিৰে আনবিলাকক মহাৰাষ্ট্ৰলৈ উভতি যোৱাৰ বাবে অনুমতি-পত্ৰ দিব পাৰে। শিৱাজীৰ এই অনুৰোধত সম্ৰাট অসন্তুষ্ট হ'বৰ কাৰণ একো নাছিল; বৰং তেওঁ মনে মনে বৰ আহ্লাদ অনুভৱ কৰিলে যে অনৰ্থক অকামিলা মাৰাঠাহঁতক পোহপাল দি ৰাজকোষ উদি কৰাতকৈ, অবাঞ্ছনীয় হঁতক বিতাৰিত কৰি নিজঞ্জাল মাৰাঠা ৰজাক হাতৰ মুঠিত ৰখাই ভাল। সম্ৰাটে সাগ্ৰহে শিৱাজীৰ এই আবেদন মঞ্জুৰ কৰিলে আৰু শিৱাজীৰ নিৰ্দ্ধাৰিত, তেওঁৰ অনাৱশ্যকীয় সঙ্গীসকলক মহাৰাষ্ট্ৰলৈ যাত্ৰাৰ অনুমতি-পত্ৰ প্ৰদান কৰিলে। শিৱাজীৰ আলপৈচান ধৰিবৰ বাবে দুই-চাৰি জনৰ বাহিৰে তেওঁৰ সঙ্গীসকলে তেওঁৰ পৰা বিদায় লৈ মহাৰাষ্ট্ৰ অভিমুখে ৰাওনা হ'ল (৭ জুন)। তদুপৰি তেওঁৰ ভবিষ্যৎ কাৰ্য্যাৱলীৰ বাবে ৰামসিংহ যাতে বিপদগ্ৰস্ত নহয়, তাৰ বাবে তেওঁ ৰামসিংহক জনালে যে, যিহেতু মোগল ৰাজ দপ্তৰৰপৰা তেওঁক (শিৱাজীক) ৰাজবন্দী বুলি ঘোষণা কৰিছে, তেনেস্থলত তেওঁৰ জামিননামা উঠাই লোৱা উচিত। তদনুযায়ী ৰামসিংহই সম্ৰাটক আবেদন কৰিলে যে অৱৰুদ্ধ ব্যক্তিৰ বাবে আনৰ দায়িত্ব গ্ৰহণ যেতিয়া অবিধেয়, শিৱাজীৰ সদাচাৰণৰ বাবে তেওঁ সম্পাদন কৰা অঙ্গীকাৰ পত্ৰৰপৰা সম্ৰাটে তেওঁক অব্যাহতি দিব লাগে। সম্ৰাটে দেখিলে যে ৰামসিংহক শিৱাজী সম্পৰ্কীয় দায়িত্বৰ পৰা নিষ্কৃতি দিলে, যিকোনো সময়ত শিৱাজীক আঁতৰ কৰা সহজ হ'ব। ৰামসিংহই তথা জয়সিংহই যেতিয়া শিৱাজীৰ সদাচৰণৰ দায়িত্ব লবলৈ অস্বীকাৰ কৰিলে, তেতিয়া যি কোনো অজুহাতৰ আশ্ৰয় লৈ শিৱাজী সম্পৰ্কে তেওঁ আৱশ্যকীয় ব্যৱস্থা হাতত লব পাৰিব; গতিকে সম্ৰাটে অবাধে ৰামসিংহৰ জামিননামা ৰদ কৰিলে। ইতিমধ্যে শিৱাজীয়ে ৰামসিংহৰ পৰা লোৱা ছয়ষষ্ঠি হাজাৰ টকাৰ ঋণ হুণ্ডিৰে পৰিশোধ কৰি ৰাখিছিল। তেওঁ এইদৰে সম্ভাব্য প্ৰতিৰোধ অতিক্ৰম কৰি মুক্তিৰ পথ বিচাৰি উলিয়াবলৈ নিবিষ্ট চিত্তে কাৰ্য্যপন্থা হাতত ললে।

চিন্তাযুক্ত ব্যক্তিৰ শৰীৰ ক্ষয় হোৱা স্বাভাৱিক। শিৱাজী ক্ৰমে শ্ৰীবিহীন হ'ল। ফকিৰৰ দৰে আউল-বাউল হৈ তেওঁ যথাসম্ভৱ ৰাজ-সম্ভোগ পৰিত্যাগ কৰিলে। শয্যাশায়ী হৈ তেওঁ প্ৰকাশ কৰিলে, যে তেওঁ শাৰীৰিক অসুস্থতাৰ কাৰণে কাতৰ হৈছে। এই অসুস্থতা নিবাৰণ কৰিবলৈ আৰু বিশেষকৈ এই বিশিষ্ট ৰোগীৰ পৰিচৰ্য্যা আৰু ব্যৱস্থা নিৰ্দ্ধাৰণৰ নানান ঠাইৰ নিদানবিদসকল সময়ে

সময়ে উপস্থিত হ'ব ধৰিলে। বহু প্ৰকাৰ বিধি ব্যৱস্থা কৰা হ'ল যদিও শিৱাজীৰ অসুস্থতাৰ উপশম নহ'ল। তেওঁৰ উদ্বিগ্নতা বঢ়াৰ লগে লগে তেওঁ প্ৰকাশ কৰিলে যে তেওঁৰ অপায়-অমঙ্গল দূৰ কৰিবলৈ দেৱতাৰ অনুগ্ৰহ বিনে তেওঁৰ আৰু অইন উপায় নাই। সেই অনুগ্ৰহ লভিবৰ অৰ্থে তেওঁ দূৰ-দূৰান্তৰৰ মঠ-মন্দিৰলৈ দেৱতাৰ ভোগৰ উপযোগী নানা সামগ্ৰী পঠিয়াবলৈ সম্ৰাটৰপৰা আদেশ পালে। এই মাঙ্গলিক কাৰ্য এদিন নহয়, দুদিন নহয়, ক্ৰমাগত চলিল। এইদৰে দুজনকৈ ভাৰীয়ে সাঙীৰ একোটা লৈ পৰা দেৱ-ভোগ পৰিপূৰ্ণ প্ৰকাণ্ড পাচিবোৰ শিৱাজীৰ বন্দীশালৰ পৰা বাহিৰলৈ উলিয়াই নিয়া-অনা কৰা এটা নিত্য-নৈমিত্তিক কাৰ্যত পৰিণত হ'ল। প্ৰহৰীহঁতে কিছু দিনলৈ এই পৰিবহন কাৰ্য সম্পৰ্কে তৎপৰ হৈছিল; কিন্তু পাচিৰ আয়তন আৰু সংখ্যা বৃদ্ধিৰ লগে লগে তেওঁলোক এই দৈনন্দিন কৰ্তব্যৰ প্ৰতি অমনোযোগী হ'ল। ফলত, বাহকসকলে অবাধে নিতৌ শাৰী পাতি বিৰাট পাচিবোৰ নিওঁতে তালৈ কাৰো ভ্ৰূক্ষেপ নাইকিয়া হ'ল।

চিপাহী-চন্তৰি বহুৱাই সম্ৰাটে শিৱাজীৰ বাহৰ বন্ধনিৰে সুৰক্ষিত কৰিলেও, ই অদূৰবৰ্তী ৰামসিংহৰ দৃষ্টিৰ অগোচৰ নাছিল। গতিকে তেওঁ ৰাজপুতৰ চকুৰ আঁৰত শিৱাজীক ৰখা যুক্তিযুক্ত বিবেচনা কৰিলে। শিৱাজী সম্পৰ্কে তেওঁৰ দুশ্চিন্তা দূৰ কৰিবলৈ কটোৱালৰ হতুৱাই অযথা আপত্তি অনালে যে শিৱাজীৰ বাহৰ ৰাজপুত কুমাৰৰ ওচৰৰ মুকলি ঠাইত হোৱা বাবে চন্তৰিহঁতে ৰজাৰ বাহৰত যথোচিত সতৰ্কমূলক নজৰ দিব পৰা নাই। এই আপত্তিৰ ভিত্তিত মোগল ৰাজদপ্তৰৰপৰা জৰুৰী আদেশ আহিল যে নিৰ্দিষ্ট দিনত (১৮আগষ্ট) শিৱাজীক ফিদাই হুছেইনৰ ঘৰলৈ স্থানান্তৰ কৰিব লাগে। ইতিমধ্যে সেই ঘৰত ৰাজবন্দীজনক ৰখাৰ বাবে আৱশ্যকীয় সংস্কাৰ কৰোৱা হৈছিল। ঔৰংজেবৰ এই নতুন পৰিকল্পনাৰ গূঢ় উদ্দেশ্য বুজিবলৈ শিৱাজীৰ একো বাকী নাছিল; ঘাতকৰ খড়্গাঘাতৰপৰা জীৱন ৰক্ষা কৰিবলৈ সম্ৰাটৰ আদেশ কাৰ্যত পৰিণত কৰাৰ আগতেই জীৱন মৰণ পণ কৰি তেওঁ আগ্ৰা ত্যাগ কৰিবলৈ স্থিৰ সিদ্ধান্ত ললে। ইয়াকো স্থিৰ কৰিলে যে তেওঁৰ মৰণৰ পথত অৰূপ ৰতন যেন পুত্ৰক তেওঁৰ সহগামী কৰি ল'ব।

সিদিনা (১৭ আগষ্ট)[১] বন্দী মাৰাঠা ৰজা গুৰুতৰ নৰিয়াৰ কাৰণে শঙ্কাজনক অৱস্থাত শয্যাশায়ী হোৱা বুলি প্ৰকাশ পালে।

(১) চাৰ যদুনাথ চৰকাৰ আৰু কুলকাৰ্ণীয়ে এই তাৰিখটো ১৯ আগষ্ট বুলি উল্লেখ কৰিছে। চাৰদেশায়ে এই দিনটো ১৭ আগষ্ট বুলি কয়। শিৱাজীক ১৮ তাৰিখে স্থানান্তৰ কৰাৰ আদেশ আছিল যেতিয়া ১৭ আগষ্টই সঠিক তাৰিখ বুলি লব পাৰি।

সকলোকে, বিশেষকৈ প্ৰহৰীহঁতক, সতৰ্ক কৰি দিয়া হ'ল, কোনেও যেন অসুস্থ ৰজাৰ জিৰণিত ব্যাঘাত নজন্মায়। বন্দী হ'লেও মাৰাঠা ৰজাৰ শক্তি আৰু সম্ভ্ৰম কাৰো অবিদিত নাছিল। প্ৰপীড়িত ৰজাৰ নিৰাময়ৰ কাৰণে সকলোৱে বিনাবাক্যে অনুৰোধ ৰক্ষা কৰিলে। আবেলি ৰজাৰ অৱস্থা সঙ্কীৰ্ণতাৰ ফালে ঢাল খাইছে বুলি কোৱাকুই হ'ল। বিশিষ্ট চিকিৎসকৰ তত্বাবধান নিতান্ত আৱশ্যক; তেওঁৰ অৱশিষ্ট অনুচৰ নিৰাজী ৰাওজী, দত্তাজী ত্ৰিম্বক আৰু ৰঘুমিত্ৰই ৰজাৰ জীৱনৰ আশা নাই বুলি প্ৰচাৰ কৰি উপযুক্ত চিকিৎসকৰ অনুসন্ধান কৰিবলৈ ক্ষীপ্ৰতাৰে ওলাই গুচি গ'ল। চৰকাৰ পক্ষৰপৰা এই বিষয়ে বন্দীৰ কিবা তদ্‌বীৰ লৈছিল নে নাই জনা নাযায়।

ৰোগীক নিৰাময় কৰিবলৈ বাকী থাকিল মাত্ৰ হিৰোজী ফাৰ-জান্দ আৰু ৰজাৰ বিশ্বস্ত ফৰাচ ( Valet ) মাদাৰী মেহতৰ। ক্ষমতা-শালী মৰ্যাদা-সম্পন্ন ৰজাৰ এই অৱস্থাত কৰ্তব্যৰ অনুৰোধত প্ৰহৰী-হঁতে দুই-এখোজ ললে যদিও ৰজাৰ আবাস স্থানৰ ফালে লক্ষ্য কৰিবৰ বিশেষ সকাম নেদেখিলে। ৰজাৰ অৱস্থা যেতিয়া ইমান সংকটাপন্ন দেৱতাৰ ভোগৰ পৰিমাণ বৃদ্ধি হোৱা স্বাভাৱিক। গতিকে বাহক সকলৰ সাঙী-পাচিৰ অন্ত নাইকিয়া যেন হ'ল। তেতিয়া প্ৰায় সাঁজ গড়ি গৈছে। এনে অৱস্থাত শিৱাজী আৰু পুতেক সম্ভাজীয়ে বাহকৰ কান্ধৰ পাচিৰ ঢাকনিৰ তলত আত্মগোপন কৰি সশস্ত্ৰ সৈনিকৰ মাজেদি ওলাই গ'ল।

পৰস্পৰে বৈমাত্ৰেয় ভাই হোৱাত শিৱাজী আৰু হিৰোজীৰ আকৃতিৰ বৰ সামঞ্জস্য আছিল। শিৱাজী অন্তৰ্হিত হোৱাৰ লগে লগে শিৱাজীৰ হাতৰ বলয় পিন্ধি হিৰোজীয়ে শিৱাজীৰ শয্যা অধি-কাৰ কৰিলে; সুপৰিচিত স্বৰ্ণ বলয় পৰিহিত হাত দুখন উলিয়াই লৈ কাপোৰেৰে গা ঢাকি হিৰোজী শুই পৰিল। শয্যাশায়ীজনক শুশ্ৰূষা কৰিলে শোকাতুৰ মাদাৰী মেহতৰে। নিশাৰ প্ৰহৰীহঁতে ভিতৰৰ ফালে দুই-এবাৰ জুমি চাইছিল যদিও এই অভিনয়েৰে নিশা অন্ত হ'ল।

নগৰৰ বাহিৰৰ জন-প্ৰাণীহীন নিস্তব্ধ হাবিয়নি এখনতে বাহক-হঁতে শিৱাজী আৰু সম্ভাজীক এৰি থৈ আহিছিল; তাৰপৰা কিছু দূৰৰ নিৰ্দিষ্ট গাঁও এখনলৈ গৈ শিৱাজীয়ে তাত আন সহচৰ কেইজনক লগ ললে। নিৰাজীয়ে তাত উপযুক্ত ঘোঁৰা সাজু কৰি ৰাখিছিল। শিৱাজীয়ে ঘোঁৰাত উঠি সম্ভাজীক বুকুত সাৱটি ললে আৰু ৰঘু মিত্ৰ, দত্ত ত্ৰিম্বক আৰু নিৰাজীৰ সৈতে আগ্ৰাৰপৰা মথুৰাৰ পথেৰে তীব্ৰবেগে উত্তৰাভিমুখে পলায়ন কৰিলে।[৮]

প্ৰভাতৰ লগে লগে প্ৰহৰীহঁতে নিশাৰ অনুৰূপ দৃশ্য দেখিলে যে ৰোগক্লিষ্ট শিৱাজীক তেওঁৰ ফৰাচজনে পৰিচৰ্যা কৰিছে। সন্দেহৰ কাৰণ একো নাছিল, গতিকে অতি সন্তৰ্পণে অবিৰাম পহৰা চলিল। সূৰ্যোদয়ৰ পিছতেই হিৰোজী আৰু মাদাৰীয়ে অতি বিয়াকুলভাৱে ঘৰৰপৰা ওলাই কৰুণ কণ্ঠে চন্তৰিহঁতক কাণে কাণে ক'লে ৰজাৰ অন্তিম হ'বলৈ আৰু বেচি পলম নাই, তেওঁৰ অন্ত্যেষ্টিক্ৰিয়াৰ সুব্যৱস্থা কৰিবলৈ তেওঁলোক বাহিৰলৈ ওলাইছে, শীঘ্ৰে উভতি আহিব; আৰু ক'লে, যে তেওঁৰ মস্তিষ্কৰ বিকৃতি হোৱাৰ কাৰণে যৎ সামান্য শব্দ শুনিলেই তেওঁ উদ্‌ভ্ৰান্ত হৈ উঠে, গতিকে তেওঁলোক ঘূৰি নহালৈকে কোনেও যেন ৰজাৰ এই শেষ মুহূৰ্তত তেওঁৰ কোঠালিৰ কাষ চাপি তেওঁক অযথা আমনি নিদিয়ে। এই উক্তিৰে হিৰোজী আৰু মাদাৰী বন্দীৰ বাহৰ এৰি গুচি গ'ল।

প্ৰায় দুপৰীয়ালৈ প্ৰহৰীহঁতে নিতাল দি থাকি ভাবিলে যে যি দুজনে ইমান উদ্বিগ্ন হৈ ওলাই গৈছিল, সিহঁতৰ এজনো তেতিয়ালৈ উভতি নহাৰ কাৰণ কি? ৰজাৰ শোৱা কোঠালিৰ পিনে কাণ পাতি বুজিলে, ভিতৰত যেন ৰাই-কুই নাই। ৰহস্য উদ্‌ঘাটন কৰিবলৈ প্ৰহৰীহঁতে নিঃশব্দে দুৱাৰৰ কাষ চাপি দেখিলে, ঘৰ তেনেই উদং— ভিতৰত কোনো নাই। এই বিস্ময়কৰ দৃশ্য দেখি ভয়ত এওঁলোকৰ অণ্ঠ-কণ্ঠ শুকাই গ'ল; চকুৰে মাত্ৰ ধোঁৱা দেখিলে। অবিলম্বে প্ৰধান কটোৱাল ফুলাদ খাঁক এই ভয়ঙ্কৰ বাতৰি জনোৱা হ'ল। সন্ত্ৰস্ত খাঁই এই বাতৰি বিশ্বাস কৰিবলৈ টান পাইছিল; পিছে তেওঁ নিজে গৈ শিৱাজীৰ বাহৰ চলাপাত কৰি যেতিয়া দেখিলে যে সঁচাকৈয়ে শিৱাজী নাই, থিতাতে তেওঁ যেন মূচকঁচ গ'ল। উন্মাদৰ দৰে লৰি গৈ তেওঁ সম্ৰাটক জনালে যে অদ্ভুত যাদুবিদ্যাৰ বলত বন্দীশালৰ পৰা শিৱাজী উধাও হৈছে।

এই বিষম নৈৰাশ্যজনক বাতৰিত ঔৰংজেবে চিৰকাললৈ অৰ্দ্ধচন্দ্ৰ বিলুপ্ত হোৱা যেন পালে; তেওঁ মৰ্মান্তিক অনুতাপ কৰিলে যে এই দুৰ্ঘটনা সামান্য চিপাহী-চন্তৰি কিম্বা ফুলাদ খাঁৰ অৱহেলাৰ ফলতে নহয়, ই হৈছে অকৰ্মণ্য মোগল সম্ৰাটৰ দূৰদৃষ্টৰ কাৰণেহে। তুৰন্তে দ্ৰুতবেগী অশ্বাৰোহীৰে দাক্ষিণাত্যৰ সকলো পথ ৰোধ কৰা হ'ল আৰু সম্ভাব্য সন্নিস্থলৰ সৈন্য নিবাস আৰু জিলাধিপতিসকলক পলাতকৰ গুংসূত্ৰ বিচাৰিবলৈ জৰুৰী নিৰ্দেশ দিয়া হ'ল। ঔৰংজেবৰ সকলো চেষ্টা ব্যৰ্থ হ'ল; কোনো ফালৰপৰা পলাতক বন্দীৰ বাতৰি নাপালে। তেওঁ গমি চালে বিৰাট সাম্ৰাজ্যৰ অধীশ্বৰ হৈ তেওঁ যেতিয়া

নিজ ৰাজ্যৰ ভিতৰতে পলাতক এজনৰ সন্তেদ উলিয়াব নোৱাৰিলে তেতিয়া সেই সাম্রাজ্যৰ স্থায়িত্ব কিমান দূৰ! ক্রমে তেওঁৰ মনস্তাপ বাঢ়িল। শিৱাজীৰ পলায়নে সম্রাটৰ অন্তৰ দগ্ধ কৰিলে।

শিৱাজীৰ পলায়নৰ ওঠৰ ঘন্টা পাছলৈ ঘূণাক্ষৰেও কোনেও একো গম পোৱা নাছিল; এই ওঠৰ ঘন্টাৰ ভিতৰত অবিশ্রান্ত অশ্ব চালনাৰে শিৱাজী গৈ কিমান আগবাঢ়িব পাৰিছিল, সেইটো সহজে অনুমান কৰিব পাৰি। তেওঁৰ এই পলায়ন কাৰ্যত তেওঁ যে দাক্ষিণাত্যৰ কোনো পথ অবলম্বন নকৰি সম্পূর্ণ বিপীৰত উত্তৰাভিমুখে পলায়ন কৰিছিল ই তেওঁৰ বিচক্ষণতাৰ পৰিচায়ক। তেওঁৰ অনুধাবনকাৰী মোগলে মহাৰাষ্ট্রলৈকে দক্ষিণ অঞ্চল চলাপাত কৰিব বুলি জানি, সিহঁতক বিপথে পৰিচালনা কৰিবলৈ তেওঁ আগ্রাৰপৰা উত্তৰে মথুৰাৰ বাটেৰে, সুযোগ বুজি দাক্ষিণাত্যৰ পথ ল'বলৈ সিদ্ধান্ত লৈছিল।

প্রকৃততে শিৱাজীৰ পলায়ন কাৰ্যত ৰামসিংহৰ অলপো যোগাযোগ নাছিল;[১] যিহেতু ৰামসিংহই আগ্রাত শিৱাজীৰ ৰক্ষণাবেক্ষণৰ দায়িত্ব পৰিহাৰ কৰিছিল আৰু মহাৰাজ জয়সিংহৰ প্রতিশ্রুতি অনুযায়ী সম্রাটৰ অনুমোদন ক্রমে শিৱাজীৰ মুক্তিৰ বাবে যত্নবান হৈছিল, সেই কাৰণেই জয়সিংহৰ বিৰোধীসকলে, প্রকাশ্যে ক'ব ধৰিলে যে ৰাজপুত পিতা-পুত্রৰ সহযোগত শিৱাজী মোগলৰ তীক্ষ্ণ দৃষ্টি এৰুৱাই এইদৰে পলাব পাৰিছে। যি নহওক ৰামসিংহই ঔৰংজেবৰ সন্দেহৰপৰা অব্যাহতি নাপালে; তেওঁৰ এই কাল্পনিক অপৰাধৰ কাৰণে সম্রাটে তেওঁক বিষয়বাবৰপৰা বঞ্চিত কৰিলে; তেওঁ ৰাজবন্দীৰ পলায়নৰ সহায়কাৰী বুলি তেওঁ ৰাজদৰবাৰত উপস্থিত থকা গৌৰৱৰপৰা বিচ্যুত হ'ল। এইদৰে প্রায় এবছৰলৈ থকাৰ পিছত সম্রাটে তেওঁক অনুগ্রহ দেখুৱাই পুনৰ পদত নিযুক্ত কৰিলে আৰু মিৰজুমলাৰ সহকাৰীস্বৰূপে অনতিবিলম্বে অসম অভিযানত পঠায়; কিন্তু দুৰ্ভাগ্যক্রমে সংক্রামক ৰোগত তাতে তেওঁৰ মৃত্যু হয়।

---

(১) ৰামসিংহই কাৰ্যতঃ শিৱাজীক পলায়নত সহায় নকৰিলেও, তেওঁ শিৱাজীৰ অভিপ্রায় নজনা বুলি কব নোৱাৰি; যি কেইজন মাৰাঠা ব্রাহ্মণ পলায়নৰ পিছত ধৰা পৰিছিল তেওঁলোকে ফুলাদ খাঁৰ তাড়ণাত হ'লেও স্বীকাৰ কৰিছিল যে ৰামসিংহৰ পৰামর্শ অনুসৰি শিৱাজীয়ে পলায়ন কৰিছিল। পলায়নৰ পিছত হিৰোজী ফাৰজাণ্ডে ৰামসিংহক সেই বার্তা দিয়া বুলি উলেখ আছে।

Shivaji—Sir Jadunath (P. 151)

Life of Shivaji Maharaj—Takakhav (P. 289)

**ৰাজগড় যাত্ৰা ঃ** পলাতকসকলে আগ্ৰাৰপৰা কাশী আৰু তাৰপৰা মথুৰালৈ আহিল। এওঁলোকে ডাড়ি-চুলি বিবৰ্জিত হৈ তাতে তীৰ্থযাত্ৰী গোসাঁইৰ ভেশ ধাৰণ কৰিছিল; কিন্তু বালক সম্ভাজীৰ কাৰণে সকলো বৰ বিব্ৰত হ'ল। ইমানলৈ পিতাকৰ তীব্ৰ অশ্ব চালনাত সম্ভাজী লালকাল দিছিল। এনে অৱস্থাত সম্ভাজীক লৈ বিপজ্জনক অজান পথেৰে সুদূৰ মহাৰাষ্ট্ৰলৈ গোপন যাত্ৰাৰ গুৰুতৰ সন্ধিক্ষণত শিৱাজী বৰ বিমোৰত পৰিল। তেওঁৰ ভাগ্য গুণে সেই সময়ত তেওঁৰ মেশোৱা মোৰোপান্ত পিঙলেৰ বৈনাই কৃষ্ণাজী ভিশাজী আৰু কাশীপান্ত মথুৰাত বসবাস কৰিছিল; এই কথাৰ সম্ভেদ পাই ছদ্মবেশী গোসাঁইসকলে এওঁলোকক বিচাৰি উলিয়ালে; শিৱাজীয়ে আত্মপৰিচয় দি এই পান্ত ভ্ৰাতৃবৃন্দক তেওঁৰ আদ্যোপান্ত কাহিনী বৰ্ণাই তেওঁলোকক অনুৰোধ জনালে যে যদি তেওঁলোকে তেওঁক বন্ধু বুলি যথোচিত সংগুপ্তিৰে সম্ভাজীক আশ্ৰয় দিয়ে তেন্তে তেওঁৰ দাক্ষিণাত্যলৈ পলায়ন সফল হ'ব পাৰে। শিৱাজীৰ অনুৰোধত পান্তসকলে সাগ্ৰহে সম্ভাজীক আশ্ৰয় দিবলৈ মান্তি হ'ল। এই ভয়ঙ্কৰ যাত্ৰাপথত কৃষ্ণাজীয়ে শিৱাজীৰ পথ প্ৰদৰ্শকৰ ভাৰ গাত ললে। আন ভায়েক দুজনে অতি সযতনে সম্ভাজীক কিছু কাললৈ মোগলৰ তীক্ষ্ণ দৃষ্টিৰ পৰা আঁতৰাই ৰাখিছিল। ইতিমধ্যে সম্ভাজীৰ প্ৰতি মোগলৰ লক্ষ্য এৰাবলৈ শিৱাজীয়ে মহাৰাষ্ট্ৰলৈ উভতি আহি দেশময় ৰাষ্ট্ৰ কৰিছিল যে দুৰ্গম যাত্ৰাপথত সম্ভাজীৰ মৃত্যু হৈছে।

নদ-নদীয়ে পৰ্বতে-কন্দৰে মহাৰাষ্ট্ৰলৈ সৰু-বৰ বাট-পথ তন্ন তন্নকৈ বিচাৰি ঔৰংজেবৰ অভিজ্ঞ গুপ্তচৰসকলে শিৱাজীৰ সম্ভেদ উলিয়াব নোৱাৰিলে। উদ্‌গ্ৰীব হ'লে মানুহে সহজ বুদ্ধিৰ আশ্ৰয়ত সহজে অভীষ্ট সিদ্ধিৰ বাবে সহজ পন্থা অবলম্বন কৰে। ঔৰংজেবে ভাবিছিল মহাৰাষ্ট্ৰলৈ সুদীৰ্ঘ পথত শিৱাজী মোগল অশ্বাৰোহীৰ হাতত ধৰা পৰিবই। বিচক্ষণ সম্ৰাট কিম্বা তেওঁৰ উচ্চ বিষয়াসকলৰ সহজ বুদ্ধিৰ অভাৱৰ কাৰণে যিদৰে উত্তৰ ভাৰতত শিৱাজীৰ গন্তব্য পথ চিন্তাৰ সূক্ষ্ম বিচাৰত ঠাই নাপাইছিল সেইদৰে আনপক্ষে শিৱাজীয়ে প্ৰখৰ বুদ্ধিৰ বলত মহাৰাষ্ট্ৰলৈ দক্ষিণ ভাৰতৰ সম্ভাব্য সহজ পথ পৰিত্যাগ কৰিছিল। দুশ্চিন্তাই ক্ৰমে ঔৰংজেবৰ মনত ঘোৰ সন্দেহৰ সৃষ্টি কৰিলে; জানোচা অদ্ভুত কৌশলী শিৱাজীয়ে কোনোবা অশুভ মুহূৰ্তত তেওঁক আফজল খাঁৰ দৰে নাইবা সায়েস্তা খাঁৰ অনুৰূপ শাস্তি বিধান কৰে। সম্ৰাটৰ গুপ্তচৰসকলৰপৰা

যিমানেই ব্যৰ্থতাৰ সংবাদ আহিল তিমানেই তেওঁ বিকাৰগ্ৰস্ত হোৱা যেন হ'ল।[১]

শিৱাজীয়ে তেওঁৰ লগৰীয়া আন কেইজন ছদ্মবেশী সন্ন্যাসীৰ সৈতে অতি ক্ষীপ্ৰতাৰে পলায়ন কৰিলে। ঠায়ে ঠায়ে তেওঁৰ পৰিচয় সম্পৰ্কে জটিল অৱস্থাৰ সৃষ্টি নোহোৱাকৈ নাছিল, কিন্তু সাময়িক প্ৰত্যুৎপন্নমতিৰ কাৰণে তেওঁ সেই সঙ্কট পাৰ হ'ব পাৰিছিল। মথুৰাৰ পৰা এলাহাবাদ, কাশী, গয়া আদি উত্তৰ ভাৰতৰ প্ৰসিদ্ধ তীৰ্থ স্থানবোৰ পৰিভ্ৰমণ কৰাৰ পিছত তেওঁ দক্ষিণ ফালে বাট লয়। তেতিয়া বাৰিষা কাল; পলাতকসকলে অসীম ধৈৰ্য আৰু সাহসেৰে আত্মজাহ দি সাঁতুৰি নদী-নলা পাৰ হ'বলগীয়া হৈছিল। উত্তৰ ভাৰত ভ্ৰমণৰ পিছতে তেওঁলোকে উৰিষ্যাত প্ৰবেশ কৰে। পুৰী নাইবা কটকৰ পৰা গোনবাটেৰে মহাৰাষ্ট্ৰলৈ নগৈ, সন্ন্যাসীসকলে গণ্ডোৱান, ভাগানগৰ (হায়দৰাবাদ), বিজাপুৰ আৰু দক্ষিণ ভাৰতৰ নানা ঠাইৰ মাজেদি গৈ পানহালা পায় আৰু তাৰ পৰা যাত্ৰা কৰি ৰাজগড়ত[২] উপস্থিত হয়।

এদিন (১২ ছেপ্টেম্বৰ) বৈৰাগী এদলে ৰাজগড় দুৰ্গৰ দুৱাৰত উপস্থিত হৈ ৰাজমাওৰ দৰ্শন মাগিলে; দুৱৰীয়ে সাধু কেইজনক ভিতৰলৈ নিবৰ আজ্ঞা পালে। সাধু কেইজনৰ ভিতৰত ছদ্মবেশী শিৱাজীয়ে জিজাবাইক যথাৰীতি আশীৰ্বাদ দিয়াৰ লগে লগে আন এজনে মূৰৰ টুপি গুচাই তেওঁৰ সমুখত আঁঠু ললে আৰু দণ্ডবতে প্ৰণাম কৰিলে। অৱবোধৰ পিছত প্ৰায় এমাহকাল যাত্ৰাৰ দাৰুণ কষ্টত শিৱাজীৰ শৰীৰ জৰাজীৰ্ণ হৈছিল; তদুপৰি সন্ন্যাসীৰ ভেশত মাকে প্ৰথমে পুতেকক চিনিব পৰা নাছিল; শিৱাজীৰ সম্বোধনৰ লগে লগে চিনি পাই বুকুত সাৱটি ললে। আনন্দত উভয়ৰে অশ্ৰুৰ ঢৌ উঠিল। মৃত্যুঞ্জয়ী পুত্ৰৰ সৈতে পুনৰ্মিলনত মাতৃৰ অন্তৰত অতুল গৌৰব অনুভূত হ'ল।

শিৱাজীৰ এই অভাৱনীয় বিস্ময়কৰ মুক্তিত দেশজুৰি মহা আনন্দৰ ৰোল উঠিল। শত্ৰুৰ হাতৰপৰা দেশনেতাৰ পুনৰ মুক্তি দৈৱকৃত অনুগ্ৰহ বুলি সকলোৱে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালে।

(১) He became a stranger to sleep and rest. Nemesis seemed to threaten him on every side.

**Life of Shivaji Maharaj—Takakhav (P-290)**

(২) টাকাকভৰ মতে ৰায়গড়।

**Life of Shivaji Maharaj (P-291)**

সকলোৰে মনত বিশ্বাস জন্মিল যে শিৱাজী অকল বীৰেই নহয়, তেওঁ এজন অসীম প্ৰতিভাশালী ঐশ্বৰিক গুণসম্পন্ন ব্যক্তি। শিৱাজীৰ এই অভাৱনীয় মুক্তিয়ে প্ৰতি হিন্দুৰ অন্তৰত নতুন শক্তি সঞ্চাৰ কৰিলে। সকলোৱে অনুভব কৰিলে, শক্তিশালী ঔৰংজেবৰ বিপক্ষে শিৱাজীয়েই একমাত্ৰ হিন্দু জাতিৰ ত্ৰাণকৰ্তা। সেই যুগৰ ভৌগোলিক অৱস্থাত, ঔৰংজেবৰ প্ৰতাৰণাৰ হাত সাৰি অপৰিমেয় প্ৰাকৃতিক দুৰ্যোগৰ বিপৰীতে সাতশ মাইল অতিক্ৰম কৰিব পৰা কম শক্তিৰ পৰিচায়ক নহয়। শিৱাজীৰ অসীম ধৈৰ্য, সাহস আৰু প্ৰত্যুৎপন্নমতিৰ কাৰণে পলাতক এজনে অসম্ভৱক সম্ভৱ কৰিব পাৰিছিল। ঔৰং-জেবে আসুৰিক বলেৰে শিৱাজীৰ বিনাশ কল্পনা কৰিছিল, তেওঁৰ সূক্ষ্ম বুদ্ধিৰ সাময়িক বিলোপনৰ কাৰণে। অভ্যাগত শিৱাজীৰ প্ৰতি হিং-সাৰ বশৱৰ্তী হৈ সময়ত ঔৰংজেব বিভ্ৰান্ত হয়। তেওঁ খন্তেকৰ কাৰণেও অনুমান কৰিব পৰা নাছিল যে সৰ্বশক্তিমান মোগল সম্ৰাট এজন বন্দীৰ হাতত এইদৰে অপদস্ত হ'ব। সেয়ে অনুতপ্ত ঔৰং-জেবে তেওঁৰ উইলত লিখি গৈছে ঃ "ৰাজ্যৰ অধিক সংবাদ সংগ্ৰহ কৰিবলৈ মুহূৰ্তৰ বাবেও বিচলিত হ'লে, আজীৱন তাৰ নিষ্ঠুৰ ফল ভোগ কৰিবলগীয়া হয়; দুৰ্দান্ত শিৱাজীক উপযুক্ত বন্ধনত ৰাখিবলৈ অবহেলা কৰাৰ ফলত, মোৰ জীৱনৰ শেষ মুহূৰ্তলৈ যুদ্ধৰ নৰক যন্ত্ৰণা ভোগ কৰিবলগীয়া হৈছে।" বুৰঞ্জীবিদসকলে ঠাৱৰ কৰিছে যে, ঔৰংজেবৰ এই নৈৰাশ্যজনক নৈতিক পৰাজয়ৰ পৰাই মোগল সাম্ৰাজ্যৰ পতনৰ সূচনা হয়।

আন পক্ষে শিৱাজীৰ মুক্তিক সকলোৱে তেওঁৰ পুনৰ্জন্ম বুলি নিৰূপণ কৰিলে। মাৰাত্মক শত্ৰুৰ কবলৰপৰা ৰজাই অক্ষত দেহে নিজ দেশলৈ উভতি অহাত মহাৰাষ্ট্ৰৰ গাঁৱে-নগৰে বিপুল উৎসৱৰ আয়োজন হ'ল। মঠে-মন্দিৰে বিজয় বন্তি জ্বলি উঠিল। ৰাজধানীত ঔৰংজেব দৰবাৰৰ অনুৰূপ দৰবাৰ বহিল; ৰজাই তেওঁৰ অনুচৰ-সকলক নানা প্ৰকাৰ বয়বস্তু উপহাৰ দি যথাযোগ্য সন্মান দেখুৱালে। হিৰোজী ফাৰজান্দৰ কৰ্তব্যনিষ্ঠাৰ কাৰণে তেওঁক উচ্চতৰ পদত অধিষ্ঠিত কৰি তেওঁৰ প্ৰতি বিশেষ সন্মান দেখুৱালে। মথুৰাত সম্ভাজীৰ আশ্ৰয়দাতা কাশীপান্তে শিৱাজীৰপৰা নিৰ্দেশ পালে যে সম্ভাজীৰ সৈতে সপৰিয়ালে তেওঁ মহাৰাষ্ট্ৰলৈ আহিব লাগে। ৰাজ আদেশ অনুযায়ী কাশীপান্তে অতি সংগোপনে মথুৰাৰপৰা মহাৰাষ্ট্ৰ অভিমুখে যাত্ৰা কৰিলে।

যাত্ৰাপথত সম্ভাজীৰ সৈতে কাশীপান্ত মোগল বিষয়াৰ হাতত ধৰা পৰিল। সম্ভাজীৰ ৰাজসদৃশ ৰূপ দেখি বিষয়াজনে ভাবিলে এৱেঁই নিশ্চয় গুপ্তাবাসত থকা মাৰাঠা ৰাজপুত। কাশীপান্তই সানুনয়ে যুক্তি দিলে যে সেইজন তেওঁৰে ল'ৰা, সপৰিয়ালে তীৰ্থযাত্ৰাত তেওঁৰ অনুগামী হৈছে। বিষয়াজনৰ বিশ্বাস নহ'ল। কাশীপান্তৰ উক্তিৰ সত্যতা প্ৰমাণৰ অৰ্থে তেওঁ আদেশ দিলে যে ব্ৰাহ্মণ কাশীপান্তে যদি ল'ৰাজনৰ সৈতে এক পাত্ৰত আহাৰ ভক্ষণ কৰে তেন্তে সকলোৱে কয়দৰপৰা ৰেহাই পাব পাৰে। উপস্থিত গুৰুতৰ সঙ্কট পাৰ হ'বলৈ কাশীপান্তে অব্ৰাহ্মণ বালকৰ সৈতে এক পাত্ৰত ভোজনৰ প্ৰস্তাবত সন্মতি দিলে। এই পৰীক্ষাৰ কাৰণে কলপাত এখনত দৈ আৰু পোহা (পিঠাগুড়ি) সজাই কাশীপান্তৰ সমুখত দিয়া হ'ল; ব্ৰাহ্মণ কাশীপান্ত আৰু অব্ৰাহ্মণ বালক সম্ভাজীয়ে সাগ্ৰহে একেখন পাতৰ পৰা সেই আহাৰ ভোজন কৰিলে। ফলত সপৰিয়ালে কাশীপান্তে মুক্তি পালে। এইদৰে বাটত নানা বিলাই-বিপত্তি ভুগি সম্ভাজীৰে সৈতে কাশীপান্ত গৈ ৰায়গড়ত শিৱাজীৰ সমুখত উপস্থিত হ'ল। অতি সমাদৰে ৰজাই কাশীপান্তক অভ্যৰ্থনা জনালে আৰু তেওঁলোক তিনিও ভায়েকে শিৱাজীৰ বিপদ কালত এইদৰে সহায় হোৱা বাবে 'বিশ্বাস ৰাও' উপাধি পালে। সেই উপাধিৰে ভূষিত কৰি তেওঁক এক লক্ষ সোণৰ মোহৰ উপহাৰ দিলে আৰু বছৰি দহ হেজাৰ হ'ন বৃত্তি নিৰ্দ্ধাৰণ কৰিলে।

প্ৰায় তিনি মাহ কাল মোগল ৰাজধানীত থাকি শিৱাজীয়ে বুজিছিল যে মোগল ৰাজত্ব প্ৰজাৰ সদিচ্ছাৰ ওপৰত প্ৰতিষ্ঠিত নহয়। ঔৰংজেব যিমানেই শক্তিশালী হওক তেওঁ অকল সামৰিক শক্তিৰ ওপৰত নিৰ্ভৰ কৰিছিল; গতিকে প্ৰজাৰ সদিচ্ছা আৰু সৎকামনা বিহীন হৈ, সামৰিক শক্তিৰ ওপৰত যি ৰাজত্ব প্ৰতিষ্ঠিত হৈছে, তাক উচ্ছেদ কৰা তেওঁৰ পক্ষে অসম্ভৱ নহ'ব বুলি তেওঁ অনুমান কৰিলে।

**মহাৰাজ জয়সিংহৰ ব্যৰ্থতা ঃ** নিজ দায়িত্বত বহু যত্নে ৰজা জয়সিংহই শিৱাজীক আগ্ৰালৈ পঠিয়াই ভাবিছিল যে মোগল-মাৰাঠাৰ মাজত প্ৰীতি স্থাপন হ'লে, তেওঁ অবলীলাক্ৰমে মাৰাঠাৰ সহায়ত দাক্ষিণাত্য জয় কৰি আজীৱন যশস্যাৰ অধিকাৰী হ'ব। কিন্তু তেওঁৰ আশাৰ বিপৰীতে ঔৰংজেবৰ দুৰভিসন্ধিৰ কাৰণে তেওঁৰ মনোৰথ পূৰ্ণ নহ'ল। যি মহাৰাজ জয়সিংহৰ অজেয় একোৱেই নাছিল,

নানা অৱস্থাই ঔৰংজেবৰ দক্ষিণহস্ত স্বৰূপ সেই ৰাজপুত বীৰৰ জীৱন ক্ৰমে শোচনীয় কৰিলে। ৰামসিংহৰ বৃত্তিচ্ছেদ কৰি সম্ৰাটে তেওঁৰ ওপৰত শাস্তি বিধান কৰাত, সেইটো পৰোক্ষে জয়সিংহৰ প্ৰতি সম্ৰাটৰ অৱমাননা আৰু অবিশ্বাস বুলি জয়সিংহ মৰ্মাহত হ'ল।

মহাৰাষ্ট্ৰত শিৱাজীৰ বন্ধনৰ বাতৰি প্ৰকাশ হোৱাৰ লগে লগে স্বভাৱতে মাৰাঠা বীৰসকলৰ মনৰ পৰা জয়সিংহৰ প্ৰতি সদ্ভাব আৰু সহানুভূতি নাইকিয়া হ'ল; সকলোৱে অনুমান কৰিলে ক্ৰূৰ ঔৰংজেবৰ প্ৰৰোচনাত কুটিল জয়সিংহই মাৰাঠা ৰজাক বন্ধনত পেলাইছে। জয়সিংহই বাৰম্বাৰ ঔৰংজেবক সতৰ্ক কৰিছিল যে শিৱাজীৰ প্ৰতি অন্যায় আচৰণ কৰিলে মাৰাঠাই তাৰ সমুচিত প্ৰতি-শোধ লবৰ বাবে সাজু হৈ আছে। কাৰ্যতঃ শিৱাজীৰ বন্ধনৰ লগে লগে মোগল অধিকাৰৰ ভিতৰত মাৰাঠাই আক্ৰমণাত্মক কাৰ্য আৰম্ভ কৰিলে। তদুপৰি যেতিয়া প্ৰচাৰ হ'ল যে শিৱাজী আৰু মোগলৰ বন্ধনত নাই, তেতিয়া মাৰাঠাসকলে উৎসাহেৰে মোগল বিৰোধী বিজাপুৰৰ পক্ষ সমৰ্থন কৰিলে। শিৱাজী দাক্ষিণাত্যলৈ উভতি অহাৰ আগতে জয়সিংহই বিজাপুৰ আক্ৰমণ কৰিছিল। তেওঁ ভাবিছিল শিৱাজীক জয় কৰি তেওঁ যি সুখ্যাতি অৰ্জন কৰিছিল, বিজাপুৰ জয় কৰি সেই সুখ্যাতি পূৰ্ণ কৰিব। কিন্তু তেওঁৰ বাঞ্ছা পূৰ্ণ নহ'ল।

বিজাপুৰৰ বিৰুদ্ধে জয়সিংহৰ এই সামৰিক প্ৰচেষ্টা ব্যৰ্থ হ'ল। বিজাপুৰ অৱৰোধকাৰী মোগল বাহিনীক বিজাপুৰী অশ্বাৰো-হীয়ে বাহিৰৰপৰা আগুৰি লৈ অবিৰাম আক্ৰমণ কৰাৰ ফলত, মোগল বাহিনী অতিষ্ঠ হৈ অৱৰোধ তুলি লবলৈ বাধ্য হয়। জয়সিংহৰ সামৰিক আৰু আৰ্থিক অৱস্থা ক্ৰমে হ্ৰাস হ'ল। সম্ৰাটে তেওঁক কোনো বিধৰ সহায় দিবলৈ অস্বীকাৰ কৰিলে; যাইকৈ এই কাৰণে যে দাক্ষিণাত্যত জয়সিংহৰ সামৰিক শক্তি পৰিবৰ্দ্ধিত হ'লে, হিন্দুৰ সহযোগত সেই শক্তি দাক্ষিণাত্যত মোগলৰ কাল স্বৰূপ হ'ব পাৰে। জয়সিংহৰ প্ৰতি সম্ৰাটৰ অবজ্ঞা আৰু অবিশ্বাসৰ কাৰণে নিঃসহায় নিঃসম্বল হৈ তেওঁ বিজাপুৰ ৰণ পৰিত্যাগ কৰিবলৈ বাধ্য হ'ল। অন্যথা ৰাজপুত সৈন্য ক্ষয় কৰি বিজাপুৰৰ হাতত পৰাস্ত হোৱাতকৈ নিজ গৌৰব ৰক্ষাৰ্থে ক্ৰমে তেওঁ মোগল বাহিনী ঔৰঙ্গাবাদলৈ হোঁহোকাই নিলে।

ভগ্ন মনোৰথ জয়সিংহই সম্ৰাটৰ আদেশ মাত্ৰ অপেক্ষা কৰি আছিল; সম্ৰাটৰ পৰা তেওঁ আদেশ পালে যে দাক্ষিণাত্যৰ ৰাজ-প্ৰতিনিধিৰ

কাৰ্যভাৰ সাহাজাদা মোৱাজেমক শোধাই দি অবিলম্বে তেওঁ উত্তৰ ভাৰতলৈ উভতি যাব লাগে। অশেষ কৰ্ম তৎপৰতা আৰু মানসিক অসুস্থতাৰ কাৰণে জয়সিংহৰ বিকল শৰীৰ ক্ৰমে দুৰ্বল হৈ পৰিছিল। পৰিশেষত মোগল সাম্ৰাজ্যৰ সৰ্বপ্ৰধান বিষয়া মহাৰাজ জয়সিংহই অভাজনৰ দৰে হতশ্ৰী হৈ উলটি যাওঁতে বুৰ্হানপুৰত ইহলীলা সম্বৰণ কৰিলে (১৬৬৭।২৮ আঃ)। জয়সিংহৰ মৃত্যুত শিৱাজীয়ে যে তেওঁৰ এজন অদ্বিতীয় প্ৰতিদ্বন্দ্বী হেৰুৱালে তাত সন্দেহ নাই।[১]

(১) By virtue of his eminent qualities and the opportunities that came his way, he (Jai Singha) should have striven for a place with patriots like Shivaji and Rana Rajsingh of Mewar, but he chose the easier path of service and personal advancement, under a Government and a master both of whom were dominated by narrow minded bigotry.
Shivaji—Kulkarni

## নৱম অধ্যায়

# মোগলৰ সৈতে নতুন সম্পৰ্ক

( ১৬৬৮—৭৩ )

শিৱাজীক আগ্ৰালৈ পঠিয়াই মহাৰাজ জয়সিংহই তেওঁৰ এই ভুলৰ কাৰণে অনুতাপ কৰিবলগীয়া হ'ল যে তেওঁৰ সুযুক্তিৰ বিপৰীতে তেওঁৰ সদিচ্ছা বিনষ্ট কৰি সম্ৰাটে সাম্ৰাজ্যত এটা জটিল পৰিস্থিতিৰ সৃষ্টি কৰিলে; আনপক্ষে ঔৰংজেবৰ হস্তগত শিৱাজী তেওঁৰ নিজ বুদ্ধিত মোগল বন্ধনৰ পৰা মুক্ত হৈ পুনৰপি মাৰাঠাক মোগলৰ বিৰুদ্ধে ৰণক্ষেত্ৰত পৰিচালিত কৰাত জয়সিংহৰ প্ৰতি ঔৰংজেবৰ অবিশ্বাস আৰু অবজ্ঞা ক্ৰমে বাঢ়িবলৈ ধৰিলে। সম্ৰাটৰ বিশ্বাস হ'ল যেন শিৱাজীৰ হাতত তেওঁৰ পৰাভব তেওঁৰ ভ্ৰান্তিৰ কাৰণে নহয়, জয়সিংহৰ অক্ষমতাৰ কাৰণেহে।

জয়সিংহৰ বহু আবেদন আৰু প্ৰতিবেদন উপেক্ষা কৰি সম্ৰাটে তেওঁক সামৰিক সহায় দিবলৈ আগ্ৰহ নেদেখুৱালে। আনপক্ষে শিৱাজীৰ মুক্তিৰ পিছত মাৰাঠাসকলে অধিকতৰ সবল আৰু সতেজ অনুভব কৰি হেৰোৱা অধিকাৰ উদ্ধাৰ কৰিবলৈ সচেষ্ট হ'ল। শিৱাজীৰ মুক্তিৰ লগে লগে কেবাটাও দুৰ্গৰপৰা মোগলক বিতাৰিত কৰি সেই দুৰ্গবোৰ পুনৰ মাৰাঠাই হস্তগত কৰিলে। সম্ৰাটৰ বিচলিত মনৰ অবজ্ঞাৰ কাৰণে ধন-জনৰ অভাৱত জয়সিংহই আৱশ্যক অনুসৰি দাক্ষিণাত্যৰ মোগল অধিকাৰ সংৰক্ষণ কৰিব নোৱাৰা হ'ল। সিংহগড়, পুৰন্দৰ, লোহাগড় আদি কেইটামান প্ৰধান দুৰ্গৰ বাহিৰে আনবোৰ দুৰ্গত আনকি তেওঁ আৱশ্যকীয় সংখ্যক সৈন্য সমাবেশ কৰিব পৰা নাছিল। প্ৰতি দিনে সম্ৰাটৰ কাণলৈ বাতৰি আহিল যে দাক্ষিণাত্যত মোগলৰ বিজিত ৰাজ্য পুনৰপি মাৰাঠাই জয় কৰিবলৈ আৰম্ভ কৰিছে। এই জটিল সমস্যাৰ সমাধান কৰিবলৈ সম্ৰাটে অবসাদ অনুভৱ কৰিছিল।[১]

(১) অনুতপ্ত ঔৰংজেবৰ মানসিক অৱস্থা অনুমান কৰি কাৰোৱাৰৰ ইংৰাজ কুঠীৰ দপ্তৰত উল্লেখ কৰিছিল "If it be true that Shivaji hath escaped, Aurangzeb will quickly hear of him to his sorrow.

Quoted in **Life of Shivaji Maharaj**—Takakhav (p. 298)

এই পৰিস্থিতিৰ মাজত, মোগলৰ শত্রু বিজাপুৰ আৰু গোলকুণ্ডাৰ সৈতে মাৰাঠা বাহিনীয়ে যোগ দিলে দাক্ষিণাত্যৰ মোগল অধিকাৰৰ অস্তিত্ব বিলুপ্ত হোৱাৰ সম্ভাবনা হৈ উঠিছিল। শিৱাজীৰ পলায়নৰ লগে লগে দাক্ষিণাত্য শাসনৰ দূৰৱস্থাত ঔৰংজেবৰ অন্তৰৰ গভীৰ মনোকষ্টৰ প্ৰতিকাৰৰ কাৰণে তেওঁ ভাবিছিল তেওঁ স্বয়ং দাক্ষিণাত্যৰ শাসনভাৰ গ্ৰহণ কৰিব। কিন্তু, উত্তৰ-পশ্চিম সীমান্তৰ বিদ্ৰোহৰ কাৰণে তেওঁ উত্তৰ ভাৰত এৰি স্বয়ং মাৰাঠাৰ বিৰুদ্ধে দক্ষিণ ভাৰতত অভিযান চলোৱা সম্ভৱপৰ নাছিল; আনপক্ষে মুৱাজেমৰ অধীনত বিৰাট অভিযান বাহিনী এটা নিযুক্ত কৰাত সম্ৰাটৰ নিজৰ কাৰণে সংশয়ৰ কথা আছিল।

এনেবোৰ কল্পনাৰে অভিভূত সম্ৰাটে শিৱাজীৰ বিপক্ষে কোনো ৰূপ কঠিন বিধান অৱলম্বন নকৰি সুস্থিৰভাৱে দক্ষিণ ভাৰতৰ সমস্যা সমাধান কৰিবলৈ মন কৰিলে আৰু তাৰ উপায় স্থিৰ কৰিলে মোগল শাসন যন্ত্ৰৰ পৰিবৰ্তন। সম্ৰাটৰ অভিপ্ৰায় অনুযায়ী মোগল ৰাজ দপ্তৰৰ পৰা ৰাজ আজ্ঞা ঘোষণা কৰিলে, সাহাজাদা মুৱাজেম আৰু মহাৰাজ যশোৱন্ত সিংহই যুটীয়াভাৱে দক্ষিণ ভাৰতৰ মোগল অধিকাৰৰ শাসনভাৰ গ্ৰহণ কৰিব লাগে। ৰাজ আজ্ঞা অনুসৰি উভয়ে মহাৰাজ জয়সিংহৰপৰা এই গুৰুত্ব পূৰ্ণ কাৰ্যভাৰ গ্ৰহণ কৰিছিল।

এওঁলোকৰ নিযুক্তিত শিৱাজী বৰ উৎসাহিত হ'ল। এই দুয়োজন ব্যক্তিৰ চৰিত্ৰ আৰু সামৰ্থ্য তেওঁৰ ভালদৰে জনা আছিল। এজন আছিল সুখপ্ৰিয়, উদাৰ উচ্চাভিলাষী সাহাজাদা মুৱাজেম আৰু আনজন আছিল কুলাভিমানী, ধনলিপ্সু মহাৰাজ যশোৱন্ত সিংহ। চঞ্চলমতি যুৱক মুৱাজেমে যশোৱন্তৰ বিপৰীত আচৰণ নকৰিছিল। তেওঁ বিচাৰিছিল মাত্ৰ খোচ মেজাজত আমোদ-আহলাদ। আগ্ৰাত বন্দীস্বৰূপে থাকি শিৱাজী মহাৰাজ যশোৱন্তৰ সৈতে সুপৰিচিত হৈছিল। যশোৱন্ত সম্ৰাটৰ তিমান বিশ্বাসভাজন নাছিল; মুৱাজেমৰ বিপৰীত শক্তিস্বৰূপে সম্ৰাটে এওঁক ৰাজকাৰ্যৰ যুটীয়া ভাৰ দিছিল। লোভী যশোৱন্তৰ ধনলিপ্সাৰ শেষ নাছিল।[১] তেওঁৰ এই দুৰ্বলতাৰ সুযোগ লবলৈ শিৱাজী সদায় সাজু আছিল।

মুৱাজেমে মাৰাঠাৰ সৈতে ৰণ কৰি অযথা সঙ্কট সৃষ্টি কৰাৰ পক্ষপাতী নাছিল। সম্ৰাটেও যেতিয়া মাৰাঠাৰ সৈতে সখ্য স্থাপন

(১) Well did Shivaji call him a calf with a fondness for the oil-cake of a bribe. And Shivaji managed him so well by taking advantage of this weakness, that he always played the tune which was agreeable to the Maratha leader.

Shivaji Maharaj—Takakhav (P. 301)

কৰিবলৈ ইচ্ছুক তেতিয়া শান্তিকামী মুৱাজেমে শিৱাজীৰ প্ৰতি সদ্ভাব দেখুৱাবলৈ কুণ্ঠিত নহ'ল। শিৱাজীয়ে মাৰাঠাৰ প্ৰতি মোগলৰ এই আচৰণ অপেক্ষা কৰি আছিল। মোগলৰ সৈতে মাৰাঠাৰ আগন্তুক সন্ধি সম্পৰ্কে যশোৱন্তৰ সমৰ্থন বিচাৰি পূৰ্বেই তেওঁক হাত কৰি থৈছিল। তেওঁৰ জৰিয়তে মাৰাঠা পক্ষৰ পৰা মুৱাজেমক সন্ধিৰ আবেদন জনোৱাত মুৱাজেমে সেই বিষয়ে আলোচনা কৰিবলৈ মান্তি হ'ল। তদনুযায়ী সন্ধিৰ প্ৰস্তাৱসমূহৰ আলোচনা আৰু নিবন্ধনৰ কাৰণে শিৱাজীয়ে তেওঁৰ সচিব বালাজী আব্‌জী চিতনিশক মুৱাজেমৰ সৈতে সাক্ষাৎ কৰিবলৈ পঠিয়াই দিলে। নানাবিধ উপ-ঢৌকন লৈ বালাজী মুৱাজেমৰ শিবিৰত উপস্থিত হ'ল আৰু ৰজা যশোৱন্ত সিংহই বালাজীক সাহাজাদাৰ সৈতে সাক্ষাৎ কৰালে। বালা-জীয়ে অতি দুখেৰে আপত্তি জনালে যে সম্ৰাটৰ অনুগ্ৰহৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰি, মাৰাঠা ৰজাই তেওঁৰ আবেদন জনাবলৈ সাগ্ৰহে আগ্ৰালৈ গৈছিল, কিন্তু সম্ৰাটে তেওঁক বিশ্বাস নকৰি আৰু পূৰ্বৰ সন্ধি সম্পৰ্কে তেওঁৰ প্ৰতিবেদন নামঞ্জুৰ কৰি অযথা তেওঁক ৰাজবন্দী-স্বৰূপে কয়েদত ৰাখিছিল। মাৰাঠা ৰজাই সদায় মোগলৰ প্ৰতি সদ্ভাব ৰাখি চলিছিল আৰু এতিয়াও সেই সদ্ভাব দেখুৱাবলৈ আগ্ৰ-হান্বিত হৈ আছে। উত্তৰত সাহাজাদাই ক'লে, মাৰাঠা ৰজাৰ প্ৰতি সম্ৰাটৰ কু-অভিপ্ৰায় একো নাছিল; মাৰাঠা ৰজাই সম্ৰাটৰ বদান্যতা উপলব্ধি কৰিব নোৱাৰি অনাচাৰী হোৱাত সম্ৰাটে তেওঁৰ গতি নিয়ন্ত্ৰণ কৰিছিল মাত্ৰ। মুৱাজেমে আৰু ক'লে যে যি হ'বৰ হৈছে, যদি এতিয়াও ৰজাই মোগল পক্ষ সমৰ্থন কৰি মোগলৰ বন্ধুত্ব বিচাৰে, তেন্তে তেওঁৰ অতীত দুষ্কৃতি মৰিষণ কৰি পূৰ্বৰ সন্ধি বলবৎ কৰিবলৈ সম্ৰাটৰ অনুগ্ৰহৰ কাৰণে তেওঁ প্ৰাৰ্থনা জনাব। মুৱাজেমৰ মনৰ স্থিৰতা ৰাখিবলৈ বালাজীয়ে ক'লে যে সম্ৰাটৰ বিৰুদ্ধা-চৰণ কৰিবলৈ মাৰাঠা ৰজাৰ অভিপ্ৰায় নাছিল, কেৱল সন্ত্ৰস্ত হৈ তেওঁ মোগলৰ আশ্ৰয় পৰিত্যাগ কৰিব খুজিছিল। সাহাজাদাই ইচ্ছা কৰিলে এতিয়াও মোগল-মাৰাঠাৰ সদ্ভাব অটুট ৰাখিব পাৰে। যশোৱন্তৰ সমৰ্থনত মুৱাজেমে বালাজীৰ সন্ধিৰ প্ৰস্তাৱ অনুমোদন কৰিলে। সন্ধিৰ ঘাই সূত্ৰ নিৰূপিত হ'ল —(১) সম্ৰাটে শিৱাজীৰ 'ৰজা' উপাধি মানি ল'ব, (২) সম্ভাজীক ৫০০০ সৈনিকৰ মনচবদাৰ নিযুক্ত কৰিব আৰু তেওঁৰ মাৰাঠা অশ্বাৰোহী বাহিনীৰ ভৰণ-পোষণৰ বাবে বেৰাৰ জিল্লাৰ আধা আৰু বালাপুৰ তালুক জায়গীৰৰূপে ভোগ কৰিব, (৩) শিৱাজীয়ে চৌথ আৰু চাৰদেশমুখী কৰ ধাৰ্য কৰিবলৈ ক্ষমতা পাব,

(৪) নিজামছাহী আৰু আদিলছাহী ৰাজ্যৰ যি যি অঞ্চল শিৱাজীয়ে জয় কৰি লৈছে সেই অঞ্চলবোৰত শিৱাজীৰ অধিকাৰ বলবৎ হ'ব। এই চুক্তি নিবন্ধন কৰি শিৱাজীৰ সৈতে মোগলৰ বন্ধুত্ব স্থায়ী কৰিবলৈ মুৱাজেমে চনদৰ কাৰণে সম্ৰাটলৈ চুক্তি-পত্ৰ পঠিয়াই দিলে। অনতি-বিলম্বে সম্ৰাটে চুক্তি-পত্ৰত সন্মতি দি চনদ পঠিয়াই দিলে।

নতুন সন্ধিৰ চৰ্ত অনুসৰি ৰাওজী সোমনাথ সম্ভাজীৰ নতুন জায়গীৰৰ পৰিচালকৰ পদত নিযুক্ত হ'ল; আৰু সেনাপতি প্ৰতাপৰাও গুজাৰৰ অধীনত পাঁচ হাজাৰ মাৰাঠা অশ্বাৰোহীৰ সৈতে বালক সম্ভাজী পাঁচ হাজাৰী মন্‌চবদাৰৰূপে মোগলৰ ঔৰঙ্গাবাদ শিবিৰত উপস্থিত হ'ল। নীতি ৰক্ষাৰ কাৰণে সম্ভাজী অলপ দিন ঔৰঙ্গাবাদত থাকি উভতি যায়। এই নতুন সন্ধি স্বীকৃতি হোৱাত শিৱাজীয়ে পুনৰ তেওঁৰ পুৰণি চুপা আৰু পুণা জায়গীৰৰ সৈতে বহুখিনি ঠাই ঘূৰাই পালে। কিন্তু অতি আৱশ্যকীয় পুৰন্দৰ আৰু সিংহগড় দুৰ্গ তেওঁৰ হাতলৈ নাহিল।

দাক্ষিণাত্যৰ আন দুই মুছলমান শক্তি বিজাপুৰ আৰু গোল-কুণ্ডাৰ ক্ষেত্ৰত, মোগলৰ সৈতে নতুন সম্পৰ্কৰ সুযোগ লৈ শিৱাজীয়ে বিস্তৰ লাভ অৰ্জন কৰিলে। ঔৰংজেবে কূটনীতি অবলম্বন কৰিলে যে শিৱাজী মোগলৰ মুখাপেক্ষী হৈ থকা অৱস্থাতে মোগলে যদি বিজাপুৰ আৰু গোলকুণ্ডাৰ শক্তি ক্ষয় কৰিব পাৰে তেন্তে সময়ত দাক্ষি-ণাত্যত মোগলৰ প্ৰতিপত্তি বিস্তাৰ কৰা সহজ হ'ব। মোগলৰ উদ্দেশ্য পূৰ্ণ কৰিবলৈ সহযোগী মাৰাঠাই বিজাপুৰ অধিকাৰত আক্ৰমণ চলালে। মোগলৰ পক্ষে শিৱাজীয়ে বিজাপুৰৰ বিপক্ষে অস্ত্ৰ ধাৰণ কৰিছে, গতিকে মাৰাঠাৰ আক্ৰমণৰপৰা অব্যাহতি পাবলৈ মোগলৰ তুষ্টিৰ কাৰণে চোলাপুৰ দুৰ্গ মোগলক অৰ্পণ কৰি বিজাপুৰে মোগলৰ সৈতে সন্ধি স্থাপন কৰিলে। কিন্তু শিৱাজীৰ অনুৰোধত চুবাদাৰ মুৱাজেম আৰু ৰজা যশোৱন্তই এই সন্ধি উপেক্ষা কৰাত, মাৰাঠাই অবাধে আদিলছাহী অধিকাৰৰপৰা বলেৰে চৌথ আৰু চাৰদেশমুখী কৰ আদায় কৰিব ধৰিলে। প্ৰজাৰ বিষম হাৰাশাস্তি সহিব নোৱাৰি, বিজাপুৰ চুলতানে শিৱাজীক বছৰি ৩ লক্ষ টকা কৰ দিব বুলি প্ৰতি-শ্ৰুতি দি এই উৎকট আক্ৰমণৰ হাত সাৰিল। একেই অৱস্থাত গোলকুণ্ডাই বছৰি ৫ লক্ষ টকা কৰ দিবলৈ মান্তি হ'ল। এইদৰে দাক্ষিণাত্যৰ দুই স্বাধীন ৰাজ্যই শিৱাজীৰ আধিপত্য স্বীকাৰ কৰিলে।

শিৱাজীয়ে মোগলৰ প্ৰাধান্য স্বীকাৰ কৰি মোগলৰ ছাঁৰ আশ্ৰয়ত দাক্ষিণাত্যৰ মুছলমান শক্তিৰ বিৰোধী হোৱাৰ ঘাই

উদ্দেশ্য আছিল যাতে সেই অবসৰতে মাৰাঠা ৰাজ্যৰ পৰিসৰ বৃদ্ধি কৰি, তাৰ স্থায়িত্বৰ বাবে আৱশ্যকীয় সংগঠন কাৰ্যত আগবাঢ়িব পাৰে। এই কাৰণেই নানা ছল-চাতুৰীৰে দাক্ষিণাত্যৰ মোগল ৰাজ প্ৰতিনিধিসকলক সন্তুষ্ট ৰাখি তেওঁৰ অভীষ্ট সিদ্ধিৰ বাবে সৰ্ব-প্ৰকাৰ চেষ্টা কৰিছিল।[১] আনপক্ষে, শিৱাজীয়ে যাতে দাক্ষিণাত্যত মোগল শক্তি উৎখাত কৰিব নোৱাৰে তাৰ বাবে ঔৰংজেব সদায় তৎপৰ আছিল। এনে স্থলত, মোগল-মাৰাঠাৰ সম্পৰ্ক যে ক্ষণস্থায়ী, উভয় পক্ষে এই কথা বুজিবৰ বাকী নাছিল। আৰু অধিক কাল ঔৰংজেবে ধৈৰ্য ধৰিব নোৱাৰিলে। তেওঁ ভাবিলে যদি অনতি-বিলম্বে মাৰাঠাৰ বিপৰীতে যথোচিত প্ৰতিবিধানৰ ব্যৱস্থা লোৱা নহয় তেন্তে বিলম্বে মাৰাঠাৰ গতিৰোধ সম্ভৱ নহ'ব।

এই বিষয়ে আন এজন তৃতীয় ব্যক্তিয়ে ঔৰংজেবৰ জ্বলা জুইত ঘিউ ঢালিছিল। সেইজন আছিল ৰজা জয়সিংহৰ অধীনস্থ দাক্ষিণাত্যত মোগলৰ দ্বিতীয় সেনাপতি ৰোহিলা সম্প্ৰদায়ৰ দিলীৰ খাঁ। এওঁ এজন সুদক্ষ যোদ্ধা হোৱাৰ বাহিৰে, এওঁৰ সজ গুণ একো নাছিল। এওঁ আছিল লোভী, পৰশ্ৰীকাতৰ, নিষ্ঠুৰ আৰু বিশ্বাস-ঘাতক।[২] এৱেঁই মহাৰাজ জয়সিংহৰ বিপক্ষে কাল্পনিক কথাৰ সৃষ্টি কৰি তেওঁক ঔৰংজেবৰ অপ্ৰিয়ভাজন কৰি তুলিছিল। একেই পদ্ধতি অনুসৰণ কৰি এওঁ মুৱাজেমৰ বিপক্ষে সম্ৰাটৰ আগত নানা কুৎসাৰ অৱতাৰণা কৰিলে। ক'বলৈ গ'লে, এওঁ সেনাপতিতকৈও ঔৰংজেবৰ এজন প্ৰধান শ্ৰেণীৰ চোৰাংচোৱা যেন আছিল। দাক্ষিণাত্যৰ পৰা এওঁ সম্ৰাটলৈ গোপন বাতৰি পঠিয়ালে যে মুৱাজেম আৰু শিৱাজীয়ে সম্ৰাটক সিংহাসনচ্যুত কৰিবলৈ ষড়যন্ত্ৰ কৰিছে।

ইমানলৈ ঔৰংজেবে নতুন সন্ধিৰ আঁৰত নিজ অভিপ্ৰায় সাধন কৰি মাত্ৰ ইয়াৰ অবসান অপেক্ষা কৰিছিল। দিলীৰ খাঁৰ উচটনিত শিৱাজীৰ সৈতে মুৱাজেমৰ প্ৰীতি আৰু সদ্ভাব ঔৰংজেবৰ পক্ষে

---

(১) In fact during these three years (1667-69), he was busy framing a set of very wise regulations, which laid the foundation of his Government broad and deep, and have remained an object of admiration to after ages.

Shivaji—Sir Jadunath (P. 163. following sabhasad).

(২) They (the Rohillas), were to quote an authority, "naturally turbulent, treacherous, cruel and warlike" and it was said of them that "they pray with one hand and rob with the other."

State Papers ; Warren Hastings
Shivaji Kulkarni—(P. 110)

অসহনীয় হৈ উঠিল। তেওঁ বাৰম্বাৰ মুৱাজেমক সতৰ্ক কৰিলেও উদাৰ যুৱকে তালৈ তিমান কাণসাৰ নকৰিছিল।[১] অৱশেষত ঔৰংজেবৰ গোপন অভিসন্ধি পূৰণ কৰিবলৈ তেওঁ মুৱাজেমক জৰুৰী নিৰ্দেশ দিলে যে মোগল-মাৰাঠাৰ সন্ধি ভঙ্গ কৰিব লাগে। তেতিয়া সীমান্তৰ ৰণত মোগল ৰাজ-ভঁৰাল প্ৰায় উদং হৈছিল। এই আৰ্থিক দুৰৱস্থাৰ পৰিবৰ্তন কৰিবলৈ, সম্ৰাটে দক্ষিণ ভাৰতৰ মোগল ৰাজকোষৰ ওপৰত চকু দিলে। পাঁচ হাজাৰ মাৰাঠা সৈনিকৰ সৈতে বহুজন মাৰাঠা সামৰিক বিষয়াই মোগলৰ জায়গীৰ ভোগ কৰাৰ কোনো সাৰ্থকতা নাই; তাৰোপৰি শিৱাজীৰ আগ্ৰা যাত্ৰাৰ ব্যয়ৰ কাৰণে মোগল ভঁৰালৰপৰা যি এক লক্ষ টকা শিৱাজীক অৰ্থ সাহায্য দিয়া হৈছিল তাক শিৱাজীয়ে পৰিশোধ কৰিবলৈ বাধ্য, গতিকে উভয় কাৰণত সম্ৰাটে মাৰাঠাৰ জায়গীৰ ৰদ কৰি, সেই টকা আদায় কৰিবলৈ নিৰ্দেশ দিলে। ততোধিক ঔৰংজেবৰ গোপন অভিসন্ধি পূৰণ কৰিবলৈ মুৱাজেমক জৰুৰী আদেশ দিলে যে মাৰাঠা বাহিনীৰ কৰ্মচ্যুতিৰ লগে লগে প্ৰতাপৰাও গুজাৰ সমন্বিতে মাৰাঠা সেনাপতিসকলক আৰু যি কোনো প্ৰকাৰে শিৱাজীক বন্দী কৰিব লাগে।

সম্ৰাটৰ এই গোপন আজ্ঞা জাৰি হোৱাৰ আগতে মুৱাজেমৰ গুপ্তচৰে তেওঁক সম্ৰাটৰ অভিপ্ৰায় সম্পৰ্কে সংবাদ জনাই আছিল। সম্ৰাটৰপৰা এই আদেশ পালে যদিও, মুৱাজেমে এনে বিশ্বাসঘাতকতা কৰিবলৈ সাজু নাছিল। ন্যায় আৰু নীতিৰ কাৰণে তেওঁ প্ৰতাপৰাওক ঔৰংজেবৰ আদেশ প্ৰতিপালিত হোৱাৰ পূৰ্বে মাৰাঠা বাহিনী লৈ আত্মৰক্ষা কৰিবলৈ সুযোগ দিলে। সিদিনা ৰাতিয়েই শিৱাজীৰ প্ৰতিনিধি নিৰাজীৰ সৈতে প্ৰতাপৰাৱে মাৰাঠা বাহিনী লৈ ঔৰঙ্গাবাদৰপৰা পুণালৈ পলায়ন কৰিলে। কৰ্তব্যৰ অনুৰোধত মুৱাজেমে মাৰাঠা বাহিনীক অনুসৰণ কৰা দেখুৱাইছিল যদিও, সি কেৱল সম্ৰাটৰ অসন্তুষ্টিৰ হাত সাৰিবলৈহে। সবিশেষ বাতৰি জনাই তেওঁ সম্ৰাটলৈ লিখিলে, 'অকৃতজ্ঞ' মাৰাঠাই সম্ৰাটৰ আজ্ঞা পোৱাৰ আগতে পলায়ন কৰাত বহু যত্ন কৰিও সিহঁতৰ গতি ৰোধ কৰিব পৰা নহ'ল। অযাচিতে মোগলে এইদৰে সন্ধি উচ্ছেদ কৰি মাৰাঠাৰ প্ৰতি শত্ৰুতা আচৰণ কৰাত শিৱাজী পৰম সন্তুষ্ট হ'ল। তেওঁ ভাবিলে, দুই বছৰৰো অধিক কাল মোগলৰ খৰচত মাৰাঠা ৰাজ্যৰ ৰাষ্ট্ৰীয় কাৰ্য নিৰ্বাহ

---

(১) But prince Muazzam had no such sinister designs. His liberality and purity of motives were incapable of any baseness or double dealing.

Shivaji Maharaj—Takakhav (P. 305)

কৰি, এতিয়া মোগলৰ হাতৰ পৰা হৃত ৰাজ্য উদ্ধাৰৰ পৰিকল্পনা কাৰ্যত পৰিণত কৰিব।

**সংগ্ৰাম সঞ্চালন** ঃ যেন যুদ্ধ বিৰতিৰ পিছত সাঙ্কেতিক তূৰ্যধ্বনিত উভয় পক্ষ পুনৰ ৰণৰ বাবে প্ৰস্তুত হ'ল। পৰবৰ্তী বছৰৰ (১৬৭০) প্ৰাৰম্ভতে সমৰ আয়োজনৰ পূৰ্বে সেই বছৰত ঔৰংজেবৰ ধৰ্মান্ধতাৰ কাৰণে মোগল-মাৰাঠাৰ শত্ৰুতাই তীক্ষ্ণতৰ ৰূপ ধাৰণ কৰিলে। ইতিপূৰ্বে ঔৰংজেবে নিজ ধৰ্ম আচৰণ কৰাত গোঁড়ামি দেখুৱালেও, পৰধৰ্মৰ প্ৰতি তিমান প্ৰকাশ্য বিদ্বেষ দেখুওৱা নাছিল। কিন্তু এতিয়া তেওঁ হিন্দু ধৰ্ম আৰু হিন্দু ধৰ্মাৱলম্বীসকলৰ প্ৰতি এনে কঠোৰ ভাবাপন্ন হ'ল, যি কাৰণে অকল মাৰাঠাই নহয়, নানা পন্থাৰ হিন্দুসকল ক্ষিপ্ত হৈ উঠিল। সম্ৰাট ঔৰংজেব তেতিয়া ক্ষমতাৰ উচ্চ শিখৰত। তেওঁৰ ভ্ৰান্ত বিশ্বাস হৈছিল যে ভাৰতত মুছলমান ধৰ্ম সম্প্ৰসাৰণৰ কাৰণে তেওঁ খোদাৰ অনুগ্ৰহ লাভ কৰিছে। গতিকে, হিন্দু ধৰ্মৰ বিনাশ সাধন কৰি ভাৰতত মুছলমান ধৰ্ম প্ৰবৰ্তন কৰিবলৈ তেওঁ দৃঢ়প্ৰতিজ্ঞ হ'ল। শিৱাজীৰ সৈতে প্ৰকাশ্য ৰণ আৰম্ভ কৰাৰ আগেয়ে ঔৰংজেবৰ কাৰ্যসূচীৰ সৰ্বপ্ৰথম বিষয় হ'ল, হিন্দু ধৰ্ম দলন কৰি দেশময় হিন্দু জাতিৰ পক্ষে ভয়াবহ অৱস্থাৰ সৃষ্টি কৰা। নানা ফালৰ নানা জাতিয়ে তেওঁৰ এই সৰ্বনাশী পৰিকল্পনাৰ বিৰোধিতা কৰিছিল যদিও ঔৰংজেবৰ মনৰ পৰিবৰ্তন নঘটিল।

ঔৰংজেবৰ পৰধৰ্ম বিদ্বেষৰ পৰিকল্পনা কাৰ্যকৰী কৰিবলৈ এটা বিশেষ ৰাজদপ্তৰ সৃষ্টি হ'ল। এই দপ্তৰৰপৰা আদেশ প্ৰচাৰ কৰিলে (১৬৬৯।৯ এপ্ৰিল) যে হিন্দুধৰ্মীসকলৰ শিক্ষানুষ্ঠান আৰু মঠ-মন্দিৰ লোপ কৰিব লাগে। সম্ৰাটৰ এই কঠোৰতাৰ কাৰণে হিন্দুসকল প্ৰায়ে ৰাজকাৰ্যৰপৰা বৰ্জিত হ'ল। হিন্দুৰ ধৰ্ম সম্পৰ্কীয় নানা উৎসৱ, বিশেষকৈ হোলী আৰু দীপান্বিতা অত্যন্ত কঠোৰভাৱে নিষিদ্ধ হ'ল আৰু হিন্দু ধৰ্মাৱলম্বী মাত্ৰেই তেওঁলোকৰ ধৰ্মৰ কাৰণে 'জিজিয়া' বুলি বিশেষ কৰ বহন কৰিবলগীয়া হ'ল। ঔৰংজেবে নিজ ধৰ্মান্ধতাৰ কাৰণে সম্ৰাট আকবৰৰ উচ্চ আদৰ্শ জলাঞ্জলি দিলে, সাধক কবীৰৰ মহান ধৰ্মনীতি পাহৰি গ'ল। প্ৰথমে, উত্তৰ ভাৰতৰ বুন্দেলা, ৰাজপুত আদি হিন্দুসকলে এই উৎপীড়ন সহিবলগীয়া হ'ল; সম্ৰাটৰ এই অতিচাৰ অন্ধত্বৰ বিপৰীতে যেতিয়া তেওঁৰ পুত্ৰ আকবৰে ৰাজপুত আৰু দক্ষিণ ভাৰতৰ হিন্দুসকলৰ সহায়-সম্বলৰ আশাত বিদ্ৰোহৰ সূচনা কৰিলে, তেতিয়া সম্ৰাটৰ এই হিন্দুদলন নীতি দক্ষিণ ভাৰতলৈ সম্প্ৰসাৰিত হ'ল।

সৰ্বোচ্চ উপদেষ্টা এজনৰ অধীনত সমগ্ৰ দেশ জুৰি অসংখ্য বিষয়াই সম্ৰাটৰ এই আদেশ প্ৰচাৰ আৰু কাৰ্যকৰী কৰিবলৈ অশেষ শ্ৰম কৰিবলগীয়া হ'ল। বঙ্গদেশ, উৰিষ্যা, অসম, ৰাজপুতনা আদি কোনো অঞ্চল এই প্ৰলয়ঙ্কৰী প্ৰথাৰপৰা হাত এৰাব নোৱাৰিলে।[১]

সম্ৰাট নিজে যি ধৰ্মাৱলম্বী নহওক, শাসকস্বৰূপে তেওঁৰ নানা ধৰ্মৰ প্ৰজাসমূহৰ ধৰ্মৰ প্ৰতি তেওঁ উদাৰতা দেখুৱাব বুলি সকলোৱে কামনা কৰিছিল। কিন্তু সম্ৰাটে যেতিয়া ক্ষমতাৰ বলত পৰধৰ্ম উচ্ছেদ কৰি নিজ ধৰ্ম প্ৰবৰ্তন কৰিবলৈ কাশী বিশ্বেশ্বৰৰ মন্দিৰ ধূলিসাৎ কৰি সেই ঠাইত মচজিদ সজালে (১৬৬৯) তেতিয়া ভাৰতৰ গোটেই হিন্দু জাতিৰ অন্তৰত অসহনীয় খেদ আৰু ৰোষৰ উদ্ৰেক হ'ল। ধৰ্মৰ নামত ঔৰংজেবৰ এই হিংসাত্মক নীতিৰ প্ৰতিৰোধ কৰিবলৈ শিৱাজীয়ে যেন আহ্বান মানি ললে। জাঠ, শিখ, ৰাজপুত, মাৰাঠা, সন্ন্যাসী আদি সকলো সম্প্ৰদায়ৰ পক্ষে ঔৰংজেব উমৈহতীয়া শত্ৰু-ৰূপে পৰিগণিত হ'ল।

শিৱাজীয়ে প্ৰায় তিনি মাহ কাল মোগল ৰাজধানীত থাকি আৰু মোগল ৰাজদপ্তৰৰ কাৰ্যপদ্ধতি অনুসৰণ কৰি ভালদৰে উপলব্ধি কৰিছিল যে ঔৰংজেবে ক্ষমতাৰ শীৰ্ষস্থান লাভ কৰিলেও নানা জাতিৰ, নানা ধৰ্মৰ এনে কি মুছলমান সম্প্ৰদায়ৰ ভিতৰতো তেওঁৰ বিৰোধী বহু আছে। এনে অৱস্থাত ঔৰংজেবৰ এই দুৰ্নীতিৰ বিপক্ষে স্বধৰ্ম ৰক্ষাৰ কাৰণে শিৱাজীয়ে আক্ৰমণেই শ্ৰেষ্ঠ উপায় বুলি সিদ্ধান্ত ললে।

দাক্ষিণাত্যৰ মোগল শাসন কেন্দ্ৰৰপৰা স্থানীয় পৰিস্থিতি সম্পৰ্কে সম্ৰাটে সংবাদ পালে যে তেওঁৰ নতুন ৰাজনীতিৰ বিৰোধিতা কৰিবলৈ মহাৰাষ্ট্ৰত তুমুল আন্দোলনৰ সৃষ্টি হৈছে। এই অৱস্থাৰ সৃষ্টি হ'ব বুলি ঔৰংজেবে জানিছিল আৰু তেওঁ এই পৰিস্থিতিৰ সুযোগ লৈ শিৱাজী আৰু জয়সিংহৰ মাজত হোৱা পুৰন্দৰ সন্ধি উচ্ছেদ কৰি, মাৰাঠাৰ হাতৰ পৰা মোগল অধিকাৰ পুনৰ উদ্ধাৰ কৰাৰো সংকল্প ললে। পূৰ্বৰ সন্ধি উচ্ছেদ কৰি দাক্ষিণাত্যৰ মোগল সেনাপতিসকলক মাৰাঠাৰ সৈতে আগন্তুক যুদ্ধৰ বাবে সাজু

(১) Officers were appointed in a systematic plan, in all the cities and subdivisions of the Empire, as censors of morals to enforce the regulations of Islam. The festivals of Diwali and Holi were ruthlessly suppressed. A Director General was placed over the large numbers of officers employed in this grand task. The provinces of Bengal, Orissa, Assam and Rajputna suffered the same fate."

Aurangzeb—Sir Jadunath
(Vol 3. P. 268-286)

থাকিবলৈ সম্ৰাটে সতৰ্ক কৰিছিল। যুদ্ধ যেতিয়া অনিবাৰ্য অৱস্থালৈ আহিল, তেতিয়া বিচক্ষণ মোগল সেনাপতি দিলীৰ খাঁই গণ্ড জিলাৰ পৰা ঔৰঙ্গাবাদলৈ আৰু অন্যতম সুদক্ষ সেনাপতি দৌদ খাঁ কুৰেৰেশিয়ে খান্দেশৰ পৰা আহমদনগৰলৈ সমৰ কেন্দ্ৰৰ ভাৰ লবলৈ আদিষ্ট হ'ল।

সম্ৰাটৰ আজ্ঞাত গণ্ড জিলাৰ অতি আৱশ্যকীয় ৰাজকাৰ্য পৰিহাৰ কৰি সসৈন্যে দিলীৰ খাঁই শীঘ্ৰে ঔৰঙ্গাবাদলৈ যাত্ৰা কৰিলে। পূৰ্বাবধি মুৱাজেমৰ সৈতে দিলীৰ খাঁৰ কিঞ্চিতো সদ্ভাব নাছিল; পাৰ্যমানে সম্ৰাটৰ হতুৱাই ইজনে সিজনৰ অনিষ্ট সাধন কৰিছিল। মুৱাজেমৰ ইচ্ছাৰ বিপৰীতে সম্ৰাটে দিলীৰ খাঁক ঔৰঙ্গাবাদৰ সমৰ কেন্দ্ৰৰ ভাৰ দিয়াত মুৱাজেম অত্যন্ত অসন্তুষ্ট হ'ল।

শিৱাজীয়ে অলপো অপেক্ষা নকৰি, সন্ধিসূত্ৰে জয়সিংহক হস্তান্তৰ কৰা ঠাইবোৰ প্ৰবল বিক্ৰমে আক্ৰমণ কৰিলে; এটা এটাকৈ দুৰ্গৰ পিছত দুৰ্গ তেওঁৰ হস্তগত হ'ল। মাৰাঠা উৰণীয়া বাহিনীয়ে কেউফালে মোগল অধিকাৰ উজাৰ কৰিলে, কিন্তু মোগলৰ বাধা দিবৰ শক্তি নহ'ল। মোগলৰ সামৰিক আৱশ্যকতাৰ কাৰণে কেইটামান দুৰ্গ, বিশেষকৈ সিংহগড় আৰু পুৰন্দৰ জয়সিংহই অতি সতৰ্ক ভাৱে সুৰক্ষিত কৰি ৰাখিছিল। শিৱাজীৰ পক্ষে এই অগম্য পাৰ্বত্য দুৰ্গবোৰ অধিকাৰ কৰাৰ যত্ন বাৰম্বাৰ নিষ্ফল হয়। পাৰ্বত্য ঘাই দুৰ্গকেইটা প্ৰাকৃতিক অৱস্থাৰ কাৰণে অভেদ্য হোৱাৰ উপৰিও, মাৰাঠাৰ আক্ৰমণৰ বিপৰীতে মোগল অধিকাৰ প্ৰতিৰক্ষণৰ বাবে অতি আৱশ্যকীয় কেন্দ্ৰস্বৰূপে জয়সিংহই সেই দুৰ্গবোৰত যথেষ্ট সামৰিক সাজ-সৰঞ্জামেৰে সৈতে সমৰ কৌশলী বীৰ কিল্লাদাৰ নিযুক্ত কৰিছিল।

**কোণ্ডানা উদ্ধাৰ** ঃ পুৰন্দৰ সন্ধিৰ চুক্তি অনুসৰি শিৱাজীয়ে মোগলক যি তেইশটা দুৰ্গ হস্তান্তৰ কৰিছিল, তাৰ ভিতৰত এটা আছিল কোণ্ডানা (সিংহগড়) দুৰ্গ। শিৱাজীয়ে সেই দুৰ্গ মোগলৰ হাতৰপৰা উদ্ধাৰ কৰোঁতে সেই যুদ্ধত সিংহ বিক্ৰমী মাৰাঠা বীৰ তানাজী মালুচাৰে দেহত্যাগ কৰিবলগীয়া হয়, আৰু তেতিয়াৰ পৰা এই দুৰ্গই 'সিংহগড়' বুলি ভাৰত ইতিহাসত প্ৰসিদ্ধি লাভ কৰে। সম্ভৱতঃ সিংহগড় দুৰ্গৰ সামৰিক প্ৰয়োজনীয়তাৰ কাৰণে মহাৰাজ জয়সিংহই পুৰন্দৰ সন্ধিসূত্ৰে শিৱাজীৰ সৈতে কিৰাট সিংহক পঠিয়াই দি তেওঁৰ কীৰ্তিৰ চিনস্বৰূপে সিংহগড় অধিকাৰ কৰিছিল। দুৰ্গৰ প্ৰতিৰক্ষণৰ বাবে তেওঁ তাত যথেষ্ট পৰিমাণে ৰাজপুত, পাঠান আৰু আৰব সৈন্যিক সমাবেশ কৰিছিল আৰু দুৰ্গৰ কিল্লাদাৰ নিযুক্ত কৰিছিল ৰাজপুত বীৰ উদয়ভানুক।

পুণাৰপৰা প্ৰায় ১২ মাইল দূৰ সাইহাদ্রি পৰ্বতমালাৰ পূব কাষত সিংহগড় দুৰ্গ অৱস্থিত। ইয়াৰ পূবে-পশ্চিমে ওখ পৰ্বত শাৰীয়ে ইয়াক পুৰন্দৰ পৰ্বতৰ সৈতে সংলগ্ন কৰিছে। ইয়াৰ উত্তৰ-দক্ষিণ কাষ প্ৰায় আধা মাইল ওখ, পোনেই থিয় আৰু শিলাময়। পৰ্বতৰ নামনিৰ এচলীয়াৰপৰা প্ৰায় ৪০ ফুটৰ অধিক ওখ ক'লা পাথৰৰ বিৰাট দেৱালে আগুৰা পৰ্বতৰ টিঙত সিংহগড় দুৰ্গ বিৰাজমান। বহু বুৰুজ (Tower) সমন্বিতে সুদৃঢ় শিলৰ দেৱালে ঘেৰ দি ৰখা প্ৰায় দুই মাইল পৰিধিৰ ত্ৰিকোণ সিংহগড় দুৰ্গ এটা অলংঘ্য পৰ্বত স্তূপ যেন। সিংহগড়ৰ সামৰিক আৱশ্যকতাৰ কাৰণে, সিংহগড় বিনে মহাৰাষ্ট্ৰৰ আধিপত্য অসম্ভৱ বুলি সকলোৰে বিশ্বাস জন্মিছিল।

শিৱাজীয়ে মোগলৰ হাতৰ পৰা সিংহগড় উদ্ধাৰ কৰা কাহিনী বৰ বিস্ময়কৰ। পুৰণি মাৰাঠা পদাৱলীত (পাওদা) এই বিষয়ে নানা কৌতূহলপূৰ্ণ বৰ্ণনা আছে। শিৱাজীয়ে মোগলক পৰাস্ত কৰি ইতিমধ্যে কেবাটাও দুৰ্গ উদ্ধাৰ কৰিছিল যদিও, আৰু আনকি মোগল অধিকাৰ আক্ৰমণ কৰি মাৰাঠা শক্তিৰ উৎকৃষ্টতা প্ৰতীয়মান কৰিলেও, তেওঁ সিংহগড় উদ্ধাৰৰ প্ৰচেষ্টাৰ পৰা বিৰত আছিল। কিয়নো, দুৰ্ভেদ্য সিংহগড় দুৰ্গ শত্ৰুৰ দ্বাৰা যিদৰে অৱৰক্ষিত হৈছে, সেই দুৰ্গ অৱৰোধ কৰি কিম্বা যি কোনো প্ৰকাৰে তাক জয় কৰিবৰ চেষ্টা কৰি মিছাতে মাৰাঠা শক্তি ক্ষয় কৰা যুক্তিযুক্ত নহয় বুলি তেওঁৰ দৃঢ় বিশ্বাস হৈছিল, যিহেতু তেনে প্ৰচেষ্টাত অনৰ্থক মাৰাঠা শক্তিৰ অপচয় হ'ব। কিন্তু শিৱাজীৰ বীৰাঙ্গনা মাতৃ জিজাবাই এই যুক্তিত পতিয়ন নগ'ল। ৰজাই বীৰোচিত ধৰ্ম আচৰি শত্ৰুৰ হাতৰ পৰা নিজ অধিকাৰ মুক্ত নকৰিলে ৰাজ ধৰ্মৰপৰা স্খলিত হয়; গতিকে, যি উপায়েৰে নহওক সিংহগড় উদ্ধাৰৰ বাবে জিজাবায়ে বাৰম্বাৰ শিৱাজীক উত্তেজিত কৰিলে। সিংহগড়ৰ শুভ্ৰ মৰ্মৰ গম্বুজৰ ওপৰত অৰ্দ্ধচন্দ্ৰ শোভিত মোগল পতাকাই প্ৰতিক্ষণে কাশী বিশ্বেশ্বৰ ধ্বংসৰ দৃশ্য তেওঁৰ মনত অঙ্কিত কৰিছিল। পৰাজয়ৰ আশঙ্কাই তেওঁৰ মনত ঠাই নাপাইছিল; তেওঁৰ মনত জাগিছিল, সিংহগড় উদ্ধাৰ কৰি বিশ্বেশ্বৰৰ প্ৰতিশোধ লোৱা।

শিৱাজীয়ে কেতিয়াও মাতৃ আজ্ঞা উলংঘা নকৰিছিল যদিও, এই সন্দৰ্ভত তেওঁ মাতৃৰ অনুৰোধ ৰক্ষা কৰিবলৈ অপাৰগ বুলি তেওঁ এই কৰ্মৰ পৰা নিশ্চেষ্ট হ'ল। যিহেতু তেওঁৰ দৃঢ় বিশ্বাস হৈছিল, যে সিংহগড় উদ্ধাৰৰ কাৰণে যিমান যি চেষ্টা নকৰিলেও সেই চেষ্টা ব্যৰ্থ

হোৱা নিশ্চিত। তাকে কৰিবলৈ গৈ মাত্র মাৰাঠাৰ মৃত্যুৰ দুৱাৰ মুকলি কৰি দিয়া হ'ব।

আনহাতে, এই অভীষ্ট সিদ্ধি নোহোৱালৈকে জিজাবাইৰ মন বৰ অধীৰ হৈ আছিল।[১] তেওঁ প্ৰতাপগড় দুৰ্গত থাকোঁতে এদিন হেনো তেওঁ চুলি আঁচুৰি আছিল। এনেতে প্ৰাসাদৰ খিৰিকীৰে সুনীল আকাশৰ তলত সুদূৰত সিংহগড়ৰ গুৰু গম্ভীৰ দৃশ্যাই তেওঁৰ সেই দুৰ্গ জয়ৰ আকাঙ্ক্ষা উদ্দীপ্ত কৰি তুলিলে। তদ্দণ্ডে চোঁৱাৰ পঠিয়াই তেওঁ ৰাজগড় দুৰ্গৰপৰা শিৱাজীক আহ্বান জনালে (ক)। মাতৃৰ আহ্বানৰ আৱশ্যকতাৰ গূঢ় কাৰণ নাজানি তুৰন্তে শিৱাজী মাতৃৰ সমুখত উপস্থিত হ'ল। জিজাবায়ে পুনৰ অনুৰোধ উত্থাপন কৰিলে যে যি প্ৰকাৰেই নহওক অবিলম্বে মহাৰাষ্ট্ৰৰ মুকুট-মণি সিংহগড় তেওঁক অৰ্পণ কৰিব লাগে। শিৱাজীয়ে একেই উত্তৰ দিলে যে যি তেওঁৰ নিজৰ নহয় তেওঁ তাক অৰ্পণ কৰিবলৈ অক্ষম (খ)। চেষ্টাৰ অসাধ্য একো নাই বুলি জিজাবায়ে দুৰ্গ উদ্ধাৰৰ চেষ্টা কৰিবলৈ টানি ধৰাত শিৱাজীয়ে উত্তৰ দিলে, সেই চেষ্টা নিৰৰ্থক (গ)। শিৱাজীৰ এই উত্তৰত জিজাবাই অধৈৰ্য হ'ল। বাৰম্বাৰ তেওঁৰ অনুৰোধ এইদৰে উপেক্ষিত হোৱাত, ক্ৰুদ্ধ জিজাবায়ে শিৱাজীক নানা তিৰস্কাৰ কৰি অভিশাপ দিলে যে যদি শিৱাজীয়ে মাতৃৰ আজ্ঞা উলংঘন কৰি সেই নিৰ্দিষ্ট কৰ্তব্য সমাধা নকৰে তেন্তে তেওঁৰ ৰাজ্য দেই-পুৰি ছাৰখাৰ হ'ব (ঘ)। দেৱীপ্ৰতিম মাতৃৰ নিকৰুণ অভিশাপ শিৱাজীয়ে আশীৰ্বাদৰূপে গ্ৰহণ কৰিলে। উত্তৰত, অচিৰে যিকোনো বিপদৰ সমুখীন হৈ সিংহগড় উদ্ধাৰ কৰি মাতৃ-আজ্ঞা পালন কৰিব বুলি শিৱাজীয়ে জিজাবাইক দৃঢ় প্ৰতিশ্ৰুতি দিলে।

---

(১) এই ঘটনা সম্পৰ্কীয় মাৰাঠা পদাৱলী এক্‌ওৱৰ্থে (H. A. Acworth) The Ballad of Tanaji Maloosre বুলি ইংৰাজী পদ্যত অনুবাদ কৰিছে আৰু Ballad of Singhagar বুলিও পদাৱলীৰ অনুবাদ আছে। শিৱাজীৰ জীৱনী লেখকসকলে উদ্ধৃত কৰা অংশৰ পৰা আৱশ্যক বুজি কিছু অংশ ইয়াত উদ্ধৃত কৰা হ'ল:

(ক) Within his walls my son may dine,
But bid him wash his hands in mine.

(খ) Oh ! Lady all my forts are thine,
But ask me not what is not mine.

(গ) To win it wert forth many, but
There came back never any,

(ঘ) Beware a mother's curse, she said
This fire shall scorch thy kingdom wide,
—Give me Singhagar.

মাৰাঠা বীৰসকলৰ ভিতৰত সিংহগড় উদ্ধাৰ কৰিব পৰা সুদক্ষ বীৰ এজন কোন আছে, এই চিন্তাই তেওঁক অস্থিৰ কৰিলে। প্ৰতিজ্ঞাবদ্ধ শিৱাজীয়ে বহু চিন্তাৰ মূৰত স্থিৰ কৰিলে যে এই সঙ্কটপূৰ্ণ সামৰিক সমস্যা সমাধান কৰিবলৈ তেওঁৰ বাল্য সহচৰ বিশ্বস্ত মাৱাল বীৰ তানাজী মালুচাৰেই একমাত্ৰ উপযুক্ত ব্যক্তি। এই সিদ্ধান্তত উপনীত হৈ তেওঁ তানাজীলৈ আজ্ঞাপত্ৰ পঠিয়ালে যে তেওঁ নিজৰ যিকোনো সকাম আওকাণ কৰি হলেও, বিশেষ কৰ্তব্যৰ কাৰণে তানাজীয়ে তেওঁক ৰাজগড় দুৰ্গত সাক্ষাৎ কৰিব লাগে। তানাজী তেতিয়া কঙ্কনৰ কোলাব জিলাৰ মহাদ তালুকৰ উমৰাথ নামেৰে গাঁৱৰ নিজ ভৱনত পুতেক ৰায়বাৰ বিবাহ-কাৰ্যত বৰ ব্যস্ত আছিল। যি হওক, ৰাজ আদেশৰ উপৰিও বন্ধু শিৱাজীৰ অনুৰোধ উপেক্ষা কৰা তেওঁৰ পক্ষে নীতি-বিৰুদ্ধ যেতিয়া তেওঁ পুত্ৰৰ বৈবাহিক উৎসৱ পিঠি দি তুৰন্তে ৰাজ-দৰ্শন কৰিবলৈ সাজু হ'ল। তেওঁৰ অধীনস্থ মাৱালী সৈনিক বাহিনীৰ লগত তেওঁৰ ৮০ বছৰীয়া মোমায়েক 'চেলাৰমামা' আৰু তেওঁৰ অনুজ সূৰ্যজীয়ে তেওঁৰ এই যাত্ৰাত যোগ দিলে।

সময়ত তানাজী ৰাজ সমুখত উপস্থিত হোৱাত, ৰজাই নিজে তেওঁৰ ওপৰত সিংহগড় আক্ৰমণৰ দুষ্কৰ ভাৰ অৰ্পণ কৰিব নোৱাৰি, আৱশ্যকীয় আদেশ লবলৈ তেওঁক ৰায়গড় দুৰ্গত মাকৰ ওচৰলৈ পঠিয়াই দিলে। জিজাবাইৰ আবেগপূৰ্ণ প্ৰতিবেদনত, প্ৰাণ-পণে তেওঁৰ অভীষ্ট সিদ্ধি কৰিব বুলি কঙ্কন বীৰ তানাজীয়ে ৰাজমাওৰ অন্তৰত আশাৰ সঞ্চাৰ কৰিলে আৰু জিজাবায়ে তানাজীক মাৰাঠাৰ শ্ৰেষ্ঠ বীৰ বুলি জয়যুক্ত হবলৈ উৎসাহিত কৰিলে।[১] অভেদ্য হলেও সিংহগড় জয়ৰ গৌৰৱ লাভৰ আশাত তানাজীয়ে এক হাজাৰ সুশিক্ষিত আৰু অদম্য মাৱাল সৈনিকে সৈতে, অলংঘ্য, অজান, দুৰ্গম পাৰ্বত্য পথেৰে ৰায়গড় দুৰ্গৰপৰা সিংহগড় অভিমুখে যাত্ৰা কৰিলে। দুৰ্গ উলংঘন কাৰ্যৰ সহায়তাৰ কাৰণে লগত ললে শিৱাজীৰ নিপুণ 'ঘোৰপাড়'।[২]

---

(১) Of all the Bhosle's Barons,
Men shall deem thee as the first,
Nay, I shall be Thy mother,
And Shivaji be thy brother,
If thou wrest the Lion's Fortress,
From the rule of the accursts.

(২) Iguana ( lizard ) এই বিধ গুই সাপ বা তেনে বিধৰ সৰীসৃপ, ই আন কি শিলত খামুচি ধৰিলেও সহজে স্থানচ্যুত নহয়। ইয়াক উপযুক্ত শিক্ষা দি সেই কালত পাৰ্বত্য ঠাইৰ যুদ্ধত ব্যৱহাৰ কৰিছিল।

—১০

সিদিনা মাঘ মাহৰ কৃষ্ণপক্ষৰ নৱমীৰ ঘোৰ অন্ধকাৰ নিশা (১৬৭০।৪ ফ্ৰেব্ৰুৱাৰী) সমবেত মাৱাল বাহিনী লৈ তানাজী দুৰ্গ প্ৰাচীৰৰ নামনিত উপস্থিত হ'ল। দুৰ্গৰ যি ঠাই অলংঘ্য বুলি প্ৰহৰীৰ তীক্ষ্ণ দৃষ্টিৰপৰা বহিৰ্ভূত তেনে সঙ্কটপূৰ্ণ ঠাইত দুৰ্গ উলংঘন কৰিবলৈ তানাজীয়ে আকস্মিক আক্ৰমণৰ কাৰণে সাজু হ'ল। কঁকালত শকত ৰছী এডাল বান্ধি ঘোৰপাড়টোক শিলৰ ওপৰলৈ উঠিবৰ বাবে উত্তেজিত কৰিলে; ঘোৰপাড় শিল বগাই পৰ্বতৰ টিঙত উঠিল। তাৰ তীক্ষ্ণ নখেৰে শিলৰ কেৰেপাত খামুচি ধৰি আৰোহীক উঠিবলৈ যেন ইঙ্গিত দিলে। ঘোৰপাড়ৰ কঁকালৰ ৰছীৰ আশ্ৰয়ত ওলমি ওলমি জৰীৰ জখলাৰে সৈতে শিল বগাই দুঃসাহসী মাৱালী এজন ওপৰলৈ উঠি দুৰ্গৰ শিলত মেৰাই জখলা বান্ধি ললে। এই বিপদসঙ্কুল অৱস্থাৰ মাজত এজন এজনকৈ ক্ৰমে তিনিশ জন মাৱালীয়ে দুৰ্গ অতিক্ৰম কৰাৰ পিছত অকস্মাত জখলাৰ জৰী ছিঙি আৰোহণ কাৰ্যত বাধা দিলে। অগ্ৰগামী স্বৰূপে তানাজীয়ে দুৰ্গ অতিক্ৰম কৰিছিল। অতিক্ৰমকাৰীসকলে অন্ধকাৰত দুৰ্গৰ বেৰৰ ছাঁত লুকাই আছিল। মাত্ৰ তিনিশ সৈনিকেৰে সৈতে কিদৰে আক্ৰমণ কাৰ্য চলাব তানাজীয়ে এই মীমাংসা লোৱাৰ আগতে দুৰ্গৰ প্ৰহৰী এজনে সন্দেহত সেইফালে আগ-বাঢ়িছে, এনেতে তীৰবিদ্ধ হৈ প্ৰহৰী ভূপতিত হ'ল; দুৰ্গৰ ভিতৰলৈ আক্ৰমণকাৰী শত্ৰুৰ গুপ্ত প্ৰবেশ প্ৰকাশ পালে আৰু লগে লগে তুমুল আলোড়নৰ সৃষ্টি হ'ল। দুৰ্গৰক্ষী সৈনিকে মহলা জ্বলাই দুৰ্গৰ ভিতৰ পোহৰাই ললে আৰু জাকে জাকে মাৰাঠাৰ তীক্ষ্ণ তীৰে অগণন মোগল সৈনিক বিনাশ কৰিলে। তথাচ, যুদ্ধ বিনে যেতিয়া আন উপায় নাই, তানাজীয়ে মাৱালীসকলক তীব্ৰ আক্ৰমণৰ নিৰ্দেশ দিলে; দুৰ্গৰক্ষী ৰাজপুত সৈনিকসকলে সেই অভাৱনীয় মুহূৰ্তৰ আকস্মিক আক্ৰমণৰ বাবে সাজু নাছিল। মাৰাঠাৰ আক্ৰমণৰ বিৰুদ্ধে মাত্ৰ আত্ম-ৰক্ষাৰ বাবে সাজু হ'ল। উভয় পক্ষৰ মৰণান্তিক হতাহতি ৰণত যিমানেই সাহসী নহলেও সংখ্যালঘিষ্ঠ মাৱালীসকলৰ জয়তকৈ পৰাজয়ৰ আশঙ্কা ক্ৰমে সুস্পষ্ট হৈ উঠিল।

(১) তানাজী আৰু উদয়ভানু সম্পৰ্কে মাৰাঠা পদাৱলীত বিশদ বিস্ময়কৰ বৰ্ণনা দিয়া আছে। উভয়ে অতি বলশালী ভীমকায় পুৰুষ আছিল। ৰক্তবৰ্ণ চক্ষু আৰু সুদীৰ্ঘ শ্মশ্ৰু সুশোভিত "তানাজীৰ মুখমণ্ডলে দৰ্শকৰ হৃদয়ত আতঙ্কৰ সৃষ্টি কৰিছিল। তেওঁ হেনো দাঁতে সাবটি দঁতাল হাতী এটা ধৰিব পাৰিছিল। আকাৰ-প্ৰকাৰে ৰাজপুত বীৰ উদয়ভানু তানাজীৰ কম নাছিল। তেওঁ ১৮ জনী স্ত্ৰীৰ স্বামী আছিল। তেওঁ অপৰিমিত মাংস ভোজন কৰিছিল।

এই মাৰাত্মক সংঘৰ্ষৰ মাজত মোগল দুৰ্গাধিপ ৰাজপুত উদয়ভানু ১ তেতিয়া সুৰাৰ নিচাত বিভোৰ হৈ আছিল; শত্ৰুৰ আকস্মিক আক্ৰমণ সামান্য সৈন্য সঞ্চালন বুলি তেওঁ তাক প্ৰথমে ভ্ৰূক্ষেপ নকৰিছিল; কিন্তু তেওঁৰ বিভোৰ অৱস্থাত যেতিয়া সংবাদ পালে যে শত্ৰুৰ আক্ৰমণত ৰাজপুতসকলে ছত্ৰ-ভঙ্গ দিছে আৰু তানাজী মালুচাৰে আক্ৰমণকাৰী মাৱাল সৈন্য পৰিচালনা কৰিছে তেতিয়া তেওঁৰ সেই নিচাৰ জড়তা আঁতৰি গ'ল; তেওঁ সুদীৰ্ঘ তৰোৱাল হাতত লৈ দুৰ্গ প্ৰাঙ্গণত থিয় হ'ল, আৰু বীৰোচিত খড়্গ-যুদ্ধৰ বাবে তানাজীক আহ্বান জনালে। সমকক্ষ যোদ্ধাৰ আহ্বানত দুয়ো বীৰৰ খড়্গে খড়্গে তুমুল যুদ্ধ হ'ল। উভয়ৰে ৰক্তস্ৰোতে প্ৰাঙ্গণ প্লাৱিত কৰিলে। পৰস্পৰৰ অস্ত্ৰাঘাতত ক্ষত-বিক্ষত দেহে উভয়ে ধৰাশায়ী হৈ ঠাইতে উভয় বীৰৰ মৃত্যু ঘটিল। সেনাপতিৰ এই শোকাবহ মৃত্যুত মাৱালীসকলে নিৰুৎসাহ হ'ল আৰু আক্ৰমণ এৰি আত্ম-ৰক্ষাৰ কাৰণে পিচুৱাই পৰিল। বহুজন মৰা পৰিল। অৱশিষ্ট যি আছিল, যিফালে দুৰ্গ অতিক্ৰম কৰিছিল সেইফালে পলোৱাৰ সুযোগ বিচাৰিছিল; এনেতে সবলে দুৰ্গদ্বাৰ উদ্ঘাটন কৰি সূৰ্যজীয়ে সসৈন্যে দুৰ্গত প্ৰবেশ কৰিলে। দুৰ্গৰ ভিতৰত উভয় পক্ষৰ তুমুল হতাহতি যুঁজ হ'ল, সূৰ্যজীয়ে ঘোষণা কৰিলে যে প্ৰভুৰ মৃতদেহ শত্ৰুৰ হাতত লাঞ্ছিত হবলৈ এৰি থৈ যি মাৰাঠা সৈনিকে পলাবৰ চেষ্টা কৰে তাক সেই মুহূৰ্তে বধ কৰা হ'ব। সেনাপতিৰ প্ৰেৰণাৰে উদ্বুদ্ধ মাৰাঠাসকলে নৈৰাশ্য আৰু জড়তা পৰিহাৰ কৰি ভীম বিক্ৰম যুদ্ধ আৰম্ভ কৰিলে। ভ্ৰাতৃ বিয়োগৰ সন্তাপ আৰু ৰাজমাতাৰ ওচৰত দুৰ্গ জয়ৰ প্ৰতিশ্ৰুতি এই উভয় কাৰণত মাৰাঠা সেনাপতিয়ে প্ৰাণ-পণে সৈন্য পৰিচালনা কৰিলে। সিদিনা দুৰ্গত ৰাজপুতসকলৰ উৎসৱৰ কাৰণে সকলোৱে উশৃঙ্খল অৱস্থাত মত্ত হৈ আছিল; যথোচিত প্ৰতি আক্ৰমণ কৰিব নোৱাৰি ভগ্নোদ্যম দুৰ্গৰক্ষী ৰাজপুতসকলে দলে দলে আত্ম সমৰ্পণ কৰিলে। নিৰ্দেশ অনুসৰি দুৰ্গ পতনৰ সঙ্কেত দিবলৈ মাৰাঠাসকলে দুৰ্গৰ ভিতৰৰ শাৰী শাৰী ঘৰত জুই জ্বলাই দিলে। সিংহগড় বিজয়ৰ উল্লাসত শিৱাজী আৰু জিজাবাই আনন্দত অধীৰ হ'ল; বিজয়ী বীৰ তানাজীক সমুচিত সম্বৰ্দ্ধনা জনাবলৈ সাজু হ'ব এনেতে ৰজা আৰু ৰাজমাতাক সংবাদ দিলে যে সেই যুদ্ধত তানাজীৰ মৃত্যু হৈছে। এই মৰ্মান্তিক বাতৰিত শোক-বিহ্বল শিৱাজীয়ে খেদ কৰিলে "সিংহগড় পালোঁ, কিন্তু সিংহ হেৰুৱালোঁ।" তেতিয়াৰ পৰাই মাৰাঠা ইতিহাসত 'কোণ্ডানা' দুৰ্গ 'সিংহগড়' বুলি জনাজাত হয়। সিংহগড় বিজয়ী বীৰসকলে ৰজা আৰু ৰাজমাতাৰপৰা বিস্তৰ

উপহাৰ পোৱাৰ উপৰি, সূৰ্যজী সিংহগড় দুৰ্গৰ নায়কৰ পদত অধিষ্ঠিত হ'ল।

পুৰন্দৰ সন্ধিত শিৱাজীয়ে পূৰ্বাভাস দিছিল যে, সন্ধিসূত্ৰে জয়-সিংহক ২৩ টা দুৰ্গ হস্তান্তৰ কৰা হ'ল যদিও, জয়সিংহই দুৰ্গবোৰ যেতিয়া দিল্লীলৈ স্থানান্তৰ কৰিব নোৱাৰে, তেনেস্থলত তাৰ বাবে অক্ষেপৰ একো কাৰণ নাই। মাৰাঠাৰ বিক্ৰম আৰু মোগলৰ ভগ্নো-দ্যমৰ কাৰণে শিৱাজীৰ এই আশা ফলৱতী হ'ব ধৰিলে। মাৰাঠাৰ আক্ৰমণ প্ৰতিৰোধৰ চেষ্টাৰ ত্ৰুটী নহলেও দাক্ষিণাত্যৰ তদানীন্তন মোগল শাসকসকলে সেই চেষ্টা সম্পূৰ্ণ সফল কৰিবলৈ যথোচিত সামৰিক ব্যৱস্থা হাতত ল'ব পৰা নাছিল। সেয়ে দাক্ষিণাত্যৰ মোগল দুৰ্গবোৰ ক্ৰমে ক্ৰমে মাৰাঠাৰ হস্তগত হব ধৰিলে। সিংহগড় অধিকাৰ কৰাৰ প্ৰায় এমাহ পিছতেই (৮ মাৰ্চ) সেনাপতি নীলোপান্তে দুৰ্গাধ্যক্ষ ৰাইজুদ্দিন খাঁৰ হাতৰপৰা পুৰন্দৰ দুৰ্গ কাঢ়ি ললে আৰু সেই যুঁজত ৰাইজুদ্দিন খাঁ মাৰাঠাৰ হাতত বন্দী হ'ল। মোগলৰ সাময়িক নিষ্ক্ৰিয়তাৰ কাৰণে মাৰাঠা বাহিনীয়ে নাচিকৰ ওচৰৰ মোগল অধিকাৰভুক্ত চান্দোৱাৰ আক্ৰমণ কৰি মোগলৰ অগাধ ধন লুটি লয়। উত্তৰ কঙ্কনৰ মাহুলী দুৰ্গ জয় কৰা মাৰাঠাৰ সহজ নহ'ল। এই দুৰ্গ হস্তগত কৰাৰ ভাৰ পৰিছিল পেশোৱা মোৰোপান্তৰ ওপৰত। তেওঁৰ দুৰ্গ অবৰোধ প্ৰচেষ্টা বাৰম্বাৰ বিফল হয়। অৱশেষত ঔৰংজেবৰ বিশ্বস্ত ৰাজপুত দুৰ্গ-ৰক্ষক মনোহৰ দাস গৌৰে কেন্দ্ৰীয় চৰকাৰৰপৰা উপযুক্ত সামৰিক সহায় নাপাই মাৰাঠাক দুৰ্গ এৰি দিবলৈ বাধ্য হয়। প্ৰায় একে সময়তে বম্বেৰ ওচৰৰ কল্যাণ ভিৱান্দী নগৰ অধিকাৰ কৰি মাৰাঠাই উত্তৰ কঙ্কনত মোগলৰ চিনচাব নাইকিয়া কৰি জুনাৰ, আহমদনগৰ, পাৰেন্দা আদি মোগলৰ আৱশ্যকীয় কেন্দ্ৰবোৰ আক্ৰমণ কৰিলে আৰু এই নগৰবোৰৰ ওপৰত অপৰিমিত কৰ বহুৱালে।

পাঁচ বছৰ পূৰ্বে (১৬৬৫) মহাৰাজ জয়সিংহৰ হতুৱাই মোগল সাম্ৰাজ্যৰ সঠিক আৰু সবল প্ৰতিষ্ঠাৰ বাবে ঔৰংজেবে দাক্ষিণাত্যত যি গোজ পুতিছিল সি গছত পৰিণত নহ'ল। তাৰ কাৰণে তেওঁ প্ৰতাৰণাৰে শিৱাজীক কৰায়ত্ব কৰিবলৈ আগ্ৰাত যি ফন্দি সাজিছিল সেই ফন্দি ব্যৰ্থ হোৱাত সম্ৰাটৰ আলস্য জড়তাৰ কাৰণে তেওঁ দাক্ষিণাত্য আক্ৰমণৰ কাম ঢিলাই দিয়ে। ইয়াৰ আনুমানিক ঘাই কাৰণসমূহৰ ভিতৰত, উত্তৰ ভাৰতৰ জটিল সমস্যাবোৰৰ কাৰণে আৱশ্যক পৰিমাণে দক্ষিণ ভাৰতত নিয়োগ কৰিব পৰা সামৰিক শক্তিৰ অভাৱেই মুল, তদুপৰি মাৰাঠাৰ নিচিনা কৰ্মপটু, বুদ্ধিমান যোদ্ধা

জাতি এটাৰ বিৰুদ্ধে অগম্য পাৰ্বত্য অঞ্চলত ৰণ পৰিচালনা কৰিব পৰা কিম্বা নিপুণতাৰে ৰাজনৈতিক সমস্যাত সিদ্ধান্ত লব পৰা বিচক্ষণ ব্যক্তি ঔৰংজেবৰ নাছিল। মুৱাজেম আৰু মহাৰাজ যশোৱন্ত সিংহই সাম্ৰাজ্যৰ স্বাৰ্থতকৈ নিজ নিজ স্বাৰ্থত যাতে ব্যাঘাত নজন্মে তাৰ বাবে অধিক যত্নপৰবশ আছিল। দিলীৰ খাঁ কঠোৰ যোদ্ধা হলেও, অভিমানী খলুৱা প্ৰকৃতিৰ লোক আছিল। দাক্ষিণাত্যৰ যুদ্ধক্ষেত্ৰত মোগলৰ স্বাৰ্থ সংৰক্ষণ কৰিব পৰা যোদ্ধা আছিল কেৱল দৌদখাঁ কুৰেৰেশী; কিন্তু তেৱোঁ নিজ স্বাৰ্থ পাহৰিব পৰা বিধৰ লোক নাছিল। ততোধিক, যেতিয়া ৰাষ্ট্ৰীয় জটিলতাৰ মাজত মোগল সামৰিক কেন্দ্ৰত কন্দলৰ সৃষ্টি হ'ল, তেতিয়া মাৰাঠাৰ উৎসাহ উদ্দীপনাই ঔৰংজেবৰ দাক্ষিণাত্য অধিকাৰৰ আশা ভাৰষাৰ মূল উচ্ছেদ কৰিলে।

এই বছৰ (১৬৭০) দাক্ষিণাত্যৰ মোগল কেন্দ্ৰত যেন গৃহযুদ্ধৰ সূচনা হ'ল। সম্ৰাটৰ আজ্ঞাত দিলীৰ খাঁই সামৰিক পৰিস্থিতি পৰিবৰ্তনৰ উদ্দেশ্যে ছাহাজাদা মুৱাজেমক সহায় কৰিবলৈ গণ্ড জিলাৰ পৰা ঔৰঙ্গাবাদৰ ওচৰ চাপিল। দিলীৰ খাঁৰ উপস্থিতি মুৱাজেমৰ পক্ষে সন্তোষজনক হক ছাৰি ই দিলীৰ খাঁৰ প্ৰতি তেওঁৰ পূৰ্বৰ শত্ৰুতা জগাই তুলিলে। দিলীৰ খাঁই তেওঁৰ প্ৰতি ছাহাজাদাৰ আক্ৰোশৰ সম্ভেদ পাই, আচম্বিতে তেওঁৰ কিবা বিপদ ঘটিব পাৰে বুলি দিলীৰ খাঁৰ মনত ঘোৰ সন্দেহৰ সৃষ্টি হ'ল। তেওঁ ছাহাজাদাৰপৰা আদেশ পালে যে অবিলম্বে তেওঁ ঔৰঙ্গাবাদত ছাহাজাদাৰ সৈতে সাক্ষাৎ কৰিব লাগে। দিলীৰ খাঁৰ সাহসে নুকুলালে। তেওঁ ৰাজপ্ৰতিনিধি মুৱাজেমৰ আজ্ঞা অৱজ্ঞা কৰি ঔৰঙ্গাবাদৰ ২৬ মাইল পশ্চিম পাঠৰী নামেৰে ঠাইত কৌঁঠ মাৰিলে আৰু তাৰপৰা আগন্তুক অৱস্থাৰ অপেক্ষা কৰি ৰ'ল।

মুৱাজেম আৰু যশোৱন্তই দিলীৰ খাঁৰ বিৰুদ্ধে সম্ৰাটৰ ঠাইত অভিযোগ আনিলে যে দিলীৰ খাঁৰ অৱহেলাৰ কাৰণে দাক্ষিণাত্যত মোগলৰ স্বাৰ্থ ক্ষয় হৈছে। প্ৰত্যুত্তৰত দিলীৰ খাঁই সম্ৰাটক নিবেদন কৰিলে যে ছাহাজাদা আৰু যশোৱন্তই সম্ৰাটৰ স্বাৰ্থৰ বিপৰীতে গোপনে শিৱাজীৰ সৈতে হাত মিলাইছে। মুৱাজেমে শিৱাজীৰ সৈতে মিলি সঁচাকৈয়ে তেওঁৰ বিৰুদ্ধে বিদ্ৰোহ আচৰিবলৈ কিবা ষড়যন্ত্ৰত লিপ্ত হৈছে নে, সেই বিষয়ে সঠিক বুজ লবলৈ সন্দিহান ঔৰংজেবে তেওঁৰ খান-ই-জামান ইফটিকাৰ খাঁক ঔৰঙ্গাবাদলৈ পঠিয়াই দিলে। ইফ্‌টিকাৰ খাঁই এই বিবাদৰ প্ৰকৃত অৱস্থা নিৰাকৰণ নকৰি ইটোক সিটোৰ বিৰুদ্ধে লগাই পৰস্পৰৰ মাজত ঘোৰ

বিভাজনৰ সৃষ্টি কৰিলে। মুৱাজেম আৰু দিলীৰৰ শত্ৰুতা ক্ৰমে গৈ চূড়ান্ত অৱস্থা প্ৰাপ্ত হ'ল। পৰস্পৰে পৰস্পৰৰ মূৰৰ ওপৰত শানিত অস্ত্ৰ তুলিবলৈ মাত্ৰ সম্ৰাটৰ মনৰ গতি বুজিবৰ অপেক্ষাত ৰৈ থাকিল। সম্ভাব্য বিপদৰ হাত এৰুৱাবলৈ, দিলীৰ খাঁই উত্তৰ ভাৰতলৈ ৰাওনা হবৰ কল্পনা কৰিছিল, কিন্তু এনেতে সম্ৰাটৰপৰা মুৱাজেমলৈ নিৰ্দেশ আহিল যে বলেৰে হলেও দিলীৰ খাঁক সামৰিক শৃংখলাৰ ভিতৰলৈ আনিব লাগে। এই গৃহকন্দলে শেষ সীমা অতিক্ৰম কৰিলে; মুৱাজেম আৰু যশোৱন্তই দিলীৰ খাঁক বেষ্টনীত সুমুৱাবলৈ সাজু হ'ল। দিলীৰ খাঁ তেতিয়া গোদাবৰীৰ আন পাৰে মাৰাঠাৰ সৈতে ৰণত ব্যস্ত আছিল। তেওঁৰ বিৰুদ্ধে মুৱাজেম আৰু যশোৱন্তৰ পৰিকল্পিত অভিযানৰ সংবাদ পাই তেওঁ দাক্ষিণাত্য পৰিত্যাগ কৰি মালোৱালৈ পলায়ন কৰিলে। মুৱাজেম আৰু যশোৱন্তই যি প্ৰকাৰে নহক দিলীৰ খাঁক কয়েদত আনিবলৈ তাপ্তী নদীলৈকে অনুসৰণ কৰিছিল; এনেতে মুৱাজেমলৈ সম্ৰাটৰ আদেশ আহিল যে দিলীৰৰ বিপক্ষে সমৰ পৰিচালনাৰপৰা ক্ষান্ত হব লাগে। মুৱাজেমে ৰাজ আজ্ঞা মানি ললে। সম্ৰাটৰ বিপক্ষে মুৱাজেম আৰু যশোবন্তৰ সন্দেহজনক পৰিকল্পনা আঁতৰাবলৈ সম্ৰাটৰ আজ্ঞাত যশোবন্ত বুৰ্হানপুৰলৈ বদলি হ'ল।

মোগল সামৰিক কেন্দ্ৰত অন্তৰ্বিপ্লবৰ সুযোগ লৈ মাৰাঠাই অবাধে মোগল অধিকাৰত আক্ৰমণ চলাইছিল; সেই চেগতে মাৰাঠাই সামুদ্ৰিক নিৰাপত্তাৰ কাৰণে সিদ্দিৰ হাতৰপৰা জাঞ্জিৰাৰ সমুদ্ৰ দুৰ্গ হস্তগত কৰিবলৈ দুৰ্গ আক্ৰমণ কৰিলে। নামত জাঞ্জিৰা বিজাপুৰৰ কৰ্তৃত্বাধীন হলেও, কাফ্ৰী সিদ্দি সকলেই ইয়াৰ প্ৰকৃত অধিপতি আছিল। এই সমুদ্ৰ দুৰ্গৰ স্বত্বাধিকাৰী নায়ক আছিল ফতেখাঁ।

অৱৰোধ কাৰ্য সুসম্পন্ন কৰিবৰ উদ্দেশ্যে শিৱাজীয়ে স্থলভাগৰ পৰা দুৰ্গৰ ওপৰত অবিশ্ৰান্ত গোলা নিক্ষেপ কৰিলে, কিন্তু সেই আক্ৰমণত দুৰ্গৰ ক্ষতি বিশেষ নহ'ল। সহজে দুৰ্গ জয় সম্ভব নহ'ব জানি শিৱাজীয়ে ফতেখাঁক যথেষ্ট পৰিমাণে সোণৰ উপহাৰ আগবঢ়াই প্ৰস্তাৱ দিলে যে তেওঁক দুৰ্গ সমৰ্পণ কৰিলে, শিৱাজীৰ কতৃত্বাধীন হৈ ফতেখাঁই স্বেচ্ছাই দুৰ্গ শাসন কৰিব পাৰিব। মাৰাঠাই দুৰ্গ অৱৰোধ কৰিলে অৱৰোধ উচ্ছেদ কৰা সাধ্যাতীত বুজিব পাৰি ফতেখাঁই এই প্ৰস্তাৱত মান্তি হ'ল। কিন্তু ফতেখাঁৰ সমশক্তিমান আন আন সিদ্দি প্ৰধান সকলে ফতেখাঁৰ এই অভিসন্ধিৰ ঘোৰ বিৰোধিতা কৰি তেওঁক জাতিদ্ৰোহী বুলি বন্দী কৰিলে আৰু এওঁলোকে বিজাপুৰ সমৰ্থহীন কাৰণে মাৰাঠাৰ বিপক্ষে মোগলৰ আশ্ৰয় ললে। সম্ৰাটক আবেদন

জনালে যে শিৱাজীৰ আক্ৰমণৰ বিপৰীতে মোগল সম্ৰাটে যথোচিত আৱশ্যকীয় সামৰিক সাহায্য মঞ্জুৰ কৰিলে জাঞ্জিৰাৰ সিদ্দিসকলে মোগল সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হৈ, বিজাপুৰৰ পৰিবৰ্তে সম্ৰাটৰ কৰ্তৃত্ব মানি ল'ব আৰু এওঁলোকৰ অধিকাৰ ভুক্ত অঞ্চল মোগলৰ অধীনত জায়গীৰ স্বৰূপে ভোগ কৰিব। চুৰাটৰ মোগল শাসনকৰ্তাজনৰদ্বাৰা এই আবেদন সমৰ্থিত হোৱাত, চিৰবৈৰী মাৰাঠাৰ বিৰুদ্ধে সম্ৰাটে সাগ্ৰহে সিদ্দিৰ আবেদন মঞ্জুৰ কৰিলে। আবেদনকাৰীসকলৰ মুখ্যজনক 'জাকুট খাঁ' উপাধিৰে বিভূষিত হৈ জাঞ্জিৰাৰ অধিপতি বুলি সম্ৰাটৰ দ্বাৰা স্বীকৃত হ'ল আৰু শিৱাজীৰ অৱৰোধ কাৰ্যৰ বিৰুদ্ধে যথোচিত সামৰিক সাহায্য লাভ কৰিলে। মোগলৰ বলত বলীয়ান সিদ্দিসকলৰ প্ৰতিৰোধত শিৱাজীৰ অৱৰোধ কাৰ্য ব্যৰ্থ হ'ল আৰু অৱৰোধকাৰী সৈন্য পিচুৱাই লৈ জাঞ্জিৰাৰ ৰণ পৰিত্যাগ কৰিলে।

ঔৰংজেব তেতিয়া দাক্ষিণাত্যৰ শাসন সংস্কাৰ সম্পৰ্কে দোদুল্যমান অৱস্থাত আছিল; আন পক্ষে শিৱাজীয়ে প্ৰবল অশ্বাৰোহী সৈন্যদল এটা সজাই লৈ নতুন অভিযানৰ কাৰণে ব্যগ্ৰ হৈছিল। তেতিয়া শত্ৰুৰ বিপক্ষে কৰ্মতৎপৰতাই আছিল তেওঁৰ লক্ষ্য।[১] তেওঁ ভাবিলে, অনিশ্চিতভাবে সামৰিক সাজ-সৰঞ্জাম আৰু সৈন্য ক্ষয় কৰি জাঞ্জিৰাৰ অৱৰোধ কাৰ্যত লিপ্ত থকাতকৈ সহজে মোগলৰ সন্নিকস্থল আক্ৰমণ কৰিব, পাৰিলে অধিক লাভবান হোৱা উচিত।

**চুৰাটৰ দ্বিতীয় আক্ৰমণ ঃ** কল্যাণত নতুন সৈন্যদল সজাই লৈ শিৱাজীয়ে প্ৰকাশ কৰিলে যে সেই আয়োজনৰ উদ্দেশ্য গুজৰাট অভিযান। অকস্মাতে তেওঁৰ সেই কাল্পনিক উদ্দেশ্য পৰিত্যাগ কৰি পোন্ধৰ হাজাৰ অশ্বাৰোহী আৰু পদাতিক সৈনিকৰ বাহিনী এটা চুৰাট অভিমুখে পৰিচালনা কৰিলে। মুৱাজেম আৰু যশোবন্তৰ অমনোযোগৰ কাৰণে শিৱাজীয়ে যথা ইচ্ছা সৈন্য পৰিচালনা কৰিব পাৰিছিল, গতিকে এইবাৰ চুৰাট আক্ৰমণ কৰিবলৈ মোগলৰ দৃষ্টিক ভ্ৰূক্ষেপ নকৰি চুৰাট অভিমুখে সসৈন্যে প্ৰকাশ্য পথ অৱলম্বন কৰিলে। অবাধে শিৱাজী গৈ চুৰাটৰ ২০ মাইল দূৰত উপস্থিত হ'ল (২ অক্টোবৰ)। শিৱাজীয়ে গুজৰাট আক্ৰমণৰ অভিপ্ৰায় প্ৰকাশ কৰিছিল যদিও, দূৰদৰ্শী ইংৰাজ বণিকসকলে সেইটো মাত্ৰ শিৱাজীৰ সামৰিক কূটকৌশল বুলি সন্দেহ কৰি ইংৰাজ কুঠীৰ নানা বিধ পণ্যদ্ৰব্য আৰু কাৰ্যালয়

(১) Like Bismark, the great German Chancellar of the 19th century, Shivaji was by temperament one whom life consumed but rest killed. Action was his forte, of which he gave repeated proofs to his opponents.
Shivaji—Kulkarni ( P 115 ).

চুৰাটৰপৰা সোৱালী বন্দৰলৈ স্থানান্তৰ কৰিলে আৰু লগতে ইংৰাজ কুঠীৰ সভাপতি জেৰাল্ড অঙ্গীয়াৰ আৰু কোম্পানীৰ মন্ত্রণা সভাৰ সৰহ সংখ্যক সভ্যই চুৰাট পৰিত্যাগ কৰি তাত গৈ আশ্রয় ললে। ইংৰাজ কুঠীৰ ঘৰ-দুৱাৰ আৰু ইংৰাজৰ অন্যান্য সা-সম্পত্তিৰ তদাৰক কৰিবলৈ ষ্ট্রিনচাম মাষ্টাৰ নামেৰে কুঠীৰ মন্ত্রণা সভাৰ সভ্য এজন তাত ৰৈ থাকিল। পিছদিনা মাৰাঠাই নগৰ আক্রমণ কৰিলে (৬ অক্টোবৰ)। শিৱাজীয়ে গম লৈছিল যে গুজৰাটৰ মোগল শাসনকর্তাজনে তেওঁৰ আক্রমণ ৰোধ কৰিব ; কিন্তু মুৱাজেমৰ অনুগ্রহৰ কাৰণেই হক নাইবা যি কোনো কাৰণেই হক সময়ত কার্যতঃ সেইটো নহ'ল।

পূর্ব আক্রমণৰ (১৬৬৪) পিছত, মোগল চৰকাৰ কিম্বা চুৰাটৰ অধিবাসী সাউদসকলে নগৰ প্রতিৰক্ষাৰ বাবে সামৰিক ফালৰপৰা বিশেষ কোনো স্থানীয় সংস্কাৰ হাতত লোৱা নাছিল। কেৱল দুর্গৰ চাৰিও ফালে আগৰ মাটিৰ দেৱালৰ পৰিবর্তে ইটাৰ পকী দেৱাল এখন সজোৱা হৈছিল। নগৰৰ শাসনকর্তা জনে তিনিশ মাত্র সৈনিকৰ সৈতে নগৰ ৰক্ষাৰ ভাৰ লৈ আছিল। মাৰাঠাৰ আক্রমণ বার্তাৰ লগে লগে সাউদ-সদাগৰ, ধনী-দুখীয়া প্রায় সকলোৱে নিৰন্ন-নিবস্ত্র হৈ পলাই সাৰিল। বিদেশী কুঠীবোৰৰ বাহিৰে গোটেই নগৰ মাৰাঠাই অধিকাৰ কৰিলে। মোগল শাসনকর্তাজনে বাধা দিয়াৰ ভাও দেখুৱাইছিল যদিও, সমূলঞ্চে বিনাশৰ ভয়ত দুর্গত সোমাই আত্মৰক্ষা কৰিলে। মাৰাঠাই 'মাইন' পুতি দুর্গ প্রাচীৰ বিধ্বস্ত কৰিবৰ যত্ন কৰিছিল, কিন্তু সেই যত্ন সফল নহ'ল। নগৰৰ প্রায় অর্দ্ধেক অগ্নিত ভস্মিভূত হ'ল। ফৰাচীসকলে মাৰাঠা ৰজাৰ প্রতি সদিচ্ছা জ্ঞাপন কৰিবলৈ নানা উপঢৌকনেৰে শিৱাজীক সন্তুষ্ট কৰিলে। ডাচ্‌সকলে মোগল-মাৰাঠাৰ ৰণত সম্পূর্ণ নিৰপেক্ষ হৈ থাকিব বুলি প্রতিশ্রুতি দি আক্রমণৰ হাত সাৰিল। ইংৰাজ কুঠীৰ ষ্ট্রিনচাম মাষ্টাৰে নৌ সৈন্য কিছুমান গোটাই ইংৰাজ কুঠীৰপৰা মাৰাঠাৰ ওপৰত গুলী বর্ষণ কৰিছিল ; প্রতিশোধৰ ভয়ত পিছদিনা ইংৰাজ দুজনে নগৰৰ বাহিৰে শিৱাজীৰ বাহৰলৈ গৈ বন্ধুত্ব জ্ঞাপক উপহাৰেৰে ৰজাক সন্তুষ্ট কৰি আক্রমণৰপৰা নিষ্কৃতি পালে। লুণ্ঠনৰ তৃতীয় দিনা শিৱাজীয়ে বুৰ্হানপুৰৰপৰা সংবাদ পালে যে চুৰাট নগৰৰ প্রতিৰক্ষাৰ কাৰণে প্রবল মোগল বাহিনী এটা চুৰাট অভিমুখে আগ-বাঢ়িছে। এই সংবাদ পাই তুৰান্তে বাহৰ উঠাই লৈ শিৱাজীয়ে চুৰাট নগৰ পৰিত্যাগ কৰিলে। মাৰাঠাৰ লুণ্ঠিত সামগ্রীৰ মূল্য নিৰূপিত হৈছিল ছয়ষষ্ঠি লক্ষ টকা। মাৰাঠাই নগৰ এৰি যোৱাৰ পিছত

প্ৰায় এমাহলৈ নগৰ অৰাজক আছিল। নগৰৰ অৰক্ষণীয় অৱস্থাত সকলোৱে একেই বৃত্তি অবলম্বন কৰিলে—চুৰাট লুণ্ঠন।১ মাৰাঠাৰ আক্ৰমণৰ পিছত চুৰাটৰ অৱশেষ যি অলপ আছিল, সেইখিনি লুটি লবলৈ সকলোৱে যেন উদগ্ৰীব হৈ পৰিল। আন কি, সুসভ্য ইংৰাজ ষ্ট্ৰিনচাম মাণ্টাৰো লুণ্ঠন বৃত্তিৰপৰা বিৰত নহ'ল। শিৱাজীয়ে নগৰ পৰিত্যাগ কৰাৰ আগেয়ে মোগল বিষয়া আৰু চুৰাটৰ অধিবাসী সকললৈ লিখিত নিৰ্দেশ এৰি থৈ গ'ল যে, বছৰি তেওঁক বাৰ লক্ষ টকা চৌথ নোশোধালে এইদৰে বলেৰে তেওঁ চৌথ আদায় কৰিব। দেশী-বিদেশী সাউদসকলৰ বিশ্বাস জন্মিল যে ভবিষ্যতে মাৰাঠাৰ আক্ৰমণৰ হাত সাৰি চুৰাটত নিৰাপদে বেহা-বেপাৰ চলোৱা সম্ভৱ নহব। ইয়াকে ভাবি এই সুপ্ৰসিদ্ধ বন্দৰ পৰিত্যাগ কৰি সাউদসকলে তাপ্তী নদীৰ আন পাৰে প্ৰায় ১০ মাইল দূৰৰ সোৱালীত নতুন বাণিজ্য কেন্দ্ৰ স্থাপন কৰিলে।

চুৰাটৰ এই আকস্মিক দুৰ্ঘটনাৰ বাতৰি পাই নগৰ ৰক্ষাৰ কাৰণে শাসনকৰ্তা মুৱাজেমৰ আজ্ঞাত সেনাপতি মহাবৎ খাঁ আৰু সেনাপতি দৌদ খাঁ কুৰেৰেশীয়ে অবিলম্বে দহ হাজাৰ সৈন্য লৈ শিৱাজীৰ আক্ৰমণ ৰোধ কৰিবলৈ বুৰানপুৰৰপৰা যাত্ৰা কৰিছিল। চালহেৰৰ ৰাজ আলিয়েদি গৈ শিৱাজীয়ে অতি ক্ষীপ্ৰ বেগে চান্দোৰৰ ওচৰত কাঞ্চান-মাঞ্চান গিৰিসঙ্কট পাৰ হৈ নাচিক অভিমুখে বাট লব, এনেতে, ৰাণী দিন্দোৰীৰ ওচৰত মোগল ফৌজ তেওঁৰ কাষ চাপিল। তেওঁৰ অভিপ্ৰায় আছিল নাচিকৰ ওচৰৰ গিৰিপথেৰে তেওঁ গৈ কল্যাণত সোমাব। কিন্তু দেখিলে তেওঁক আগভেটিবলৈ প্ৰবল মোগল বাহিনী এটাই সেই পথ ৰোধ কৰিছে। চাৰিও ফালৰপৰা মোগল বাহিনীৰদ্বাৰা পৰিবেষ্টিত হলেও, শিৱাজীৰ ধৈৰ্যচ্যুতি নহ'ল। ততালিকে তেওঁ মাৰাঠা বাহিনী ৪।৫ ভাগত বিভক্ত কৰিলে। তেওঁৰ লক্ষ্য আছিল, প্ৰাণপণে যি কোনো আক্ৰমণ উলংঘণ কৰিও, চুৰাট আৰু বাগলানৰ লুণ্ঠিত ধন-ৰত্ন মহাৰাষ্ট্ৰলৈ স্থানান্তৰ কৰা। এই উদ্দেশ্যে ভিন্ ভিন্ মাৰাঠা বাহিনীক মোগল সৈন্য শ্ৰেণীৰ নানা ভাগ আক্ৰমণ কৰিবলৈ দি, ৰণৰ ব্যস্ততাৰ মাজত লুণ্ঠিত দ্ৰব্যৰে সৈতে মাৰাঠা বাহিনী এটাই পৰ্বতমালা পাৰহৈ শত্ৰুৰ বাধা উচ্ছেদ কৰিবলৈ স্থিৰ কৰিলে। পৰিকল্পনা অনুযায়ী পৰ্বতমালা পাৰ হবলৈ মাৰাঠা বাহিনীৰ আগ ভাগ শিৱাজীয়ে স্বয়ং পৰিচালনা কৰিলে। তেওঁৰ এই অভিপ্ৰায় বুজিব পাৰি তেওঁৰ পথ ৰোধ কৰিবলৈ সমগ্ৰ মোগল বাহিনী একত্ৰিত কৰি দৌদখাঁ তেওঁৰ পিছে পিছে ধাবমান হ'ল। এই ধাবমান শত্ৰুৰ আক্ৰ-

মণৰপৰা লুণ্ঠিত ধন-ৰত্ন ৰক্ষাৰ্থে সৰু সৈন্যদল এটাৰ তত্ত্বাবধানত সেই ধন-বিত্ত অগম্য পাৰ্বত্য পথেৰে কঙ্কণ অভিমুখে পঠিয়াই দি শিৱাজীয়ে নিজ বাহিনী ঘূৰাই লৈ শত্ৰুৰ সম্মুখীন হবলৈ সামৰিক ভঙ্গীত স্থান ললে। ৰত্ন-ভাণ্ডাৰ পৰিবহনকাৰী বাহিনীক নিৰ্দেশ দিলে যেন যি কোনো প্ৰকাৰে মোগল বাধা অতিক্ৰম কৰি নিৰ্বিঘ্নে ৰত্ন ভাণ্ডাৰ মহাৰাষ্ট্ৰলৈ স্থানান্তৰ কৰে।

**দিন্দোৰীৰ ৰণ ঃ—** বাণী দিন্দোৰীত মোগল-মাৰাঠাৰ তুমুল ৰণ হ'ল। সেনাপতি প্ৰতাপৰাও গুজাৰক মাৰাঠা বাহিনীৰ পিছভাগ ৰক্ষাৰ ভাৰ দি শিৱাজীয়ে নিজে সম্মুখ ভাগত সৈন্য সঞ্চালন কৰিলে। তেওঁ নিজে ঘোঁৰাৰ পিঠিৰপৰা দুই হাতেৰে তৰোৱাল চলাই আক্ৰমণকাৰী মোগলক য'তে ত'তে মষিমূৰ কৰিলে। দুঃসাহসিক ৰজাৰ স্পৰ্দ্ধা আৰু বিক্ৰমেৰে সঞ্জীৱিত মাৰাঠাই নিৰ্ভয়ে মোগল ব্যূহ ছিন্‌ভিন্‌ কৰিলে। প্ৰায় তিনি ঘণ্টা সময়ৰ ভিতৰতে এই ঘোৰ ৰণৰ সমাপ্তি হ'ল। পৰাজিত মোগলে যুদ্ধক্ষেত্ৰ এৰি দশোদিশে পলায়ণ কৰিলে। মোগলৰ প্ৰায় তিনি হাজাৰ সৈন্য ৰণ ক্ষেত্ৰত মৰা পৰিল। কেবা হাজাৰো ঘোঁৰা আৰু মোগলৰ নানা ৰণ-সম্ভাৰ মাৰাঠাই হস্তগত কৰিলে। এইদৰে দিন্দোৰীৰ ৰণত (১৬৭০।১৭ অক্তোবৰ) দীৰ্ঘ কাললৈ দাক্ষিণাত্যত মোগল শক্তি খৰ্ব্ব হয় আৰু মাৰাঠাই মোগলৰ এই দুৰৱস্থাৰ সম্পূৰ্ণ সুযোগ লয়।

দিন্দোৰীৰ ৰণৰ পিছত মাৰাঠাই মোগল অধিকাৰ উছন কৰিবলৈ অবাধে চাৰিওফালে বিয়পি পৰিল। লগে লগে উপকূল অঞ্চলত নৌ যুদ্ধৰ বাবেও মাৰাঠাসকল সাজু হ'ল। চিৰনবুট প্ৰতাপৰাও আৰু পেশোৱা মোৰোপান্ত পিঙলে যথাক্ৰমে দহ হাজাৰ অশ্বাৰোহী আৰু বিশ হাজাৰ পদাতিক সৈন্য মোগল অধিকাৰৰ ভিতৰলৈ পৰিচালনা কৰিলে। মোগল অধিকাৰৰ খান্দেশ আৰু বেৰাৰ ইমানলৈ শত্ৰুৰ আক্ৰমণৰপৰা নিষ্কৃতি পাই সমৃদ্ধিশালী হৈছিল। প্ৰতাপৰাওৰ বাহিনীয়ে মোগল অধিকাৰৰ প্ৰসিদ্ধ নগৰবোৰ লুট কৰি প্ৰতিপত্তিশালী নাগৰিকসকলক নিৰ্দ্দেশ দিলে যে, বছৰি মোগল সম্ৰাটক শোধাবলগীয়া কৰৰ এক-চতুৰ্থাংশ মাৰাঠা ৰজাক শোধাব লাগিব, নচেৎ বলেৰে এই চৌথ্ কৰ আদায় কৰা হ'ব আৰু বিনিময়ত, মোগল সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হলেও, সেই অঞ্চলৰ অধিবাসীসকলক যিকোনো শত্ৰুৰ আক্ৰমণৰপৰা মাৰাঠাই ৰক্ষা কৰিব।

প্ৰতাপৰাওৰ এই অভিযানত কাৰাঞ্জিয়া নগৰ লুণ্ঠন বিশেষ উল্লেখযোগ্য।[১] ধৰ্মৰ দোহাই দি যুগ যুগান্তৰে এই নগৰ আক্ৰমণ-

(১) কিছুমান লেখকে, বিশেষকৈ গ্ৰেণ্ট্ ডাফে, চুৰাটৰ ইংৰাজ বনিকসকলৰ অনুমানৰ ওপৰত লিখা কথাৰ ওপৰত নিৰ্ভৰ কৰি, শিৱাজীয়ে নিজে কাৰাঞ্জিয়া আক্ৰমণ কৰিছিল বুলি উল্লেখ কৰিছে।

কাৰীৰ হাত সাৰি আচ্যৱন্ত ব্যক্তিৰ ধন ভঁৰাল যেন আছিল। মোগলৰ নিচিনা শক্তিশালী শত্ৰুৰ বিপক্ষে দুৰ্ব্বাৰ ৰণ চলাবলৈ এই নগৰৰ সঞ্চিত ধন মাৰাঠাই পাৰ্য্যমানে বলেৰে সংগ্ৰহ কৰিলে। এইদৰে বেৰাৰ জিলাৰ লুণ্ঠিত ধন চাৰি হাজাৰ বলধ আৰু ঘোঁৰাৰ পিঠিত বোজা দি মহাৰাষ্ট্ৰলৈ নিয়া হ'ল, আৰু শিৱাজীৰ ৰাজ আজ্ঞা বিঘোষিত হ'ল যে সম্ৰাট ঔৰংজেবৰ 'জিজিয়া' কৰৰ বিপৰীতে মোগল অধিকাৰৰ ভিতৰত অনিৰ্দ্দিষ্ট কাললৈ মাৰাঠাৰ 'চৌথ্' কৰ বলবৎ থাকিব। আনহাতে মোৰোপান্তৰ অধীনস্থ বিজয়ী বাহিনীয়ে পশ্চিম খান্দেশ আৰু বাগিলানৰ আউন্ধ, পাট্টা, চালহেৰ মুলহেৰ, ত্ৰিম্বক, ৰামনগৰ আদি নগৰবোৰ অধিকাৰ কৰিলে। ইয়াৰ ভিতৰত পেশোৱাই মুলাহৰ দুৰ্গ সহজে অধিকাৰ কৰিব পৰা নাছিল। খান্দেশ আৰু গুজৰাটৰ সীমান্তত সামৰিক গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰা শিৱাজীৰ পক্ষে নিতান্ত প্ৰয়োজনীয় হৈ উঠিছিল। তেওঁ সসৈন্যে মোৰোপান্তৰ সৈতে মিলি এই দুৰ্গ অৱৰোধ কৰিলে। দৌদখাঁ তেতিয়া আহ্মদ নগৰত ব্যস্ত আছিল, তেওঁ মাৰাঠাৰ আক্ৰমণত বাধা দিব নোৱাৰিলে। মাৰাঠাৰ প্ৰতিদ্বন্দ্বিতা কৰিব পাৰে, মোগলৰ তেনে সামৰিক শক্তি নাছিল। তত্ৰাচ, দুৰ্গাধ্যক্ষ ফাটউল্লাখাঁৰ অধীনত দুৰ্গৰক্ষী মোগল সৈনিকে পাৰ্যমানে মাৰাঠাৰ অৱৰোধ নিষ্ফল কৰিবলৈ যত্ন লৈছিল; অৱশেষত মাৰাঠাই প্ৰাচীৰ পাৰ হৈ দুৰ্গৰ ভিতৰত প্ৰবেশ কৰিলে। ৰণত ফাটখাঁৰ মৃত্যু হ'ল আৰু দুৰ্গৰক্ষী মোগলে মাৰাঠাক দুৰ্গ সমৰ্পণ কৰিবলৈ বাধ্য হ'ল (১৬৭১)।

সম্ৰাট যেন নিষ্ক্ৰিয় হ'ল। মোগল অধিকাৰৰ ভিতৰত অবাধে মাৰাঠাৰ লুণ্ঠন চলিলি; কিন্তু বিস্ময়কৰ কথা, সেই আক্ৰমণৰ বিপৰীতে মোগলৰ বিশেষ সামৰিক ব্যৱস্থা দেখা নগ'ল। দাক্ষিণাত্যৰ মোগল চুবা ৰক্ষাৰ কাৰণে সৈন্য আৰু সামৰিক সাজ-সৰঞ্জাম পঠিয়াই দি সম্ৰাটে মুৱাজেম আৰু যশোৱন্তক কোনোমতে শক্তিশালী কৰিবৰ ইচ্ছা কৰা নাছিল। এওঁলোকৰ কৰ্মকুশলতাৰ অভাৱতকৈও এওঁলোকৰ প্ৰতি অবিশ্বাসেই আছিল সম্ৰাটৰ উদাসীনতাৰ ঘাই কাৰণ। দাক্ষিণাত্যৰ নানা সমৰক্ষেত্ৰত থকা মোগল বাহিনী একত্ৰিত কৰিলেও, তেতিয়া তাৰ বিপৰীতে শিৱাজীয়ে সহজে চল্লিশ হাজাৰ মাৰাঠা সৈনিক নিয়োজিত কৰিবলৈ সক্ষম আছিল। এনে অৱস্থাত অযথা মাৰাঠাৰ বিপক্ষে ৰণ কৰি মুৱাজেমে নিশ্চিত পৰাজয় আহ্বান কৰাৰ যুক্তি নেদেখিলে। বিশেষকৈ, শিৱাজীৰ শত্ৰুতা আচৰণ কৰি তেওঁৰ ভৱিষ্যতৰ পথত কণ্টক সৃষ্টি কৰিবলৈ মন নকৰিলে। আনহাতে যশোৱন্তৰ শিৱাজী-প্ৰীতিও কাৰো অবিদিত নাছিল।

কিন্তু সৰ্বাতকৈও, মোগলৰ উচ্চ সামৰিক বিষয়াসকলৰ ভিতৰত হোৱা কন্দল আৰু বিশৃংখলাই আছিল মোগল পৰাজয়ৰ ঘাই কাৰণ। যিয়ে নহওক, এনে সামৰিক পৰিস্থিতি আওকাণ কৰি শান্তিৰে থকা বিধৰ পুৰুষ ঔৰংজেব নাছিল। এই প্ৰতিকূল অৱস্থাৰ পৰিবৰ্তন কৰিবলৈ তেওঁ দাক্ষিণাত্যৰ মোগল চুবা সংৰক্ষণকাৰী বিষয়াসকলৰ পদৰ সাল-সলনি কৰিলে আৰু এই গুৰুভাৰ বহন কৰিবলৈ নতুন বিষয়া কিছুমান নিযুক্ত কৰিলে।

ছাহাজাদা মুৱাজেমৰ সহকাৰী ঠাই পূৰণ কৰিলে মহাবৎ খাঁই। এওঁ মুৱাজেমৰ অধীনস্থ নহৈ স্বাধীন ভাবে সমৰ পৰিচালনাৰ ভাৰ প্ৰাপ্ত হ'ল। দিলীৰ খাঁই নিৰ্দ্দেশ পালে যে তেওঁ অনতিবিলম্বে মহাবৎ খাঁৰ কাৰ্যপৰিচালনাত সহকাৰী স্বৰূপে তেওঁৰ সৈতে যোগ দিব লাগে। সন্ধি-স্থলত উপযুক্ত যোদ্ধাৰ সমাবেশেই মহাৰাজ জয়সিংহৰ সামৰিক প্ৰচেষ্টা ফলৱতী হোৱাৰ ঘাই কাৰণ আছিল। এই নীতি অনুসৰণ কৰি দাক্ষি-ণাত্যৰ ৰাজনৈতিক অৱস্থাৰ পৰিবৰ্তনৰ কাৰণে অভিজ্ঞ ৰণকৌশলী সৈন্যাধ্যক্ষ সকলক উপযুক্ত স্থলত নিযুক্তি দিলে। অধিনায়ক মহাবৎ খাঁক সহায় কৰিবলৈ আন দুজন সেনাপতি, দৌদখাঁ কুৰেৰেশী আৰু গুজৰাটৰ শাসনকৰ্তা বাহাদুৰ খাঁ, তেওঁৰ অধীনস্থ স্বৰূপে নিযুক্ত হ'ল। তদুপৰি নতুন নতুন বাহিনী লৈ অমৰ সিং চান্দোৱাট আদি কেবাজনো ৰাজপুত সামৰিক বিষয়া দাক্ষিণাত্যৰ মোগল সমৰ কেন্দ্ৰত উপস্থিত হ'ল। এওঁবিলাকে ঔৰঙ্গাবাদত সাহাজাদা মুৱাজেমৰ সৈতে সাক্ষাৎ কৰাৰ পিছত বাৰিষা কালত জিৰণি লোৱাৰ কাৰণে পাৰণাৰ নামেৰে ঠাইলৈ আহি তাতে কোঁঠ মাৰিলে। মহাবৎ খাঁ সুদক্ষ যোদ্ধা হলেও, তেওঁৰ অধীনস্থ সেনাপতিসকলৰ ভিতৰত শৃংখলা ৰাখিবৰ বাবে ব্যক্তিত্ব আৰু মৰ্যাদা তেওঁৰ নাছিল। তেওঁ আছিল মৰ্যাদা-লোভী, আত্মম্ভৰী, বিলাসপ্ৰিয় সেনাপতি। যোদ্ধাৰ জীৱনৰ কঠোৰ শৃংখলা আৰু নৈতিক আদৰ্শ পাহৰি তেওঁ বিলাসমগ্ন হ'ল, তেওঁৰ কদাচাৰৰ কাৰণে মোগল সমৰকেন্দ্ৰৰ শাসন ক্ৰমে শিথিল হ'ব ধৰিলে। মহাৰাজ জয়সিংহৰ নিচিনা সুশৃংখল, সুনিয়ন্ত্ৰিত জীৱন যাপন কৰিলে, মহাবৎ খাঁৰ সৈনিক শিবিৰত আফগানিস্থান আৰু পাঞ্জাবৰ চাৰি-পাঁচ শ নাচনীয়ে ঠাই নেপালেহেঁতেন। তেওঁ যেতিয়া এইদৰে ভোগ বিলাসত বিভোৰ, তেতিয়া হাজাৰ বিজাৰ মোগল সৈনিক মোগল সামৰিক কেন্দ্ৰত সংক্ৰামক ৰোগত বিধ্বস্ত হয়। তদুপৰি যেতিয়া নানা কাৰণত মোগল সেনাপতি সকলৰ ভিতৰত মতান্তৰ ঘটিল, তেতিয়া মোগলৰ পক্ষে জয়তকৈ পৰাজয়ৰ সম্ভাবনাই অধিক হ'ল।

যিবিলাক সৈন্যাধ্যক্ষ নিযুক্ত হৈছিল, তেওঁলোকে নিজ স্বাৰ্থ আৰু নিজ গৌৰবৰ কাৰণে পৰস্পৰৰ প্ৰতি বিদ্বেষ ভাব পোষণ কৰিছিল আৰু ৰাজ্যৰ উমৈহতীয়া স্বাৰ্থৰ প্ৰতি অলপো আকৃষ্ট নহৈছিল।[১] ফলত দাক্ষিণাত্যত মোগল শক্তিৰ ক্ৰমে অধোগতি হয়।

দাক্ষিণাত্যত কাৰ্যভাৰ লৈয়ে মহাবৎখাঁই আক্ৰমণাত্মক কাৰ্য আৰম্ভ কৰিলে। মাৰাঠাৰ হাতৰপৰা পাট্টা আৰু আউন্ধ উদ্ধাৰ কৰি বাবিষা কালত জিৰণি লোৱাৰ পিছত তেওঁৰ সৈন্য বাহিনী দুভাগ কৰিলে। তাৰে এভাগ দিলীৰ খাঁৰ অধীনত পুণা আক্ৰমণ কৰিবলৈ নিযুক্ত কৰিলে। দুৰ্গ অধিকাৰ কৰিবলৈ দিলীৰ খাঁৰ অধিক শ্ৰমৰ আৱশ্যক নহ'ল। সহজে দুৰ্গ অধিকাৰ কৰি তেওঁ ৯ বছৰৰ ওপৰৰ দুৰ্গবাসী মাত্ৰকে বধ কৰালে। তেনেদৰে বিনা পৰিশ্ৰমে ৰাওলা জাবলা আৰু আহিভান্ট দুৰ্গ অধিকাৰ কৰিব পাৰিব বুলি সেই দুৰ্গবোৰ দিলীৰ খাঁই আক্ৰমণ কৰিছিল, কিন্তু মাৰাঠাৰ প্ৰবল প্ৰতি-আক্ৰমণ ব্যৰ্থ কৰিব নোৱাৰি দিলীৰ খাঁই শিবিৰ উঠাই ল'বলৈ বাধ্য হয়।

**চালহেৰ ৰণ** ঃ দিলীৰ খাঁ এইদৰে ব্যস্ত থকা কালত গুজৰাটৰ শাসনকৰ্তা বাহাদুৰ খাঁই মহাবৎ খাঁৰ বাহিনী পৰিচালনাৰ ভাৰ লবলৈ আদেশ পালে। সন্ধিস্থলত অৱস্থিত চালহেৰ দুৰ্গ মোগল মাৰাঠা উভয়ৰ পক্ষে অতি গুৰুত্বপূৰ্ণ দুৰ্গ আছিল। বাহাদুৰ খাঁই সমৰ পৰিচালনাৰ ভাৰ লৈয়ে মাৰাঠাৰ হাতৰপৰা উদ্ধাৰৰ কাৰণে এই দুৰ্গ অৱৰোধ কৰিলে। আন পক্ষে যিকোনো উপায়ে এই দুৰ্গ ৰক্ষাৰ কাৰণে শিৱাজী কৃত সংকল্প হ'ল। মোগলৰ কঠোৰ অৱৰোধৰ কাৰণে দুৰ্গত খাদ্য সঙ্কটে দেখা দিলে। এই বাতৰিত শিৱাজী বৰ বিমোৰত পৰিল। সুস্থাপিত মোগল ব্যূহ ভেদ কৰি দুৰ্গৰ ভিতৰলৈ ৰচদ সৰবৰাহ অসম্ভৱ নহলেও সহজে কৰিব পৰা নহয় জানি, তেওঁ কৌশলেৰে সেই কাম কৰিবলৈ সংকল্প কৰিলে। শিৱাজীয়ে যুদ্ধৰ উদ্দেশ্যেৰে ডাঙৰ ফৌজ এটা সজাই লৈ যেন মোগল বেষ্টনী আক্ৰমণৰ উদ্দেশ্যে আগবাঢ়িল। শিৱাজীৰ অভিযানৰ অভিপ্ৰায় বুজিব পাৰি বাহাদুৰ খাঁই প্ৰমাদ গণিলে। তেওঁ দিলীৰ খাঁক আদেশ দিলে যে মাৰাঠাই যাতে অৱৰোধকাৰী মোগল সৈন্য শ্ৰেণীক আক্ৰমণ কৰিব নোৱাৰে

(১) But the concept of concerted action among the Moghuls had long before dissolved into an unrealisable dream. The nobles of the Empire were so preoccupied with their own prestige and personal ambitions that they had become totally incapable of rising above that sordid level.

Shivaji—Kulkarni ( P 116. )

তাৰ বাবে নিলগতে মাৰাঠাৰ গতিৰোধ কৰিব লাগে। সেই মৰ্মে দিলীৰ খাঁই দুৰ্গবেষ্টনকাৰী সৈন্য শ্ৰেণীৰ সৰহ ভাগ উঠাই লৈ শিৱাজীৰ বিৰুদ্ধে আগ বাঢ়িছে, এনেতে উত্তৰ ফালৰপৰা এজাক মাৰাঠা-সৈনিকে মোগলৰ অৰক্ষিত ব্যূহ ভেদ কৰি অৱৰুদ্ধ মাৰাঠা সৈনিক-সকলৰ বাবে অপৰ্যাপ্ত পৰিমাণে ৰচদ আৰু নানা সাজ-সৰঞ্জামে সৈতে তীব্ৰ বেগে দুৰ্গত প্ৰবেশ কৰিলে। কিন্তু হলেও, এই উদ্যম মাৰাঠাৰ পক্ষে ফলবতী নহ'ল; শিৱাজীৰ অশ্বাৰোহী বাহিনীয়ে দিলীৰ খাঁৰ শিবিৰ আক্ৰমণ কৰিছিল যদিও, কৃতকাৰ্য হ'ব নোৱাৰি পিচুৱাই পৰিল। এই পৰাজয়ৰ হাত সাৰিবলৈ, পেশোৱা মোৰোপান্ত পিঙলে আৰু সেনাপতি প্ৰতাপ ৰাও গুজাৰ নিজ নিজ বাহিনী লৈ অবিলম্বে চালহেৰ যুদ্ধত যোগ দিবলৈ আদিষ্ট হ'ল। আদেশ অনুসৰি পিঙলে কঙ্কনৰপৰা আহি দিলীৰ খাঁক আক্ৰমণ কৰিবলৈ আগবাঢ়িল আৰু প্ৰতাপ ৰাও চালহেৰ অৱৰোধ উচ্ছেদ কৰিবলৈ সাজু হ'ল। সমবেত বিশ হাজাৰ মাৰাঠা অশ্বাৰোহীক দূৰতে বিদূৰ কৰিবলৈ মোগল অধিনায়কে মোগল সেনাপতি ইক্‌লাচ খাঁ মিয়ানাক মাৰাঠাৰ বিপক্ষে সৈন্য পৰিচালনাৰ ভাৰ দিলে। প্ৰতাপ ৰাৱে বিপুল মোগল বাহিনীক আক্ৰমণ নকৰি যেন আত্মৰক্ষাৰ কাৰণেহে সমৰ ক্ষেত্ৰত সাজু হ'ল। মাৰাঠাৰ এই নিষ্ক্ৰিয়তাত উৎসাহিত হৈ মোগলে মাৰাঠা বাহিনীক আক্ৰমণ কৰিলে।

বিভ্ৰান্ত মোগলক সমূলঞ্চে নাশ কৰাই আছিল প্ৰতাপ ৰাওৰ এই ৰণকৌশলৰ উদ্দেশ্য। মোগলৰ আক্ৰমণৰ প্ৰায় লগে লগে তেওঁ মাৰাঠা বাহিনীক পলায়নৰ আদেশ দিলে। এই পলায়নত মোগল উত্তেজিত হ'ল আৰু পলাতক শত্ৰুৰ বিনাশ সাধন কৰিবলৈ সামৰিক শৃংখলা ভঙ্গ কৰি শত্ৰুৰ পিছ ললে। মোগল বাহিনীৰ বিশৃংখলা ঘটোৱাই আছিল মাৰাঠা সেনাপতিৰ কূট কৌশল। ধাবমান মোগল বাহিনী কেউফালে ছিন্নভিন্ন হ'ল আৰু মুহূৰ্ততে মাৰাঠা বাহিনী একত্ৰিত কৰি প্ৰতাপ ৰাৱে ক্ষীপ্ৰতাৰে বিশৃংখল মোগল সৈন্য শ্ৰেণীক আক্ৰমণ কৰিলে। ইতিমধ্যে মোৰোপান্ত প্ৰতাপ ৰাওৰ সহযোগী হ'ল। ইক্‌লাচ খাঁই মোগল বাহিনী সজাই লৈ মাৰাঠাৰ বিপক্ষে সুফল লাভ কৰিব নোৱাৰিলে। উভয় পক্ষৰ তুমুল ৰণৰ মাজত মোগলে ছত্ৰভঙ্গ দিলে।[১] পাঁচ হাজাৰ মোগল ধৰাশায়ী হ'ল; বহুজন প্ৰখ্যাত মোগল সেনাপতি মাৰাঠাৰ বন্দী হ'ল। তাৰ ভিতৰত সেনাপতি ইক্‌লাচ

(১) The Flight became a reckless rout.
**Life of Shivaji Maharaj—Takakhav (P 328).**

খাঁ আৰু ৰাজা অমৰ সিংহৰ পুত্ৰ সুখাম সিং উল্লেখযোগ্য। মাৰাঠা সকলৰ পক্ষত প্ৰায় এক ডেৰ হাজাৰ সৈনিক বিনষ্ট হয়। এই ৰণত মোগলৰ পূৰ্ণ পৰাজয় হ'ল আৰু মাৰাঠাই বিস্তৰ ৰণ সম্ভাৰ হস্তগত কৰিলে (১৬৭২। ফেঃ)।

এই পৰাজয়ৰ ফলত মহাবৎ খাঁৰ কল্পনা অনুসৰি সমৰ পৰিচালনাৰ অন্ত পৰিল। বাহাদুৰ খাঁই চালহেৰ অৱৰোধ উঠাই লৈ ঔৰঙ্গাবাদ অভিমুখে পলায়ন কৰিলে; পলাতক মোগল বাহিনী মাৰাঠাৰ হাতত ছিন্ন-ভিন্ন হ'ল। বাহাদুৰ খাঁ আৰু দিলীৰ খাঁই মোগল শক্তিৰ পৰিচয় দিব নোৱাৰিলে আৰু সম্ৰাটৰ সকলো প্ৰয়াস নিষ্ফল হ'ল। মোগলে কল্পনা কৰিব পৰা নাছিল যে এই প্ৰচণ্ড আক্ৰমণ এইদৰে মাৰাঠাৰ হাতত ব্যৰ্থ হব।[১]

গুৰুত্বপূৰ্ণ চালহেৰ দুৰ্গ প্ৰতিৰক্ষণৰ বাবে শিৱাজীয়ে যিকোনো সামৰিক সঙ্কটৰ সমুখীন হবলৈ সাজু আছিল, যিহেতু বাগলান অঞ্চল আৰু বিশেষকৈ চুৰাট বন্দৰ কৰায়ত্ব কৰিবলৈ হলে চালহেৰ দুৰ্গৰ প্ৰয়োজনীয়তা আছিল অসীম। চালহেৰ যুদ্ধৰ বিজয় বাতৰিত শিৱাজীয়ে অপৰিসীম সন্তোষ লভিছিল আৰু বাৰ্তাবাহকজনক ৰত্নৰ অলঙ্কাৰ-উপহাৰ দি তেওঁৰ আনন্দৰ আবেগ চৰিতাৰ্থ কৰিছিল।

বিৰাট মোগল বাহিনীৰ পৰাজয়ৰ ফলত, চালহেৰ ৰণে মাৰাঠা শক্তিক মোগলৰ বিপক্ষে ভাৰতত একমাত্ৰ মুখ্য প্ৰতিদ্বন্দ্বী বুলি প্ৰমাণ কৰিলে। আনপক্ষে চালহেৰ ৰণৰ দুঃসহ পৰাজয় বাতৰিয়ে ঔৰংজেবৰ মনত ঘোৰ শঙ্কা আৰু নিৰাশাৰ সৃষ্টি কৰিলে। তেওঁৰ আন্তৰিক পৰিতাপৰ কাৰণে তেওঁ তিনি দিনলৈ ৰাজ দৰবাৰ স্থগিত ৰাখিছিল আৰু দাক্ষিণাত্যত মোগলৰ লুপ্ত গৌৰৱ উদ্ধাৰ কৰাৰ দুশ্চিন্তাই তেওঁৰ মানসিক যন্ত্ৰণা সৃষ্টি কৰিছিল। এই ৰণত দিলীৰ খাঁই পলাই প্ৰাণ ৰক্ষা কৰি যেতিয়া সম্ৰাটলৈ পৰাজয়ৰ বাতৰি পঠিয়াইছিল, তেতিয়া সম্ৰাটে তেওঁৰ কাপুৰুষালিৰ কাৰণে তিৰস্কাৰ কৰি লিখিছিল যে এই পৰাজয়ৰ বাতৰি দিয়াৰ আগতে দিলীৰ খাঁৰ মৃত্যু হোৱা উচিত আছিল। উত্তৰত দিলীৰ খাঁই লিখিছিল যে যি ব্যক্তিয়ে সম্ৰাটৰ চকুৰ আগত তেওঁৰ কঠোৰ কয়দৰ পৰা সুখ্যাতিৰে পলাই সাৰিব পাৰিছিল, তেনে জনৰ হাতত পৰাস্ত হোৱা বেচি লাজৰ

(১) The victory was the most complete ever achieved by Shivaji's troops in a fairly faught action with the Moghuls and contributed greatly to the renown of the Marathas.

Grant Duff.

কথা নাছিল। যি নহওক, শেষত বাহাদুৰ খাঁৰ প্ৰবোধ বাক্য সাৰোগত কৰি সম্ৰাটে মাৰাঠাৰ বিৰুদ্ধে নতুন পৰিকল্পনা উদ্ভাবনৰ যত্ন ললে।

চালহেৰ যুদ্ধৰ পিছতেই মন্ত্ৰী মোৰোপান্ত পিংলেৰ অধীনত মাৰাঠাই চালহেৰ দুৰ্গৰ সমুখৰ মুলহেৰ দুৰ্গ অধিকাৰ কৰি লয় আৰু ফলত গোটেই বাগলান অঞ্চলত মাৰাঠাই আধিপত্য বিস্তাৰ কৰিলে আৰু ই সুৰাটৰ পক্ষে ঘোৰ বিপজ্জনক হৈ উঠিল।

মহাবৎ খাঁ দাক্ষিণাত্যলৈ অহাৰ পিছৰপৰাই মাৰাঠাৰ বিৰুদ্ধে তেওঁৰ অকৃতকাৰ্যতাৰ কাৰণে আৰু সমৰকেন্দ্ৰ পৰিচালনাত ব্যৰ্থতাৰ কাৰণে সম্ৰাট তেওঁৰ ওপৰত ঘোৰ অসন্তুষ্ট হৈছিল। সেয়ে তেওঁ বাহাদুৰ খাঁ আৰু দিলীৰ খাঁক বাগলানা জিলা ৰক্ষাৰ ভাৰ অৰ্পণ কৰে। সম্ৰাটৰ এনেও সন্দেহ হৈছিল জানোচা শিৱাজীৰ সৈতে মহাবৎ খাঁৰ গোপন চক্ৰান্তই মোগলৰ উপৰ্যুপৰি পৰাজয়ৰ কাৰণ। সম্ৰাটৰ আদেশত মহাবৎ খাঁ সামৰিক কাৰ্যভাৰৰপৰা অপসাৰিত হ'ল আৰু সম্ৰাটে তেওঁক উত্তৰ ভাৰতলৈ ওভতাই নিলে (১৬৭২। মে') তেওঁ আফগানিস্থানত কাৰ্যভাৰ লবলৈ নিযুক্তি পালে।

দুৰ্ভাগ্যবশতঃ এসময়ৰ যশস্বী মহাবৎ খাঁই অনাদৃত অৱস্থাত যাত্ৰা পথত দেহত্যাগ কৰে। মহাবৎ খাঁৰ মৃত্যুৰ প্ৰায় এমাহ পিছত ছাহাজাদা মুৱাজেম দক্ষিণ ভাৰতৰ পৰা উত্তৰ ভাৰতলৈ স্থানান্তৰিত হয়। এওঁলোকৰ পৰিবৰ্তে খানজাহান বাহাদুৰ খাঁই ৰাজ প্ৰতিনিধি স্বৰূপে দাক্ষিণাত্যৰ শাসন ভাৰ পায়। তেওঁৰ নিৰ্দিষ্ট কাম ধাৰ্য হ'ল, ৭০ হাজাৰ মোগল সৈন্যৰ অধিনায়ক স্বৰূপে সৰ্বত্ৰ মাৰাঠাৰ গতি ৰোধ কৰা। তেওঁ এই পৰিমাণ সৈন্যেৰে সৈতে সেই পাৰ্বত্য দেশত মাৰাঠাৰ বিৰুদ্ধে সামৰিক কাৰ্য হাতত লবলৈ সঙ্কুচিত হ'ল। মাত্ৰ উপকূল অঞ্চলৰ প্ৰতিৰক্ষাৰ কাৰণে, মাৰাঠাই যাতে পশ্চিমঘাটৰ গিৰিসঙ্কট অতিক্ৰম কৰি উপকূল অঞ্চল কৰায়ত্ব কৰিব নোৱাৰে, তাৰ বাবে গুৰুত্বপূৰ্ণ গিৰিসঙ্কটবোৰৰ দুয়ো পাৰে পৰ্বতৰ ওপৰত টোপ বহুৱাই ঠায়ে ঠায়ে ছাউনি পাতি মোগল সৈনিকে ঘাটি বহুৱালে। বাহাদুৰ খাঁৰ এই সমৰ পদ্ধতি দিলীৰ খাঁৰ মনোগ্ৰাহী নহ'ল। বৰং তেওঁ ইয়াৰ বিৰুদ্ধাচৰণ কৰিলে। দিলীৰ খাঁৰ অভিপ্ৰায় আছিল, সমুখ ৰণত শিৱাজীক পৰাস্ত কৰি মহাৰাষ্ট্ৰ উছন কৰা; কিন্তু মাৰাঠাৰ সৈতে সমুখ ৰণত মোগলৰ অৱশ্যম্ভাবী পৰাজয় জানি বাহাদুৰ খাঁই দিলীৰ খাঁৰ মত উপেক্ষা কৰিলে আৰু নিজ পৰিকল্পনা অনুসৰি তেওঁ মোগল অধিকাৰ সংৰক্ষণ কৰিবলৈ যত্নবান হ'ল।

বাহাদুৰ খাঁৰ সামৰিক ব্যৱস্থাৰ কাৰণে খান্দেশ আৰু উত্তৰ অঞ্চলৰ ঠাইবোৰত মাৰাঠাৰ গতিৰোধ হৈছিল যদিও, কৌশলী মাৰাঠা-সকলে অলপ সংখ্যক সৈনিকৰ বহু দল তৈয়াৰ কৰি কেউফালৰ মোগল অধিকাৰত সোমাবলৈ এৰা নাছিল। এই সুযোগতে শিৱাজীয়ে কুটুব-ছাহী ৰাজ্য গোলকুণ্ডাৰ অভিমুখে আগবাঢ়ি ৰাজধানী ভাবানগৰৰ (হায়দৰাবাদ) ওচৰত উপস্থিত হয়। প্ৰধান ৰাজবিষয়া আৰু নাগ-ৰিকসকলৰপৰা কৰ স্বৰূপে ২০ লক্ষ পেগোদা আদায় কৰি লৈ ৰাজ্যৰ ক'তো একো ক্ষতি নকৰাকৈ তেওঁ ৰায়গড়লৈ উভতি আহে।

শিৱাজী এই অভিযানত ব্যস্ত থকা কালত মোগল আৰু এবি-চিনীয়ইঁতে যুটীয়াভাৱে শিৱাজীৰ অধিকাৰৰ কঙ্কন উপকূল আক্ৰমণ কৰে। আকস্মিক আক্ৰমণত মাৰাঠাৰ দাণ্ডাৰাজপুৰীৰ সামৰিক নৌ-ঘাটি বিধ্বস্ত হয় আৰু ৰণত তাৰ অধ্যক্ষ ৰসো ৰাল্লাল আট্ৰেৰ মৃত্যু হয়। সমবেত এবিচিনীয়, সিদ্দি আৰু মোগল বাহিনীয়ে শিৱা-জীৰ অধিকাৰভুক্ত কুৰলা বন্দৰ আক্ৰমণ কৰিবৰ উদ্দেশ্যে বম্বে পোতাশ্ৰয়ত সোমাই তাত তেওঁলোকৰ সৈন্য বাহিনী নমাবলৈ তাৰ ইংৰাজ শাসনকৰ্তা মিঃ অঙ্গিয়াৰৰ ( Mr. Aungier ) অনুমতি বিচাৰি-ছিল। শিৱাজীৰ প্ৰতিনিধিয়ে এই সম্পৰ্কে ইংৰাজ শাসনকৰ্তাজনক সতৰ্ক কৰি দিয়াত, তেওঁ সিদ্দি আৰু মোগলক এই অনুগ্ৰহ দেখুৱাবলৈ অপাৰগ বুলি উত্তৰ জনালে। এই সময়ত ইংলণ্ড আৰু হলেণ্ডৰ মাজত ৰণ চলিছিল। কমোডৰ ৰিক্লফ ভান গোৱেন ( Commodore Rickllof Van Goen ) নামেৰে হলেণ্ডৰ নৌ সৈন্যাধ্যক্ষজনে ২২খন যুদ্ধ জাহাজ লৈ বম্বে আক্ৰমণ কৰিব বুলি শিৱাজীৰ অনুমতি বিচাৰিলে। এওঁলোকে চৰ্ত্ত দিলে যে যদি মাৰাঠাই এওঁলোকৰ বম্বে অভিযানত, এওঁলোকক অনুমতি আৰু সৈন্য সাহায্য দিয়ে তেন্তে, জাঞ্জিৰাত সিদ্দিসকলৰ বিপৰীতে হলেণ্ডৰ নৌ-বাহিনীয়ে মাৰাঠাক আৱশ্যকীয় সামৰিক সহায় দিব। ইংৰাজৰ নিচিনাকৈ শিৱাজী এই বিষয়ে সম্পূৰ্ণ নিৰপেক্ষ হৈ থাকিল।

**শিবনেৰ জয়ৰ শেষ চেষ্টা ঃ** পুণা জিলাৰ উত্তৰ সীমান্তত শিবনেৰ দুৰ্গ অৱস্থিত; বিজাপুৰৰ হাতৰপৰা কালক্ৰমে এই দুৰ্গ মোগলৰ অধিকাৰভুক্ত হয়। এই দুৰ্গতে শিৱাজীয়ে জন্ম গ্ৰহণ কৰি-ছিল। সামৰিক প্ৰয়োজনীয়তাৰ বাহিৰেও নিজ জন্মস্থান স্বৰূপে এই দুৰ্গ হস্তগত কৰিবলৈ ঐকান্তিক হাবিয়াস আছিল। এবাৰ এই দুৰ্গ তেওঁ হস্তগত কৰিছিল কিন্তু পুনৰ দুৰ্গ মোগলৰ হাতলৈ যায়। এই

বাৰ শেষ চেষ্টা কৰিবৰ বাবে তেওঁ দুৰ্গাধিপ আব্দুল আজিজৰ সৈতে গুপ্ত অভিসন্ধিত লিপ্ত হয়। ভাবিছিল, মুছলমান হলেও আজিজ যেতিয়া এদিন ব্ৰাহ্মণ আছিল, যদি আজিজে তেওঁক দুৰ্গ অৰ্পণ কৰিব বুলি প্ৰতিশ্ৰুতি দিয়ে, তেন্তে আজিজে তাক ভঙ্গ নকৰে। আজিজক বহুত প্ৰলোভন দিলে; কৈ পঠিয়ালে যে যদি তেওঁ মাৰাঠাক দুৰ্গ অধিকাৰ কৰিবৰ সুযোগ দিয়ে, তেন্তে আজিজক তেওঁ 'সোণৰ পাহাৰ' এখন উপহাৰ দিব। আজিজে সন্মতি প্ৰকাশ কৰিলে; ৰজাই নাভাবিলে যে এই সন্মতিৰ আঁৰত প্ৰতাৰণাৰ ছাঁ আছে। আজিজ ঔৰংজেবৰ এজন অতি বিশ্বস্ত বিষয়া আছিল আৰু সেয়ে তেওঁক এনে গুৰুত্বপূৰ্ণ দুৰ্গ এটাৰ কিল্লাদাৰ নিযুক্ত কৰিছিল।

দুৰ্গ আক্ৰমণৰ নিৰ্দিষ্ট দিনৰ আগতে আজিজে শিৱাজীৰ পৰিকল্পিত আক্ৰমণৰ বিতং বাতৰি বাহাদুৰ খাঁক জনায় আৰু সেই মৰ্মে আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ বাহাদুৰ খাঁ তৎপৰ হয়। সেই নিৰ্দিষ্ট দিনৰ নিশা সাত হাজাৰ সৈনিকৰ মাৰাঠা বাহিনী এটাই দুৰ্গ আক্ৰমণ কৰিলে। ভিতৰৰপৰা আজিজ খাঁই আক্ৰমণৰ বিপৰীতে সামৰিক ব্যৱস্থা লোৱাৰ লগে লগে, বাহিৰৰপৰা বাহাদুৰ খাঁৰ বাহিনীয়ে পিছ ফালৰপৰা মাৰাঠাক আগুৰি লয়। উভয় পক্ষৰ তুমুল ৰণৰ পিছত মাৰাঠা বাহিনী পৰাস্ত হৈ অৱৰোধ তুলি লবলৈ বাধ্য হয়। এই সংঘাত শিৱাজীৰ আবেগ প্ৰসূত ৰণ বুলিব পাৰি, হয়তো আবেগৰ বশ হৈ তেওঁ কৰ্মকুশলতা পৰিহাৰ কৰিছিল।

## দশম অধ্যায়

# বিজাপুৰৰ সৈতে পুনৰ ৰণ

( ১৬৭৩-৭৪ )

শিৱাজী আগ্ৰাত বন্দী হৈ থকা কালত কিম্বা মহাৰাজ জয়-সিংহৰ অভিযানৰ পিছত, বিজাপুৰৰ সৈতে মাৰাঠাৰ লেখত লব-লগীয়া তেনে বিবাদ একো হোৱা নাছিল। সন্ধি সূত্ৰে মোগলৰ লগ লাগি শিৱাজীয়ে বিজাপুৰৰ বিপক্ষে কোনো কোনো ক্ষেত্ৰত ৰণত নামিছিল যদিও, তাত তেওঁৰ বিশেষ আন্তৰিকতা নাছিল। পৰিশেষত যেতিয়া বাহাদুৰ খাঁৰ আমোলত মাৰাঠাৰ বিপৰীতে মোগলৰ আক্ৰমণ পাতলি আহিল, তেতিয়া বিজাপুৰ ৰাজ্য আক্ৰমণ কৰি শিৱাজীয়ে নিজ ৰাজ্য বিস্তাৰৰ সুযোগ লব বিচাৰিলে।

বিজাপুৰৰ চুলতান মহম্মদ ২য় আলি আদিল ছাহৰ দিনত, তেওঁৰ মন্ত্ৰী আব্দুল মহম্মদে শিৱাজীৰ সৈতে গুপ্ত চুক্তি কৰিছিল যে মাৰাঠাৰ আক্ৰমণৰপৰা বিজাপুৰ মুক্ত ৰাখিলে, বিজাপুৰে শিৱাজীক বছৰি তিনি লক্ষ টকা কৰ সোধাব। আদিল ছাহৰ মৃত্যুত (১৬৭৩) যেতিয়া তেওঁৰ ৪ বছৰীয়া নাবালক পুত্ৰ চেকেন্দাৰ ছাহ ৰাজপাটত বহে, তেওঁৰ এবিচিনীয় মন্ত্ৰী খাওৱাজ খাঁই এই চুক্তি ভঙ্গ কৰে। তদুপৰি স্থানীয় মুছলমান বিষয়াসকলৰ আৰু পৰদেশী খাওৱাজ খাঁৰ ভিতৰত ঘোৰ মনোমালিন্যৰ সৃষ্টি হয় আৰু সি গৈ ক্ৰমে অন্তৰ্বিপ্লৱত পৰিণত হ'ল। এই পৰিস্থিতিৰ সুযোগ লৈ শিৱাজীয়ে বিজাপুৰৰ হাতৰ পৰা আৱশ্যকীয় সন্ধি স্থল কৰায়ত্ত কৰিবলৈ যত্নবান হ'ল। এই উদ্দেশ্যে বিশালগড় দুৰ্গত প্ৰবল বাহিনী এটা সংগঠন কৰিলে। আন পক্ষে মাৰাঠাৰ উদ্দেশ্যৰ গম লৈ বিজাপুৰ সেনাপতি আব্দুল কৰিম বাহলোল খাঁ মোগলৰ সহযোগিতাত মাৰাঠাৰ বিপক্ষে সাজু হ'ল।

বিজাপুৰৰ পশ্চিম সীমান্তত সীমান্ত ৰক্ষাৰ কাৰণে পানহালা দুৰ্গ বিজাপুৰৰ যেনে আৱশ্যক, সেই একেই কাৰণতে শিৱাজীৰ ৰাজ্য সংৰক্ষণৰ কাৰণে, সেই দুৰ্গ তেওঁৰ সমানে আৱশ্যক আছিল। পানহালা

অতি সুৰক্ষিত আৰু দুৰ্ভেদ্য দুৰ্গ। এই দুৰ্গ ইতিপূৰ্বে শিৱাজীৰ হাতত আছিল, কিন্তু মোগলৰ সৈতে ৰণত আবদ্ধ হৈ, বিজাপুৰ আক্ৰমণৰপৰা মুক্ত থকাৰ উদ্দেশ্যে, সন্ধিসূত্ৰে শিৱাজীয়ে এই দুৰ্গ বিজাপুৰক হস্তান্তৰ কৰিছিল (১৬৬০)। ইমানলৈ শিৱাজীয়ে মোগলৰ সৈতে ৰণত ব্যস্ত থাকি এই দুৰ্গ পুনৰ অধিকাৰ কৰাৰ সুযোগ লব পৰা নাছিল। এতিয়া সেই সুযোগ তেওঁৰ মিলিল বিজাপুৰৰ অন্তৰ্বিপ্লৱৰ কাৰণে।

সেই সুযোগ লবৰ কাৰণে সেনাপতি অন্নাজী দত্তৰ অধীনত প্ৰবল মাৰাঠা বাহিনী এটাই ৰত্নগিৰিৰ গভীৰ অৰণ্যৰ মাজে মাজে পানহালা অভিমুখে অগ্ৰসৰ হ'ল। তেওঁৰ সহায়ক আছিল কোণ্ডাজী ৰাবুলেকাৰ। পানহালা অতি বিশাল দুৰ্গ; আক্ৰমণৰ নিৰ্দিষ্ট দিনৰ পূৰ্বেই নানা ভেশচন লৈ কিছুমান মাৰাঠা সৈনিকে দুৰ্গৰ ভিতৰ সোমাই লৈছিল। অন্নাজীৰ আক্ৰমণকাৰী সৈন্য বাহিনীয়ে ঘোৰ অন্ধকাৰ নিশা দুৰ্গৰ ওচৰৰ অৰণ্যত আশ্ৰয় ললে। সামৰিক সুচলতাৰ ফালে লক্ষ্য ৰাখি, দুৰ্গ জয় কৰিবলৈ প্ৰকাশ্য ৰণ কিম্বা অৱৰোধ মাৰাঠাই যুক্তি সম্মত নহয় বুলি লোৱা নাছিল। দুৰ্গ প্ৰবেশ কৰাৰ ভাৰ লৈছিল কোণ্ডাজীয়ে। মানুহৰ ওপৰত মানুহ থিয় হৈ প্ৰাণান্তিক কৌশলেৰে ৬০ জন মাৱালী সৈন্য লৈ কোণ্ডাজীয়ে সেই অন্ধকাৰ নিশা দুৰ্গৰ প্ৰাচীৰ পাৰ হ'ল। এই সৈনিকসকলে পূৰ্বে অনুপ্ৰবেশকাৰী সৈনিকসকলৰ লগ লাগিল আৰু অকস্মাতে শিঙা-শঙ্খ বজাই দুৰ্গৰ ভিতৰত তুমুল আলোড়ন সৃষ্টি কৰিলে। দুৰ্গৰ দুৱাৰ মুকলি হ'ল। অন্নাজীৰ ফৌজ দুৰ্গত সোমাই দুৰ্গৰক্ষী বিজাপুৰী সৈনিকসকলক হাতাহাতি যুঁজত কাটি খাস্তাং কৰিলে। দুৰ্গাধিপ বাবুখাঁৰ মৃত্যু হ'ল আৰু এইদৰে মাৰাঠাই পানহালা দুৰ্গ অধিকাৰ কৰিলে (১৬৭৩।৬ মাৰ্চ)।

বিজাপুৰৰ অক্ষমতাৰ সুযোগ লৈ এই সময়তে মাৰাঠাই বিজাপুৰৰ কেইবাটাও দুৰ্গ হস্তগত কৰিলে; তাৰ ভিতৰত পাৰালি আৰু সাঁতাৰা প্ৰখ্যাত। প্ৰায় চাৰিমাহ কাল অৱৰোধ কৰি মাৰাঠাই সাঁতাৰা দুৰ্গ অধিকাৰ কৰিব পাৰিছিল। বিজাপুৰ ৰাজ্যৰ পশ্চিম অঞ্চলত থকা ওৱাই, চিৰোল, কাৰহাড, কোলহাপুৰ আদি কেবাখনো নগৰ একে সময়তে শিৱাজীয়ে অধিকাৰৰ অন্তৰ্ভুক্ত কৰি লয়। ইতিমধ্যে কাৰোৱাৰৰ বিজাপুৰ সামৰিক শাসনকৰ্তাজন বিদ্ৰোহী হোৱাত বিজাপুৰ ৰাজ্যত এক সঙ্কট অৱস্থাৰ সৃষ্টি হয়। এইদৰে বিজাপুৰৰ শাসনকাৰ্য্যৰ বিশৃংখলতাৰ কাৰণে ৰাজপ্ৰতিনিধি খাওৱাজ খাঁৰ প্ৰতিপত্তি হ্ৰাস হ'ল। যি প্ৰকাৰেই নহওক, তেওঁ এই অৱস্থাৰ পৰিবৰ্তন ঘটাবৰ সংকল্প কৰিলে। তেওঁ বুজিছিল, এইন কোনো প্ৰবল শক্তিৰ সহায় নাপালে মাৰাঠাক উচ্ছেদ

কৰা সামৰ্থ্য তেওঁৰ নাই। ধৰ্মৰ দোহাই দি তেওঁ সমধৰ্মী মোগলৰ অনুগ্ৰহ বিচাৰিলে। কিন্তু মোগলৰ চিৰ বিৰোধী বিজাপুৰক মাৰাঠাৰ বিপৰীতে সাহায্য দিবলৈ মোগল আগ নাবাঢ়িল। অৱশেষত ৰাজদৰবাৰৰ তাৰণাত খাওৱাজ খাঁই, অকলে হলেও, মাৰাঠাৰ বিৰুদ্ধে ৰণ দিবলৈ সাজু হ'ল।

মাৰাঠাক আক্ৰমণ কৰিবৰ ভাৰ পৰিল সেনাপতি আবদুল কৰিমৰ ওপৰত। কৰিমে প্ৰবল বিজাপুৰ বাহিনী এটা লৈ পানহালা দুৰ্গ অৱৰোধ কৰিলে। এই অৱৰোধৰ অৱসান ঘটাবৰ কাৰণে আদিষ্ট হ'ল মাৰাঠা সৈনাধ্যক্ষ প্ৰতাপৰাও গুজাৰ। এওঁ পানহালা অৱৰোধকাৰী বিজাপুৰ বাহিনীৰ বিৰুদ্ধে অগ্ৰসৰ নহৈ সসৈন্যে বিজাপুৰ অভিমুখে ধাবমান হ'ল। যাত্ৰা-পথত বিজাপুৰ ৰাজ্যৰ গাঁও-ভুঁই উজাৰ কৰিলে। যেতিয়া বিজাপুৰ নগৰ আক্ৰমণৰ সম্ভাৱনা তীব্ৰ হৈ উঠিল, ৰাজ প্ৰতিনিধি খাওৱাজ খাঁ নগৰ ৰক্ষাৰ কাৰণে অত্যন্ত চিন্তিত হ'ল, যিহেতু বিজাপুৰৰ মুখ্য বাহিনী আবদুল কৰিমৰ অধীনত পানহালাত আবদ্ধ আছিল। খাওৱাজ খাঁই পানহালা জয়ৰ কল্পনা পৰিত্যাগ কৰি, নগৰ ৰক্ষাৰ কাৰণে পানহালা অৱৰোধ তুলি লৈ আবদুল কৰিমক বিজাপুৰ অভিমুখে অগ্ৰসৰ হ'বলৈ নিৰ্দেশ পঠিয়ালে।

আবদুল কৰিম উভতি আহোঁতে মিৰাজ আৰু বিজাপুৰৰ মাজৰ উমৰাণী নামেৰে ঠাইত প্ৰতাপৰাওৱে আবদুল কৰিমৰ গতি ৰোধ কৰিলে। কেউফালৰপৰা অৱৰুদ্ধ হৈ বিজাপুৰ বাহিনী মাৰাঠাৰ হাতত বিধ্বস্ত হোৱাৰ উপক্ৰম হ'ল। কৰিমে যেতিয়া দেখিলে অগ্ৰগামী বিজাপুৰী সৈন্য দল মাৰাঠাৰ হাতত খাস্তাং হ'ব ধৰিছে তেওঁ আত্মৰক্ষাৰ উপায় নোপোৱা যেন পালে। ক্ৰমে যেতিয়া মাৰাঠাই চাৰিও ফালৰপৰা বাট পথ বন্ধ কৰিলে, বিজাপুৰ বাহিনীৰ পানী আৰু ৰচদ সৰবৰাহৰ উপায় নোহোৱা হ'ল। এই সঙ্কট অৱস্থাত যিকোনো প্ৰকাৰে মাৰাঠাৰ হাতৰপৰা মুক্তি বিচাৰি সন্ধি সূত্ৰে যুদ্ধ স্থগিত কৰিবলৈ তেওঁ প্ৰতাপৰাওক আবেদন জনালে। পৰাজিত শত্ৰুৱে যেতিয়া হাৰ মানিছে, তেতিয়া অযথা ৰণত লিপ্ত হৈ সামৰিক শক্তি ক্ষয় কৰাতকৈ শত্ৰুক পথ এৰি দিয়াটো উচিত বিবেচনা কৰিলে। প্ৰতাপৰাওৰ এই সিদ্ধান্তত, কৰিমে মুক্তি পালে আৰু অৱশেষ বাহিনী লৈ বিজাপুৰলৈ উভতি গ'ল। প্ৰতাপৰাওৰ এই সামৰিক সিদ্ধান্তত শিৱাজী ঘোৰ অসন্তুষ্ট হ'ল আৰু প্ৰতাপৰাওৰ এনে সন্দেহযুক্ত কাৰ্য্যৰ কাৰণে কঠোৰ তিৰস্কাৰ কৰিলে। প্ৰতাপৰাও উদ্ধত চৰিত্ৰৰ লোক আছিল। ৰজাৰ এই ব্যৱহাৰত ক্ৰুদ্ধ হৈ তেওঁ বিজাপুৰ পৰিত্যাগ কৰি বেৰাৰ জিলাৰ পাইনঘাটৰ ফালে সৈন্য চালনা কৰিলে।

আবদুল কৰিমে প্ৰতাপৰাওক যুদ্ধ বিৰতি প্ৰতিশ্ৰুতি কিবা দিছিল যদিও, তেওঁ পুনৰ বিজাপুৰ বাহিনী সংগঠন কৰি লৈ, নতুন উদ্যমেৰে পানহালা অৱৰোধ কৰিবলৈ অগ্ৰসৰ হ'ল।

দুয়ো ৰাজ্যৰ সীমান্তৰ ফোণ্ডা দুৰ্গ অৱৰোধ কৰি শিৱাজী স্বয়ং এই কাৰ্য্যত ব্যস্ত আছিল। কৰিমৰ পানহালা আক্ৰমণৰ সংবাদ পাই সেই দুৰ্গ ৰক্ষাৰ কাৰণে তেওঁ বৰ চিন্তিত হ'ল। প্ৰতাপ ৰাৱে কৰিমৰ পানহালা অবৰোধ কাৰ্য্যত বাধা দিবলৈ পানহালা অভিমুখে ধাবমান হ'ল। বাটতে তেওঁ শিৱাজীৰ কঠোৰ নিৰ্দেশ পালে "যদি তুমি পানহালা আক্ৰমণকাৰী বিজাপুৰ বাহনী নিৰ্ম্মূল কৰিব নোৱাৰা, তেন্তে জীৱনত ৰাজদৰ্শন নকৰিবা।" ক্ৰোধৰ বশৱৰ্ত্তী শিৱাজীৰ এই মৰ্ম্মন্তুদ নিৰ্দেশত নিজে নিজৰ ওপৰত প্ৰতিশোধ লৈ, প্ৰতাপৰাৱে ৰাজৰোষ নিৰ্ব্বাপিত কৰিবলৈ স্থিৰ প্ৰতিজ্ঞ হ'ল। তেওঁ ৰণকৌশল পৰিত্যাগ কৰি, বিপুল বিজাপুৰ বাহিনীক আক্ৰমণ কৰিলে। তেওঁ আত্মৰক্ষাৰ বাবে অলপো সতৰ্ক নোহোৱাত, তুমুল ৰণৰ মাজত প্ৰতাপৰাওৰ মৃত্যু হ'ল। সৈন্যাধ্যক্ষৰ মৃত্যুত মাৰাঠা বাহিনীয়ে আত্মবিশ্বাস হেৰুৱাই পৃষ্ঠভঙ্গ দিলে। ধাবমান বিজাপুৰীয়ে পলাতক মাৰাঠা বাহিনী উছন কৰিলে আৰু অৱশিষ্ট সৈন্যশ্ৰেণী কোনো প্ৰকাৰে গৈ পানহালাত আশ্ৰয় ল'লে।

প্ৰতাপৰাওৰ এই বিপৰ্য্যয়ৰ পিছতেই অকস্মাতে ৰণৰ আমূল পৰিৱৰ্ত্তন ঘটিল। অভাবনীয়ৰূপে যুদ্ধত জয়লাভ কৰি বিজাপুৰ বাহিনী উন্মত্তপ্ৰায় অৱস্থা প্ৰাপ্ত হৈছিল। এওঁলোকে সামৰিক শৃংখলা পৰিত্যাগ কৰি জয়োল্লাসত অধীৰ হ'ল। আন এজন মাৰাঠা সেনাপতি হংসজী মোহিতা সসৈন্যে প্ৰতাপৰাওৰ অনুগামী হৈ আহিল; প্ৰতাপৰাওৰ পৰাজয়ত তেওঁ নিৰুৎসাহ নহ'ল; বিশৃংখল বিজাপুৰ বাহিনীক তেওঁ জেচাৰি নামে ঠাইত অতৰ্কিতে আক্ৰমণ কৰিলে। বিজাপুৰ বাহিনীয়ে সামৰিক শৃংখলাপ্ৰাপ্ত হোৱাৰ আগেয়ে প্ৰতিশোধকামী মাৰাঠাই বিজাপুৰ বাহিনী উচ্ছন্ন কৰি, আবদুল কৰিমৰ জয়ক পৰাজয়ত পৰিণত কৰিলে (১৬৭৪)। কৰিমে বহু কষ্টে গৈ বিজাপুৰত আশ্ৰয় ল'ব পাৰিছিল। মাৰাঠা ইতিহাসৰ সুপ্ৰখ্যাত বীৰ ধানাজী যাদব আৰু শান্তাজী ঘোৰপাৰে এই ৰণত অসীম বীৰত্ব দেখুৱাইছিল।[১]

(১) এই ৰণ সম্পৰ্কে বেলেগ বেলেগ বিবৃতি আছে। টাকাখভে সভাসদৰ বৰ্ণনা অনুযায়ী ঘটনাৰ উক্তৰূপ বৰ্ণনা দিছে। চাৰ যদুনাথ আৰু আধুনিক লেখক কিছুমানে শিৱাজীৰ অভিষেকৰ সময়ত ৰায়গড়ত থকা ইংৰাজৰ দোভাষী নাৰায়ণ চেনবিৰ বিবৃতি অনুসৰণ কৰি কয় যে, ৰোষত আৰু আত্মহাৰা হৈ নিজ বাহিনী পিছত এৰি ছয়জন মাত্ৰ অশ্বাৰোহী সহিতে ঠেক পৰ্বতৰ মাজৰ বাট এটাত প্ৰতাপ ৰাওৱে অসংখ্য বিজাপুৰী

এই ৰণ জয়ত শিৱাজীৰ শোক আৰু আনন্দৰ দুই অশ্রুধাৰা মিহলি হ'ল। প্রতাপৰাওৰ ঠাইত চিৰনবুটৰ (Commander-in-chief) পদত তেওঁ হংসজী মোহিতাক নিযুক্তি দিলে আৰু তেওঁৰ উপাধি হ'ল হাম্বিৰৰাও মোহিতা। প্রতাপৰাওৰ এই আত্মঘাতী মৃত্যুত শিৱাজী বৰ বিচলিত হ'ল। তেওঁৰ পৰিয়ালক সম্মান দেখুৱাবলৈ তেওঁবিলাকৰ কাৰণে ৰাজভঁৰালৰপৰা ভৰণ-পোষণৰ উচিত ব্যৱস্থা কৰিলে আৰু প্রতাপৰাওৰ কন্যাক তেওঁৰ দ্বিতীয় পুত্র ৰাজাৰামৰ কাৰণে বিয়া কৰালে।

ফোণ্ডা দুৰ্গ অবৰোধ কাৰ্য্যত শিৱাজী কৃতকাৰ্য্য নহ'ল। অৱশেষত, বিজাপুৰ বাহিনীয়ে যাতে এই বাটেৰে শিৱাজীৰ অধিকাৰৰ পশ্চিমঘাট উপকূলত প্রবেশ নকৰে, তাৰ বাবে দুৰ্গাধিপৰপৰা প্রতিশ্রুতি লৈ তেওঁ অৱৰোধ উঠাই লয়।

শিৱাজীৰ ফোণ্ডা অৱৰোধৰ কালত সিদ্দি আৰু মোগলৰ সমবেত নৌ বাহিনীয়ে শিৱাজীৰ অধিকাৰৰ উপকূল অঞ্চলত কেবাখনো ঠাই বিনষ্ট কৰি তাৰ বাসিন্দাসকলৰ ওপৰত নানা অত্যাচাৰ উৎপীড়ন কৰে আৰু বহু জনক গোলাম স্বৰূপে বিক্রি কৰিছিল। এই নৌ বাহিনীয়ে চাল্‌চেটি বন্দৰ ধ্বংস কৰিবৰ উদ্দেশ্যে ইংৰাজৰ প্রতিবাদ স্বত্বেও বম্বে পোতাশ্রয়ত প্রবেশ কৰে। শিৱাজীয়ে ৰায়গড়ৰ পৰা তিনি হাজাৰ মাৰাঠা সৈনিক পঠিয়াই দি সিদ্দিৰ আক্রমণ প্রতিৰোধ কৰে।

---

সৈনিকৰ মাজেৰে আহি বাহলোল খাঁক আক্রমণ কৰে। তেনে অৱস্থাত বিজাপুৰী সৈনিকৰ হাতত সাতজনেই প্ৰাণ হেৰুৱায়।

Life of Shivaji Maharaj—Takakhav (P 344-45)

কিছুমানৰ মতে আবদুল কৰিম নহয় বাহলোল খাঁই এই ৰণত লিপ্ত আছিল।

## একাদশ অধ্যায়

# শিৱাজীৰ ৰাজ-অভিষেক

( ১৬৭৪-৭৬ )

গুপ্ত ৰজাসকলৰ পিছত শাস্ত্ৰীয় ৰীতি অনুসৰি ৰাজ-অভিষেক সম্পাদন প্ৰথা হিন্দু ৰজাসকলৰ মাজত লোপ পায়। বিদেশী অভিযান-কাৰীৰ আক্ৰমণত আৰু আভ্যন্তৰীণ বিপ্লবৰ ফলত ক্ৰমে ৰাজ্য আৰু ৰাজ-অনুষ্ঠানবোৰৰ স্থায়িত্ব অনিশ্চিত হৈ পৰে। মাৰাঠা শক্তিৰ অভ্যু-দয়ৰ আগত ভাৰতত জাতীয়তাবাদ আছিল বুলি ক'ব নোৱাৰি। গুপ্ত ৰজাসকলৰ ৰাজত্বৰ অন্তত ৰাজশক্তিৰ সাৰ্বভৌমত্ব নাইকিয়া হয় আৰু বিদেশী শক্তিৰ বাৰম্বাৰ আক্ৰমণৰ কাৰণে হিন্দুৰাজ্যবোৰো খণ্ড-বিখণ্ড হৈ সংহতি হেৰুৱায়। পশ্চিমৰ পৰা অহা আক্ৰমণকাৰী মুছলমান-সকলৰ আক্ৰমণৰ বিপৰীতে ঠায়ে ঠায়ে হিন্দু শক্তি কিছুমানে প্ৰতিৰোধৰ চেষ্টা কৰিছিল যদিও, ক্ৰমে সেই চেষ্টা ক্ষীণ হয় আৰু পূৰ্বৰ শক্তিমন্ত হিন্দুৰজাসকলে শৌৰ্য্য হেৰুৱাই অতীতৰ যশ-গৌৰৱ পাহৰি যায় আৰু নিজ নিজ ঐহিক সুখ আৰু সামাজিক মৰ্যাদাৰ কাৰণে বিদেশী আক্ৰমণ-কাৰীৰ অধীনস্থ হৈ জাতীয় আত্মমৰ্যাদা বিসৰ্জন দিয়ে। নীচাত্মিকা-ভাবে হিন্দুৰজাসকলক যেতিয়া এইদৰে পৰাশ্ৰিত কৰে, তেতিয়া সাৰ্ব-ভৌম ৰাজত্বৰ আদৰ্শ পাহৰি যোৱাৰ লগে লগে তেওঁলোকে হিন্দুৰ শাস্ত্ৰীয় বিধি-ৰীতি অনুমোদিত প্ৰকৃত ৰাজধৰ্ম আৰু ৰাজআচৰণ পাহৰি যায়। এইটো ঐতিহাসিক সত্য যে, যেতিয়া এখন ৰাজ্য বা ৰাষ্ট্ৰ বিচ্ছেদ হয়, তেতিয়া তাৰ গৌৰৱ-গৰিমা লুপ্ত হয় আৰু সি পৰাশ্ৰিত হ'বলৈ বাধ্য হয় আৰু তাৰ শাসক বা শাসক-মণ্ডলীও নীচাত্মিকা ধাৰণাৰ প্ৰবাহত উটি যায়। হিন্দুৰজাসকলে এই অৱস্থা প্ৰাপ্ত হোৱাৰ বহু কালৰ আগৰ পৰাই ভাৰতত ৰাজ-অভিষেক প্ৰথা লোপ পাইছিল।

মহাৰাষ্ট্ৰত তথা ভাৰতত হিন্দু ৰাজশক্তিৰ উত্থানৰ কাৰণে শিৱাজীয়ে ৰাজ-অভিষেক প্ৰথাৰ প্ৰচলন অত্যন্ত প্ৰয়োজনীয় বুলি বিবেচনা কৰিলে। তেওঁ ভাবিছিল, যি কোনো ৰাজ্যত ধন-বস্তুৰ আকৰ সৃষ্টি

হ'লেও, কিম্বা অপৰিমেয় শক্তি সঞ্চয় কৰি ৰাজ্য বিস্তাৰ কৰিলেও, আদৰ্শ অনুসৰি শাসনৰ সুনীতিবোৰ কাৰ্য্যত পৰিণত কৰিব নোৱাৰিলে ৰাজত্বৰ বিকাশ নহয় আৰু সেয়ে হ'ব লাগিলে জাতীয়তাবাদৰ ( nationalism ) একান্ত প্ৰয়োজন। এইখিনিতে উল্লেখ কৰিব পাৰি, উত্তৰ ভাৰতত তেতিয়াৰ ৰাজপুতসকল যোদ্ধা জাতি স্বৰূপে জনাজাত আছিল যদিও জাতীয় সংহতিৰ সপক্ষে তেওঁলোকৰ জাতীয়তাবাদৰ আদৰ্শ নাছিল। তেওঁলোকৰ একো একোটা ফৈদে একো একোটা অঞ্চল অধিকাৰ কৰি নিজ নিজ ৰাজ্য ভোগ কৰিছিল। শিৱাজীয়ে ভাবিছিল জাতীয়তাবাদৰ ভেঁটিত ৰাষ্ট্ৰ সংগঠিত নহ'লে সেই ৰাষ্ট্ৰই পূৰ্ণ শক্তি লাভ কৰিব নোৱাৰে আৰু সেই শক্তি কেন্দ্ৰীভূত কৰিব লাগিলে ৰাষ্ট্ৰনায়কৰ প্ৰতি জাতিৰ প্ৰগাঢ় বিশ্বাস আৰু অবিচল শ্ৰদ্ধাৰ প্ৰয়োজন। যিহেতু সেই যুগত, বিশেষকৈ হিন্দুসকলে, শাস্ত্ৰসম্মত একনায়কত্ব বাদ মানি চলিছিল, গতিকে তেওঁৰ কল্পিত মাৰাঠা ৰাজ্যৰ সুশাসন, সমৃদ্ধি আৰু ৰাষ্ট্ৰীয় মৰ্যাদাৰ কাৰণে তেওঁ মাৰাঠা ৰাজ্যত একচ্ছত্ৰী ৰজাৰ ৰাজত্ব প্ৰতিষ্ঠাৰ পন্থা অবলম্বন কৰিলে।

সেই কালছোৱাত শক্তিসম্পন্ন মাৰাঠা চৰ্দাৰ আৰু পলিগড় সকলে মুছলমান ৰজাসকলৰ অধীনত নিজ অধিকাৰ ভোগ কৰিছিল, আৰু কিছুমানে স্বাধীনভাবে ভিন্ন অঞ্চলত ক্ষুদ্ৰ ৰজা স্বৰূপে ৰাজত্ব কৰিছিল। তদুপৰি কিছুমানে লুণ্ঠনকাৰীৰ বৃত্তি লৈ অৰাজক অঞ্চলবোৰত ৰাজ পয়োভৰেৰে নিজ ক্ষমতা বিস্তাৰ কৰিছিল। শিৱাজীয়ে বুজিছিল, যদি এই মাৰাঠা শক্তিসমূহ কেন্দ্ৰীভূত নহয় তেন্তে মাৰাঠা-ৰাজ্য স্থাপনৰ পৰিকল্পনা ফলৱতী নহ'ব। গতিকে এক জাতীয় পতাকাৰ তলত এই শক্তি সমবেত কৰাই আছিল তেওঁৰ ঘাই উদ্দেশ্য। ইতিপূৰ্বেই তেওঁ ৰজা উপাধি লৈছিল যদিও, সেইটো সৰ্বসম্মত কিম্বা জনতাৰ স্বীকৃতিৰ ওপৰত হোৱা নাছিল। মোহিতা, মহাদিক্, চাৰ্‌কি, নিম্বালকৰ, ঘাট্‌গে, যাদব, ঘোৰপাড়ে আদি কেবাটাও সমৃদ্ধিশালী বিখ্যাত ফৈদে মহাৰাষ্ট্ৰত সামৰিক প্ৰতিপত্তি বিস্তাৰ কৰিছিল ; শিৱাজীৰ অভ্যুদয়ত এওঁলোকৰ সকলোৱে সমপৰিমাণে উৎসাহিত নহৈ কিছুমানে বৰঞ্চ তেওঁৰ বিপৰীত শক্তিৰ সৈতে যোগ দি তেওঁৰ প্ৰগতিৰ পথ ৰোধ কৰিব খুজিছিল। যদি ৰাজ-সিংহাসনত উপবিষ্ট হৈ 'ৰাজ-ছত্ৰ'ৰ তলত ৰাজ্যৰ প্ৰতীক স্বৰূপে জনতাৰ অভিবাদন গ্ৰহণ নকৰে, তেন্তে, আনকি শত্ৰু মিত্ৰ বিদেশী শক্তিসমূহেও তেওঁক স্বাধীন ৰাজ্যৰ একছত্ৰী ৰজা বুলি স্বীকাৰ নকৰে।

স্বাধীন মহাৰাষ্ট্ৰ সংগঠন আৰু স্থাপন কৰিবলৈ এই ত্ৰিশ বছৰ কালৰ ভিতৰত অভিষেক কাৰ্য সম্পন্ন কৰিব নোৱৰাৰ প্ৰধান কাৰণ আছিল, পিতাক সাহাজী পৰাশ্ৰিত ৰজা হৈ থকা কালত তেওঁৰ এই ৰাজকীয় উৎসৱ সুশোভন নহ'লহেঁতেন। দ্বিতীয়তে সাহাজীৰ মৃত্যুৰ পিছত (১৬৬৪), এই কালছোৱাত মোগল আৰু বিজাপুৰ এই দুই প্ৰবল শক্তিৰ সৈতে সংঘৰ্ষণত লিপ্ত হৈ ৰাজকীয় অভিষেক উৎসৱ আয়োজন কৰিবলৈ তেওঁৰ আজৰি নাছিল।

ইতিপূৰ্বে হংসজী মোহিতাৰ (হামিৰ ৰাও) হাতত বিজাপুৰৰ শক্তি খৰ্ব হ'ল। খাওৱাজ খাঁৰ মনৰপৰা শিৱাজীৰ বিৰুদ্ধে অস্ত্ৰচালনাৰ পৰিকল্পনা সম্প্ৰতি আঁতৰি গ'ল। বিজাপুৰৰ যি আছে তাকেই ৰক্ষা কৰি যুদ্ধ বিগ্ৰহত নিৰ্লিপ্ত হৈ থকাই তেওঁ উচিত কাৰ্য বুলি স্থিৰ কৰিলে। দাক্ষিণাত্যৰ মোগল শাসনকেন্দ্ৰ ঔৰঙ্গাবাদৰো অৱস্থা হ'ল প্ৰায় একে। ৰাজ প্ৰতিনিধি বাহাদুৰ খাঁই শিৱাজীৰ সৈতে ভিতৰুৱা চুক্তি কৰি লৈছিল, যেন তেওঁৰ আমোলত মাৰাঠাই মোগল সীমান্ত উলংঘন নকৰে। মাৰাঠায়ো অন্যত্ৰ নিজ উদ্দেশ্য ফলৱতী কৰাৰ কাৰণে সম্প্ৰতি মোগলৰ সৈতে সংঘৰ্ষ পৰিহাৰ কৰিছিল। শিৱাজীয়ে মোগলক শত্ৰু বুলি পৰিচয় নিদি বন্ধুৰূপে চিনাকি দিবৰ অভিপ্ৰায়ে তেওঁৰ ৰাজদূত কাজি হায়দাৰক ঔৰঙ্গাবাদৰ মোগল শিবিৰলৈ পঠিয়াই মোগল ৰাজ প্ৰতিনিধি বাহাদুৰ খাঁৰ জৰিয়তে মিত্ৰ ৰজা বুলি তেওঁৰ আবেদনসমূহ মঞ্জুৰ কৰিবলৈ সম্ৰাটৰ ওচৰত প্ৰাৰ্থনা জনাইছিল। ঔৰংজেবে সেই আবেদনলৈ কৰ্ণপাত নকৰি শিৱাজীৰ অতীত আচৰণৰ কাৰণে তেওঁৰ ৰাজদূত কাজি হায়দাৰক বন্দী কৰায়। শিৱাজীয়ে সম্ৰাটৰ এই আচৰণত ক্ষুব্ধ হৈছিল যদিও মোগলৰ প্ৰতি অচিৰাৎ শত্ৰুতা আচৰণ নকৰি বাহাদুৰ খাঁৰ শুভেচ্ছা লাভ কৰিছিল। ঔৰংজেব তেতিয়া উত্তৰ ভাৰতৰ ৰাষ্ট্ৰীয় সঙ্কটৰ সমুখীন হয়। তেনে অৱস্থাত দক্ষিণ ভাৰতত সমৰ পৰিচালনাৰ অভিপ্ৰায় তেওঁৰ অলপো নাছিল; বিশেষকৈ এই কাৰণত যে দক্ষিণ ভাৰতৰ মুছলমান ৰাজশক্তিসমূহ শিৱাজীৰ যিমান শত্ৰু তাতকৈ তেওঁৰ অধিক শত্ৰু আছিল। গতিকে, সেই সময়ত মোগল সম্ৰাটে দাক্ষিণাত্য অভিযানৰ কল্পনাক মনত ঠাই নিদিছিল।

এই পৰিস্থিতিৰ মাজত শত্ৰুপক্ষৰপৰা আক্ৰমণৰ সম্ভাৱনা থকাত আৰু প্ৰতিৰক্ষাৰ সুবন্দোবস্ত কৰি শিৱাজীয়ে ৰাজ অভিষেক পাতিবলৈ স্থিৰ সংকল্প কৰিলে। এই অভিষেকৰ মূল উদ্দেশ্য আছিল ভাৰতত জাতীয় শক্তিৰ জাগৰণ সৃষ্টি কৰা, মাৰাঠা তথা ভাৰতীয়ৰ

ঐক্য স্থাপন কৰা আৰু বৈৰী ভাবাপন্নসকলৰ বিপৰীতে, ৰাজশক্তি প্ৰয়োগ কৰা।

সম্ৰাট ঔৰংজেবে মাৰাঠা হিন্দু শক্তিৰ উচ্ছেদ সাধন কৰিবলৈ নানা উপায় অৱলম্বন কৰিছিল যদিও তেওঁ কৃতকাৰ্য নহ'ল। হয়তো নিজ নিৰাপত্তাৰ কাৰণেই শিৱাজীৰ আমোলত তেওঁ নিজে দাক্ষিণাত্য অভিযানৰ ভাৰ ল'বলৈ আগ নাবাঢ়িছিল। মোগলৰ ক্ষমতা আৰু ৰাজ-পয়োভৰেৰে মাৰাঠাৰ হৃদয়ত নীচাত্মিকা ভাবৰ সঞ্চাৰ কৰিবলৈ জয়সিংহৰ হতুৱাই শিৱাজীক আগ্ৰালৈ আনি নানা লঘু লাঞ্ছনা কৰাৰ পিছত সম্ৰাটে তেওঁৰ প্ৰাণ লোৱাৰ চেষ্টাৰপৰাও বিৰত হোৱা নাছিল। মোগলে প্ৰকাশ্যে ঘোষণা কৰিছিল শিৱাজী এজন মৰ্যাদাহীন সাধাৰণ অৰ্থলোভী জমিদাৰ মাত্ৰ। এসময়ত তেওঁ বিজাপুৰৰ অধীনত জায়গীৰ ভোগ কৰাৰ কাৰণে, বিজাপুৰ চৰকাৰেও তেওঁক জায়গীৰদাৰ আখ্যা দিবলৈ কুণ্ঠিত নহৈছিল। বিদেশী বণিকসকলেও তেওঁ মৰ্যাদাবিহীন ৰজা বুলি সময়ত ৰাজ-আজ্ঞা উপেক্ষা কৰিছিল। তেওঁৰ প্ৰতিদ্বন্দ্বী হিন্দু ৰজা আৰু পলিগড়-সকলে প্ৰজাৰ মাজত তেওঁৰ হীনতা প্ৰতিপন্ন কৰিবলৈ নেৰিছিল। সমগ্ৰ দেশৰ ৰাষ্ট্ৰীয় পৰিস্থিতিলৈ চাই, বিশেষকৈ হিন্দুসকলৰ মনত এনে ভাবৰ উদ্ৰেক হয় যে ভাৰতত প্ৰকৃত ক্ষত্ৰিয় জাতি লোপ পাইছে। এনেবোৰ কাৰণতে তেওঁৰ ৰাজোচিত মৰ্যাদা প্ৰদৰ্শনৰ প্ৰয়োজন হয়। তেওঁ বুজিলে যে তেওঁৰ ৰাষ্ট্ৰৰ বিৰোধীসকলৰ সমুখত তেওঁৰ ব্যক্তিত্ব প্ৰতিষ্ঠা কৰিব নোৱাৰিলে তেওঁৰ স্বাধীন ৰাষ্ট্ৰৰ পৰিকল্পনা ব্যৰ্থ হ'ব।

ৰাজ অনুষ্ঠান ভাৰতৰ অতি পুৰণি অনুষ্ঠান। পৃথিৱীৰ সভ্য আৰু অৰ্দ্ধসভ্য সকলো দেশ বা অঞ্চলত এই অনুষ্ঠান প্ৰচলিত আছিল। আধুনিক যুগত বহু দেশত ৰাজত্বৰ অবসান হৈছে যদিও, এতিয়াও অতি শক্তিশালী গণতান্ত্ৰিক দেশতো এই অনুষ্ঠান প্ৰবৰ্তিত হৈ আছে। পশ্চিম ভূমণ্ডলত নতুন শাসন পদ্ধতিৰ প্ৰচলন হোৱাৰ পিছত যুদ্ধ বিগ্ৰহৰ প্ৰতিক্ৰিয়া স্বৰূপে নানা দেশৰ পৰা ৰাজশাসন বিদূৰিত হয়। যিবোৰ দেশত এই শাসন পদ্ধতি এতিয়াও প্ৰচলিত হৈ আছে, তাত পূৰ্বৰ পদ্ধতিৰ ৰূপান্তৰ ঘটি, নামত থাকিলেও, পূৰ্বৰ ৰাজক্ষমতা লোপ পাইছে।

ভাৰতৰ ৰাজশক্তি শাস্ত্ৰসম্মত ধৰ্মৰ ভিত্তিত প্ৰতিষ্ঠিত হৈছিল। সমাজৰ কল্যাণ সাধন আৰু দেশৰ প্ৰতিৰক্ষণেই ৰাজধৰ্মৰ মূল নীতি। এই নীতি প্ৰতিপালন কৰোঁতাজনে নিজ স্বাৰ্থ পৰিহাৰ কৰি, সমাজৰ তথা দেশৰ সৰ্বপ্ৰথম কৰ্মীৰূপে গুৰুভাৰ বহন কৰিব লাগিছিল।

সকলো দেশৰ সকলো ৰজাৰ মনত তেনে নৈতিক আদৰ্শই প্ৰভাৱ বিস্তাৰ কৰিছিল বুলি ক'ব নোৱাৰি; কালক্ৰমে এই অনুষ্ঠানৰ বিপুল অৱনতি ঘটে আৰু জনগণে তাক বিসৰ্জন দিবলৈ বাধ্য হয়।

শিৱাজীয়ে ৰাজ-পয়োভৱ কিম্বা আড়ম্বৰৰ সুযোগ লৈ আত্ম-তুষ্টিৰ কাৰণে ৰাজ-সিংহাসন আৰোহণ কৰিব বিচৰা নাছিল। শাস্ত্ৰসম্মত বিধি-ৰীতি অনুসৰণ কৰি, জনগণৰ কল্যাণৰ অৰ্থে ৰাজকুল প্ৰতিষ্ঠা কৰি তেওঁ স্বৰাজ্যৰ মৰ্যাদা বঢ়াবলৈ আগ্ৰহান্বিত হৈছিল; তেওঁ বুজিছিল, সেই কালত শাসকৰ ৰাজ প্ৰতীক নহলে জনতাৰ মন আকৰ্ষণ কৰা কঠিন।[১] গতিকে ৰাজ্যৰ কৰ্ণধাৰ ৰজাৰ অভিষেক উৎসৱৰ মৰ্যাদাৰে প্ৰতিজন প্ৰজাক স্বব্যক্তিত্ব উপলব্ধি কৰাবলৈ আৰু তাৰ প্ৰভাৱত স্বদেশৰ শক্তি বঢ়াবলৈ তেওঁ ৰাজ-সিংহাসনত বহিবলৈ স্থিৰ কৰিলে, বিশেষকৈ এই বিবেচনাৰে "It is an instrument of policy, a means for the management of man."

তেওঁৰ এই অভিপ্ৰায় প্ৰথমে মাতৃ জিজাবাঈ আৰু গুৰু ৰামদাস স্বামীৰ ওচৰত ব্যক্ত কৰিলে। তেওঁলোকৰ অনুমোদনত উৎসাহিত হৈ ৰাজ্যত হিন্দু বিধিৰ উচ্চতম বিধায়কসকলক আৰু শ্ৰেষ্ঠতম ব্ৰাহ্মণ পণ্ডিতসকলক এখন ৰাজসভালৈ আহবান কৰিলে; সেই সকলৰ উপৰিও ৰাজ্যৰ উচ্চতম ৰাজ বিষয়া সকলক, সামৰিক বিষয়া সকলক আৰু নেতৃস্থানীয় সামন্ত সকলক সেই সভাত উপস্থিত হবলৈ আমন্ত্ৰণ জনালে। সভাসদসকলে একমত প্ৰকাশ কৰিলে যে হিন্দু শাস্ত্ৰৰ বিধি অনুসৰি পৰিকল্পিত ৰাজ অভিষেক সম্পন্ন কৰা নিতান্ত আৱশ্যক।

এইখিনিতে এটা জটিল প্ৰশ্নৰ উত্তৰ হ'ল। নৈষ্ঠিক সকলে প্ৰতিবাদ স্বৰূপে প্ৰকাশ কৰিলে, যে হিন্দু শাস্ত্ৰৰ বিধি অনুসৰি দ্বিজ আৰু উপবীত পৰিধান কৰোঁতা সকলহে ৰাজ অভিষেকৰ পাত্ৰ হব পাৰে, আনৰ পক্ষে এইটো নিষিদ্ধ। শিৱাজী দ্বিজ নাছিল, উপবীত পৰিধান কৰাও নাছিল আৰু তেওঁ বিবাহ কাৰ্য সম্পন্ন কৰি সতি-সন্ততিৰ পিতাক হোৱাৰ পিছত উপবীত গ্ৰহণৰ অযোগ্য হৈছিল। এই জটিল সমস্যাৰ সমাধান অতি দুৰূহ হৈ উঠিল। শাস্ত্ৰীয় বিধিৰ বিপৰীতে ৰাজ অভিষেক সম্পন্ন কৰি প্ৰজাৰ মনত অসন্তোষৰ সৃষ্টি

---

(১) But the statesman needs the insignia of power, for the dull populace cannot believe in the reality of power, unless he who wields power wears the insignia.

Emil Ludgwig—Quoted by Kulkarni.

কৰিবলৈ শিৱাজীয়ে কেতিয়াও ইচ্ছা নকৰিছিল। জনসাধাৰণৰ মতৰ বিপৰীতে তেওঁ এই কাৰ্য হাতত লবলৈ টান পালে।

এই সঙ্কট অতিক্ৰম কৰিবলৈ তেওঁৰ বিচক্ষণ সচিব বালাজী আৱজী চিতনিশে পৰামৰ্শ আগবঢ়ালে যে স্থানীয় পণ্ডিতসকলৰ এই মতৰ বিৰুদ্ধে ভাৰতৰ প্ৰখ্যাত আৰু সৰ্বসম্মানী পণ্ডিতৰ বিধি অনুসৰণ কৰাটোহে উচিত হব; তেওঁ আৰু যুক্তি দিলে যে তেওঁ (শিৱাজী) দ্বিজ নহলেও তেওঁ যেতিয়া ক্ষত্ৰিয় গুণসম্পন্ন অসীম প্ৰতাপী, সুবিজ্ঞ পণ্ডিতসকলে তেওঁৰ এই অভিপ্ৰায় সিদ্ধিৰ কাৰণে সাগ্ৰহে সম্মতি দিব। হিন্দু নীতিবিদ, শাস্ত্ৰজ্ঞ, কাশীধাম নিবাসী পণ্ডিত বিশ্বেশ্বৰ ভাট শাস্ত্ৰবিশাৰদ ৰূপে তেতিয়া সদৌ ভাৰতত সুপ্ৰখ্যাত আছিল। তেওঁ গাগাভট্ট নামে জনাজাত। তেওঁৰ অগাধ পাণ্ডিত্য আৰু বেদ দৰ্শন আদি নানা শাস্ত্ৰত অসীম বুৎপত্তি থকাৰ কাৰণে তেওঁ 'ব্ৰহ্ম-দেৱ' বুলি অভিহিত হৈছিল। তেওঁৰ বিধি মীমাংসাই আছিল সৰ্ব ভাৰতত অকাট্য সিদ্ধান্ত। অভিষেক সম্পৰ্কে এইজনা পণ্ডিতৰ উপদেশ লোৱাই উচিত বুলি সচিবে ৰজাক পৰামৰ্শ দিলে। বালাজীৰ পৰামৰ্শত ৰজা বৰ সন্তোষিত হ'ল।

গাগাভট্ট তেতিয়া পয়থানত আছিল; তেওঁৰ পূৰ্বপুৰুষসকল আছিল এই ঠাইৰ বাসিন্দা। তেওঁৰ বাসস্থান সম্পৰ্কে বাতৰি পাই অনতিবিলম্বে ৰজাই তেওঁক সসম্মানে ৰাজধানীলৈ আনিবৰ বাবে বালাজীক তেওঁৰ ওচৰলৈ পঠিয়াই দিলে। বালাজীয়ে শিৱাজীৰ পৰিকল্পিত অভিষেক আৰু সেই বিষয়ে মতানৈক্যৰ কথাবোৰ বিশদ-ৰূপে তেওঁৰ ওচৰত নিবেদন কৰি তেওঁক ৰাজধানীলৈ ৰজাৰ আমন্ত্ৰণ জনালে। পয়থান কাশীধামৰ সমান নহলেও হিন্দুশাস্ত্ৰবিদ সকলৰ কেন্দ্ৰ স্থান। ৰায়গড়লৈ অহাৰ পূৰ্বে গাগাভট্টই পয়থানত শাস্ত্ৰজ্ঞসকলৰ অধিবেশন পাতি, অভিষেক সম্পৰ্কীয় সকলো কথাৰ বিতং আলোচনা কৰিলে আৰু সৰ্বসম্মতিক্ৰমে সিদ্ধান্ত গ্ৰহণ কৰিলে যে শিৱাজীৰ ৰাজ অভিষেক অসঙ্গত আৰু বিধি-বিৰোধী নহয়। বালাজীয়ে গাগাভট্টৰ পাৰিষদবৰ্গৰ সৈতে ৰাজকীয় সমাৰোহেৰে তেওঁক ৰাজধানী ৰায়গড়লৈ লৈ আহিল।[১] ৰজাই সমদলে আগবাঢ়ি গৈ সসম্মানে তেওঁক দুৰ্গলৈ আনিলে।

ৰায়গড়ত দক্ষিণ ভাৰতৰ ব্ৰাহ্মণ পণ্ডিত আৰু ৰাজ্যৰ বিশিষ্ট লোকসকলৰ আন এখন সভা বহিল, সেই সভাত নানা তথ্য সংগ্ৰহ

(১) কিছুমান লেখকৰ মতে শিৱাজীয়ে ৰাজকৰ্মচাৰী গোবিন্দভাট খেদ্‌কাৰক কাশীলৈ পঠিয়াই আন আন পণ্ডিতবৃন্দৰ সৈতে বিশেশ্বৰভাটক মহাৰাষ্ট্ৰলৈ আনিছিল।

কৰি গাগাভট্টই বিধান দিলে, যে যিহেতু শিৱাজী শীষোদীয় ৰাজপুত কুলোদ্ভৱ আৰু যদিও তেওঁৰ পূৰ্বপুৰুষসকলে বহুকাল পূৰ্বে নৰ্মদা পাৰ হৈ আহি ৰাজকীয় ৰীতিবোৰ অনুসৰণ কৰা নাছিল, তেওঁ যে ক্ষত্ৰিয় বংশজাত সেই বিষয়ে সন্দেহ নাই আৰু তেওঁৰ পূৰ্বপুৰুষসকলে মহাৰাষ্ট্ৰলৈ আহি 'মাৰাঠা' আখ্যা ললেও, বংশধৰসকলে ক্ষত্ৰিয়গুণ সম্পন্ন হলে ক্ষত্ৰিয়ৰ শাস্ত্ৰীয় অধিকাৰৰ পৰা বঞ্চিত হ'ব নোৱাৰে; আৰু যিহেতু জয়পুৰ, উদয়পুৰ আদি ৰাজবংশৰ ৰজাসকলৰ অভিষেকৰ পূৰ্বে উপবীত গ্ৰহণৰ বিধি আছিল, শিৱাজীৰ ক্ষেত্ৰতো সেই বিধি প্ৰযোজ্য হ'ব। তেওঁৰ বিবাহ অন্তে সতি-সন্ততি হৈছে যদিও, নানা যুদ্ধ বিগ্ৰহত লিপ্ত হৈ উপবীত গ্ৰহণৰ সুযোগ ল'ব নোৱৰাত, অভিষেকৰ পূৰ্বে তেওঁ সেই সুযোগ ল'বৰ অধিকাৰ আছে বুলি সভাই একমতে সম্মতি দিলে। শেষ সিদ্ধান্ত হ'ল, যিহেতু ভাৰতৰ বহু ৰজা আৰু ৰাজপৰিবাৰ ক্ষত্ৰিয় নাছিল, যেনে কণ্ব আৰু শুঙ্গ ৰজাসকল আছিল ব্ৰাহ্মণ, সুবিখ্যাত হৰ্ষবৰ্দ্ধন আছিল বৈশ্য আৰু নন্দ আৰু মৌৰ্যসকল ক্ষত্ৰিয় নাছিল, গতিকে তৰ্কস্থলত শিৱাজী ক্ষত্ৰিয় নহলেও, ৰাজ গুণ সম্পন্ন ব্যক্তি স্বৰূপে তেওঁৰ অভিষেক কৰ্ম সমাধান কৰি ৰাজপাটত বহিবলৈ তেওঁৰ শাস্ত্ৰীয় অধিকাৰ আছে। গাগাভট্টৰ অখণ্ডনীয় যুক্তিত সকলোৱে হয়ভৰ দি শিৱাজীৰ ৰাজ অভিষেক সমৰ্থন কৰিলে।

ইতিপূৰ্বে ৰায়গড়ত নানা প্ৰকাৰৰ অট্টালিকা আৰু বৃহৎ মণ্ডপ সজোৱা আছিল; ৰাজকীয় যিকোনো উৎসৱৰ বাবে এই ঠাই উপযুক্ত কাৰণে, ৰাজ অভিষেক ৰায়গড়ত পাতিবলৈ স্থিৰ কৰা হ'ল আৰু ৰজাৰ জ্যোতিষী আৰু দৈবজ্ঞসকলে চলিত ১৫৯৬ শকৰ জেঠ মাহৰ ১৩ তাৰিখ শনিবাৰে (১৬৭৪।৬ জুন) ৰাজ-অভিষেকৰ বাবে শ্ৰেষ্ঠ দিন বুলি নিৰাকৰণ কৰিলে। লগতে এইটোও স্থিৰ হ'ল যে, যিহেতু ৰায়গড় অঞ্চলত প্ৰাকৃতিক সুযোগ থকাৰ উপৰিও, সেই দুৰ্গ শত্ৰুৰ আক্ৰমণৰ পৰা নিৰাপদ, গতিকে ৰায়গড়েই মাৰাঠা ৰাজ্যৰ ৰাজধানীৰূপে পৰিগণিত হ'ব। শিৱাজীয়ে ১৬৫৬ চনত ৰাজা চন্দ্ৰ ৰাও মোৰেৰ হাতৰ পৰা পুণাৰ ওচৰৰ পৰ্বতমালাৰ ওপৰত ৰায়গড় (ৰাজগড়) জয় কৰি লৈছিল। তেতিয়া এই ঠাইৰ নাম আছিল 'ৰায়ৰি।' সহজে অভেদ্য আৰু অগম্য কাৰণেই এই ঠাই ৰাজধানীৰ বাবে উপযুক্ত বুলি স্থিৰ কৰা হয়।[১]

---

(১) It is fortified by nature rather than art, there being one avenue to it which is guarded by two narrow gates and fortified by strong walls with exceedingly high bastions thereto,

Dr. Frayer—quoted by Kulkarni.

এই ৰাজ-উৎসৱৰ আয়োজন সম্পূৰ্ণ হোৱাৰ বহু দিন আগৰ-পৰাই ৰাজধানীত জনসমাগম আৰম্ভ হয়। দুৰ্গৰ কেউফালে নতুন নগৰৰ জাকজমকতা বৃদ্ধি হোৱাৰ লগে লগে ৰায়গড়ে জনসমুদ্ৰৰ ৰূপ ধাৰণ কৰিলে। উৎসৱৰ গুৰুত্ব বঢ়াবলৈ দেশৰ নানা ঠাইৰ ৰজা-মহাৰজা, জমিদাৰ জায়গীৰদাৰ, সাউদ-সদাগৰ আৰু ব্ৰাহ্মণ সজ্জনক সমাদৰে নিমন্ত্ৰণ জনোৱা হৈছিল; এওঁলোকৰ আগমনত সমাৰোহ ক্ৰমে বাঢ়ি গৈ ৰাজধানীত বিপুল জনতাৰ উৎসৱ সৃষ্টি হ'ল।

নিৰ্দিষ্ট দিনত উৎসৱৰ প্ৰাৰম্ভণিতে শাস্ত্ৰীয় বিধি অনুসৰি উপবীত গ্ৰহণ কৰাৰ পিছত, সূৰ্যোদয়ৰ পূৰ্বৰপৰাই ৰজাই সকলো আনুষ্ঠানিক পূজা অৰ্চনা সমাপ্ত কৰিলে। ৰাজপাটত বহাৰ আগতে তেওঁ গুৰু ৰামদাস স্বামী, যজ্ঞ-পুৰোহিত বিশ্বেশ্বৰ ভাট, কুল পুৰোহিত বালস ভট্ট আৰু মাক জিজাবাঈক প্ৰণিপাত কৰি, সোঁহাতত বিষ্ণুৰ স্বৰ্ণমূৰ্তি তুলি ললে আৰু ৰাজ-সিংহাসনত যাতে পদস্পৰ্শ নহয় তাৰ বাবে অতি সতৰ্কতাৰে শিৱাজী ৰাজ-সিংহাসনত উপবিষ্ট হ'ল, লগতে বিশ্বেশ্বৰ ভাটে মূৰৰ ওপৰত সোণৰ ৰাজছত্ৰ তুলি ধৰিলে। বিপুল জনতাৰ গগণ স্পৰ্শী হৰ্ষধ্বনিৰ লগে লগে মহাৰাষ্ট্ৰৰ প্ৰতি দুৰ্গৰ পৰা মৰা তোপধ্বনিয়ে ভাৰতত নব হিন্দুৰাজ্য স্থাপনৰ গৌৰৱময় মুহূৰ্ত ঘোষণা কৰিলে।

ৰাজ্যৰ মন্ত্ৰীমণ্ডলীয়ে ৰাজ সিংহাসনৰ চাৰিওফালে নিৰ্দিষ্ট স্থান লৈ, শাসন কাৰ্যত অষ্ট প্ৰধানৰ প্ৰাধান্যতাৰ পৰিচয় দিছিল। শিৱাজী স্বেচ্ছাচাৰী (outocratic) ৰজা হলেও, সাধাৰণতে অষ্ট প্ৰধানৰ ক্ষমতা অক্ষুণ্ণ ৰাখিছিল। দেশৰ নানা ঠাইৰপৰা অহা যি সকল প্ৰখ্যাত ৰজা আৰু ৰাজ প্ৰতিনিধিয়ে এই উৎসৱত যোগ দিছিল তেওঁলোকে সমাদৰে আৰু সসম্মানে ৰাজ-সিংহাসনৰ সমুখত ৰজাৰ প্ৰতি শ্ৰদ্ধা দেখুৱাই যথাৰীতি নানা সামগ্ৰী উপহাৰ দিছিল। আমন্ত্ৰিত ৰাজ প্ৰতিনিধিসকলৰ ভিতৰত, ইংৰাজ কোম্পানীৰ প্ৰতিনিধি স্বৰূপে হেনৰি অক্সিনডেনে এই অভিষেক উৎসৱত যোগ দিছিল। শিৱাজী পাছে তেওঁক ৰাজ-সিংহাসনৰ সম্মুখলৈ আদৰি নিয়াৰ পিছত, দোভাষী নাৰায়ণ চেনবীয়ে তেওঁৰ হকে ইংৰাজ কোম্পানীৰপৰা, এটা হীৰাৰ আঙঠি, এদাল বহুমূলীয়া হাৰ, এটা ৰাজমুকুট, এযোৰ সোণৰ বাজু আৰু তিনিটা ডাঙৰ মুক্তা ৰজাক উপহাৰ দিয়ে। দুৰ্ভাগ্যৰপৰা এই উৎসৱত যোগ দিবলৈ আহি হেনৰী অক্সিনডেনে আড়ম্বৰপূৰ্ণ এই ৰাজকীয় উৎসৱৰ সম্পৰ্কে এটা বিশদ বৰ্ণনা এৰি থৈ গৈছে।

ক্ৰমপৰ্যায়ত এই মহা উৎসৱৰ কাৰ্যাৱলী চলি থকা কালতে ৰজা আৰু ৰাজ্যৰ পক্ষে এটা শোকাবহ ঘটনা ঘটিল। ৰাজমাতা জিজাবাঈৰ বয়স তেতিয়া প্ৰায় ৮০ বছৰ। অসীম গুণ সম্পন্না যি জননীয়ে পুত্ৰৰ জীৱন গঢ়ি তুলিছিল, স্বামীৰ পৰিত্যক্তা যিজনা ৰমণীয়ে শিশু সন্তানক ৰক্ষা কৰিবলৈ গিৰিগহ্বৰত আশ্ৰয় ল'বলগীয়া হৈছিল, যিজনা ৰমণীয়ে নাৱালক সন্তানৰ মনত স্বদেশ স্বধৰ্মৰ বীজ ৰোপণ কৰিছিল, যিজনা মহিয়ষী ৰমণীৰ মহান আদৰ্শই পুত্ৰৰ হৃদয়ত বীৰত্বৰ বিদ্যুৎ প্ৰবাহ সঞ্চাৰ কৰিছিল, যিজনা ৰমণীয়ে নিজে নিজ ৰাজ্য শাসনৰ গুৰু দায়িত্ব বহন কৰিবলৈ প্ৰতিশ্ৰুতি দি, স্বদেশ আৰু স্ব-জাতিৰ গৌৰৱৰ কাৰণে, প্ৰতাপগড় দুৰ্গৰপৰা নামনিত আক্ৰমণকাৰী আফজলখাঁৰ নিচিনা শত্ৰুৰ সম্মুখীন হবলৈ পুত্ৰক উত্তেজিত কৰিছিল, যিজনা ৰমণীৰ ঐকান্তিক প্ৰৰোচনাত, মোগলৰ হস্তগত সিংহগড় দুৰ্গ পুনৰ উদ্ধাৰ হৈছিল, যি জনা ৰমণীয়ে কাশী মন্দিৰ ধ্বংসৰ প্ৰতিশোধ লবলৈ মাৰাঠা জাতিক প্ৰতিজ্ঞাবদ্ধ কৰিছিল, সেই বীৰাঙ্গনা ৰমণীৰ বীৰপুত্ৰই যেতিয়া তেওঁৰ কল্পনাৰ 'হিন্দ্ স্বৰাজ' স্থাপন কৰি ৰাজ-সিংহাসনত অধিষ্ঠিত হয়, তেতিয়া মহা আনন্দে অভিষেকৰ ১১ দিনত ভাগ্যৱতী ৰাজমাতা জিজাবাঈয়ে ১৮ জুন তাৰিখে ইহলীলা সম্বৰণ কৰে।[১] মাতৃৰ অন্ত্যেষ্টি ক্ৰিয়াৰ পিছত, প্ৰায় ৪ মাহ কাল, শিৱাজীয়ে ৰায়-গড়ত থাকি মাতৃ বিয়োগৰ সন্তপ্ত কাল কাৰণে ৪ মাহ তেওঁ ৰাজ-সিংহাসনত বহা নাছিল। পৰৱৰ্তী আহিন মাহৰ ৫ দিনৰ দিনা তেওঁ ৰাজ-সিংহাসনত বহিল আৰু ৰাজ কাৰ্য আৰম্ভ কৰি মাতৃৰ আত্মাৰ কল্যাণৰ অৰ্থে প্ৰতাপগড়লৈ গৈ আৰাধ্যা দেৱী ভৱানীৰ পূজা অৰ্চনা কৰে আৰু পিছত চিকৰত মহাদেৱ মন্দিৰ দৰ্শন কৰি স্বামী ৰামদাসৰ সাক্ষাতৰ অন্তত ৰায়গড়লৈ উভতি আহে।

এই অভিষেকৰ কিছুকাল অন্তত শিৱাজীয়ে আৰু এখন অভি-ষেক পাতিবলগীয়া হয়। তেতিয়া দক্ষিণ ভাৰতত নিশ্চলপুৰী গোস্বামী নামেৰে তান্ত্ৰিক সমাজৰ এজন প্ৰতিপত্তিশালী সন্ন্যাসী আছিল। বেদা-চাৰী ব্ৰাহ্মণসকলৰ সৈতে তান্ত্ৰিকসকলৰ অহৰহ বিৰোধ চলিছিল।

---

(১) Jijabai was not an ordinary mother ; she was his ( Shivaji's ) guardian angel, a wise councillor and an unfailing source of inspiration. This remarkable lady, who had all the grace and temper of a lioness, brooked insult from none, whether the offender was her own father or husband.' And yet her devotion to her family was profound and unshakable.

Shivaji—Kulkarni (P. 129)

তেনে স্থলত বিশ্বেশ্বৰ ভট্টৰ (গাগা ভট্ট) অভিষেক কাৰ্যত বিৰোধ কৰিবলৈ নিশ্চলপুৰীয়ে দক্ষিণ ভাৰতত বিষম আন্দোলনৰ সৃষ্টি কৰিলে। শিৱাজীৰ ৰাজ-অভিষেকত বেদাচাৰীসকলে সকলো কাৰ্যত আগভাগ লৈ তান্ত্ৰিক-সকলক ৰাজ অনুগ্ৰহৰপৰা বঞ্চিত কৰাত আৰু বিশেষকৈ তান্ত্ৰিকসকল ৰজা-ৰদ্বাৰা উপেক্ষিত হোৱাত তান্ত্ৰিকসকলে শোধ লবলৈ চল বিচাৰি আছিল। অবশেষত নানা কু-সংস্কাৰমূলক কথাৰে, নিশ্চলপুৰীয়ে প্ৰজাৰ মনত বিশ্বাস জন্মালে যে তান্ত্ৰিক প্ৰথাৰ আচাৰ অনুযায়ী যদি ৰাজ-অভিষেক সম্পন্ন কৰা নহয় তেন্তে অদূৰ ভবিষ্যতত ৰাজ্যৰ অমঙ্গল অৱশ্যম্ভাবী।

প্ৰজাৰ ঐক্য ৰাজ ধৰ্মৰ এটা মূলনীতি, গতিকে এক শ্ৰেণীৰ প্ৰজাৰ মনোতুষ্টিৰ কাৰণে তান্ত্ৰিক নিশ্চলপুৰীৰ পৌৰোহিত্যত অগাধ ধন ব্যয় কৰি শিৱাজীয়ে দ্বিতীয়বাৰ ৰাজ-অভিষেক কাৰ্য সম্পন্ন কৰিলে। ফলত তেত্ৰিচ কোটি দেৱদেৱীৰ পূজা অৰ্চনাত ৰাজ-ভঁৰাল প্ৰায় উদং হ'ল। ৰাজবদান্যতাৰ সুযোগত তান্ত্ৰিক অতান্ত্ৰিক সকলোৱে মিলি ৰজাৰ ৰাজ-ভঁৰাল লুটি ললে।

দক্ষিণ ভাৰতৰ ব্ৰাহ্মণসকলৰ মতৰ বিপৰীতে আৰু বহু ধৰ্মী ৰজা আৰু প্ৰধানসকলৰ ইচ্ছাৰ বিৰুদ্ধে শিৱাজীয়ে ৰাজ অভি-ষেক পতাৰ প্ৰকৃত উদ্দেশ্য আছিল নিজ সুখ-সম্ভোগ মৰ্যাদা বঢ়োৱাৰ কাৰণে নহয়, মহাৰাষ্ট্ৰৰপৰা পৰধৰ্মী আৰু বিদেশী শাসকসকলৰ উৎকট পীড়নৰ ছাঁ বিদূৰিত কৰি, সকলো জাতিৰ সকলো ধৰ্মৰ প্ৰজাৰ কাৰণে "কল্যাণকামী স্বাধীন ৰাজ্য এখন স্থাপন কৰা।

মধ্যযুগৰ ৰজাৰ অধীনতেই হওক কিম্বা আধুনিক সংগঠিত ৰাষ্ট্ৰৰ অধীনতে হওক, ৰাষ্ট্ৰৰ গৌৰৱ বঢ়াবলৈ এক পতাকাৰ তলত জনতাৰ সমবেত শক্তিৰ অভ্যুদয় নহলে ৰাষ্ট্ৰৰ মৰ্যাদা অটুট নাথাকে। এই ৰাষ্ট্ৰীয় মৰ্যাদা অক্ষুণ্ণ ৰাখিবলৈ ৰজা-প্ৰজাৰ সম্পৰ্ক যাতে গভীৰ, হয়, তাৰ বাবে বিচক্ষণ শিৱাজীয়ে নানা বাধা-বিঘিনি অতিক্ৰম কৰিও, স্বাধীন ৰাষ্ট্ৰত ৰাজ-সিংহাসন স্থাপন কৰিছিল।

এই ৰাজ-অভিষেকৰ ফলত, তেওঁৰ প্ৰতি প্ৰজাৰ ঐকান্তিক শ্ৰদ্ধাৰ উপৰিও ভিন্ন জাতিৰ ভিন্ন শক্তিসমূহেও তেওঁক ৰাজসম্মান দেখুৱাবলৈ বাধ্য হয়।[১]

(১) He immediately acquired greater prestige in the eyes of the Rajput princes of the north and of the European settlers domiciled in the country, whether French or British or Portuguese. Even Mahammadan Powers,—Bijapur, Golkunda, and Delhi had now to show greater deference towards him. Herebefore his name had been a terror, now it became a terror not unmingled with respect.

Keluskar. page 368.

অভিষেকৰ লগতেই ৰাজকাৰ্য্য পৰিচালনাৰ কাৰণে, ৰজাই নতুন শাসনপদ্ধতিৰ প্ৰচলন কৰিলে। ইতিপূৰ্বে স্বেচ্ছাচাৰী ৰজা এজনে নিজ পৰিকল্পনা অনুসৰি কিম্বা ৰাজভক্ত দুই-চাৰি উপদেষ্টাৰ পৰামৰ্শত ৰাজকাৰ্য্য সম্পন্ন কৰিছিল। ফলত, এই দুই পদ্ধতিৰ প্ৰচলনত ৰাজ্যত বহু বিঘিনি ঘটিছিল, আনকি, ৰাজ্য ধ্বংসপ্ৰাপ্ত হৈছিল, যিহেতু যি কোনো এজন ব্যক্তিয়ে যিমানে দক্ষ নহলেও, ৰাজ্য এখনৰ বহু বিধ সঙ্কটময় অৱস্থাৰ জটিল প্ৰশ্ন মীমাংসা কৰিব নোৱাৰে। অভিজ্ঞ শিৱাজীয়ে ৰাজ্যৰ সুশাসনৰ কাৰণে এই সঙ্কট আঁতৰাবলৈ আঠজন মন্ত্ৰীৰ সৈতে এখন ৰাজ উপদেষ্টা সমিতি গঠন কৰিলে আৰু এই সমিতিয়ে মাৰাঠা ইতিহাসত "অষ্টপ্ৰধান" বুলি জনাজাত হয়। এই অষ্টপ্ৰধান আধুনিক মন্ত্ৰীমণ্ডলী (Cabinet)। অষ্টপ্ৰধানৰ প্ৰতিজনে নিজ নিজ কাৰ্য-বিভাগ নিজ দায়িত্বত চলাব লাগিছিল আৰু সেই কাৰ্যৰ বাবে ৰজাৰ ওচৰত দায়ী আছিল। ঘাইকৈ, শুক্ৰনীতি অনুসৰি শিৱাজীয়ে এই নতুন শাসনপদ্ধতি অবলম্বন কৰিছিল বুলি জনা যায়।

অষ্টপ্ৰধানৰ বাবে ৰাজ-সিংহাসনৰ ওচৰত নিৰূপিত ঠাই আছিল। (১) পেশোৱা বা মুখ্য প্ৰধান, (২) মজুমদাৰ বা অমাত্য, (৩) ওৱাকিয়া নবিচ বা মন্ত্ৰী, (৪) সুৰনবিচ বা সচিব, এওঁলোকে সিংহাসনৰ সোঁহাতে আৰু (৫) সৰ-ই-নবুট বা সেনাপতি (৬) দবিৰ বা সুমন্ত, (৭) ন্যায়াধীশ বা প্ৰধান বিচাৰক আৰু (৮) পণ্ডিতৰাও বা ধৰ্মাধিকৰণ সিংহাসনৰ বাঁওহাতে বহিছিল। ন্যায়াধীশ আৰু পণ্ডিতৰাওৰ বাহিৰে অষ্টপ্ৰধানৰ আন বিষয়াসকলে আৱশ্যক হ'লে সময়ত সমৰক্ষেত্ৰত সৈন্য পৰিচালনা কৰিব লাগিছিল।

ৰাজকাৰ্য্যৰ সংস্কাৰৰ ভিতৰত, ৰাজকাৰ্য্য পৰিচালনাৰ বাবে, পাৰ্চী আৰু উৰ্দ্দু ভাষাৰ পৰিবৰ্ত্তে, সংস্কৃত আৰু মাৰাঠী ভাষা ব্যৱহৃত হ'ল আৰু উপযুক্ত প্ৰতিশব্দ আৰু বাক্যৰ অভাৱত যাতে ৰাজকাৰ্য্য চলোৱাত কোনো ৰূপে বাধা নহয়, তাৰ বাবে ধুন্দিৰাজ লক্ষ্মণ ব্যাস আৰু আন আন পণ্ডিতসকলৰ সহায়ত "ৰাজব্যৱহাৰ কোষ" নামেৰে নতুন অভিধান এখন প্ৰণয়ন হ'ল। ৰাজ-অভিষেকৰ পৰাই সিংহাসন আৰোহণ কৰি, শিৱাজীয়ে "ক্ষত্ৰিয়কুলাবতংশ সিংহাসনাধীশ্বৰ মহাৰাজ ছত্ৰপতি" বুলি ৰাজউপাধি গ্ৰহণ কৰিছিল।

শিৱাজীৰ অভিষেক কালত মাৰাঠাৰ শক্তি সৰ্ব্বোচ্চ শিখৰত উপনীত হৈছিল। এই উৎসৱৰ গৌৰৱ-গৰিমাই দেশময় দলিত জাতিৰ প্ৰাণত অভিনৱ আশাৰ সঞ্চাৰ কৰিলে। শিৱাজীৰ ৰাজপয়োভৱৰ বিস্ম-

য়কৰ কাহিনীয়ে, অকল দক্ষিণ ভাৰততে নহয়, উত্তৰ ভাৰতৰ নিষ্পেষিত অতীতৰ ৰাজ্যসমূহৰ যেন মুক্তিৰ দুৱাৰ মুকলি কৰিলে।

ভাৰতৰ মুছলমান শক্তিসমূহে শিৱাজীৰ অভিষেক উৎসৱত হৰ্ষ প্ৰকাশ কৰিবলৈ অলপো আগ্ৰহান্বিত নহ'ল। এই বিষয়ত বিজাপুৰ আৰু গোলকুণ্ডা সম্পূৰ্ণ নিমাত আছিল, আৰু মাৰাঠাৰ এই কাৰ্য্যই মোগল সম্ৰাট ঔৰংজেবৰ অন্তৰত হিংসাৰ প্ৰদাহ সৃষ্টি কৰিছিল।

**বাহাদুৰখাঁৰ বিপৰ্য্যয়ঃ** দক্ষিণ ভাৰতৰ মোগল চুবাদাৰ বাহাদুৰখাঁই কাৰ্য্যভাৰ গ্ৰহণ কৰাৰ আগতে তেওঁ সম্ৰাটক দঢ়াই বুজনি দিছিল যে তেওঁ হেলাৰঙে শিৱাজীৰ আক্ৰমণাত্মক কাৰ্য্যত বাধা দিব, আৰু তেওঁ ৰাজপ্ৰতিনিধি স্বৰূপে দক্ষিণ ভাৰতত থাকিলে সম্ৰাটে উত্তৰোত্তৰ সাম্ৰাজ্যৰ বিস্তাৰ দেখিবলৈ পাব। কিন্তু শিৱাজীৰ আড়ম্বৰপূৰ্ণ অভিষেকে বাহাদুৰখাঁৰ প্ৰতিশ্ৰুতি আত্মতিৰস্কাৰত পৰিণত কৰিলে। লজ্জিত বাহাদুৰখাঁই সম্ৰাটৰ মনত সান্তনা দিবলৈ, মাৰাঠাক নামত আক্ৰমণ কৰি হ'লেও, মোগলৰ মৰ্যাদা বঢ়াবলৈ সাজু হ'ল। এই অভি-প্ৰায়েৰে তেওঁ মোগল সমৰকেন্দ্ৰ ঔৰঙ্গাবাদৰপৰা পেদগাঁৱলৈ স্থানান্তৰ কৰিলে। তেতিয়া জুলাই মাহ; ভীষণ বতাহ-বৰষুণৰ দিন। সেই পাৰ্বত্য ঠাইত তেনে প্ৰাকৃতিক দুৰ্যোগৰ মাজত মাৰাঠাক আক্ৰমণ কৰি বিপদগ্ৰস্ত হোৱাতকৈ তেওঁ খৰালিৰ সুদিনলৈ অপেক্ষা কৰি তেতিয়া মাৰাঠাক আক্ৰমণ কৰা উচিত বিবেচনা কৰিলে। পেদগাঁৱৰ বাহৰত সুস্থিৰ হ'বলৈ বাহাদুৰখাঁই মোগল বাহিনীক জিৰণি দিলে।

আন পক্ষে, মোগল ৰাজপ্ৰতিনিধিৰ বিপৰীতে, কৌশলী মাৰাঠাই যুদ্ধৰ বাবে সাজু হ'ল। মাৰাঠাৰ তুলনাত তেওঁৰ অপৰাজেয় ৰণশক্তিৰ কথা ভাবি, বাহাদুৰখাঁই পেদগাঁও বাহৰৰ নিৰাপত্তা সম্পৰ্কে বিশেষ মন কৰা নাছিল। পেদগাঁও বাহৰ কোনো গড় নাইবা গভীৰ পৰিখাৰ দ্বাৰা পৰিবেষ্টিত নোহোৱাত, প্ৰবল আক্ৰমণত সেই সমৰকেন্দ্ৰৰ অনিবাৰ্য্য পতন হ'ব বুলি মাৰাঠাই ভালদৰে ধৰি লৈছিল। কিন্তু হ'লেও, বাহাদুৰখাঁ যি বিপুল সমৰসজ্জা লৈ পেদগাঁও সমৰকেন্দ্ৰত সাজু আছিল, তেনে অৱস্থাত সন্মুখ ৰণ নিতান্ত অযুক্তিকৰ ভাবি, শিৱাজীয়ে বাহাদুৰখাঁক পৰাস্ত কৰিবলৈ কূট-কৌশল অবলম্বন কৰিলে। বাহাদুৰখাঁৰ বাহিনীক সমৰকেন্দ্ৰৰপৰা কোনো উপায়ে আঁতৰাব পাৰিলে, অৰক্ষিত মোগল বাহৰ উচ্ছন কৰা দুঃসাধ্য নহ'ব স্থিৰ কৰি, দুই হাজাৰ সৈনিকৰ উৰণীয়া মাৰাঠা বাহিনী এটাই পেদগাঁৱৰপৰা ৫০ মাইল দূৰত শিবিৰ পাতি পেদগাঁও আক্ৰমণ কৰাৰ ভাবুকি দিলে। বাহাদুৰখাঁৰ পক্ষে মাৰাঠাৰ এই উদ্ধতালি ক্ৰমে অসহনীয় হৈ উঠিল। বাহাদুৰখাঁই এদিন তেওঁৰ মোগল

বাহিনীক আকস্মিক আবেদন দিলে যে কেউফালৰপৰা আগুৰি লৈ সেই মাৰাঠা বাহৰ ধ্বংস কৰিব লাগে। মোগল বাহিনী মাৰাঠা কেন্দ্ৰৰ ওচৰ নৌপাওঁতেই গিৰিকন্দৰৰ সংকীৰ্ণ পথত সেই মোগল বাহিনী অদৃশ্য হ'ল, আৰু আন ফালৰপৰা সাত হাজাৰ মাৰাঠা সৈন্যৰ অশ্বাৰোহী বাহিনী এটাই বাহাদুৰখাঁৰ বাহৰ আগুৰি লৈ অবাধে অৰক্ষিত বাহৰ লুট কৰিলে আৰু অবশিষ্ট অংশ জুইৰে পুৰি ছাৰখাৰ কৰিলে। মাৰাঠাই বাহাদুৰখাঁৰ বাহৰৰপৰা প্ৰায় এক কোটি টকাৰ সাজ-সৰঞ্জাম, বয়বস্তু আৰু সম্ৰাটক উপহাৰ দিবৰ বাবে গোটোৱা দুশ সুশোভন যুদ্ধৰ ঘোঁৰা লৈ গুচি গ'ল। এই অভিযানৰ ফলত শিৱাজীৰ ৰাজ-অভিষেকৰ অৰ্থ-সঙ্কট বহু পৰিমাণে পাতলিল।

শিৱাজীয়ে দেখিলে যে অনিৰ্দ্দিষ্ট কাললৈ সীমান্তত মোগলৰ সৈতে অযথা ৰণত লিপ্ত থকাতকৈ, অধিকতৰ লাভজনক সামৰিক প্ৰচেষ্টাত শক্তি ক্ষয় কৰাটোৱে উচিত। তেওঁৰ বিশ্বাস হ'ল যে, যদি মোগলৰ সৈতে সন্ধি কৰি বিজাপুৰক আক্ৰমণৰ ভয় দেখুৱায়, তেন্তে তেওঁৰ লাভৰ পৰিমাণ বহু বাঢ়িব আৰু পশ্চিম উপকূলত অধিকাৰ বিস্তৃতিৰ সুযোগ মিলিব। এই অভিপ্ৰায়েৰে তেওঁ বাহাদুৰখাঁৰ ওচৰলৈ সন্ধিৰ প্ৰস্তাৱ পঠিয়ালে যে মোগলে যদি ভীমা নদীৰ সোঁপাৰৰ ঠাইবোৰত মাৰাঠাৰ অধিকাৰ মানি লয়, আৰু তেওঁৰ পুত্ৰ সম্ভাজীক ছয় হাজাৰী মনচ্‌ব মঞ্জুৰ কৰে, তেন্তে তেওঁৰ সোতৰটা দুৰ্গ মোগলক এৰি দিব। কি উপায়ে মাৰাঠাৰ আক্ৰমণৰ হাত সাৰি সম্ৰাটৰ আগত নিজ যোগ্যতাৰ পৰিচয় দিব পাৰে তাৰ বাবে বাহাদুৰখাঁ বৰ চিন্তিত আছিল। মোগল অধিকাৰ সম্প্ৰসাৰণতকৈও সম্প্ৰতি আত্মৰক্ষাই আছিল তেওঁৰ একমাত্ৰ আন্তৰিক উদ্দেশ্য। শিৱাজীৰ এই প্ৰস্তাৱত তেওঁ মহা সঙ্কটৰ পৰা পৰিত্ৰাণ পোৱা যেন পালে। তেওঁ ভাবিলে, যি কোনো প্ৰকাৰে মাৰাঠাৰ সৈতে অবিচ্ছেদ্য ৰণৰ হাত সাৰিব পাৰিলে তেওঁৰ কৰ্ত্তব্যৰ শেষ হয়। এই প্ৰস্তাৱিত সন্ধিৰ আৱশ্যকতা বুজাই তেওঁ সম্ৰাটলৈ আবেদন পঠিয়ালে। প্ৰতিবেদন মঞ্জুৰ হ'ল আৰু সময়ত সেই বিষয়ে ফৰমান পঠিয়াব বুলি সম্ৰাটৰ পৰা ইঙ্গিত পালে।

ইতিমধ্যে শিৱাজীয়ে পশ্চিম উপকূলৰ পৰ্তুগীজ অধিকাৰৰ গোৱাৰ সীমান্তত বিজাপুৰৰ ফোন্দা দুৰ্গ অধিকাৰ কৰাৰ পৰিকল্পনা হাতত লয়। এনে অৱস্থাত মোগলৰ সৈতে সন্ধিৰ প্ৰস্তাৱ অপ্ৰয়োজনীয় বুলি সিদ্ধান্ত লৈ শিৱাজী তেওঁৰ কূটনীতি পৰিবৰ্তন কৰিলে। সময়ত সম্ৰাটৰপৰা ফৰমান আহিল আৰু সেই ফৰমান যথাৰীতি গ্ৰহণৰ বাবে বাহাদুৰ খাঁই শিৱাজীৰ ওচৰলৈ পঠিয়াই দিলে। কিন্তু ফৰমান নিৰ-

র্থক বুলি শিৱাজীয়ে বাহাদুৰ খাঁৰ ৰাজদূতজনক তাচ্ছিল্যৰে গুভতাই পঠিয়ালে। বাহাদুৰ খাঁৰ কল্পনাৰ অতীত যে সম্রাটৰ ফৰমান এনেদৰে অপমানসূচক ভাবে উপেক্ষিত হ'ব; শিৱাজীৰ এই কাৰ্যত তেওঁৰ কণ্ঠ শুকাল। সন্ধিৰ প্ৰস্তাৱ অগ্ৰহণীয় হোৱাত মোগল দৰবাৰত তেওঁৰ সুখ্যাতি হেৰুৱালে আৰু তেওঁৰ অপদাৰ্থতাৰ কাৰণে সম্রাট তেওঁৰ ওপৰত ঘোৰ অসন্তুষ্ট হ'ল।

তেতিয়া বিজাপুৰ মোগল বিৰোধী শত্ৰুপক্ষ হলেও, মোগলৰ প্ৰতি শিৱাজীৰ এই ব্যৱহাৰৰ প্ৰতিশোধ লবলৈ, সম্রাটৰ অনুমতিক্ৰমে বাহাদুৰ খাঁই বিজাপুৰৰ মন্ত্ৰী খাওৱাজ খাঁক জনালে যে, বিজাপুৰে যদি উভয়ৰে শত্ৰু শিৱাজীৰ বিপক্ষে মোগলৰ সহযোগী হয়, তেন্তে মোগলে বিজাপুৰৰপৰা প্ৰাপ্য এবছৰৰ কৰ ৰেহাই দিব। সেই সময়ত খাওৱাজ খান ডেকানীপক্ষ আৰু বিজাপুৰ দৰবাৰৰ প্ৰতিপত্তিশালী সভ্য বাহ-লোল খাঁৰ আফগান পক্ষৰ মাজত ঘোৰ বিৰোধৰ সৃষ্টি হয়। তেনে অৱস্থাত বিজাপুৰ দৰবাৰ বাহাদুৰ খাঁৰ প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ মান্তি নহ'ল। বাহাদুৰ খাঁ পৰোক্ষে খাওৱাজ খাঁৰ সমৰ্থক আছিল। অবশেষত আফগান বাহলোল খাঁই যেতিয়া বিজাপুৰৰ ৰাজ প্ৰতিনিধি পদ ললে, তেতিয়া বাহাদুৰ খাঁ আফগান পক্ষৰ সহায়-সহানুভূতিৰপৰা বঞ্চিত হ'ল।

বাহাদুৰ খাঁৰ অক্ষমতা আৰু বিজাপুৰৰ অন্তৰ বিৰোধৰ সুযোগ লৈ শিৱাজীয়ে গোৱাৰ সীমান্তত বিজাপুৰৰ সামৰিক গুৰুত্বপূৰ্ণ ফোন্দা দুৰ্গ অধিকাৰ কৰিবলৈ আয়োজন কৰিলে; পৰ্তুগীজ অধিকাৰ বিস্তাৰৰ প্ৰতিৰোধ কৰিবলৈ এই দুৰ্গ মাৰাঠাৰ অতি প্ৰয়োজনীয় হয়। দুৰ্গ অৱৰোধ কৰিবলৈ শিৱাজীয়ে ৰাজাপুৰৰপৰা ৪০ খন জাহাজ ডিঙৰুলালৈ পঠিয়াই দিয়ে আৰু দুই হাজাৰ অশ্বাৰোহী আৰু সাত হাজাৰ পদাতিক সৈন্যেৰে সৈতে তেওঁ ফোন্দা দুৰ্গ অৱৰোধ কৰিলে (১৬৭৫। এপ্ৰিল)। বিজাপুৰৰ দুৰ্গৰক্ষী বীৰ মহম্মদ খাঁ এজন অতি সুদক্ষ অধিনায়ক আছিল। পৰ্তুগীজ সকল মহম্মদ খাঁৰ সহযোগী হ'ল। বহু যত্ন কৰিও মাৰাঠা বাহিনী দুৰ্গ প্ৰাচীৰ অতিক্ৰম কৰিবলৈ অক্ষম হয়। সৈনিকসকলক অভিনব উপায়ে উৎসাহিত কৰিবলৈ শিৱাজীয়ে পাঁচ শ খন জখলা আৰু একোপাট আধা সেৰ ওজনৰ পাঁচশ পাট সোণৰ বলয় তৈয়াৰ কৰিবলৈ নিৰ্দেশ দিলে। ঘোষণা প্ৰচাৰ কৰিলে যে, যি পাঁচ শ জন সৈনিকে জীৱন উছৰ্গা কৰি জখলাৰে দুৰ্গ প্ৰাচীৰ পাৰ হ'ব সেইসকলক মাৰাঠাৰ শ্ৰেষ্ঠ বীৰ স্বৰূপে সেই পাঁচ শ সোণৰ বলয় উপহাৰ দি ৰজাই নিজে অভিনন্দন জ্ঞাপন কৰিব।

এই উৎসাহ বাণীৰে প্ৰণোদিত সৈনিকসকলে দুৰ্গ প্ৰাচীৰ পাৰ হৈ দুৰ্গ অধিকাৰ কৰিলে। মহম্মদ খাঁ মাৰাঠাৰ হাতত বন্দী হ'ল আৰু গঙ্গাৱতী নদীৰ দক্ষিণ পাৰলৈ গোটেই অঞ্চল অধিকাৰ কৰি বিজাপুৰৰ বিপক্ষে মাৰাঠাই পশ্চিম উপকূলত প্ৰতিষ্ঠা লাভ কৰিলে।

ঔৰংজেবৰ তিৰস্কাৰত অতিষ্ঠ বাহাদুৰ খাঁই মাৰাঠাৰ হাতৰ পৰা উত্তৰ কঙ্কন আঁজুৰি লোৱাৰ প্ৰচেষ্টা ব্যৰ্থ হ'ল। সেই চেষ্টা ব্যৰ্থ কৰিবলৈ মাৰাঠাই যেতিয়া মোগলকেন্দ্ৰ ঔৰঙ্গাবাদৰ ঠাইবোৰত আক্ৰমণ চলালে তেতিয়া বাহাদুৰ খাঁই কঙ্কন পৰিত্যাগ কৰিবলৈ বাধ্য হয়। ইয়াৰ পিচ বছৰ (১৬৭৬) শিৱাজীয়ে তেওঁৰ অত্যধিক পৰিশ্ৰমৰ কাৰণে সুদীৰ্ঘ কাল কঠোৰ ৰোগাক্ৰান্ত হৈ সাঁতাৰা দুৰ্গত কাল কটায়। ৰোগাতুৰ শিৱাজী ৬।৭ মাহ কাল দুৰ্গত আবদ্ধ হৈ আছিল যদিও, তেওঁৰ মনত নতুন পৰিকল্পনাৰ সৃষ্টি হয়। তেওঁ সাতাৰাত জিৰণি লোৱা কালছোৱাত, মোগল আৰু বিজাপুৰৰ মাজত সংঘৰ্ষৰ সৃষ্টি হয়। গোলকুণ্ডাৰ মন্ত্ৰী বিচক্ষণ মদনপান্তে দেখিলে যে বিজাপুৰ মোগলৰ চক্ৰত সোমালে গোলকুণ্ডা ৰাজ্যৰ ভবিষ্যৎ বিপজ্জনক হ'ব। তেওঁৰ চেষ্টাত বিজাপুৰ আৰু মাৰাঠাৰ নতুন সন্ধি হ'ল, বিশেষকৈ এই কাৰণে, যেন অদূৰ ভবিষ্যতত তেওঁৰ অনুপস্থিতিত এক শত্ৰু মোগল সক্ৰিয় হলেও, ভিন্ন শত্ৰু বিজাপুৰ নিষ্ক্ৰিয় হয়।

## দ্বাদশ অধ্যায়

# কৰ্ণাটক অধিকাৰ

( ১৬৭৬-৭৮ )

**কৰ্ণাটকৰ অতীত আৰু আভ্যন্তৰীণ অৱস্থা :** বিজয়নগৰ সাম্ৰাজ্যৰ উৎপত্তি নোহোৱালৈকে, উত্তৰ ভাৰতৰ আক্ৰমণকাৰী মুছলমানসকলে দক্ষিণ ভাৰতৰ যাদৱ, হয়চালা, আৰু পাণ্ড্য ৰজাসকলক বিনষ্ট কৰি ৰাজ্যৰ বিনাশ সাধন কৰে। হিন্দু কঞ্চুকী মালিক কাফুৰে ৰামেশ্বৰলৈকে তেওঁৰ আক্ৰমণ সম্প্ৰসাৰিত কৰিছিল। বিজয়নগৰৰ হিন্দুৰাজ্য পতনৰ পিছত, কৰ্ণাটকত এক প্ৰকাৰ অৰাজকতাৰ সৃষ্টি হয়। হিন্দু পলিগড় আৰু নায়কসকলে নিজে নিজে একোখন ক্ষুদ্ৰ ৰাজ্য স্থাপন কৰি তাৰ আয়তন বঢ়াবলৈ উমৈহতীয়া স্বাৰ্থৰ বিপৰীতে পৰস্পৰ বিৰুদ্ধাচাৰী হৈ আক্ৰমণকাৰী শত্ৰুক সুযোগ দিছিল, আৰু আনকি মুছলমান আক্ৰমণকাৰীক আহবান কৰি হিন্দু প্ৰতিপক্ষক দমন কৰিবলৈ কুণ্ঠিত নহৈছিল। মোগলে আহমদনগৰ অধিকাৰ কৰাৰ পিছত, দাক্ষিণাত্যৰ মুছলমান শক্তি বিজাপুৰ আৰু গোলকুণ্ডাই উত্তৰ আৰু পশ্চিমে নিজ নিজ ৰাজ্য বিস্তাৰৰ সুযোগ হেৰুৱায়। বিজয়নগৰৰ শেষ ৰজা শ্ৰীৰঙ্গ ৰায়ে আক্ৰমণকাৰীৰ বিপক্ষে হিন্দুসকলক সংঘবদ্ধ কৰিবৰ চেষ্টা কৰিছিল; কিন্তু পূৰ্ব উপকূলৰ হিন্দু ৰজা আৰু নায়কসকলৰ স্বাৰ্থপৰতা আৰু পৰস্পৰ বিদ্বেষৰ কাৰণে সেই চেষ্টা ব্যৰ্থ হয়।

মদুৰাৰ নায়কে গোলকুণ্ডাৰ কুতুব ছাহক আহবান কৰি আনি তেওঁৰ সহায়ত শ্ৰীৰঙ্গ ৰায়ক ভেলোৰৰপৰা বিতাৰিত কৰে। মদুৰাৰ নায়কে আকৌ আদিল ছাহৰ হতুৱাই জিঞ্জি প্ৰদেশ অধিকাৰ কৰায়। আদিল ছাহে সেই প্ৰদেশ তিনি ভাগ কৰি, তাৰে এভাগত শিৱাজীৰ বৈমাত্ৰেয় ভাই বেঙ্কোজীক শাসন ভাৰ দিয়ে। মদুৰা আৰু টাঞ্জোৰৰ নায়কসকলৰ ভিতৰত যুঁজ চলি থকাত, স্বাধীন ৰজা ৰূপে বেঙ্কোজীয়ে টাঞ্জোৰ অধিকাৰ কৰি লয় (১৬৭৬)। বেঙ্কোজীয়ে কোলাৰুণ

নদীৰ উত্তৰে পিতাক সাহাজী ভোন্‌চলাৰ জিঞ্জি প্ৰদেশৰ এক অংশ অধিকাৰ কৰি আছিল।

জিঞ্জিত বিজাপুৰৰ অধীনস্থ আন দুজন শাসনকৰ্তা আছিল, নাছিৰ আহমদ খাঁ আৰু সেৰ খাঁ লোডী। এওঁলোক প্ৰতিজনে নিজ নিজ অধিকাৰ আৰু প্ৰতিপত্তি বঢ়াবৰ কাৰণে কেন্দ্ৰীয় চৰকাৰৰ নিৰ্দেশ উপেক্ষা কৰি নিজ সুযোগ অনুযায়ী ৰাজ কাৰ্য চলাইছিল। সেৰ খাঁ লোডীয়ে ফৰাচী সেনাপতি ফ্ৰেঙ্কো মাৰ্টিনৰ সহায়ত নাছিৰ মহম্মদৰ হাতৰপৰা জিঞ্জি অধিকাৰ কৰি লয়।

বিজাপুৰী কৰ্ণাটকৰ এই বিশৃংখলতাৰ ভিতৰত নাবালক চুলতান চেকেন্দাৰ ছাহৰ ৰাজ প্ৰতিনিধি পদৰ কাৰণে বিজাপুৰৰ প্ৰধান বিষয়াসকলৰ ভিতৰত ঘোৰ বিৰোধ সৃষ্টি হয়। সুদূৰ কৰ্ণাটকৰ বিজাপুৰী অধিকাৰত অৰাজক অৱস্থাৰ প্ৰতিকাৰৰ অৰ্থে কেন্দ্ৰীয় চৰকাৰে ঘৰুৱা বিবাদৰ কাৰণে বিশেষ তত্বাৱধান ল'ব নোৱাৰিছিল।

ধন-ঐশ্বৰ্যৰে ভৰপূৰ কৰ্ণাটক ৰাজ্য (তামিলনাডু) স্বৰ্ণগৰ্ভা বুলি দেশ-বিদেশে সুপ্ৰখ্যাত আছিল। বহু শতাব্দী জুৰি নিষ্কণ্টক হৈ কৰ্ণাটক অধিবাসীসকলে, নানাবিধ কৃষি আৰু বৈদেশিক ৰপ্তানি আমদানীৰ এই ৰাজ্যৰ অপ্ৰতুল সমৃদ্ধি বঢ়াইছিল। আনকি শিৱাজীৰ পিছতো মোগল সম্ৰাট ঔৰংজেবে এই ৰাজ্যৰ ধনৰ লোভ সামৰিব পৰা নাছিল। তেওঁ সেনাপতিসকলক সোঁৱৰাই দিছিল "কৰ্ণাটকৰ ভূ-গৰ্ভত বহু ধন-ৰত্ন লুকাই আছে। নাৰকী শিৱাজীৰ বাপেক সাহাজীৰ নীহকুলীয়া নাতিয়েক এজনে বলেৰে টাঞ্জোৰ ৰাজ্য শাসন কৰিছে। ৰাজ্যখন অতি দুৰ্বল, এই ৰাজ্য তাৰ হাতত থাকিব কিয়?" ইতিপূৰ্বে গুপ্ত আৰু চালুক্য ৰজা কিছুমানে আৰু পিছত মালিক কাফুৰ, মিৰজুমলা আদি মুছলমান সেনাপতিসকলেও পাৰ্যমানে কৰ্ণাটকৰ পৰা ধন-সোণ লুটি লৈছিল। কিন্তু হলেও, সমৃদ্ধিশালী কৰ্ণাটক উপকূল অগাধ ধন-ৰত্নৰ আকৰ বুলি প্ৰখ্যাত আছিল।

শিৱাজীয়ে ভাবিছিল যে যদি তেওঁৰ বৈমাত্ৰেয় ভায়ে অধিকাৰ কৰি থকা জিঞ্জি প্ৰদেশৰ পৈতৃক অধিকাৰৰ এক অংশ উত্তৰাধিকাৰী সূত্ৰে লাভ কৰিব পাৰে আৰু তাৰ লগত বিজাপুৰৰ অধীনস্থ বিষয়া-সকলৰ জায়গীৰ অধিকাৰ কৰি লয়, তেন্তে মাৰাঠাৰ ভবিষ্যৎ প্ৰতিৰক্ষাৰ কাৰণে পূৰ্ব উপকূলত এখন নতুন হিন্দু ৰাজ্য সুস্থাপিত হ'ব। তেওঁৰ এই পৰিকল্পনাৰ সত্যতা তেওঁৰ বংশধৰসকলৰ দিনতে প্ৰমাণিত হয় আৰু মাৰাঠাসকলে পূৰ্ব উপকূলত এই মাৰাঠা ৰাজ্য স্থাপন নকৰিলে, অদূৰ ভবিষ্যতত মোগলৰ পতন নহ'লহেতেন।

শিৱাজীৰ অভিষেকৰ পিছতো তেওঁৰ স্বাধীন ৰাজ্যৰ যথেষ্ট বিস্তৃতি হৈছিল বুলি কব নোৱাৰি। পশ্চিম উপকূলত মোগল, ইংৰাজ, সিদ্দি, পৰ্তুগীজ আদি নানা শক্তিৰ লগত তেওঁ জলে-স্থলে বহু সময়ত পৰাভৱ মানিবলগীয়া হৈছিল আৰু তেওঁৰ অনেক ধন, অগণন সৈন্য ক্ষতি হৈছিল। কানাৰা অধিত্যকাৰ যুদ্ধত মাৰাঠাৰ পৰাজয় নহলেও, সেই অঞ্চলত মাৰাঠাই নিশ্চিত অধিকাৰ স্থাপন কৰিব পৰা নাছিল। মাৰাঠা ৰাজ্যৰ উত্তৰ সীমান্ত সম্প্ৰতি মোগল আক্ৰমণৰ হাত সাৰি আছিল যদিও, মোগলে মাত্ৰ পুনৰ আক্ৰমণৰ সুচল বিচাৰি আছিল। পূব সীমান্তত বিজাপুৰ আৰু দক্ষিণ সীমান্তত গোলকুণ্ডাই মোগলৰ সহযোগীৰূপে মাৰাঠা ৰাজ্যৰ ওপৰত তীক্ষ্ণ দৃষ্টি ৰাখিছিল। এনে অৱস্থাত ভবিষ্যৎ নিৰাপত্তাৰ কাৰণে ভিন্ন ৰাজ কেন্দ্ৰ স্থাপনৰ প্ৰচেষ্টাই শিৱাজীৰ মন সজাগ কৰিলে; দূৰদৰ্শী শিৱাজীয়ে তেওঁৰ কল্পনা কাৰ্যত পৰিণত কৰিবলৈ কৰ্ণাটক অভিযানৰ বাবে সাজু হ'ল।

ইয়াৰ কিছুকাল আগতে গোলকুণ্ডাৰ অপুত্ৰক ৰজা আবদুল্লা কুতুব ছাহৰ মৃত্যু হয়। তেওঁৰ মন্ত্ৰী মদনপান্ত বৰ ক্ষমতাপন্ন প্ৰতিপত্তিশালী ব্যক্তি আছিল। ভগ্নপ্ৰায় গোলকুণ্ডা ৰাজ্যৰ শাসন পদ্ধতিৰ নানা সংস্কাৰ কৰাই, তেওঁ সেই ৰাজ্যৰ এটা যুগ পৰিবৰ্তন কৰে। কুতুব ছাহৰ মৃত্যুত তেওঁৰ ৰাজপাটৰ বাবে দুই জোঁৱায়েক চৈয়দ আহমদ আৰু আবুল হাচানৰ মাজত বিৰোধ হয়। উত্তৰাধিকাৰী সূত্ৰে, ডাঙৰ জোঁৱায়েক চৈয়দ আহমদে ৰাজপাট অধিকাৰ কৰিছিল; কিন্তু তেওঁৰ অক্ষমতাৰ কাৰণে মন্ত্ৰী মদন পান্তৰ (মদন্না) সহায়ত আবুল হাচানে ৰাজপাট কাঢ়ি লয়। প্ৰকৃততে মন্ত্ৰী মদন্নাই আছিল গোলকুণ্ডাৰ মুখ্যতম পৰিচালক আৰু তেওঁৰ জ্যেষ্ঠ ভ্ৰাতা আকন্না (একনাথ) আছিল সামৰিক বিভাগৰ উচ্চতম বিষয়া। মদন্নাৰ উদ্দেশ্য আছিল, কৰ্ণাটক অধিকাৰ কৰি তাত, পুনৰ হিন্দু ৰাজত্ব স্থাপন কৰা। তেওঁৰ এই অভীষ্ট সিদ্ধিৰ কাৰণে হাচান ছাহক পৰামৰ্শ আগবঢ়ালে যে, বিজাপুৰ ৰাজ্য ক্ষয় হোৱা কালছোৱাৰ ভিতৰতে, যিকোনো বিশ্বাসযোগ্য ৰাজশক্তিৰ সহযোগত কৰ্ণাটক অধিকাৰ কৰা উচিত হব। হাচান ছাহে পৰামৰ্শ মানি ললে আৰু যিহেতু শিৱাজী তেতিয়া একমাত্ৰ প্ৰতাপী ৰজা, গতিকে মদন্নাৰ যুক্তি বুদ্ধি অনুযায়ী, এই পৰিকল্পনা সফল কৰিবলৈ মাৰাঠা ৰজাৰ সহায় বিচাৰিলে আৰু তেওঁক মদন্নাৰ অভিপ্ৰায় জনালে। গোলকুণ্ডাৰ সামৰিক সহযোগ আৰু সহানুভূতি পালে সকলো বিপদ তুচ্ছ কৰি গোলকুণ্ডাৰ ছাহৰ

হকে কৰ্ণাটক জয় কৰিব বুলি শিৱাজীয়ে প্ৰতিশ্ৰুতি দিলে আৰু সৰ্ত দিলে এই যে হাচান ছাহে যুদ্ধৰ আৱশ্যকীয় খৰচ আৰু সামৰিক সম্ভাৰ যোগান দিলে বিজিত ৰাজ্য ছাহৰ হাতলৈ আহিব আৰু তেওঁৰ পৰিশ্ৰমৰ বাবে মহীশূৰৰ অধিত্যকা আৰু ৰণুৱাৰ পুৰস্কাৰ স্বৰূপে শিৱাজীয়ে লুণ্ঠিত দ্ৰব্য লাভ কৰিব। উভয় পক্ষই এই চুক্তিত সম্মতি দিলে আৰু শিৱাজীয়ে তেওঁৰ পৰিকল্পিত কাৰ্য হাতত ললে।

সাহাজীৰ উপদেষ্টা নৰোত্তিমল হনুমান্তেৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰদ্বয় জনাৰ্দন পান্ত আৰু ৰঘুনাথ পান্ত পিতাকৰ নিচিনা সাহাজীৰ বৰ বিশ্বাস ভাজন হয় আৰু অতি দক্ষতাৰে তেওঁৰ শাসন কাৰ্য পৰিচালনাত সহায় কৰে। শিৱাজীৰ শাসনকাৰ্যত সহায় কৰিবলৈ পিতাক সাহাজীয়ে কিছু কালৰ কাৰণে জনাৰ্দন পান্তক মহাৰাষ্ট্ৰলৈ পঠিয়াইছিল। সাহাজীৰ মৃত্যুৰ পিছত নাবালক পুত্ৰ বেঙ্কোজীৰ অভি-ভাৱক স্বৰূপে ৰঘুনাথে সুচাৰুৰূপে শাসনকাৰ্য চলাইছিল। ক্ৰমে বেঙ্কোজী যেতিয়া সাবালক হ'ল, তেওঁ ৰঘুনাথৰ সৈতে বিৰোধ কৰি অৱশেষত তেওঁৰ সহযোগ বৰ্জন কৰিলে আৰু ফলত ৰজা-মন্ত্ৰীৰ মনো-মালিন্য গৈ অবাঞ্ছনীয় বিৰোধত পৰিণত হ'ল। ৰঘুনাথে মন্ত্ৰিত্ব পৰিত্যাগ কৰিলে আৰু নিজ পৰিকল্পনা ভবিষ্যতে কাৰ্যত ৰূপান্তৰ কৰিবলৈ টাঞ্জোৰ পৰিত্যাগ কৰি বিজাপুৰৰ বাট ললে। তেওঁৰ অভিপ্ৰায় আছিল, বিজাপুৰলৈ গৈ সেই ৰাজ্যৰ আভ্যন্তৰীণ অৱস্থা বুজি নিজ কৰ্মত ব্ৰতী হোৱা।

কৰ্ণাটক সম্পৰ্কে গোলকুণ্ডাৰ মন্ত্ৰী মদন্না আৰু শিৱাজীৰ অভি-সন্ধিৰ কথা ৰঘুনাথৰ ভালদৰে জনা আছিল। এই বিষয়ে বিশেষ বাতৰি লবলৈ তেওঁ গোলকুণ্ডাৰ ৰাজধানী ভাগানগৰলৈ (হায়দৰাবাদ) গৈ মন্ত্ৰী মদন্নাৰ সৈতে সাক্ষাৎ কৰিলে। সুদীৰ্ঘ আলোচনাৰ পিছত উভয় মন্ত্ৰীয়ে স্থিৰ কৰিলে, যে কৰ্ণাটকত স্বাধীন হিন্দু ৰাজ্য এখন স্থাপন কৰিবলৈ হলে, বেঙ্কোজীৰ পৰিবৰ্তে অইন শক্তিশালী ৰজা এজনে ৰাজ্য স্থাপনৰ ভাৰ লোৱা সমীচীন হব। গতিকে, আবুল হাচান কুতুব ছাহৰ সৈতে শিৱাজীক মিত্ৰতা সূত্ৰত আবদ্ধ কৰাই শিৱাজীৰ হতুৱাই কৰ্ণাটক অধিকাৰ কৰাটোকে উভয় মন্ত্ৰীয়ে স্থিৰ কৰিলে।

ৰায়গড়ত শিৱাজীৰ সৈতে ৰঘুনাথৰ সাক্ষাৎ হ'ল। ৰঘুনাথ নীতিবিদ পণ্ডিত আছিল। তেওঁ শিৱাজীক বুজনি দিলে যে বিধি অনুসৰি তেওঁ পিতাক সাহাজীৰ অৰ্দ্ধৰাজ্যৰ অধিকাৰী যেতিয়া, তেওঁ পিতাকৰ টাঞ্জোৰ ৰাজ্যৰ অৰ্দ্ধেক অধিকাৰ নকৰিলে হয়তো পূব উপ-কূলত হিন্দু ৰাজ্য স্থাপনৰ সম্ভাবনা লুপ্ত হ'ব পাৰে। শিৱাজীয়ে তেওঁৰ

কথাত হয়ভৰ দি এই বিষয়ে হাচান ছাহৰ মনোভাৱ বুজিবলৈ অপেক্ষা কৰিলে। আনপক্ষে মদন পান্তৰ অকাট্য যুক্তিত হাচান ছাহে শিৱাজীৰ টাঞ্জোৰ অভিযান সমৰ্থন কৰিলে আৰু উভয় পক্ষৰ সন্ধিৰ সৰ্তাবলী মীমাংসা কৰিবলৈ তেওঁ শিৱাজীক ভাগানগৰলৈ নিমন্ত্ৰণ জনালে। সেইমৰ্মে অভিযান পথত শিৱাজীয়ে ভাগানগৰত ছাহক সম্মান দেখুৱাব বুলি সংবাদ পঠিয়ালে।

শিৱাজীৰ এই অভিযানৰ আগতে তেওঁৰ অনুপস্থিতি কালত মহাৰাষ্ট্ৰৰ নিৰাপত্তাৰ বাবে তেওঁৰ দুই শত্ৰু বিজাপুৰ আৰু মোগলৰ ৰাষ্ট্ৰীয় অৱস্থা ভালদৰে বিজাই ললে। তেতিয়া আফগান আৰু ডেকানী এই দুই দলৰ মাজত তুমুল সংঘৰ্ষ হৈ বিজাপুৰৰ ৰাজশক্তি অকৰ্মণ্য হৈছিল। গতিকে, তেওঁ ৰাজ্য এৰি সুদূৰ পূব উপকূলত থাকিলেও তেওঁৰ বিচক্ষণ ৰণুৱাসকলক উচ্ছেদ কৰি বিজাপুৰ শক্তিয়ে মহাৰাষ্ট্ৰৰ কিবা অনিষ্ট সাধন কৰিবৰ সম্ভাৱনা সমূলি নাছিল। আনফালে মাৰাঠাৰ প্ৰধান বৈৰী মোগলে তেতিয়াও পশ্চিম সীমান্তৰ ৰণৰপৰা অব্যাহতি পোৱা নাছিল। দক্ষিণ ভাৰতত হাৰা-শাস্তি হৈ মোগল চুবাদাৰ বাহাদুৰ খাঁই মাৰাঠাৰ সৈতে সন্ধি কৰাৰ বাহিৰে আইন উপায় নাছিল। শিৱাজীয়ে তেওঁৰ উদ্দেশ্য সাধনৰ কাৰণে তেওঁৰ ন্যায়াধীশ নিৰাজী ৰাওজীক বাহাদুৰ খাঁৰ ওচৰলৈ পঠিয়াই দি অতি গোপনে, অন্ততঃ এবছৰৰ কাৰণে উচিত মূল্যাত বাহাদুৰ খাঁৰ মিত্ৰতা খৰিদ কৰিলে। এইদৰে তেওঁ উভয় শত্ৰুৰ পৰা নিৰাপদ হৈ আৰু ৰাজ্যৰ চাৰিও সীমান্তৰ দুৰ্গবোৰত উপযুক্ত সামৰিক আয়োজন পূৰ্ণ কৰি অভিযানৰ পূৰ্ব কৰ্তব্য সমাপন কৰিলে।

যাত্ৰাৰ আগতে শিৱাজীৰ ৰাজপ্ৰতিনিধি কূটনীতিজ্ঞ প্ৰহলাদ নিৰাজী ভাগানগৰলৈ গৈ কুতুব ছাহক সাক্ষাৎ কৰিলে। তেওঁ শিৱাজীৰ আগমনৰ পূৰ্বে কুতুব ছাহৰ সৈতে কৰ্ণাটক অধিকাৰ সম্পৰ্কীয় চৰ্তাবলী নিৰূপিত কৰি, শিৱাজীৰ ৰাজ অভ্যৰ্থনাৰ আয়োজন সম্পূৰ্ণ কৰাৰ পিছত শিৱাজীয়ে বিশ হাজাৰ অশ্বাৰোহী আৰু চল্লিশ হাজাৰ সৈন্যেৰে সৈতে ভাগানগৰ (হায়দৰাবাদ) অভিমুখে যাত্ৰা কৰিলে (১৬৭৭। জাঃ)। ৰাজ্য ৰক্ষাৰ ভাৰ অৰ্পণ কৰিছিল পেশোৱা মোৰোপান্ত পিঙলে আৰু সেনাপতি অন্নাজী দত্তৰ হাতত।

কুতুব ছাহে ইমানলৈ সুস্থিৰে আছিল; শিৱাজীৰ বাহিনী ক্ৰমে যেতিয়া হায়দৰাবাদ অভিমুখে আগবাঢ়িব ধৰিলে, তেওঁৰ মনত সন্দেহ জাগিল, যিজনে আফজল খাঁৰ নিচিনা বীৰৰ মুণ্ডচ্ছেদ আৰু সায়েস্তা খাঁৰ নিচিনা মোগল সেনাপতিৰ অঙ্গচ্ছেদ কৰিছিল, তেনেজনক নগৰৰ

ভিতৰত সাক্ষাৎ কৰিলে জানোচা কিবা অঘটন ঘটে। মন্ত্ৰী মদন্না আৰু ৰাজ প্ৰতিনিধি নিৰাজীয়ে তেওঁৰ বিপৰীতে শিৱাজীৰ কোনো কু-অভিপ্ৰায় নাই, এই কথা দঢ়াই কৈ তেওঁৰ মনৰ আশঙ্কা গুচোৱাত, ৰাজ অতিথি স্বৰূপে নগৰৰ ভিতৰত তেওঁ শিৱাজীক সম্বৰ্দ্ধনা জনাবলৈ আগবাঢ়িল। আনপক্ষে, শিৱাজীয়ে তেওঁৰ সৈন্য বাহিনীক সতৰ্ক কৰি দিছিল যে কোনোজনে কুতুব ছাহৰ ৰাজ্যৰ ভিতৰত অবৈধ আৰু অন্যায় আচৰণ কৰিলে প্ৰাণদণ্ড দিয়া হব।[১]

যাত্ৰাৰ প্ৰায় এমাহ কাল পিছত সসৈন্যে শিৱাজী গৈ হায়দৰা-বাদত উপস্থিত হয়। কুতুব ছাহে নগৰৰ বাহিৰলৈ আহি শিৱাজীক সম্বৰ্দ্ধনা জনাব বুলি প্ৰস্তাৱ পঠিয়াইছিল, কিন্তু ছাহক বহু ধন্যবাদ দি, সেই শিষ্টাচাৰ অপ্ৰয়োজনীয় বুলি তেওঁক সংবাদ দিলে। মন্ত্ৰী মদন্না আৰু সেনাপতি আকন্নাই নগৰ সোমোৱাৰ আগতেই ৰজাৰ হকে শিৱাজীক ৰাজোচিত সম্মান দেখুৱাই নগৰৰ ভিতৰলৈ লৈ যায়।

মাৰাঠা ৰজাৰ অভ্যৰ্থনাৰ কাৰণে অভূতপূৰ্ব সাজত নগৰ সজোৱা হৈছিল। শাৰী শাৰী সুবৃহৎ তোৰণ আৰু পতাকাৰ সুশোভিত নগৰৰ আলি পদূলিৰপৰা ৰাজ আগমন প্ৰতীক্ষা কৰি অগণন নাগৰিকে শোভাযাত্ৰাত যোগ দিছিল। আড়ম্বৰপূৰ্ণ নগৰত সোমোৱাৰ পিছ দিনা শিৱাজীৰ বিশিষ্ট সেনাপতিসকল আৰু উজ্জ্বল আভৰণেৰে বিভূ-ষিত দেহৰক্ষীসকলৰ সৈতে তেওঁ কুতুব ছাহৰ দাদমহল অট্টালিকাৰ সমুখত উপস্থিত হয়। আবুল ছাহে আলিঙ্গনেৰে সাদৰি ৰজাক ভিতৰলৈ নি ৰাজোচিত অভ্যৰ্থনা জনায়। মন্ত্ৰী মদন পাণ্ডে ৰাজ পয়োভৰেৰে বিৰাট ৰাজভোজ পাতি ৰজাৰ প্ৰতি নিজ ৰাজ্যৰ প্ৰীতি জ্ঞাপন কৰিলে। দুই ৰাজ্যৰ সুনিপুণ ৰণুৱাসকলৰ উৎসৱ ক্ৰিয়াৰ পিছত, কৰ্ণাটক অভিযান সম্পৰ্কীয় চুক্তি নিবন্ধিত কৰা হ'ল। চৰ্ত অনুযায়ী মাৰাঠা বাহিনীৰ যুদ্ধৰ খৰচৰ বাবে চুলতানে শিৱাজীক ৫,০০০০০ (পাঁচ লাখ) পেগোদা অৰ্পণ কৰিলে আৰু চুলতানে প্ৰতি-শ্ৰুতি দিলে, যে গোলকুণ্ডাৰ গোলাগুজ বাহিনীয়ে মাৰাঠাৰ সহযোগী ৰূপে অভিযানত যোগ দিব। আনপক্ষে শিৱাজীয়ে প্ৰতিশ্ৰুতি দিলে যে তেওঁৰ পিতাকৰ জায়গীৰৰ বাহিৰে কৰ্ণাটকত অধিকাৰ কৰা ৰাজ্যৰ এক অংশ চুলতানক হস্তান্তৰ কৰিব।

---

(১) When, in few cases these orders were found to have been transgressed, the culprits had their hands or fingers cut off, and in few cases were actually executed.

Keuskar—P. 430.

কুতুব ছাহৰ সৈতে শিৱাজীৰ সম্পৰ্কৰপৰা অনুমান কৰিব পাৰি যে যি কোনো মুছলমান ৰাজশক্তিৰ বিৰুদ্ধে বিৰোধ সৃষ্টি কৰি শত্ৰুতা আচৰণ কৰাই তেওঁৰ উদ্দেশ্য নাছিল। বাহমনী ৰাজ্যৰ অৱশেষ, নিজাম ছাহী, আদিল ছাহী আৰু কুতুব ছাহী ৰাজ্যই নিজ নিজ স্বাধীনতা ৰক্ষা কৰি, মহাৰাষ্ট্ৰ সংগঠনত সহযোগী হলে, আক্ৰমণকাৰী শত্ৰু মোগল আৰু পাঠানৰ হাতৰপৰা দাক্ষিণাত্য ৰক্ষা কৰাই তেওঁৰ ঘাই উদ্দেশ্য আছিল। ইতিপূৰ্বে মোগলে নিজাম ছাহী ৰাজ্য উছন কৰে; আদিল ছাহী ৰাজ্যই কোনো প্ৰকাৰে নিজত্ব ৰক্ষা কৰিছিল যদিও, অৱশেষত পাঠান বাহলোল খাঁই সেই ৰাজ্যৰ নেতৃত্ব গ্ৰহণ কৰি ডেকানী মুছলমানসকলক ৰাষ্ট্ৰীয় অধিকাৰৰপৰা বঞ্চিত কৰে; অকল কুতুব ছাহী গোলকুণ্ডাই ইমানলৈ নিজ অধিকাৰ সংৰক্ষণ কৰিব পাৰিছিল। এই অৱস্থাত গোলকুণ্ডা ৰাজ্যক সহযোগী কৰি মোগল আৰু পাঠানৰ গ্ৰাসৰপৰা দাক্ষিণাত্যক মুক্ত কৰাই আছিল শিৱাজীৰ অন্যতম অভিপ্ৰায়। তেওঁৰ পূৰ্বৰ শত্ৰু মুদহোলৰ ৰজা বাজী ঘোৰপাৰেৰ পুত্ৰ মালোজী ঘোৰপাৰেলৈ তেওঁ এইদৰে লিখিছিল— "যদি পাঠানক শক্তিশালী হবলৈ দিয়া হয়, তেন্তে সিহঁতে সকলো ডেকানী মুছলমান ৰাজত্ব শেষ কৰিব। ইয়াৰ প্ৰতিৰোধৰ কাৰণেই মই আদিৰে পৰা কুতুব ছাহৰ সৈতে সদ্ভাব ৰক্ষা কৰি তেওঁৰ সৈতে বন্ধুত্ব স্থাপন কৰিছো।" পাৰস্পৰিক সম্পৰ্ক সুনিয়ন্ত্ৰিত কৰিবলৈ কুতুব ছাহেও শিৱাজীৰ ৰাষ্ট্ৰ সংগঠন কাৰ্যত বাধা নিদিছিল।

এইদৰে হায়দৰাবাদত প্ৰায় এমাহ কাল থকাৰ পিছত শিৱাজীয়ে সমদলে দক্ষিণে কৃষ্ণা নদীৰ অভিমুখে যাত্ৰা কৰে। বাটত মঠ মন্দিৰত ধৰ্মকাৰ্য সমাপন কৰি তেওঁ অলপ সংখ্যক অনুচৰেৰে সৈতে শ্ৰীশৈল মালিকাৰ্জুন শিৱ মন্দিৰত তীৰ্থ যাত্ৰা সুসম্পন্ন কৰে। শ্ৰীশৈলৰ অনুপম প্ৰাকৃতিক দৃশ্যৰ প্ৰভাৱে তেওঁৰ প্ৰাণত প্ৰগাঢ় ঐশ্বৰিক ভক্তিৰ উদ্ৰেক কৰিছিল। শান্তিপূৰ্ণ পুণ্যধাম শ্ৰীশৈলত প্ৰায় দহ দিন থকাৰ পিছত অনন্তপুৰলৈ আহি তাত সৈন্য বাহিনীৰ লগ লয়।

ইতিমধ্যে শিৱাজীৰ প্ৰধান পদাতিক সৈন্য বাহিনীয়ে দামালচেৰী গিৰিসঙ্কটেৰে পাইনঘাট পৰ্বতমালা পাৰ হৈ কৰ্ণাটকত প্ৰবেশ কৰিছিল। তেওঁ এই বাহিনীক লগত লৈ পদাতিক আৰু অন্যান্য সৈন্য শ্ৰেণীক পিছত এৰি থৈ, পাঁচ হাজাৰ অশ্বাৰোহী মাৱালী সৈন্য শ্ৰেণীৰে সৈতে মাদ্ৰাজ অভিমুখে ৰাওনা হয়।

অভিযান পথত তেওঁ জিঞ্জি দুৰ্গ অধিকাৰ কৰি লয়। (মাৰাঠা বাখৰত উল্লিখিত নাম চান্দি নাইবা চাঞ্জি)। এই দুৰ্গ বিজাপুৰ

ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। তিনিখন শিলাময় পৰ্বতৰ ত্ৰিভুজ এটাক প্ৰায় তিনি মাইল গড় এটাই বেড়ি ৰাখিছিল আৰু তাৰে সবাতকৈ ওখ পৰ্বতখনৰ ওপৰত অৱস্থিত আছিল এই জিঞ্জি দুৰ্গ। এই দুৰ্গাঞ্চলৰ শাসনভাৰ আছিল নাছিৰ মহম্মদ খাঁৰ ওপৰত। তেওঁ হেনো মাৰাঠাৰপৰা ইঙ্গিত পাইছিল যে তেওঁ মাৰাঠাক দুৰ্গ সমৰ্পণ কৰিলে তেওঁক গোলকুণ্ডা ৰাজ্যত এখন সমৃদ্ধিশালী জায়গীৰ প্ৰদান কৰিব। বিপুল মাৰাঠা বাহিনীৰ সৈতে অনিশ্চিত ৰণ এখনত লিপ্ত নহৈ, সহজে লাভবান হোৱাৰ আশাত, দুৰ্বল নাছিৰ মহম্মদে বিনাযুদ্ধে জিঞ্জি দুৰ্গ মাৰাঠাক এৰি দিলে। কিন্তু তেওঁৰ আশা পূৰণ নহল। দুৰ্গ অধিকাৰ কৰি লৈ মাৰাঠাই তাৰ আৱশ্যকীয় সংস্কাৰ কৰিলে আৰু ভবিষ্যতে এই দুৰ্গই যাতে পূব উপকূলত মাৰাঠাৰ শাসন কেন্দ্ৰ হয় তাৰ বাবে দুৰ্গ ৰক্ষণৰ সকলো আয়োজন সম্পূৰ্ণ কৰি শিৱাজীয়ে সেনাপতি ৰায়জী নালজেৰ অধীনত মাৱাল বাহিনী এটাক দুৰ্গ ৰক্ষাৰ ভাৰ অৰ্পণ কৰে।

জিঞ্জিৰ উত্তৰে বিজাপুৰী ভেলোৰ দুৰ্গ আছিল মাৰাঠা আক্ৰমণৰ প্ৰধান ভিন্ন লক্ষ্য। চাৰি মেৰৰ সুবিস্তৃত প্ৰাচীৰৰ ভিতৰত থকা ভেলোৰ দুৰ্গৰ চাৰিওফালে ঘৰিয়ালেৰে ভৰপূৰ অতল পৰিখা এটাই এনেদৰে দুৰ্গ আগুৰি ৰাখিছিল যে সেই দুৰ্গৰ অৱৰোধ অসম্ভৱ আছিল। তাৰ সংৰক্ষণৰ ভাৰ আছিল আব্দুল্লা খাঁ নামেৰে বিজাপুৰৰ এবিচিনীয় সেনাপতি এজনৰ হাতত। বহু চেষ্টাৰ পিছত সাজিৰা আৰু গোজিৰা নামেৰে দুখন ওচৰৰ পাহাৰৰ ওপৰলৈ তোপ তুলি লৈ মাৰাঠাই তাৰপৰা অবিচ্ছেদ্য গোলা বৰ্ষণ কৰিও বহু দিনলৈ দুৰ্গ জয় কৰিব পৰা নাছিল। অৱশেষত, দক্ষিণ কৰ্ণাটকত অন্যতম বিজাপুৰী সেনাপতি সেৰখাঁ লোডীৰ সৈতে ৰণ কৰিবলগীয়া হোৱাত, শিৱাজীয়ে নৰহৰি ৰুদ্ৰৰ হাতত এই দুৰ্গ জয়ৰ ভাৰ দি তেওঁ দক্ষিণলৈ যাত্ৰা কৰে। তেওঁ এই দুৰ্গ জয় কৰিব পৰা নাছিল; কৰ্ণাটক অভিযান শেষ কৰি মহাৰাষ্ট্ৰলৈ উভতি যোৱাৰ পিছতহে এই দুৰ্গ মাৰাঠাৰ হস্তগত হয় (১৬৭৮।২২ জুলাই)।

বিজাপুৰী মন্ত্ৰী বাহলোল খাঁ আৰু ফৰাচী ইণ্ট ইণ্ডিয়া কোম্পানীয়ে উৎসাহ দিয়াত তিৰুবাদি নামেৰে ঠাইত সেৰ খাঁই মাৰাঠাৰ সৈতে ৰণ দিয়ে। সেই ৰণত সেৰ খাঁ পৰাস্ত হয় আৰু তেওঁ পৰাজয় মানি শিৱাজীৰ লগত সাক্ষাৎ কৰে (১৬৭৭।৫ জুলাই)। অৱশেষত সেৰ খাঁই মাৰাঠা ৰজাক যুদ্ধৰ ক্ষতিপূৰণৰ বাবে বিশ হাজাৰ হুন

আদায় কৰি দি মুক্তি লাভ কৰে। এই দৰে ৰণ কৰি তুঙ্গভদ্ৰাৰ পৰা কাবেৰীলৈকে অঞ্চলটো শিৱাজীয়ে অধিকাৰ কৰিলে।

সেৰ খাঁৰ সৈতে ৰণৰ অন্তত শিৱাজী ক্ৰমে দক্ষিণলৈ আহি তেওঁৰ বৈমাত্ৰেয় ভাই বেঙ্কোজীৰ (একোজী) ৰাজধানী টাঞ্জোৰৰ পৰা দহ মাইল উত্তৰে কোলাৰুণ নদীৰ উত্তৰ পাৰে তিৰুমলভাদি নামেৰে ঠাইত ছাউনী পাতিলে। তালৈ অহাৰ ঘাই কাৰণ আছিল, ভায়েকৰ সৈতে আলোচনা কৰি কৰ্ণাটকৰ পৈতৃক সম্পত্তিত তেওঁৰ নিজ অংশ নিৰাকৰণ কৰা।

শিৱাজী আৰু বেঙ্কোজীৰ মাজত সংবাদ আদান-প্ৰদান হোৱাৰ পিছত, বেঙ্কোজীৰ তিনিজন মন্ত্ৰী গোবিন্দ ভাট গোসাই, কাকাজীপান্ত আৰু নীলো নায়কে শিৱাজীৰ লগত সাক্ষাৎ কৰিলে। হিন্দু বিধি অনুসৰি কৰ্ণাটকত তেওঁৰ পৈতৃক অধিকাৰৰ আধা অংশত তেওঁৰ স্বত্ব আৰু দাবী সম্পৰ্কে বহলাই কৈ আৰু সেই বিষয়ে যাতে কোনো প্ৰকাৰে ভাতৃ বিৰোধ নহয় সেইটো দঢ়াই কৈ মন্ত্ৰীসকলক বিদায় দিলে। শিৱাজীৰ দাবী সম্পৰ্কে বেঙ্কোজীয়ে কোনো উত্তৰ নিদিলে। ঘাইকৈ মদুৰাৰ নায়ক আৰু মহীশূৰৰ ৰজাৰ উচটনিত বেঙ্কোজীয়ে শিৱাজীৰ বিপক্ষে ঘোৰ ৰূপ ধাৰণ কৰিলে। তেওঁ ভাবিছিল, এই সকলৰ সহায়ত প্ৰয়োজন হলে শিৱাজীৰ বিপক্ষে ৰণ দিব। কিন্তু শেষত বুজিলে যে সেইটো তেওঁৰ নিস্ফল প্ৰয়াস আৰু সেয়ে এই বিষয়ে মীমাংসাৰ কাৰণে তেওঁ শিৱাজীৰ সৈতে সাক্ষাৎ কৰিবলৈ মান্তি হ'ল। সাহাজীৰ স্বভাৱজাত সন্তান ( Natural son ) ৰাজা ভিবজী, ৰাজা প্ৰতাপজী, ৰাজা ৰায়ভান আৰু অন্যান্য বিষয়াৰ সৈতে দুই হাজাৰ অশ্বাৰোহী লগত লৈ বেঙ্কোজী কৈালাৰুণৰ দক্ষিণ পাৰে সৈন্যসকলক এৰি আৱশ্যকীয় মুখ্য বিষয়াসকলৰ সৈতে শিৱাজীৰ বাহৰত উপস্থিত হ'ল।

ভাতৃ সমম্বিতে অতিথিসকলক অতি সমাদৰে ৰজাই ৰাজোচিত অভ্যৰ্থনা জনালে। ইতিপূৰ্বে বেঙ্কোজীক শিৱাজীৰ অভিপ্ৰায় জনাইছিল যদিও, প্ৰায় দুই সপ্তাহ কাল শিৱাজীৰ বাহৰত থকা কালত, বেঙ্কোজীয়ে পৈতৃক সম্পত্তিৰ ভাগ বাটোৱাৰা সম্পৰ্কে নিমাত হৈ থাকিল। অৱশেষত শিৱাজীয়ে তেওঁৰ যাত্ৰাৰ অভিপ্ৰায় বেঙ্কোজীক বহলাই কোৱাৰ পিছত, তেওঁ পিতৃ সম্পত্তিৰ অৰ্দ্ধেক দাবী জনাই বেঙ্কোজীৰ ওচৰত প্ৰস্তাৱ উত্থাপন কৰিলে। এই প্ৰস্তাব বেঙ্কোজীৰ পক্ষে মনোগ্ৰাহী নহ'ল। তেওঁ উত্তৰত জনালে যে পিতাকৰ মৃত্যুৰ পিছত তেওঁ নিজ ক্ষমতাৰে টাঞ্জোৰ ৰাজ্য জয় কৰি লৈছিল, গতিকে যদি সেই ৰাজ্যৰ অৰ্দ্ধেক শিৱাজীক এৰি দিবলগীয়া হয়, তেন্তে শিৱাজীয়েও

একেই কাৰণত তেওঁক মহাৰাষ্ট্ৰৰ অৰ্দ্ধেক এৰি দিব লাগিব। ক্ৰমে দুয়ো ভায়েকৰ মাজত অশান্তি বাঢ়িল। বেঙ্কোজীৰ মনত সন্দেহ হ'ল যে, হয়তো যি কোনো মুহূৰ্তত তেওঁ বন্দী হব পাৰে। সন্ত্ৰস্ত বেঙ্কোজীয়ে এদিন নিশা কোলাৰুণ নদীত গা ধুবলৈ যাওঁ বুলি ভেল এখনেৰে নদী পাৰ হ'ল আৰু আন পাৰে তেওঁৰ বৈ থকা সৈনিক সকলৰ আশ্ৰয়ত টাঞ্জোৰলৈ পলায়ন কৰিলে।

বেঙ্কোজীৰ এনে কাৰ্যত শিৱাজী ঘোৰ অসন্তুষ্ট হ'ল আৰু বেঙ্কোজীৰ মন্ত্ৰীসকলেই এই চক্ৰান্তৰ গুৰি ভাবি, মন্ত্ৰী জনাৰ্দন পান্ত, মজুমদাৰ কনহেৰ মহাদেব, শিৱাজী শঙ্কৰ আদি বেঙ্কোজীৰ মুখ্য বিষয়া কিছুমানক শিৱাজীয়ে বন্দী কৰিলে। কিছুদিন পিছত তেওঁ-লোকক মুক্তি দিয়ে আৰু তেওঁলোক নিৰাপদে নিজৰাজ্যলৈ উভতি যায়।

শিৱাজীৰ টাঞ্জোৰ আক্ৰমণ কৰাৰ অভিপ্ৰায় নাছিল; বেঙ্কো-জীয়ে বিজাপুৰৰ শাসকসকলক তেওঁৰ সহায়ক হৈ শিৱাজীৰ বিৰুদ্ধে ৰণ কৰিবলৈ আবেদন জনালেও, বিজাপুৰে নিজ অৱস্থালৈ চাই, তেওঁক শিৱাজীৰ বিৰুদ্ধে উৎসাহ নিদি, বৰঞ্চ শিৱাজীৰ সৈতে উচিত মীমাংসা কৰিবলৈ উপদেশ দিলে। এই পৰিস্থিতিৰ মাজত শিৱাজীয়ে সংবাদ পালে যে গোলকুণ্ডাৰ সৈতে মিলি কৰ্ণাটকত তেওঁ যি অভিযান চলা-ইছে তালৈ মোগলে তীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰিছে আৰু যি কোনো সময়তে তেওঁৰ অনুপস্থিতিৰ সুযোগ লৈ বিজাপুৰৰ সৈতে মিলি মহাৰাষ্ট্ৰ আক্ৰমণ কৰিব পাৰে। সম্প্ৰতি সেইটো নকৰি, সম্ৰাটে অকৰ্মণ্য বাহাদুৰ খাঁক দিল্লীলৈ ওভতাই নিলে আৰু তেওঁৰ ঠাইত সেনাপতি দিলীৰ খাঁক দাক্ষিণাত্যৰ ভাৰ দি, বিজাপুৰৰ মন্ত্ৰী বাহলোল খাঁৰ সহায়ত গোলকুণ্ডা আক্ৰমণ কৰিলে। মোগল-বিজাপুৰৰ এই সমবেত চেষ্টা সফল নহ'ল।

তেওঁৰ বিৰোধী পক্ষৰ এই সক্ৰিয় ঘনিষ্ঠতাৰ গম পাই শিৱাজীয়ে তেওঁৰ কোলাৰুণৰ পাৰৰ ছাউণী তুলি লৈ মহাৰাষ্ট্ৰ অভিমুখে ৰাওনা হ'ল (১৬৭৭।২৭ জুলাই)। কোলাৰুণ পৰিত্যাগ কৰাৰ আগতে তাৰ উত্তৰে বেঙ্কোজী আৰু সেৰ খাঁৰ অধীনস্থ ঠাইবোৰ তেওঁ অধি-কাৰ কৰি লয়। যাত্ৰা পথত বৃদ্ধা চলমৰ শিৱমন্দিৰত তেওঁ প্ৰাৰ্থনা জনায়। মাদ্ৰাজ নগৰ পাবলৈ তেওঁৰ মাত্ৰ দুদিনৰ বাট বাকী আছিল। উভতি আহোঁতে তেওঁ পোৰ্টোনভো বন্দৰ উছন কৰি উত্তৰ আৰ্কট জিলাৰ আনি দুৰ্গ হস্তগত কৰি লয়।

কৰ্ণাটক জয় কৰি শিৱাজীয়ে নিজ অধিকাৰ সমূহ সং-ৰক্ষণৰ বাবে তেওঁ আৱশ্যকীয় ব্যৱস্থা হাতত লয়। পিতাক সাহাজী

ভোনচলাৰ অবিবাহিতা স্ত্ৰীৰ পুত্ৰ শান্তাজীক সেই ৰাজ্যৰ শাসনকৰ্তা পাতি ৰঘুনাথ নাৰায়ণ হনুমান্তক তেওঁৰ ৰাষ্ট্ৰীয় উপদেষ্টা স্বৰূপে নিযুক্ত কৰিলে আৰু হাম্বিৰ ৰাও মোহিতা নিযুক্ত হ'ল মাৰাঠা বাহিনীৰ সৰ্বাধিনায়ক। শিৱাজীয়ে উভতি আহোঁতে মহীশূৰত তেওঁৰ পিতাকৰ জায়গীৰৰ কিছু অংশ উদ্ধাৰ কৰে। তাৰ ভিতৰত আছিল উচকট, বাঙ্গালোৰ, কোলাৰ, বালাপুৰ আৰু চিৰা। মহীশূৰ জয় কৰি বেল্লাৰি কোপাল আদি ঠাইৰ মাজেদি গৈ তেওঁ পানহালা দুৰ্গত উপস্থিত হয় (১৬৭৮।এপ্ৰিল)। পেটেল জেশপাল প্ৰভুৰ বিধবা পত্নী সাবিত্ৰী বাঈৰ লগত বেল্লাৰিত তেওঁৰ সংঘৰ্ষ হয়। এওঁৰ বিনা অনুমতিত মাৰাঠা বাহিনীয়ে তেওঁৰ অধিকাৰৰ মাজেদি ৰণসম্ভাৰ নিয়াত তেওঁ সেই সম্ভাৰ আটক কৰে। শিৱাজীৰ সেনানায়ক লাখুজী গাইকোৱাৰে সাবিত্ৰী বাঈৰ দুৰ্গ অবৰোধ কৰে আৰু ২৭ দিন যুদ্ধৰ পিছত, দুৰ্গত খাদ্য আৰু বাৰুদৰ অভাব হোৱাত সাবিত্ৰী বায়ে সসৈন্যে দুৰ্গৰপৰা ওলাই আহি অবৰোধকাৰী মাৰাঠাক আক্ৰমণ কৰে। সাবিত্ৰী বাঈৰ পৰাজয় হ'ল। লাখুজী গাইকোৱাৰে দুৰ্গ অধিকাৰ কৰি এই বন্দিনী ৰমণীৰ ওপৰত অমানুষিক অত্যাচাৰ কৰিলে। ৰজাই এই কথাৰ গম পাই বিষয়াজনক কঠোৰ শাস্তি দিলে আৰু আজীৱন ভোগ কৰিবলৈ সাবিত্ৰী বাঈক দুখন গাঁও বাটান দিয়ে আৰু নানা বস্তু উপহাৰ দি সসম্ভ্ৰমে পঠিয়াই দিয়ে।

বেঙ্কোজীয়ে যেন শিৱাজীৰ প্ৰত্যাবৰ্তনলৈ অপেক্ষা কৰি আছিল; যেতিয়া তেওঁ জানিলে যে কৰ্ণাটক এৰি শিৱাজী উভতি গৈছে, তেওঁৰ উপদেষ্টাসকলৰ বিশেষকৈ বিজাপুৰৰ মুছলমান কিছুমানৰ উচ-টনিত শিৱাজীৰ বিজিত অঞ্চল অধিকাৰ কৰিবলৈ কোলাৰুণ নদীৰ আন পাৰে ওৱালিগাণ্ডাপুৰ নামেৰে ঠাইত শিৱাজীৰ প্ৰতিভূ শান্তাজী আৰু সেনাপতি হাম্বিৰ ৰাও মোহিতাক আক্ৰমণ কৰিলে; প্ৰথমে শান্তা-জীৰ বাহিনীৰ পৰাজয় হয়। যদিও জয় গৌৰৱৰ উল্লাসত বেঙ্কো-জীৰ বাহিনীয়ে নিশা চাউনিত জিৰণি লৈ থাকোঁতে শান্তাজী আৰু হাম্বিৰ ৰাৱে নদী পাৰ হৈ অকস্মাৎ বেঙ্কোজীৰ চাউনি আক্ৰমণ কৰি তেওঁৰ বাহিনী চিন ভিন কৰে আৰু ৰণসম্ভাৰ লুটি লয়। অল্প সংখ্যক সৈন্যেৰে সৈতে বেঙ্কোজীয়ে কোনোমতে পলায়ন কৰে। মন্ত্ৰী ৰঘুনাথ পান্তে পঠোৱা এই যুদ্ধৰ বিষদ বাতৰি পাই, টোৰগাল নামেৰে ঠাইত শিৱাজীয়ে তেওঁৰ যাত্ৰা স্থগিত কৰিলে। তেওঁ বিচলিত নহ'ল। তেওঁ মন্ত্ৰী পান্তলৈ লিখিলে 'বেঙ্কোজী মোৰ কনিষ্ঠ ভাই; দুষ্ট. ল'ৰাৰ দৰে কিবা অপৰাধ কৰিলেও সি মোৰ ভাই; তাৰ

তত্বাৱধান্ লোৱা আমাৰ কৰ্তব্য, তাৰ ৰাজ্যৰ যেন তুমি অনিষ্ট নকৰা।' বেঙ্কোজীৰ এই বিৰোধ সম্পৰ্কে নানান বুজনি দি শিৱাজীয়ে তেওঁৰ প্ৰধান অমাত্য বালাজী আবজী চিতনিশৰ হতুৱাই বেঙ্কোজীলৈ এখন সুদীৰ্ঘ পত্ৰ লিখিছিল। এই পত্ৰৰ সাৰ মৰ্ম আছিল, যেন বেঙ্কোজীয়ে শিৱাজীৰ প্ৰাপ্য সম্পত্তি এৰি দিয়ে আৰু অযথা যুদ্ধ বিগ্ৰহ পৰিত্যাগ কৰি শান্তিৰে বসবাস কৰে। তদুপৰি উপদেশ দিছিল যেন বেঙ্কোজীয়ে টুৰ্কি প্ৰীতি পৰিহাৰ কৰি আক্ৰমণকাৰী মোগল পাঠানৰ হাতৰপৰা মাৰাঠা ৰাজ্য উদ্ধাৰ কৰিবলৈ তেওঁৰ সহযোগী হয়।[১]

শিৱাজীৰ উপদেশ আৰু অনুৰোধে বেঙ্কোজীৰ মন মুকলি কৰিব নোৱাৰিলে। শিৱাজীৰ সতৰ্ক বাণীত বেঙ্কোজী গভীৰ চিন্তান্বিত হ'ল। তেওঁ আহাৰ নিদ্ৰা পৰিত্যাগ কৰি হতাশাত দিন নিয়াৰ ধৰিলে। স্বামীৰ এই অৱস্থাত তেওঁৰ পত্নী দিপাবাই বৰ উদ্বিগ্ন হ'ল। জ্ঞানী, বুদ্ধিমতী দিপা বায়ে বুজিলে, শত্ৰু প্ৰৰোচিত ভাতৃ বিৰোধৰ ফলত উদীয়মান মাৰাঠা ৰাজ্য আৰু মাৰাঠাৰ গৌৰৱ লুপ্ত হ'ব। তেওঁ শিৱাজীৰ উপদেশ আৰু পৰামৰ্শ সমৰ্থন কৰি মাৰাঠা ৰজাৰ প্ৰতি বিদ্বেষ পৰিত্যাগ কৰিবলৈ স্বামীক বহু অনুৰোধ কৰিলে আৰু বেঙ্কোজীয়ে সেই মৰ্মে শিৱাজীৰ সৈতে সন্ধি পত্ৰ সম্পাদন কৰিবলৈ সম্মত হ'ল। এই সন্ধিপত্ৰৰ ঘাই চৰ্তবোৰ আছিল,—

(১) দুষ্ট প্ৰকৃতিৰ যিসকল লোক হিন্দু ধৰ্মৰ বিৰোধী সেই সকল লোকে ৰাজ্যত ঠাই নাপাব।

(২) ১৬৬২ চনত পিতাক সাহাজীয়ে বিজাপুৰৰ সৈতে কৰা সন্ধিৰ মৰ্মে উভয় ভাতৃয়ে বিজাপুৰৰ অধীনস্থৰূপে কেতিয়াও সেই ৰাজ্যৰ অধীনত কাম নকৰিব। আৱশ্যক হলে, স্বাধীন সহযোগী ৰূপে সেই ৰাজ্যক সহায় কৰিব।

(৩) শিৱাজীয়ে নিজ ক্ষমতাৰে অধিকাৰ কৰা বাঙ্গালোৰ, হচকট আৰু চিৰালকটে জিলা বেঙ্কোজীৰ পত্নী দিপা বায়ে শিৱাজী প্ৰদত্ত উপহাৰ স্বৰূপে ভোগ কৰিব। বেঙ্কোজীয়ে সেইবোৰ ঠাই শাসন কৰিলেও তাত তেওঁৰ স্বত্ব নবৰ্তিব।

---

(১) He pointed out to Ekoji (venkoji) how wrong it was on his part to insist on serving the turks and the pathans, when Providence had ordained that he (Shivaji) should reconquer the heritage of the land from them.

Shivaji—Kulkarni Page 154.

(৪) শিৱাজীয়ে অধিকাৰ কৰা নেঞোৰ ৰাজ্যৰ ঠাইবোৰ তেওঁৰ নিজ ৰাজ্যৰূপে বেঙ্কোজীয়ে ভোগ কৰিব।

(৫) পিতাক সাহাজী ভোনচলাৰ সমাধিস্থলৰ মৰ্যাদা আৰু গৌৰব বেঙ্কোজীয়ে ৰক্ষা কৰিব।

বেঙ্কোজীয়ে তেওঁৰ পত্নীৰ উপদেশ আৰু পৰামৰ্শ অনুযায়ী শিৱাজীৰ উপদেষ্টা পণ্ডিত ৰঘুনাথ পান্তক আহবান কৰিলে আৰু তেওঁ (ৰঘুনাথ) জিঞ্জিৰ পৰা তেওঁোৰলৈ আহি সন্ধিৰ অন্যান্য চৰ্ত সমূহৰ লগত উক্ত চুক্তিবোৰ সম্বলিত কৰি শিৱাজীৰ অনুমোদনৰ কাৰণে আৱশ্যকীয় দলিল তেওঁলৈ পঠিয়াই দিলে। শিৱাজীয়ে এই চৰ্তবোৰ সমৰ্থন কৰি এই ভাতৃ বিৰোধৰ জটিলতা গুচোৱাত বোৱাৰী-য়েক দিপাবাঈৰ অসাধাৰণ বিচক্ষণতা আৰু দূৰদৰ্শিতাৰ কাৰণে বহু ধন্যবাদ দি পৰম আনন্দ জ্ঞাপন কৰিলে। এই সন্ধিত সম্মতি দিছিল যদিও ক্ষমতাৰহিত বেঙ্কোজীয়ে সাংসাৰিক সকলো সুখ সম্ভোগ পৰিত্যাগ কৰি বৈৰাগ্য অবলম্বন কৰিলে। তেওঁৰ অতিৰিক্ত পাঁচ বছৰ ৰাজত্বৰ পিছত, তেওঁৰ পুত্ৰসকল, সাহাজী, সাৰফোজী, আৰু টুকোজীয়ে সুখ্যাতিৰে টাঞ্জোৰত ৰাজত্ব কৰে।

## ত্ৰয়োদশ অধ্যায়
## শেষ যুদ্ধ

# শিৱাজীৰ অন্তিম কাল

( ১৬৭৮-১৬৮০ )

শিৱাজীৰ সৈতে বাহাদুৰ খাঁৰ চুক্তিত সম্ৰাট ঔৰংজেবে অনিচ্ছা সত্বেও সম্মতি দিছিল এই ভাবি, যে সুদূৰ মহাৰাষ্ট্ৰৰ সৈতে সম্পৰ্ক ৰহিত হৈ, বিজাপুৰ আৰু পূব উপকূলৰ হিন্দু নায়কসকলৰ সমবেত প্ৰতিদ্বন্দ্বিতাৰ ফলত, শিৱাজী সৰ্বহাৰা নহলেও, তেওঁৰ সামৰিক শক্তি আৰু আৰ্থিক সুচলতা তেনেই ক্ষয় হ'ব আৰু সেয়ে হলে তেওঁ মোগলৰ বশ্যতা স্বীকাৰ কৰিবলৈ বাধ্য হ'ব। তদুপৰি শিৱাজীৰ সহযোগী গোলকুণ্ডা ৰাজ্য চলেৰে নোৱাৰিলেও বলেৰে হস্তগত কৰিব পৰা যাব; কিন্তু কৰ্ণাটকত বিজাপুৰ আৰু অন্যান্য বিৰোধীসকলক পৰাজয় কৰি শিৱাজীয়ে নতুন মাৰাঠা ৰাজ্য এখন স্থাপন কৰা আৰু কৰ্ণাটকৰপৰা অতুল ধন-ৰত্ন লৈ তেওঁ মহাৰাষ্ট্ৰলৈ উভতি অহা বাতৰিয়ে সম্ৰাটৰ সেই ধাৰণা নিৰ্মূল কৰিলে। এই চিন্তা দূৰ কৰিবলৈ তেওঁ নানা উপায় উদ্ভাবন কৰিবলগীয়া হ'ল। সম্ৰাটৰ পৰিকল্পনা আছিল, দাক্ষিণাত্যত সহজে মোগল অধিকাৰ বিস্তাৰ কৰি, তাৰ মুছলমান শক্তিসমূহৰ সহযোগত সাম্ৰাজ্যৰ গৌৰব বঢ়াব। কিন্তু পূব উপকূললৈকে যেতিয়া মাৰাঠা শক্তিৰ বিজয় দুন্দুভি বাজি উঠিল তেতিয়া সম্ৰাটে ইয়াৰ নিশ্চিত প্ৰতিৰোধৰ বাবে উদ্বিগ্ন হ'ল।

ইমানলৈ বাহাদুৰ খাঁই কেৱল আত্মৰক্ষামূলক ব্যৱস্থাৰ বাহিৰে, মাৰাঠাৰ বিৰুদ্ধে ভিন্ন কাৰ্যকৰী উপায় অবলম্বন কৰিব পৰা নাছিল। বিজাপুৰ মন্ত্ৰী খাওৱাজ খাঁৰ হত্যাৰ পিচত বিজাপুৰৰ অন্তবিপ্লবৰ সুযোগ লৈ বাহাদুৰ খাঁই বিজাপুৰ জয় কৰিবৰ চেষ্টা কৰিছিল যদিও, তেওঁৰ অক্ষমতাৰ কাৰণে, বিজাপুৰৰ পৰৱৰ্তী মন্ত্ৰী বাহলোল খাঁৰ প্ৰতিদ্বন্দ্বিতাৰ ফলত তেওঁৰ সেই চেষ্টা ব্যৰ্থ হয়। বাহাদুৰ খাঁৰ দুৰ্বলতাৰ কাৰণেই যে দাক্ষিণাত্যত মোগল শক্তি ক্ষয় হৈছে সেই কথা বুজি, বাহাদুৰ খাঁৰ পৰিবৰ্তে সম্ৰাটে সৰ্বক্ষমতাৰে সৈতে মোগল সেনা-

পতি দিলীৰ খাঁক দাক্ষিণাত্যৰ মোগল বাহিনীৰ অধিনায়কৰ পদত নিযুক্ত কৰিলে।

দিলীৰ খাঁই দাক্ষিণাত্যলৈ আহিয়েই শিৱাজীৰ সহায়ক গোলকুণ্ডা ৰাজ্যৰ ওপৰত প্ৰতিশোধ ল'বলৈ সেই ৰাজ্য আক্ৰমণ কৰিলে। তেওঁ ভাবিছিল, কুতুব ছাহৰ সৈন্যবাহিনী তেতিয়াও যেতিয়া কৰ্ণাটকত আবদ্ধ আছে, তেওঁৰ পক্ষে গোলকুণ্ডা জয় কৰা বৰ কঠিন নহ'ব। কিন্তু দিলীৰ খাঁৰ এই উদ্দেশ্যৰ ভু পাই, মন্ত্ৰী মদন্নাই যুদ্ধৰ বাবে এনেদৰে সাজু আছিল যে, দিলীৰ খাঁৰ প্ৰচেষ্টা ব্যৰ্থ হ'ল আৰু তেওঁ গোলকুণ্ডা আক্ৰমণ পৰিত্যাগ কৰিবলৈ বাধ্য হয়। দিলীৰ খাঁৰ এই অভিযানৰ সংবাদ পাই শিৱাজীয়ে কৰ্ণাটকত আবদ্ধ হৈ থকা অনুচিত ভাবি মোগল অভিযান প্ৰতিৰোধ কৰিবলৈ তুৰন্তে মহাৰাষ্ট্ৰ অভিমুখে ৰাওনা হয়।

শিৱাজী কৰ্ণাটকত ব্যস্ত থকা কালত বিজাপুৰৰ মন্ত্ৰী পাঠান বাহলোল খাঁৰ মৃত্যু হয়। তেওঁৰ পিছত সিদ্দি মাচুদে সেই ৰাজ্য পৰিচালনাৰ ভাৰ গ্ৰহণ কৰে। বিজাপুৰৰ প্ৰধান পাঠান বিষয়াসকলে পাঠান দিলীৰ খাঁৰ পক্ষ সমৰ্থন কৰিব খুজিছিল যদিও, ডেকানী আৰু অন্যান্য বিষয়াসকলে দিলীৰ খাঁক সমৰ্থন কৰিবলৈ মান্তি নহ'ল।

দিলীৰ খাঁই গোলকুণ্ডাৰ বিৰুদ্ধে সৈন্য পৰিচালনা কৰাৰ লগে লগে শিৱাজীৰ মন্ত্ৰী মোৰোপান্ত পিঙলে আৰু সেনাপতি অনাজী দত্তই মোগল ৰাজ্যৰ দক্ষিণ পশ্চিম অঞ্চলত সোমাই চুৰাট বন্দৰৰ চৌথ আদায় কৰে আৰু হুবলি লুট কৰি মোগলৰ প্ৰতিৰক্ষা বান্ধ ভাঙি দিয়ে। এই আক্ৰমণৰ ভিতৰত মাৰাঠাই শিৱাজীৰ জন্মস্থান শিবনেৰ দুৰ্গ অধিকাৰ কৰিবলৈ দ্বিতীয় বাৰ চেষ্টা কৰিছিল; কিন্তু সেই চেষ্টা ব্যৰ্থ হয়। ঔৰঙ্গাবাদৰ সন্নিকট ঠাইবোৰ আক্ৰমণ কৰি মোগলৰ জুনাৰ দুৰ্গ অধিকাৰ কৰাৰ প্ৰচেষ্টাত, জবীৰ জখলাৰে দুৰ্গত সোমোৱা তিনিশ মাৰাঠা সৈনিক ঠাইতে মৰা পৰে।

উভয় সঙ্কটত পৰি দিলীৰ খাঁই ভাবিছিল, বিজাপুৰ সহযোগী হলে, মাৰাঠা আৰু গোলকুণ্ডাৰ বিৰুদ্ধে তেওঁৰ অভিযান সফল কৰিব পাৰিব। কিন্তু বিজাপুৰ মন্ত্ৰী মাচুদ খাঁই যেতিয়া মোগলৰ কঠোৰ দাবী অগ্ৰাহ্য কৰি দিলীৰ খাঁৰ সহযোগী হ'বলৈ অস্বীকাৰ কৰিলে, তেতিয়া উদভ্ৰান্ত পাঠানে বিজাপুৰ নাশ কৰিবলৈ ব্যগ্ৰ হৈ উঠিল। বিজাপুৰ ৰক্ষাৰ্থে বিপদাপন্ন মাচুদ খাঁই মাৰাঠাৰ কাষ চাপিবলৈ বাধ্য

হ'ল। উভয়ৰে শত্ৰু মোগলক বিতাৰিত কৰিবলৈ সামৰিক সহায় বিচাৰি তেওঁ সকাতৰে শিৱাজীৰ ওচৰত আবেদন জনালে।[১]

যদি গোলকুণ্ডাৰ সমৰ্থনে এই আপদ কালত মোগলৰ বিপক্ষে বিজাপুৰ ৰক্ষা কৰা হয়, সময়ত দাক্ষিণাত্যৰ এই দুই মুছল-মান শক্তিৰ সহায়ত চিৰশত্ৰু মোগলৰ বিৰুদ্ধে যুঁজিবলৈ এই দুই শক্তিৰ সহায় পাব। এই ধাৰণাত শিৱাজী বিজাপুৰ অভিমুখে যাত্ৰা কৰিব, এনেতে এক আকস্মিক দুৰ্ঘটনাৰ ফলত মাৰাঠাৰ ৰাষ্ট্ৰীয় অৱস্থাৰ পৰিৱৰ্তন ঘটিল।

দিলীৰ খাঁ এজন ৰণকৌশলী সাহসী যোদ্ধা আছিল যদিও ৰাজনৈতিক কূট কৌশলত তেওঁ পাৰদৰ্শী নাছিল। ঔৰংজেবে ভাবি-ছিল, মোগলৰ সামৰিক শক্তি ক্ষয় নকৰাকৈ দিলীৰ খাঁই বিজাপুৰৰ সৈতে কূট কৌশলৰে মোগলৰ সৈতে বন্ধুত্ব স্থাপন কৰাব। কিন্তু দিলীৰ খাঁই তেনে অৱস্থাৰ সৃষ্টি কৰিব নোৱৰাত সম্ৰাটে তেওঁক মুখ্য পদৰপৰা আঁতৰাই আকৌ পুতেক মোৱাজেমক দাক্ষিণাত্যৰ চুবেদাৰ নিযুক্ত কৰিলে আৰু দিলীৰ খাঁক তেওঁৰ সামৰিক উপদেষ্টা পাতিলে। ৰণৰঙ্গী দিলীৰ খাঁৰ আক্ৰমণ ৰোধ কৰিবলৈ শিৱাজীৰ অভিযানৰ লগে লগে তেওঁ অকস্মাতে সংবাদ পালে যে তেওঁৰ জ্যেষ্ঠ পুত্ৰ সম্ভাজীয়ে তেওঁৰ পত্নীৰে সৈতে পানহালা দুৰ্গৰপৰা পলাই গৈ দিলীৰ খাঁৰ আশ্ৰয় চাপিছে। এই মৰ্মন্তুদ সংবাদে শিৱাজীৰ মনত ঘোৰ আতঙ্ক আৰু উদ্বেগৰ সৃষ্টি কৰিলে। বিজাপুৰ ৰক্ষাৰ্থে তেওঁ সেনাপতি হাম্বিৰ ৰাওক বিজাপুৰ অভিমুখে অভিযান কৰিবলৈ নিৰ্দেশ দি নিজে পানহালা অভিমুখে যাত্ৰা কৰিলে।

এই দুৰ্যোগৰ একমাত্ৰ কাৰণ সম্ভাজীৰ ব্যক্তিগত চৰিত্ৰ। এই দুৰ্যোগৰ কাৰণে মহাৰাষ্ট্ৰৰ জীৱন সন্ধ্যা ঘনাই আহিল। সম্ভা-জীৰ দুবছৰ বয়সত তেওঁৰ মাতৃবিয়োগ হয়। কিন্তু হলেও, তেওঁ ডাঙৰ-দীঘল হবলৈ কোনোৰূপ ৰাজোচিত যত্নৰ ত্ৰুটী হোৱা নাছিল। সৰুৰেপৰা যুদ্ধবিদ্যা শিকি তেওঁ এজন প্ৰসিদ্ধ যোদ্ধা হ'ব পাৰিছিল আৰু সুবিখ্যাত পণ্ডিতসকলৰ তলত নানা শাস্ত্ৰ অধ্যয়ন কৰি সংস্কৃত ভাষাত যথেষ্ট ব্যুৎপত্তি লাভ কৰিছিল। উত্তৰ ভাৰতীয় ব্ৰাহ্মণ

---

(১) "The Moghul hosts are almost at the gates of Bijapur ! This Sultanate is yours. Come to instant relief.
Keluskar—Page 468,

পণ্ডিত কেশব ভাট (কালুশা)[১] আছিল তেওঁৰ শিক্ষা গুৰু আৰু তেৱেঁই সম্ভাজীক তান্ত্রিক আচাৰলৈ উত্তেজিত কৰে। মনোহৰ দীপ্যমান সম্ভাজীক সঙ্কৰেপৰা পিতাকে গাৰ ছাঁ যেন লগৰপৰা নেৰিছিল। ফলত, তেওঁৰ ৯ বছৰ বয়সত পিতাকৰ সৈতে আগ্রাত ঔৰংজেবৰ বন্দী হয় আৰু নিজ প্ৰাণ তুচ্ছ কৰি পিতাকে তেওঁক সেই বন্ধনৰপৰা মুক্ত কৰে। এই বন্ধনৰ পিচত মোগলে সৈতে হোৱা সন্ধিৰ চৰ্ত অনুসৰি সম্ভাজীয়ে মাৰাঠা বাহিনীৰ অধিনায়ক স্বৰূপে সম্রাট পুত্র মোৱাজেমৰ সৈতে মোগল শিবিৰত থাকি জীৱন যাপনৰ নির্মল পথ পাহৰি যায়।

ইন্দ্রিয়পৰায়ণ সম্ভাজীৰ চৰিত্রৰ পৰিবর্তন নঘটিল। পৰিবর্তনৰ কাৰণে পিতাক শিৱাজীয়ে সম্ভাজীক কিছুকাল শৃঙ্গাৰপুৰত নজৰবন্দী কৰি ৰাখিছিল আৰু পিছত সংশোধনৰ বাবে গুৰুৰ কৃপা আৰু উপদেশ লভিবলৈ ৰামদাস স্বামীৰ তত্বাৱধানত সজ্জনগড় দুৰ্গত আবদ্ধ কৰি ৰাখিছিল। কিন্তু সম্ভাজীৰ প্রবৃত্তি আৰু প্রকৃতিৰ লৰচৰ নহ'ল। অৱশেষত সম্ভাজী ৰাজহাউলীত থকা কালত এটা উৎসৱত দুর্দমনীয় সম্ভাজীয়ে ৰমণী এজনীৰ ওপৰত পাশৱিক অত্যাচাৰ কৰে আৰু এই গুৰুতৰ অপৰাধৰ শাস্তি স্বৰূপে ৰজাই তেওঁক পানহালা দুৰ্গত বন্দী কৰি ৰাখিছিল। জ্যেষ্ঠ পুত্রৰ এই কলঙ্কময় জীৱনৰ কাৰণে শিৱাজীয়ে সংকল্প কৰিছিল যে তেওঁৰ ৰাজ্য দুভাগ কৰি ছয় বছৰীয়া পুত্ৰ ৰাজাৰামক মহাৰাষ্ট্রৰ শাসন ভাৰ দিব আৰু কর্ণাটকৰ শাসনভাৰ দিব সম্ভাজীক। সম্ভাজীয়ে যেতিয়া শুনিলে যে তেওঁ মহাৰাষ্ট্ৰৰ শাসনভাৰ লবলৈ অনুপযুক্ত বুলি পিতাকে তেওঁক মহাৰাষ্ট্রৰ ৰাজপদৰপৰা বঞ্চিত কৰিবলৈ ওলাইছে তেতিয়া এইটো পিতাকৰ পক্ষপাতিত্ব বুলি তেওঁৰ বিৰুদ্ধে ক্রুদ্ধ হৈ উঠিল।

উপৰোক্ত দুই কাৰণত সম্ভাজীয়ে পিতাকৰ বিৰুদ্ধাচৰণ কৰিবলৈ সুযোগ বিচাৰি আছিল। দিলীৰ খাঁই পিতৃৰ বিৰুদ্ধে বৈৰীভাৱাপন্ন পুত্ৰৰ বিবাদৰ সম্ভেদ পাইছিল। তেওঁ গুপ্তচৰৰ হতুৱাই সম্ভাজীৰ কাণ ছোৱালে যে সম্ভাজীয়ে যদি পিতাকৰ আশ্রয় পৰিত্যাগ কৰি মোগল চুবেদাৰৰ সৈতে যোগ দিয়ে, তেন্তে অস্ত্রৰ বলেৰে মোগলে মহাৰাষ্ট্র উদ্ধাৰ কৰি সেই ৰাজ্য তেওঁক অর্পণ কৰিব। অল্পমতি সম্ভাজীয়ে দিলীৰ-

(১) কিছুমান লেখকৰ মতে কালুশা এজন বেলেগ ব্যক্তি। কিন্তু চৰ্দেশাইৰ মতে তেওঁ বেলেগ ব্যক্তি নহয়; কেশৱ ভাটক কালুশা আৰু কবি কলাশ নামে অভিহিত কৰিছিল।

New History of the Marathas—Sardesai (P. 300).

খাঁৰ এই প্ৰস্তাৱত প্ৰলোভিত হৈ মহাৰাষ্ট্ৰৰ সিংহাসনৰ বাবে উন্নাৱল হ'ল।

দিলীৰ খাঁৰ মনোৰথ পূৰ্ণ হ'ল। তেওঁ সম্ভাজীলৈ বাতৰি পঠিয়ালে যে কিবা প্ৰকাৰে যদি সম্ভাজীয়ে নিৰ্দিষ্ট দিনত দুৰ্গৰপৰা বাহিৰ হ'ব পাৰে, তেন্তে মোগল বাহিনীয়ে তেওঁক বন্ধনৰপৰা মুক্ত কৰিব। দিলীৰ খাঁৰ চক্ৰান্ত অনুসৰি তেওঁৰ সেনাপতি ইখলাচখাঁ আৰু সেনাপতি খয়ৰ্যাটখাঁই, চাৰি হাজাৰ পাঠান অশ্বাৰোহীৰে সৈতে পানহালা অভিমুখে যাত্ৰা কৰিলে। পৰিকল্পনা অনুসৰি সম্ভাজী আৰু পুৰুষৰ ছদ্মবেশত তেওঁৰ পত্নী জেচুবাই নিৰ্দ্ধাৰিত সময়ত মোগল সৈনিকৰদ্বাৰা প্ৰতিৰক্ষিত হৈ ঘোঁৰাৰে পানহালা দুৰ্গৰপৰা পলায়ন কৰিলে(১৬৭৮।১৩ ডিঃ)[১]। এদল মাৰাঠা অশ্বাৰোহীয়ে বাট ভেটিবৰ চেষ্টা কৰিছিল যদিও, মোগল বাহিনীৰ সংখ্যাধিক্যৰ কাৰণে সেই চেষ্টা ফলৱতী নহ'ল। গৃহত্যাগী সম্ভাজীৰ পিতৃ বিচ্ছেদত আনন্দত অধীৰ দিলীৰ খাঁই বহু দূৰলৈ গৈ সম্ভাজীক আদৰি আনিলে। মোগল ছাউনীত দিগ্‌বিজয়ৰ ৰণবাদ্য বাজি উঠিল। দিলীৰ খাঁই ভাবিলে তেওঁৰ এই জয় শিৱাজীৰ পক্ষে বিষম পৰাজয়। মাৰাঠা ৰাজকুলৰ আগন্তুক অৱস্থালৈ চাই দিলীৰ খাঁৰ এই ধাৰণা তিমান অমূলক নহয়। তেওঁৰ এই ষড়যন্ত্ৰই ঔৰংজেবক সন্তুষ্ট কৰিব নোৱাৰিলে। তেওঁ ভাবিলে, মোগল সমৰ কেন্দ্ৰৰ আভ্যন্তৰিক সমৰ কৌশল বুজিবলৈ এইটো চতুৰ মাৰাঠাৰ চক্ৰান্ত। তেওঁ দিলীৰ খাঁলৈ লিখিলে, "তুমি এই কাৰ্যৰদ্বাৰা জুইত খেৰ দিছা, ইয়াৰ প্ৰতিক্ৰিয়াৰ বাবে সাৱধান।"

দিলীৰ খাঁই সম্ৰাটৰ সতৰ্কবাণীলৈ মন নকৰি স্থিৰ কৰিলে যে মাৰাঠা ৰাজপুত্ৰ সম্ভাজীক সহযোগী কৰি লৈ সহজে তেওঁ বিজাপুৰ জয় কৰিব পাৰিব। এই উদ্দেশ্যে তেওঁ বাহাদুৰগড়লৈ উভতি নগৈ আক্‌লুজ নামেৰে ঠাইত ৰণ-শিবিৰ স্থাপন কৰিলে। সম্ভাজীৰ মোগল প্ৰীতি প্ৰমাণ কৰি ঔৰংজেবক সন্তুষ্ট কৰিবৰ কাৰণেই হওক, কিম্বা শিৱাজীৰ প্ৰতি পিতৃবৈৰী সম্ভাজীৰ জিঘাংসা প্ৰমাণ কৰিবৰ কাৰণেই হওক, দিলীৰ খাঁ আৰু সম্ভাজী উভয়ে মহাৰাষ্ট্ৰৰ পূব সীমান্তত শিৱাজীৰ ভূপালগড় দুৰ্গ অৱৰোধ কৰিলে (১৬৭৯।২ এঃ)। এই দুৰ্গৰ অধিপতি আছিল শিৱাজীৰ এজন বিশ্বস্ত সেনাপতি ফিৰাঙ্গোজী নৰ্শালা। মোগল আক্ৰমণৰ প্ৰতিৰোধ কৰিবলৈ তেওঁ নানা উপায়ে চেষ্টা কৰিলে; কিন্তু

---

(১) ছাৰ যদুনাথৰ মতে সম্ভাজীয়ে ৰামদাস স্বামীৰ আশ্ৰয়ত থাকোঁতে সজ্জনগড় দুৰ্গৰপৰা পলাইছিল।

Shivaji—Sir Jadunath (P. 317).

সেই অৱস্থাত দুৰ্গৰপৰা তোপ চলালে সম্ভাজীৰ প্ৰাণৰ আশঙ্কা হয় কাৰণে তেওঁ গোলা বৰ্ষণ নকৰিলে। তুমুল ৰণৰ পিচত ভূপালগড় দুৰ্গ মোগলৰ হস্তগত হ'ল। মাৰাঠা দুৰ্গৰ দুৰ্গৰক্ষীসকলৰ সন্ত্ৰাস সৃষ্টি কৰিবলৈ দিলীৰ খাঁই দুৰ্গৰ সামৰিক অসামৰিক সকলোকে কাটি খান্তাং কৰিলে। যুদ্ধ নীতিৰ বিপৰীতে ফিৰাঙ্গোজীয়ে এই দুৰ্বলতাৰ কাৰণে শিৱাজীয়ে তেওঁক তিৰস্কাৰ কৰি কঠোৰ শাস্তিৰপৰা অব্যাহতি দিয়ে।

কেউফালে মাৰাঠা ৰাজ্য উছন কৰি দিলীৰখাঁ আৰু সম্ভাজীয়ে ভীমা নদী পাৰ হৈ বিজাপুৰ নগৰৰ ওচৰত উপস্থিত হ'ল। অৱৰোধ-কাৰী দিলীৰ খাঁৰ বিপুল বাহিনীৰ বিৰুদ্ধে যুঁজিবলৈ বিজাপুৰ সমকক্ষ নাছিল। মন্ত্ৰী মাচুদখাঁই এই বিপদৰপৰা পৰিত্ৰাণ পাবলৈ শিৱাজীৰ সহায় ভিন্ন অইন উপায় নেদেখি সকাতৰে শিৱাজীৰ আশ্ৰয় বিচাৰিলে। শিৱাজীয়ে আগ্ৰহেৰে বিজাপুৰ মন্ত্ৰীৰ আগ্ৰহ ৰক্ষা কৰিবলৈ সাজু হ'ল আৰু পানহালাৰপৰা সাত হাজাৰ অশ্বাৰোহী সৈন্যেৰে সৈতে তেওঁ বিজাপুৰ অভিমুখে ৰাওনা হ'ল। কিন্তু দুৰ্গ ৰক্ষাৰ কাৰণে মাৰাঠাই যেতিয়া দুৰ্গত প্ৰৱেশ কৰিব বিচাৰিলে, মাচুদখাঁই সেই কাৰ্য্যত অসন্মতি প্ৰকাশ কৰিলে আৰু ফলত, বিজাপুৰ আৰু মাৰাঠাৰ ভিতৰত বিচ্ছেদৰ সূত্ৰপাত হ'ল। উপায়হীন মাচুদখাঁই অৱশেষত মাৰাঠাৰ গতিৰোধ কৰিব নোৱাৰিলে আৰু অৱৰোধকাৰী মোগলৰ বিৰুদ্ধে দুৰ্গ ৰক্ষা কৰিবলৈ মাৰাঠাই দুৰ্গৰ ভিতৰত পূৰ্ণ আয়োজন কৰিলে। শিৱাজীয়ে দিলীৰ খাঁৰ অবৰোধকাৰী বাহিনীক পিছ ফালৰপৰা আক্ৰমণ কৰি উচ্ছেদ কৰিবলৈ মোগল শিবিৰৰপৰা প্ৰায় ২০ মাইল দূৰত ছাউনী পাতিলে। তেনেদৰে মোগলৰ সৈতে ৰণত লিপ্ত নাথাকি, বৰং অন্যত্ৰ মোগল ৰাজ্য আক্ৰমণ কৰিলেই দিলীৰ খাঁৰ অৱৰোধ ব্যাহত হ'ব, আৰু মোগল ৰাজ্য লুণ্ঠন কৰিলে মাৰাঠা অধিক লাভবান হ'ব ভাবি, তেওঁ দিলীৰ খাঁৰ ৰচদ সৰবৰাহত বাধা দিবলৈ এদল মাত্ৰ সৈন্য সেই ঠাইত এৰি, সেনাপতি আনন্দৰাও মাকাজীৰ সৈতে ভীমা নদী পাৰ হৈ গোদাবৰী নদীলৈকে মোগল ৰাজ্য উছন্ন কৰিলে। খান্দেসত তিনি দিনলৈ সমৃদ্ধিশালী জালনা নগৰ লুট কৰি তাৰপৰা অগাধ ধন-ৰত্ন উদ্ধাৰ কৰে। এই আক্ৰমণত দিলীৰ খাঁৰ অৱৰোধ তুলিবলৈ আৰু ভূপালগড় দুৰ্গত দিলীৰ খাঁৰ অমানুষিক অত্যাচাৰৰ প্ৰতিশোধ ল'বলৈ শিৱাজীয়ে মোগল অধিকাৰৰ ভিতৰত কঠোৰ ব্যৱস্থা হাতত লৈছিল।

শিৱাজীয়ে মোগল ৰাজ্য লুট কৰি অগাধ ধন-ৰত্ন লৈ ৰায়গড় দুৰ্গলৈ উভতিবৰ উপক্ৰম কৰিছে, এই সংবাদ পাই, শিৱাজীৰ গতিৰোধ কৰিবলৈ যুৱৰাজ মোৱাজেমে মোগল সেনাপতি ৰণমস্তখাঁৰ অধীনত দহ

হাজাৰ অশ্বাৰোহী পঠিয়াই দিলে। সঙ্গমেশ্বৰ নামেৰে ঠাইত আক্ৰমণকাৰী মোগল আৰু পলাতক মাৰাঠাৰ তুমুল ৰণত মাৰাঠাৰ বিপৰ্যয় ঘটিল আৰু বিখ্যাত মাৰাঠা সেনাপতি সিদ্ধোজী নিম্বালকৰৰ মৃত্যু হ'ল। নিৰুৎসাহ নহৈ, মাৰাঠা সৈন্যদল পুনৰ গঠন কৰি শিৱাজীয়ে নিজেই সৈন্য পৰিচালনা কৰিলে; মোগল পৰাস্ত হ'ল। এনেতে মহাৰাজ জয়-সিংহৰ নাতিয়েক মোগলৰ অন্যতম সেনাপতি কেশৰী সিংহৰ অধীনত অইন মোগল বাহিনী এটা যুদ্ধক্ষেত্ৰত উপস্থিত হৈ, মাৰাঠাৰ পাৰ্বত্য পথ ৰোধ কৰিলে। বাহিৰজী নায়ক নামেৰে মাৰাঠাৰ পথ-নিদৰ্শক এজনে, নিশা অইন এটা সংকীৰ্ণ গুপ্ত পথেৰে মাৰাঠা বাহিনীক পলুৱাই নিলে। ওৰে নিশা তীৰবেগে পলুৱাই গৈ শিৱাজীয়ে পাট্টা দুৰ্গত আশ্ৰয় লয় আৰু মোগলৰ পথ ৰোধ চেষ্টা ব্যৰ্থ হয়। তাৰ কিছুদিন পিছত শিৱাজী ৰায়গড়লৈ উভতি আহে।

বিজাপুৰ অৱৰোধকাৰী দিলীৰখাঁ ক্ৰমে নিৰুৎসাহ হৈ পৰিল। হাম্বিৰৰাও মোহিতা আৰু ঘোৰোপান্তে মোগল শিবিৰ আক্ৰমণ কৰি মোগলৰ সংযোগ সূত্ৰ বিচ্ছিন্ন কৰিলে। ফলত মোগল শিবিৰত ৰছদ, ঘঁাহ আদিৰ অভাৱত হাতী, ঘোঁৰা আৰু সৈনিকৰ মাজত মৃত্যুৰ হাহাকাৰ উঠিল। শেষত দিলীৰ খাঁই অৱৰোধ তুলি লবলৈ বাধ্য হ'ল (১৬৭৯। নঃ) আৰু তেওঁ ঔৰঙ্গাবাদলৈ উভতিল; কিন্তু ৰাগান্ধ দিলীৰ খাঁই ভিন্ন উপায়ে বিজাপুৰৰ ওপৰত প্ৰতিশোধ লবলৈ বিজাপুৰৰ পশ্চিমে টাইকোটা, আঠ্নি আদি বিজাপুৰৰ সমৃদ্ধিশালী নগৰবোৰ লুট কৰি অধিবাসীসকলৰ ওপৰত এনে অমানুষিক অত্যাচাৰ কৰিলে যে সেই অত্যাচাৰ সহিব নোৱাৰি, বিশে-ষকৈ মাইকী মানুহবোৰে ল'ৰা-ছোৱালী সাৱটি লৈ নাদত পৰি আত্মহত্যা কৰিবলগীয়া হয়। নিৰপৰাধী অধিবাসীসকলৰ ওপৰত এই অত্যাচাৰে সম্ভাজীৰ চেতনাৰ দুৱাৰ মুকলি কৰিলে। তেওঁ বুজিলে এই উৎপীড়িত জনতাৰ শাপত তেওঁৰ এদিন পক্ষচ্ছেদ হ'ব। নিজ নিৰ্বুদ্ধিতাৰ কাৰণে মোগলৰ সৈতে হাত মিলাইছিল যদিও, এতিয়া তেওঁ মোগল সম্পৰ্ক ৰহিত কৰিবলৈ স্থিৰ সংকল্প কৰিলে।

দিলীৰখাঁৰ এই লজ্জাকৰ পৰাজয়ৰ সংবাদ পাই সম্ৰাট ঔৰংজেব ক্ৰুদ্ধ হৈ উঠিল। নিজৰাজ্য ৰক্ষা নকৰি, দিলীৰখাঁই অবিবেচনাৰে বিজাপুৰ অৱৰোধ কৰাৰ কাৰণে সম্ৰাটে তেওঁক সৈন্যাধ্যক্ষৰ পদৰপৰা গুচাই, সেই পদ বাহাদুৰখাঁক দিলে আৰু আদেশ পঠিয়ালে যে সম্ভাজীক আগ্ৰালৈ পঠিয়াব লাগে। বিশ্বস্তসূত্ৰে এই আদেশৰ গম পাই সম্ভাজীৰ বুজিবৰ বাকী নাথাকিল যে কি অভিপ্ৰায় লৈ সম্ৰাটে তেওঁক আগ্ৰালৈ

'নিমন্ত্ৰণ' যাচিছে।[১] সম্ভাজীৰ মনত আতঙ্ক উপজিল; পিতাকৰ সৈতে আগ্ৰা দুৰ্গত তেওঁৰ বন্দী অৱস্থাৰ কথা পাহৰা নাছিল। আঠনিৰ ছাউনী তুলি লৈ পিছদিনা দিলীৰ খাঁই আয়নাপুৰলৈ যাত্ৰা কৰিব। শিবিৰৰ সেই বিশৃংখলতাৰ সুযোগ লৈ, পত্নী জেচুবাই সৈতে নিশা বিজাপুৰ দুৰ্গলৈ পলায়ন কৰিলে। ৰাজোচিত অভ্যৰ্থনাৰে বিজাপুৰ মন্ত্ৰী খাওৱাজখাঁই সম্ভাজীক আশ্ৰয় দিলে। সম্ভাজীৰ পলায়নত দিলীৰখাঁ বৰ বিমোৰত পৰিল। তেওঁ যাত্ৰা স্থগিত কৰিলে আৰু ঔৰংজেবৰ তাড়ণাৰপৰা হাত সাৰিবলৈ তেওঁ আব্দুল ৰেজাক নামেৰে তেওঁৰ প্ৰতিনিধি এজনক মাচুদখাঁৰ ওচৰলৈ পঠিয়াই দি প্ৰস্তাৱ দিলে যে যদি সম্ভাজীক পুনৰ মোগলৰ হাতত অৰ্পণ কৰে, তেন্তে মাচুদখাঁক আশানুৰূপ উৎকোচ প্ৰদান কৰিব। দিলীৰখাঁৰ এই প্ৰচেষ্টাৰ গম পাই, সম্ভাজীয়ে মাৰাঠা সৈনিক এদলৰ সৈতে অতি গোপনে বিজাপুৰ পৰিত্যাগ কৰি, পানহালা দুৰ্গত গৈ আশ্ৰয় ললে। দিলীৰখাঁই অইন ক্ষেত্ৰত মাৰাঠাৰ ক্ষতি কৰাৰ উদ্দেশ্যে, তেওঁৰ সৈন্য শ্ৰেণীক দুভাগ কৰি, এভাগ সৈন্যেৰে কৃষ্ণা নদী পাৰ হৈ কৰ্ণাটকত শিৱাজীৰ অধিকাৰ আক্ৰমণ কৰিবলৈ অভিযান কৰালে। সতৰ্কিত জনাৰ্দ্দন পান্ত হনুমান্তেৰ হাতত পৰাস্ত হৈ মোগল বাহিনী উভতিবলৈ বাধ্য হ'ল।

সম্ভাজী পানহালাত উপস্থিত হোৱাত, শত্ৰুৰ অৱৰোধ কিম্বা আক্ৰমণৰপৰা সেই দুৰ্গ অধিকতৰ সুৰক্ষিত কৰিবলৈ দুৰ্গৰ প্ৰয়োজনীয় সংস্কাৰ কৰা হ'ল। ফৰাচীসকলৰপৰা সংগ্ৰহ কৰা ৪০টা কামান দুৰ্গৰ চাৰিওফালে এনেদৰে বহুওৱা হ'ল, যেন অৱৰোধকাৰী শত্ৰুৱে যিকোনো উপায়ে দুৰ্গৰ কাষ চাপিব নোৱাৰে। পুত্ৰৰ সৈতে সদালাপ কৰিবৰ কাৰণে অনতিবিলম্বে শিৱাজী পানহালাত উপস্থিত হ'ল। কোনোৰূপ দুৰ্ব্যৱহাৰেৰে সম্ভাজীক উত্তেজিত নকৰি অতি মৰমেৰে তেওঁ সম্ভাজীক বুজনি দিলে যে, সম্ভাজীয়ে নিজ জ্ঞান আৰু নিজ বিবেচনাৰে যদি সুপথ গ্ৰহণ নকৰে তেন্তে মহাৰাষ্ট্ৰৰ ভবিষ্যত অন্ধকাৰ হ'ব আৰু তেওঁৰ (শিৱাজীৰ) জীৱনৰ শেষ ছোৱাত অশেষ ক্লেশ কষ্ট ভুগিব লাগিব। শিৱাজীয়ে পুতেকৰ সৈতে প্ৰায় এমাহ কাল পানহালাত থাকি, পুতেকক অহৰহ নানা উপদেশ দিলে যদিও, সম্ভাজীৰ মনৰ পৰিবৰ্তন নহ'ল, কিম্বা অনুতপ্ত হৈ ভবিষ্যতে তেওঁ সুপথগামী হ'ব বুলি ভৰসা নিদিলে। অৱশেষত সম্ভাজীৰ অপৰিবৰ্তনীয় অৱস্থা বুজি নিৰাশ আৰু নিৰানন্দত শিৱাজীৰ দেহ মন ভাগৰি পৰিল। সম্ভাজীক পুনৰায় দুৰ্গত বন্দীৰূপে

(১) সভাসদ উল্লেখ কৰি কেলুস্কাৰে কয় যে দিলীৰ খাঁই সম্ভাজীক সম্ৰাটৰ অভিপ্ৰায় বুজিব দিছিল।

Life of Shivaji Maharaj—Keluskar (Page 479)

ৰাখিবলৈ নিৰ্দেশ দি, হিৰাজী ফাৰজান্দ্‌, সোমাজী নায়ক, আৰু দুৰ্গাধিপতি ভিঠল্‌ ত্ৰিম্বক, এওঁসকলক সম্ভাজীৰ ৰক্ষণাবেক্ষণৰ ভাৰ অৰ্পণ কৰিলে। এনেজন পুত্ৰৰ হাতত মহাৰাষ্ট্ৰৰ শাসন ভাৰ পৰিলে, সেই ৰাজ্যৰ কি অৱস্থা হ'ব, এই অপাৰ চিন্তাৰপৰা উদ্ধাৰ পাব বুলি তেওঁ সজ্জনগড় দুৰ্গত গুৰু ৰামদাস স্বামীৰ সৈতে সাক্ষাৎ কৰিলে আৰু গুৰুৰ আশীষ লৈ ৰায়গড়লৈ উভতি গ'ল।

অশেষ বিপদৰ সম্মুখীন হৈ শিৱাজীয়ে মোগলৰ আক্ৰমণৰপৰা বিজাপুৰ ৰক্ষা কৰাৰ কাৰণে, মন্ত্ৰী মাচুদখাঁ তথা বিজাপুৰ চৰকাৰে গভীৰ কৃতজ্ঞতা প্ৰকাশ কৰি শিৱাজীক অভিনন্দন জনালে। শিৱাজীয়ে তেওঁৰ ৰাজপ্ৰতিনিধি পঠিয়াই সেই অভিনন্দন গ্ৰহণ কৰিলে আৰু উভয় পক্ষৰ মাজত চুক্তি স্বাক্ষৰিত হ'ল যে—

লগালগি অঞ্চলৰ সৈতে কোপাল আৰু বেলৱাৰী দুৰ্গ শিৱাজীৰ অধিকাৰভুক্ত হ'ব আৰু শিৱাজীয়ে কৰ্ণাটক উপকূলত জয় কৰা ঠাই-বোৰে সৈতে টাঞ্জোৰ আৰু সাহাজীৰ জায়গীৰত শিৱাজীৰ সম্পূৰ্ণ স্বত্ব প্ৰবৰ্ত্তিত হ'ব। বিজাপুৰে সন্ধিসূত্ৰে কৰ্ণাটক ৰাজ্য শিৱাজীলৈ হস্তান্তৰ কৰা বাতৰিত বেঙ্কোজী অধীৰ হ'ল। তেওঁ ভাবিছিল, বিজাপুৰ চৰকাৰৰ সহায়ত শিৱাজীয়ে কৰ্ণাটকত অধিকাৰ কৰা ঠাইবোৰ তেওঁ উদ্ধাৰ কৰি ল'ব পাৰিব; কিন্তু শিৱাজী আৰু বিজাপুৰৰ মাজত হোৱা এই সন্ধিয়ে তেওঁৰ আশা নিৰ্ম্মূল কৰিলে। নিৰাশাত বেঙ্কোজীয়ে সাংসাৰিক সকলো কাজ-কৰ্ম্ম সুখ-সম্ভোগ পৰিত্যাগ কৰি বৈৰাগ্য গ্ৰহণ কৰিলে। ৰঘুনাথ পান্তৰপৰা এই বাতৰি পাই বেঙ্কোজীক উৎসাহিত কৰিবলৈ শিৱাজীয়ে এখন উপদেশপূৰ্ণ পত্ৰ লিখিছিল; কিন্তু তাৰ ফল নহ'ল।

তেওঁৰ মৃত্যুৰ আগলৈকে, নিজ দেশৰ শত্ৰু পক্ষৰ লগত হোৱা যুদ্ধ বিগ্ৰহৰ উপৰিও, শিৱাজীয়ে বিদেশী শক্তিসমূহৰ লগত যুদ্ধ-বিগ্ৰহত লিপ্ত হ'ব লাগিছিল আৰু বিশেষকৈ স্বৰাজ্যৰ উপকূল ৰক্ষাৰ কাৰণে শত্ৰুৰ লগত লিপ্ত হ'ব লগা হ'ল জলযুদ্ধত। শিৱাজীৰ বহু আগৰপৰাই বিদেশী সাউদসকলে ভাৰতত নিজ নিজ বাণিজ্য বিস্তাৰৰ সুযোগ বিচাৰিছিল আৰু সেই সুযোগত এই দেশৰপৰা নানা বাণিজ্য সামগ্ৰী আৰু অগাধ ধন-ৰত্ন নিজ নিজ দেশলৈ ৰপ্তানী কৰি নিজ দেশ সমৃদ্ধিশালী কৰিছিল। ভাৰতত ৰাজ্য এখন স্থাপন কৰিব বুলি এওঁসকলৰ কাৰো পৰিকল্পনাত নাছিল। কিন্তু কালক্ৰমে দেশৰ আভ্যন্তৰীণ অৱস্থাৰ উত্থান-পতনৰ মাজত এই বিদেশী জাতিসমূহৰ ভিতৰত এটা জাতিয়ে নিজ চতুৰতা আৰু কাৰ্য্যক্ষমতাৰ বলত আন সকলোকে চেৰ পেলাই শীৰ্ষস্থান অধিকাৰ কৰে আৰু শেষত সমগ্ৰ ভাৰতবৰ্ষ আগুৰি লৈ এখন বিৰাট সাম্ৰাজ্য স্থাপন কৰি লয়।

এই জাতিসমূহৰ ভিতৰত পৰ্ত্তুগীজসকলেই প্ৰথমে সমুদ্ৰ পথ আবিস্কাৰ কৰি ভাৰতৰ সৈতে বাণিজ্য সম্পৰ্ক স্থাপন কৰিবলৈ সক্ষম হৈছিল। অকল ভাৰতেই নহয়, ব্ৰেজিল আদি পৃথিবীৰ নানা ঠাই অধিকাৰ কৰি পৰ্ত্তুগীজসকলে সাম্ৰাজ্য গ্ৰথনৰ কল্পনা কৰিব পাৰিছিল; কিন্তু এওঁলোকৰ জনশক্তিৰ অভাৱ আৰু ধৰ্মান্ধতাৰ কাৰণে ৰাজনৈতিক ক্ষেত্ৰত পৰাস্ত হৈ প্ৰতিদ্বন্দ্বী বণিকসকলক আগুৱাব নোৱাৰিলে। বিশেষকৈ ডাচ্‌বিলাক সকলো ক্ষেত্ৰতে এওঁলোকৰ পৰিপন্থী হোৱাত, ডাচ্‌সকলে বহু ঠাইৰপৰা এই পৰ্ত্তুগীজসকলক উৎখাত কৰে। ইউৰোপৰ অইন এটা সামুদ্ৰিক জাতি আছিল ফৰাচী। এওঁলোকে ভাৰতৰ পূব উপ-কূলত অধিকাৰ বিস্তাৰ কৰিবলৈ চেষ্টা কৰিছিল যদিও, নিজ দেশৰ দুৰ্বলতাৰ কাৰণে সেই চেষ্টা বিফল হয়। অইন এটা বিচক্ষণ জাতিয়ে বণিক স্বৰূপে ভাৰতত থিতাপি লৈ লাহে লাহে গোটেই ভাৰত নিজৰ দখললৈ নিয়ে; সেই জাতিটো ইংৰাজ জাতি।

সেই সময়ত কিম্বা তাৰ পূৰ্বে ভাৰতৰ কোনো ৰাজ শক্তিয়ে দেশৰ পূব নাইবা পশ্চিমৰ উপকূল সংলগ্ন সমুদ্ৰ অঞ্চলত অধিকাৰ বিস্তাৰৰ আৱশ্যকতা উপলব্ধি কৰা নাছিল। আনকি, প্ৰতাপী মোগলেও এই বিষয়ে উদাসীন হৈ আছিল। কিন্তু শিৱাজীয়ে বুজিছিল যে পশ্চিম উপকূল আৰু তাৰ সংলগ্ন সমুদ্ৰ অঞ্চলত মাৰাঠাৰ প্ৰতিপত্তি বিস্তাৰ কৰিব নোৱাৰিলে, মাৰাঠা ৰাজ্যৰ আশানুৰূপ অগ্ৰগতি আৰু শক্তি সঞ্চয়ৰ আশা অতি কম। এনে স্থলত বিজাপুৰ আৰু মোগলৰ হাতৰ পৰা কঙ্কণ জয় কৰি, বিদেশী শক্তিসমূহে যাতে মহাৰাষ্ট্ৰৰ ৰাষ্ট্ৰীয় স্বাধীনতাৰ ওপৰত হাত তুলিব নোৱাৰে, তাৰ বাবে তেওঁ সমুদ্ৰ উপ-কূলত মাৰাঠা শক্তিৰ প্ৰভাব আৰু প্ৰতিপত্তি বিস্তাৰ কৰিবলৈ যত্নবান হয়। কঙ্কণৰ বাণিজ্য কেন্দ্ৰবোৰ ঘাইকৈ মোগল আৰু বিজাপুৰৰ অধিকাৰভুক্ত আছিল। ১৬৬১, ১৬৬৪, ১৬৬৫, ১৬৭০, ১৬৭৩, এই কেইবছৰত শিৱাজীয়ে যথাক্ৰমে, ৰাজাপুৰ, চুৰাট, ২য় বাৰ চুৰাট আৰু হুবলি লুট কৰিছিল। সাধাৰণতঃ মোগল আৰু বিজাপুৰে অইন ক্ষেত্ৰত মাৰাঠাক আঘাত নিদিলে মাৰাঠাই প্ৰতিঘাত নিদিছিল। পশ্চিম উপকূল অধিকাৰভুক্ত কৰাৰ উদ্দেশ্য আছিল যদিও, পাৰ্যমানে বিদেশী বণিকসকলৰ বেহা-বেপাৰত প্ৰতিবন্ধক জন্মোৱা শিৱাজীৰ ৰাষ্ট্ৰীয় নীতি নাছিল। নিজ দেশৰ সমৃদ্ধিৰ বাবে দেশৰ নানা পণ্যজাত দ্ৰব্য ৰপ্তানী কৰিবলৈ আৰু বিদেশত উৎপাদন হোৱা নানা সামগ্ৰী, ঘাইকৈ তীখা, অস্ত্ৰশস্ত্ৰ টোপ, বাৰুদ আৰু ৰণপোত নিৰ্মাণৰ বাবে আৱশ্যকীয় সা-সৰঞ্জাম মহাৰাষ্ট্ৰলৈ আমদানি কৰিবলৈ বিদেশী বণিকসকলৰ সহায়ৰ প্ৰয়ো-

জনীয়তা উপলব্ধি কৰি, বিদেশী বণিকক অযথা নির্যাতন কৰা তেওঁৰ উদ্দেশ্য নাছিল। পর্তুগীজসকলৰ সৈতে মাৰাঠাৰ বিৰোধৰ কাৰণ প্ৰথমে বিশেষ একো নাছিল। পিছত এওঁলোকে যেতিয়া নিজ ধৰ্মৰ স্বাৰ্থ ৰক্ষাৰ্থে, হিন্দুসকলৰ ওপৰত অত্যাচাৰ কৰিবলৈ আগবাঢ়িল, মাৰাঠাই তাৰ প্ৰতিৰোধ কৰিবলৈ বাধ্য হয় আৰু শিৱাজী তেতিয়া পর্তুগীজৰ সহায় সহানুভূতিৰপৰা বঞ্চিত হয়।

ইংৰাজৰ সৈতেও শিৱাজীৰ সম্ভাৱ আছিল। কঙ্কণ উপকূলত মাৰাঠাৰ ৰাজ্য বিস্তাৰ আৰু শক্তি বৃদ্ধিৰ পৰিচয় পাই, ইংৰাজেও শিৱাজীৰ সৈতে সজ সম্পৰ্ক ৰাখি চলিবলৈ সদায় যত্নবান আছিল। সময়ত ইংৰাজ কুঠীৰ যি কোনোৱে মাৰাঠাৰ ওপৰত অন্যায় ব্যৱহাৰ কৰিলে তাৰ বাবে উপযুক্ত শাস্তি পাইছিল। ইংৰাজ কোম্পানীৰ বাণিজ্য কেন্দ্ৰৰ অষ্টিক্ (Ustick) নিকল্চ (Nicolls), হেনৰি অক্সিন্‌ডেন (Henry Oxenden) আৰু অষ্টিনে (Austen) ইংৰাজ কুঠীৰ সভাপতিৰ প্ৰতিনিধি স্বৰূপে বিভিন্ন বছৰত শিৱাজীৰ সৈতে সাক্ষাৎ কৰিছিল। ইয়াৰ ভিতৰত শিৱাজীৰ অভিষেকত, শিৱাজীৰ প্ৰতি সম্মানসূচক ব্যৱহাৰ দেখুৱাবলৈ ১৬৭৪ চনত হেন্‌ৰি অক্সিনডেনে ৰায়গড়ত প্ৰায় এমাহ কাল থাকি, শিৱাজীৰ অভিষেকৰ আড়ম্বৰ সম্পৰ্কে পূৰ্ণ বৰ্ণনা লিখি থৈ গৈছে।

১৬৬৩ চনৰপৰা ইংৰাজ কুঠীৰ শাসনকৰ্তা আছিল ছাৰ হেন্‌ৰি অক্সিন্‌ডেন আৰু ১৬৬৯ চনত পৰবৰ্তী শাসনকৰ্তা নিযুক্ত হয় জেৰালড় অঙ্গিয়াৰ (Gerald Aungier)। সুদক্ষ সুচতুৰ শাসক আছিল এই অঙ্গিয়াৰ। ৰাজাপুৰ আৰু হুবলিৰ ইংৰাজ কুঠী লুট কৰাৰ ক্ষতিপূৰণ দাবী কৰিবলৈ লেফ্‌টেনেণ্ট্ অষ্টিক আৰু কেপ্‌টেইন নিকল্চক্ এওঁ ইংৰাজ কুঠীৰ প্ৰতিনিধি স্বৰূপে শিৱাজীৰ ওচৰলৈ পঠিয়াইছিল ; কিন্তু সেই ক্ষতিপূৰণ নহ'ল। শিৱাজীয়ে ইংৰাজৰপৰা গোলা বাৰুদ পাবলৈ বিচাৰিছিল ; কিন্তু সিদ্দি আৰু মোগল অসন্তুষ্ট হ'বৰ ভয়ত ইংৰাজে তেওঁক তেনে সহায় দিবলৈ মান্তি নহ'ল। ফলত, শিৱাজীৰ অধিকাৰৰ বাণিজ্য কেন্দ্ৰবোৰৰ পৰা ইংৰাজ বিতাৰিত হয়।

ইংৰাজৰ সৈতে মাৰাঠাৰ সম্পৰ্কৰ জটিলতা সৃষ্টি কৰিছিল এবিচিনীয় সিদ্দি জাতিয়ে। সমুদ্ৰ বিচৰণকাৰী এবিচিনীয়াৰ মুছলমান সিদ্দিসকল আছিল এটা দুৰ্দ্ধৰ্ষ জাতি। ভাৰতবৰ্ষৰ উপকূল অঞ্চলৰ বেহা-বেপাৰৰ সুযোগ বিচাৰি এওঁলোকে আহমদনগৰৰ আশ্ৰয়ত বম্বেৰ পৰা ৪৫ মাইল দক্ষিণে শিলাময় জাঞ্জিৰা দ্বীপত উপনিবেশ স্থাপন কৰে। আহমদনগৰৰ পতনৰ পিছত এওঁলোকে বিজাপুৰৰ বশ্যতা মানি লয় আৰু শেষত বিজপুৰ মাৰাঠাৰ আশ্ৰয়ী হোৱাত, মোগলে এওঁ-

লোকক বিশেষকৈ শিৱাজীৰ প্ৰতিদ্বন্দ্বীৰূপে নিয়োগ কৰে। শিৱাজীৰ প্ৰায় এশ বছৰ পূৰ্বৰেপৰা আহমদনগৰৰ নিজামছাহে উপকূল প্ৰতিৰক্ষাৰ্থে সিদ্দি জাকুট খাঁ নামেৰে সুদক্ষ সমুদ্ৰ বিচৰণকাৰী এবিচিনীয় এজনৰ অধীনত আহমদনগৰৰ নৌ বাহিনী প্ৰতিষ্ঠা কৰিছিল।

শিৱাজীয়ে কল্যাণ আক্ৰমণ কৰি যেতিয়া উত্তৰ কঙ্কনৰ বিজাপুৰৰ অধিকাৰ নিজ দখললৈ আনে, তেতিয়া এই সিদ্দিসকলে তেওঁৰ প্ৰতি বিষম বাধাৰ সৃষ্টি কৰে আৰু তেতিয়াৰপৰাই তেওঁ আজীৱন, কঙ্কনত মাৰাঠাৰ প্ৰতিপত্তি বিস্তাৰৰ কাৰণে, সিদ্দি জাতিৰ সৈতে ৰণ কৰিবলগীয়া হয়। সিদ্দিৰ দান্দা দুৰ্গৰ লগালগি ৰাজপুৰী চহৰ জাঞ্জিৰাৰ প্ৰধান সামৰিক কেন্দ্ৰ স্বৰূপে অতি আৱশ্যকীয় ঠাই আছিল। এই দুৰ্গ জাঞ্জিৰা ৰক্ষাৰ দুৱাৰ যেন আছিল। এই সিদ্দিসকল অতি কৰ্মঠ, অতি সাহসী আৰু হিন্দু-বিদ্বেষী মুছলমান হোৱাত, এওঁলোকে প্ৰায়ে স্থানীয় বাসিন্দাসকলৰ ওপৰত নানাৰূপ অত্যাচাৰ চলায় আৰু শুকান, নিৰস পাৰ্বত্য জাঞ্জিৰাত ফচল কিম্বা খাদ্য সামগ্ৰী উৎপন্ন নোহোৱাত, সিদ্দি অধিপতিসকলে সামূহিকভাবে উপকূল অঞ্চলৰ বন্দৰ আৰু পোতাশ্ৰয় লুটপাট কৰিছিল। কোলাবা আৰু ৰত্নগিৰি জিলাৰ ঠাইবোৰত অহৰহ সিদ্দিৰ আক্ৰমণে অধিবাসীসকলৰ পক্ষে এটা সঙ্কটপূৰ্ণ অৱস্থাৰ সৃষ্টি কৰিছিল। এওঁলোকে দান্দা দুৰ্গত সহজে আশ্ৰয় লোৱাৰ সুযোগ পোৱাত অইন শক্তিয়ে এই জলদস্যুসকলৰ ওপৰত অস্ত্ৰ তুলিবৰ সুযোগ নাপাইছিল। জাঞ্জিৰাৰপৰা সিদ্দিৰ অধিকাৰ আঁতৰাব নোৱাৰিলে পশ্চিম উপকূল কেতিয়াও নিৰাপদ নহব জানি, শিৱাজীয়ে সিদ্দিৰ উচ্ছেদ সাধনৰ বাবে সমুদ্ৰদুৰ্গ আৰু ৰণপোত সাজিবলৈ যৎপৰোনাস্তি চেষ্টা কৰে। আনফালে সিদ্দিয়ে যাতে বিদেশী বণিক শ্ৰেণীৰ সহযোগত মাৰাঠাৰ বিপক্ষে উপকূল অঞ্চলত শঙ্কাজনক পৰিস্থিতিৰ সৃষ্টি কৰিব নোৱাৰে তাৰ বাবে শিৱাজী সদায় সতৰ্ক আছিল। বিশেষকৈ ইংৰাজ কুঠীৰ শাসনকৰ্তাসকলৰ সৈতে এই কাৰণে তেওঁ সংযত হৈ চলিবলগীয়া হয়। মোগল অধিকাৰভুক্ত ইংৰাজ কুঠিৰ প্ৰধান কেন্দ্ৰ থকাত, ইংৰাজৰ সৈতে মাৰাঠাৰ ব্যৱহাৰ সম্পৰ্কে শিৱাজী তিমান মনোযোগী নাছিল। কালক্ৰমত এই কেন্দ্ৰ বম্বেলৈ স্থানান্তৰ হোৱাত আৰু সেই কেন্দ্ৰৰ সৈতে সম্পৰ্ক ৰাখি সিদ্দিসকলে মাৰাঠাৰ বিপক্ষ আচৰণ কৰিব খোজাত; শিৱাজীয়ে মাৰাঠা আৰু ইংৰাজৰ সম্পৰ্ক অধিক প্ৰবল কৰিবলৈ যত্নবান হয় আৰু সেয়ে তেওঁ মাৰাঠা অধিকাৰৰ ভিতৰত ইংৰাজ বণিকসকলক বেহা বেপাৰৰ সুযোগ দিবলৈ কুণ্ঠিত নহৈছিল।

বম্বে আৰু বম্বেৰ সংলগ্ন ঠাইবোৰ যেতিয়া পৰ্তুগালৰ অধীনত থাকে, তেতিয়া মাৰাঠাই বম্বেৰ ফালে লক্ষ্য কৰিবলগীয়া কাৰণ নাছিল। ১৬৬১ চনত পৰ্তুগালৰ ৰজাই ইংলণ্ডৰ ৰজা ২য় চাৰ্লচলৈ তেওঁৰ কন্যাক বিবাহ দি বম্বে দ্বীপ যৌতুক স্বৰূপে তেওঁক দান কৰে আৰু ১৬৬৮ চনত বছৰি ১০ পাউণ্ড খাজনাত ইংৰাজ ৰজাই সেই দ্বীপ ইংৰাজ কুঠীৰ শাসক চাৰ জৰ্জ অক্সিনডেনলৈ হস্তান্তৰ কৰে। বম্বেৰ দখলী স্বত্ব এইদৰে ইংৰাজ কোম্পানীৰ হাতলৈ অহাত, সিদ্দি আৰু মাৰাঠা উভয় পক্ষই বম্বে দ্বীপৰ সামৰিক সুযোগ লবলৈ ইংৰাজ পক্ষৰ অনুগ্ৰহ প্ৰাৰ্থী হবলৈ বাধ্য হয়। মাৰাঠাৰ অধিকাৰভুক্ত কুৰলা আদি ঠাইত বম্বে উপকূলৰপৰা নৌ আক্ৰমণৰ সুবিধাৰ কাৰণে, সিদ্দিসকলে মোগলৰ চুপাৰিশত ইংৰাজ কোম্পানীৰ ওচৰত আবেদন জনাইছিল। কিন্তু তেতিয়াৰ ইংৰাজ শাসক আঙ্গিয়াৰে মাৰাঠাৰ স্বাৰ্থৰ বিপৰীতে তেনে সুবিধা দিবলৈ মান্তি নহ'ল। কিন্তু তথাপিতো, সিদ্দিয়ে ইংৰাজৰ বাধা নামানি, সমুদ্ৰ পথত বম্বেলৈ ৰণপোত সজাই লয়। ইংৰাজে সিদ্দিক বিতাৰিত কৰিছিল, কিন্তু শেষত সিদ্দিয়ে মাৰাঠা অধিকাৰত অসন্তোষজনক অৱস্থাৰ সৃষ্টি নকৰিব বুলি প্ৰতিশ্ৰুতি দিয়াত, সিদ্দিৰ সৈনিক কিছুমানক বম্বেত ঠাই দিয়ে।

তেতিয়া ইংৰাজ আৰু শিৱাজীৰ মাজত এটা সন্ধি স্থাপনৰ কথা হয় আৰু সেই সন্ধিত অন্যান্য চৰ্তসমূহৰ ভিতৰত, ইংৰাজে সিদ্দি আৰু ইংৰাজৰ ৰণ স্থগিত কৰিবৰ প্ৰস্তাৱ এটা উত্থাপন কৰিছিল, কিন্তু সেই চৰ্ত মানিবলৈ শিৱাজী অসম্মত হোৱাত আৰু ইংৰাজৰ দোভাষী (interpreter) নাৰায়ণ চেনবিৰ মধ্যস্থতাত মাৰাঠাৰ অধিকাৰৰ ভিতৰত ইংৰাজক বেহা-বেপাৰৰ সম্পূৰ্ণ সুযোগ দিয়াত, শিৱাজী আৰু ইংৰাজৰ মাজত সন্ধি স্বাক্ষৰিত হয়।

১৬৬১ চনত তুমুল ৰণৰ পিছত, মাৰাঠাই দান্দাৰাজপুৰী অধিকাৰ কৰিলেও, সিদ্দিৰ দুৰ্গ অধিকাৰ কৰিব পৰা নাছিল। মাৰাঠাৰ প্ৰবল আক্ৰমণ প্ৰতিৰোধ কৰিব নোৱাৰি জাঞ্জিৰাৰ অধিপতি ফাট খাঁই মাৰাঠাৰ হাতত জাঞ্জিৰা সমৰ্পণ কৰিবলৈ আগবাঢ়ে। সিদ্দিসকলৰ ৰজা কিম্বা ৰাজক্ষমতা প্ৰাপ্ত ব্যক্তি কোনো নাছিল। নৌ বাহিনীৰ সৰ্বপ্ৰধান অধ্যক্ষজনেই সামৰিক সভা এখনৰ সহায়ত, বিজাপুৰৰ উজীৰ স্বৰূপে জাঞ্জিৰা দ্বীপৰ শাসন কাৰ্য চলাইছিল। ফাট খাঁৰ অভিপ্ৰায়ৰ বিপৰীতে জাঞ্জিৰাৰ অধিবাসীসকল বিদ্ৰোহী হয় আৰু মোগলৰ উদ্দীপনাত ফাটখাঁৰ ঠাইত সিদ্দি সম্বল নৌ বাহিনীৰ অধিনায়ক নিযুক্ত হয়। সিদ্দি কাচিম নামেৰে আইন এজনক জাঞ্জি-

ৰাৰ শাসনকৰ্তা পাতি মাৰাঠাৰ বিপক্ষে যুঁজিবলৈ সিদ্দিসকল সাজু হ'ল।

সিদ্দি কাচিমে দান্দাৰাজপুৰীত মাৰাঠাৰ অধিকাৰ উচ্ছেদ কৰিবলৈ মাত্ৰ সুচল বিচাৰি আছিল। এদিন হোলি উৎসৱত (১৬৭১) অতৰ্কিতভাৱে দান্দাৰাজপুৰীৰ মাৰাঠা ৰক্ষী বাহিনীয়ে মত্ত হৈ থাকোঁতে অকস্মাৎ মাৰাঠা বাহিনীক আগুৰি লৈ সিদ্দিয়ে এনে ভীষণ আক্ৰমণ কৰিলে, যে সেই আক্ৰমণত অপ্ৰতিভ মাৰাঠা বাহিনী উছন হ'ল; আৰু দুৰ্গৰ বাৰুদ স্তূপত জুই লাগি এনে ভয়ঙ্কৰ শব্দৰ সৃষ্টি কৰিলে যে ৰায়গড় দুৰ্গৰপৰা সেই শব্দত টোপনিৰপৰা সাৰ পাই শিৱাজীয়ে কৈছিল "দান্দাৰাজপুৰীত নিশ্চয় কিবা সঙ্কটৰ সৃষ্টি হৈছে।" সিদ্দি কাচিমৰ তীব্ৰ আক্ৰমণত দান্দাৰাজপুৰীৰ মাৰাঠা শক্তি বিনাশ হ'ল আৰু মাৰাঠাই দান্দাৰাজপুৰী পৰিত্যাগ কৰিলে। এই ঘটনাৰ পিছত উপকূলৰপৰা সমুদ্ৰৰ বুকুত প্ৰায় আধা মাইল দীঘল দলং এখন সাজি, জাঞ্জিৰা পুনৰ অৱৰোধ কৰিবলৈ, পেশোৱা মোৰোপান্তে দহ হাজাৰ সৈন্যেৰে সৈতে অৱৰোধ কাৰ্যত যোগ দিছিল; কিন্তু সিদ্দি কাচিমৰ প্ৰতি আক্ৰমণত মাৰাঠাৰ সেই চেষ্টা ব্যৰ্থ হয় (১৬৭৬)।

কোলাবা জিলাৰ সংৰক্ষণৰ কাৰণে, উপকূলত সিদ্দিৰ সামুদ্ৰিক শক্তিৰ প্ৰতিৰোধ কৰিব নোৱাৰিলে, সেই অঞ্চলত মাৰাঠাৰ অধিকাৰ লোপ পাব ভাবি শিৱাজীৰ নৌ সেনাপতি দৌলত খাঁ আৰু দৰিয়া স্যাৰেঙে কাচিমৰ নৌ বাহিনী আক্ৰমণ কৰিবলৈ সুযোগ বিচাৰি আছিল, কিন্তু বম্বেৰ ফালে মাৰাঠাৰ অগ্ৰগতি আশঙ্কা কৰি ইংৰাজ আৰু পৰ্তুগীজসকলে মাৰাঠাক সেই সুযোগ নিদি মাৰাঠাৰ চেষ্টাত বাধা প্ৰদান কৰিলে।

বম্বেৰ পৰা ১১ মাইল দক্ষিণে খান্দেৰী (কেনেৰি) নামেৰে সৰু দ্বীপ এটা অধিকাৰ কৰি, সিদ্দিৰ দস্যু বৃত্তি ৰোধ কৰিবলৈ মাৰাঠাই তাতে দুৰ্গ এটা সাজিবৰ সিদ্ধান্ত ললে। খান্দেৰী কাৰো অধিকাৰ ভুক্ত নাছিল আৰু সাধাৰণ হাবিয়নিৰ বাহিৰে মানুহৰ বসবাস নাছিল। এই দ্বীপটো কোলাবাৰপৰা আঢ়ৈ মাইল হোৱাত সিদ্দিৰ বিপৰীতে এইটো উপযুক্ত কেন্দ্ৰ হ'ব ভাবি, মাৰাঠাই তাতে দুৰ্গ নিৰ্মাণৰ কাম আৰম্ভ কৰিলে (১৬৭৯)। অন্যায় আৰু অযুক্তিকৰ ভাবে ইংৰাজে মাৰাঠাৰ এই কাৰ্যত আপত্তি তুলিলে। কিন্তু শিৱাজীৰ অনমতি বিনে নিৰ্মাণ কাৰ্য স্থগিত হ'ব নোৱাৰে বুলি খান্দেৰীৰ মাৰাঠাসকলে উত্তৰ দিয়াত ইংৰাজে বলেৰে নিৰ্মাণকাৰ্য বন্ধ কৰিবলৈ তিনিখন যুদ্ধ জাহাজ খান্দেৰীৰ চাৰিওফালে পৰিভ্ৰমণ কৰিবলৈ নিযুক্ত কৰিলে। 'ৰিভেঞ্জ'

নামেৰে অইন এখন যুদ্ধ জাহাজে তোপ আৰু অন্যান্য আক্ৰমণাত্মক অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈ মাৰাঠাৰ প্ৰতিবন্ধক জন্মাবলৈ সাজু হ'ল। যুদ্ধ হোৱা নাছিল যদিও, উভয় পক্ষৰ সাধাৰণ বিবাদৰ ফলত লেফ-টেনেণ্ট থৰ্পি (Thorpe) আৰু এওঁৰ লগৰ ছয়জন ইংৰাজ মৰা পৰে আৰু বাকীবিলাক মাৰাঠাৰ হাতত বন্দী হয়।

খান্দেৰীৰ মাৰাঠা অধিকাৰত বাধা জন্মাবলৈ ইংৰাজে পাৰ্য-মানে চেষ্টা কৰিলে। আঠখন ৰণপোত সাজু কৰি, বম্বেত সৰ্বমুঠ যিমানবোৰ ইংৰাজ সৈনিক আছিল, সেই দুই শ ইংৰাজ সৈনিকে নৌ যুদ্ধত যোগ দিলে। খান্দেৰীৰ বিপৰীত ফালে চেউল বন্দৰৰপৰা মাৰাঠা নৌ সেনাপতি দৌলত খাঁই ইংৰাজৰ আক্ৰমণৰ প্ৰতিৰোধ কৰিবলৈ সাজু হ'ল। ইংৰাজৰ সুবৃহৎ ৰণপোতে খেদি ধৰিব নোৱৰা মাৰাঠাৰ সৰু নাৱেৰে দুৰ্গ নিৰ্মাণৰ বাবে আৱশ্যকীয় নানা বয়বস্তু খান্দেৰীলৈ পাৰ কৰিলে আৰু দুৰ্গ নিৰ্মাণ কাৰ্য পূৰ্ণ উদ্যমেৰে চলিব ধৰিলে। 'ডোভাৰ' নামেৰে ইংৰাজ যুদ্ধ জাহাজ এখন নৌ যুদ্ধত মাৰাঠাই আটক কৰিলে। "ৰিভেঞ্জ' নামেৰে ইংৰাজৰ যুদ্ধ জাহাজখনৰ চালক ইংৰাজ সেনাপতি জনে, মাৰাঠাৰ হাতত নিশ্চিত পৰাজয় জানি, আত্ম সমৰ্পণৰ চলেৰে নিজ জাহাজৰ নিচান নমাই লৈ মাৰাঠা সেনা-পতিৰ ওচৰ চাপিলত পিষ্টলেৰে গুলীয়াই মাৰাঠা সেনাপতি জনক বধ কৰে। ফলত, মাৰাঠাৰ আক্ৰমণকাৰী নৌ বাহিনী অকৰ্মণ্য হয়; কিন্তু হলেও দৌলত খাঁৰ সুচিন্তিত পৰিকল্পনা অনুযায়ী খান্দেৰী দ্বীপত মাৰাঠাই দুৰ্গ সজাই তুলিলে আৰু ইংৰাজ নৌ বাহিনীৰ ৮খন ডাঙৰ জাহাজৰ ভিতৰত ৬খন আটক কৰিলে। 'হান্টাৰ' নামে অইন এখন যুদ্ধ জাহাজৰ সৈতে চুৰাটৰপৰা ইংৰাজৰ অইন এজাক জাহাজ আহি সমুদ্ৰ পথত মাৰাঠাৰ গতি ৰোধ কৰিব বিচাৰিছিল, কিন্তু ইংৰাজ কাউন্সিলে নতুন আক্ৰমণত উৎসাহ নিদিলে।

খান্দেৰীত মাৰাঠা দুৰ্গ স্থাপনত সিদ্দিৰ মনত আতঙ্ক উপজিল। সিদ্দিয়ে ভাবিলে মাৰাঠাই ইংৰাজৰ সহযোগত জাঞ্জিৰা আক্ৰমণ কৰিলে, সেই আক্ৰমণৰ প্ৰতিৰোধ সম্ভৱ নহ'ব। চুৰাটৰ মোগল শাসনকৰ্তা জনে মাৰাঠাৰ বিপক্ষে সিদ্দিৰ আবেদন নামঞ্জুৰ কৰিলে, গতিকে সিদ্দিয়ে ইংৰাজৰ আশ্ৰয় লবলৈ যত্ন কৰিলে। সিদ্দিৰ যত্ন সফল নহ'ল, ইংৰাজ সম্পূৰ্ণ নিৰপেক্ষ হৈ থাকিল। নিৰুপায় সিদ্দিসকলে মাৰাঠাৰ খান্দেৰী দুৰ্গত গোলাবৰ্ষণ কৰিছিল যদিও, অৱশেষত দুৰ্গৰ অনিষ্ট সাধন কৰিব নোৱাৰি বিফল মনোৰথ হৈ পিচুৱাবলৈ বাধ্য হয়।

সিদ্দিয়ে বহুবাৰ যত্ন কৰিও খান্দেৰী দুৰ্গ জয় কৰিব নোৱাৰি, ইংৰাজৰ সহায় আৰু সহানুভূতিত খান্দেৰীৰ বিপৰীত ফালে উন্দেৰী নামেৰে সৰু দ্বীপ এটা অধিকাৰ কৰি তাত স্থায়ী সামুদ্ৰিক সমৰ-কেন্দ্ৰ স্থাপন কৰিলে। মাৰাঠা নৌ-সেনাপতি দৌলত খাঁ এতিয়ালৈ মুকলি সমুদ্ৰত সিদ্দিৰ সৈতে ৰণত লিপ্ত হোৱা নাছিল; কিন্তু মাৰাঠা অধিকাৰৰ নিচেই ওচৰতে উন্দেৰীত ঘাটি স্থাপন হোৱাত সিদ্দিৰ আক্ৰমণাত্মক অভিপ্ৰায় বুজিব পাৰি, দৌলত খাঁই নাগোট্‌না সমুদ্ৰ ঘূলিৰপৰা ওলাই সিদ্দিক আক্ৰমণ কৰিলে। কেবা দিন ৰণৰ পিছত দৌলত খাঁ পৰাস্ত হ'ল; তেওঁৰ ৰণপোত কিছুমান সিদ্দিয়ে আটক কৰিলে আৰু গুৰুতৰৰূপে জখম হৈ দৌলত খা ৰাজাপুৰলৈ উভতিল।

সিদ্দিৰ ইচ্ছাৰ বিপৰীতে মাৰাঠাৰ সৈতে নতুন সন্ধিৰ প্ৰস্তাৱ দি ইংৰাজে ৰায়গড়লৈ দূত পঠিয়াইছিল। সমুদ্ৰ উপকূলত প্ৰতিপত্তি বিস্তাৰ কৰিবলৈ মোগল আৰু সিদ্দিৰ বিৰুদ্ধে ইংৰাজৰ সৈতে সম্পৰ্কৰ প্ৰয়োজন বুজি, শিৱাজীয়ে বম্বেলৈকে তেওঁৰ ৰাজদূত পঠিয়াই দিলে। ১৬৮০।মাৰ্চ মাহত শিৱাজী আৰু ইংৰাজৰ মাজত এই নতুন সন্ধি স্বাক্ষৰিত হয় আৰু এই সন্ধিৰ চৰ্ত অনুসৰি বম্বে আৰু তাৰ সংলগ্ন অঞ্চলত ইংৰাজে সিদ্দিক আশ্ৰয় নিদিব বুলি প্ৰতিশ্ৰুতি দিয়ে।

শিৱাজীয়ে স্বৰাজ্য কল্পনা কৰাৰ দিনৰেপৰা এদিনলৈকো ৰণৰ হাত সাৰিব পৰা নাছিল। মোগল, বিজাপুৰ, গোলকুণ্ডা, সিদ্ধি আৰু বিদেশী পৰ্তুগীজ, ডাচ, ফৰাচী, ইংৰাজ আদি মাৰাঠা ৰাজ্যৰ বৈৰীসকলে সেই ৰাজ্য উছন কৰিবলৈ মাত্ৰ সুযোগ বিচাৰিছিল। এনে অৱস্থাত, জলে-স্থলে যুদ্ধত লিপ্ত হৈ থকাৰ লগে লগে, পুত্ৰ সম্ভাজীৰ দুষ্কৃতিৰ চিন্তাৰ উপৰিও, শত্ৰুৰ ভয়াবহ আক্ৰমণ ৰোধ কৰি মহাৰাষ্ট্ৰৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ উপযুক্ত জননায়ক এজনৰ অভাৱৰ চিন্তাত, তেওঁৰ ৰণ ক্লান্ত শৰীৰৰ শক্তি ক্ৰমে হ্ৰাস হৈ আহিল। মানসিক অস্থিৰতাৰ লগতে তেওঁৰ শাৰীৰিক অসুস্থতা দেখা দিলে। তেতিয়া তেওঁৰ বয়স মাত্ৰ ৫২ বছৰ। তেওঁৰ অদ্ভুত শক্তিৰে তেওঁ বুজিব পাৰিলে যে তেওঁৰ কাল চাপি আহিছে।

আনপক্ষে শিৱাজীৰ দ্বিতীয় নাবালক পুত্ৰ ৰাজাৰামৰ মাতা সয়ৰাবাই বুদ্ধিমতী হলেও নিস্বাৰ্থ নাছিল। তেওঁ ৰাজাৰামৰ স্বাৰ্থৰ হকে

পাৰেমানে শিৱাজীক প্ৰৰোচিত কৰিছিল। ইতিমধ্যে পৰস্পৰৰ প্ৰতি ঈৰ্ষা বশতঃ পেশোৱা মোৰো ত্ৰিম্বক আৰু সেনাপতি অনাজী দত্তৰ ভিতৰত বিবাদৰ সৃষ্টি হয়। এনেবোৰ ঘৰুৱা আৰু ৰাজ্যিক অৱস্থাই শিৱাজীক নিৰাশ কৰিলে। তেওঁ সজ্জনগড়ত গুৰু ৰামদাস স্বামীৰ আশীষ লৈ অহাৰ পিছতেই, তেওঁৰ জীৱনৰ শেষ কৰ্তব্য বুলি, তেওঁৰ ভূতপূৰ্ব সেনাপতি প্ৰতাপৰাও গুজাৰৰ কন্যা জানকীবাইৰ সৈতে পুত্ৰ ৰাজাৰামৰ বিবাহ কাৰ্য সম্পন্ন কৰে। ইয়াৰ পিছতেই তেওঁ জ্বৰ আৰু আমাশয় ৰোগত আক্ৰান্ত হয়। তেওঁৰ চিন্তাক্লিষ্ট শৰীৰে এই অসুস্থতাৰ প্ৰকোপ সহিব নোৱাৰিলে। অৱশেষত, প্ৰায় ১২ দিন নৰিয়াত ভোগাৰ পিছত, চ'ত মাহৰ পূৰ্ণিমাৰ দিনা (১৬৮০।৪ এপ্ৰিল) ৰায়গড় দুৰ্গত মাৰাঠা ৰাজ্যৰ প্ৰতিষ্ঠাতা মহাৰাজ ছত্ৰপতি শিৱাজীৰ দেহাবসান ঘটে।

## চতুৰ্দশ অধ্যায়

# “হিন্দওৱাই স্বৰাজ” আৰু ধৰ্মৰ সম্পৰ্ক

শিৱাজীৰ ৰাষ্ট্ৰশাসনৰ মূলনীতিৰপৰা ধৰ্মৰ প্ৰভাৱ আঁতৰাই দিলে ‘হিন্দওৱাই স্বৰাজ’ গঠনৰ মুখ্য উদ্দেশ্য বুজিব নোৱাৰি। গুৰু ৰামদাস স্বামীয়ে ৰাজ্য শাসন সম্পৰ্কে সম্ভাজীক উপদেশ দিছিল, “পিতৃ কাৰ্যপন্থাৰ অনুগামী হৈ, যি সকল ‘মাৰাঠা’, তেওঁলোকক সংঘবদ্ধ কৰিবা আৰু ‘মহাৰাষ্ট্ৰ ধৰ্ম’ সঞ্জীৱিত কৰিবা।” শিৱাজীৰ ৰাজ্য সংগঠন কাৰ্য এই মহাৰাষ্ট্ৰ ধৰ্মৰদ্বাৰা প্ৰভাৱান্বিত হৈছিল, আৰু সম্ভৱতঃ তাৰ কাৰণেই এটা বলশালী জাতিৰ অন্তৰত দেশপ্ৰেম সঞ্চাৰিত হৈছিল। ৰামদাস স্বামীয়ে একেই উপদেশ দিওঁতে, তেওঁ ‘হিন্দু’ কিম্বা অইন কোনো প্ৰভাৱশালী ধৰ্মৰ নাম উল্লেখ কৰা নাছিল। মূঠতে জাগতিক জীৱনৰ উৎকৰ্ষতা সাধনৰ বাবে যি মহৎ অনুভূতিৰ প্ৰয়োজন তাকেই বিশ্বাস আৰু ধৰ্ম বুলি বুজাইছিল আৰু সেই বিশ্বাস আৰু ধৰ্মৰ বিনাশ হলে জীৱন অপ্ৰয়োজনীয় বুলিছিল। তেওঁ শিৱাজীক উপদেশ দিওঁতে ৰাষ্ট্ৰ সংগঠনত এক অভূতপূৰ্ব ধৰ্মনীতি অৱলম্বন কৰিবলৈ নিৰ্দেশ দিছিল আৰু সেই নীতিয়ে শিৱাজীৰ ৰাজ্য গঠনক গঢ় দিছিল।

তৎকালীন সাৰ্বজনীন উদাৰ বৈষ্ণৱ ধৰ্মৰ উচ্চ নীতি আৰু আদৰ্শ বিশেষ ওখ খাপৰ মানুহৰ মাজত সীমাবদ্ধ নাথাকি, ই সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ ওপৰত প্ৰভাব বিস্তাৰ কৰিছিল। এই নীতিবোৰে সমাজৰ বিশৃংখলা আৰু জনসাধাৰণৰ মাজত ভেদভাব দূৰীভূত কৰি সমতা আৰু ঐক্য ভাবৰ সৃষ্টি কৰিব পাৰিছিল। ফলত, মানুহৰ ব্যক্তিত্ব গঢ়ি উঠাৰ লগে লগে, জাতি-ধৰ্ম নিৰ্বিশেষে সকলোৱে স্বদেশৰ প্ৰতি মহান শ্ৰদ্ধাৰ ভাবেৰে অনুপ্ৰাণিত হয়। সেই যুগত সাৰ্বজনীন ধৰ্মৰ নবজাগৰণে সাম্প্ৰদায়িক পাৰ্থক্যৰ প্ৰভাব লোপ কৰি সমাজৰ নানা ধৰ্ম আৰু নানা শ্ৰেণীৰ মানুহৰ মাজত সমতাৰ ভাব সৃষ্টি কৰিছিল। বৈষ্ণৱ সাধু সকলে বেলেগ বেলেগ নামত ভগৱানৰ পূজ

আৰাধনা কৰিছিল যদিও, তেওঁবিলাকৰ মূলনীতি আছিল একেশ্বৰ-বাদ। তেঁওলোকে শাস্তিদাতা ভয়ঙ্কৰ ভগৱানৰ কিম্বা প্ৰাকৃতিক শক্তি-বোৰৰ পূজা আৰাধনাৰ বিপৰীতে, ভক্তবৎসল, শান্তিদাতা, স্নেহময় ভগৱানৰ নাম আৰাধনা কৰিছিল। ভগৱান আৰু তেওঁৰ সৃষ্টিৰ প্ৰতি ভক্তি আৰু প্ৰেমৰ প্ৰভাবেই স্বদেশবাসীৰ অন্তৰত অবিচল ভাতৃভাবৰ সঞ্চাৰ কৰিছিল।

বৈষ্ণৱ সাধুসকলৰ আদৰ্শ সকলোৰে পক্ষে বোধগম্য নহলেও, এওঁলোকৰ মহান আদৰ্শই দেশৰ জাতীয় ঐক্য সাধনৰ কাৰণে, জাতি, বৰ্ণ নিৰ্বিশেষে সকলোকে এনে এক সংযোগ সূত্ৰেৰে বান্ধিছিল, যাৰ বলত জনসাধাৰণে আত্মবোধেৰে অনুপ্ৰাণিত হৈ দেশৰ হকে অবাধে নিজ স্বাৰ্থ বলি দিব পাৰিছিল। এই সূত্ৰৰ প্ৰভাবতেই কেবাজনো মুছল-মান সাধুৱে হিন্দু ধৰ্ম গ্ৰহণ কৰি জনসাধাৰণৰ নমস্য হৈছিল আৰু এওঁলোকৰ প্ৰেৰণাৰ কাৰণে, হিন্দু সাধুসকলে ধৰ্মতত্বৰ অপূৰ্ব গ্ৰন্থ ৰচনা কৰিব পাৰিছিল। তাৰ ভিতৰত শ্বেখ মহম্মদ আৰু কবীৰৰ সাৰ্বজনীন ধৰ্মপথ সকলোৰে আদৰণীয়। সাধু তুকাৰাম আৰু এক-নাথে এই মুছলমান সাধুসকলৰ মাহাত্মোৰে প্ৰভাবান্বিত হৈ উৰ্দ্দু ভাষাত এনেবোৰ সুগভীৰ ধৰ্মনীতি প্ৰকাশ কৰি গৈছে, যি আজি জগতৰ সকলো ধৰ্মৰ পক্ষে সমানে আদৰণীয়।

ৰামদাস স্বামীয়ে সম্ভাজীক আচৰিবলৈ দিয়া মহাৰাষ্ট্ৰ ধৰ্মৰ মূল অৰ্থ আছিল, ভিন্ন জাতিৰ মাজত সখ্য স্থাপন কৰি সকলোকে স্বদেশৰ কল্যাণকামী কৰা। এই ধৰ্মই মহাৰাষ্ট্ৰীয়সকলৰ পাৰিবাৰিক সম্পৰ্কৰ গুৰুত্ব বঢ়ায় আৰু এই ধৰ্মৰ প্ৰভাবতেই মহাৰাষ্ট্ৰীয় জাতি সংগঠিত হয়। গুৰু ৰামদাস স্বামীৰ আদিষ্ট মহাৰাষ্ট্ৰ ধৰ্মই মাৰাঠা জাতিৰ মনোভাব আৰু কৰ্মশক্তি পৰিবৰ্দ্ধনৰ মূল কাৰণ আছিল, আৰু সেই শক্তিৰ প্ৰভাবতেই মাৰাঠা জাতিয়ে পূৰ্ব উপকূলৰ শেষ আশ্ৰয়-স্থান সুদূৰ জিঞ্জিৰপৰা বিপুল বাহিনীৰ বিৰুদ্ধে অস্ত্ৰ ধৰি লুপ্ত স্বাধীনতা পুনৰ উদ্ধাৰ কৰিছিল।

**দাক্ষিণাত্যত ৰাষ্ট্ৰীয় বিষয়ত হিন্দু মুছলমানৰ সমন্বয়ঃ**

শিৱাজীৰ প্ৰায় তিনিশ বছৰ পূৰ্বৰপৰাই মুছলমান শক্তিয়ে দক্ষিণ ভাৰতত ঠাই লয়। কিন্তু সেয়ে হলেও, এই শক্তিয়ে উত্তৰ ভাৰতত যিদৰে হিন্দুৰ সাহিত্য, কলা-কৃষ্টি আৰু আনকি ধৰ্মৰ ওপৰত অদম্য প্ৰতিপত্তি বিস্তাৰ কৰিছিল, দক্ষিণ ভাৰতত তেনেদৰে হিন্দুৰ নিজত্ব নাশ কৰিব পৰা নাছিল। মুছলমানসকল দক্ষিণ ভাৰতত সোমোৱাৰ আগতে, চালুক্য, ৰাষ্ট্ৰকূট, যাদব আদি নানা বংশৰ প্ৰতাপী

ৰজাসকলে, মহাৰাষ্ট্ৰৰ টাগ্‌ৰা, পয়থান, বাদামী, মালখেৰ, গোৱা, কোলহাপুৰ, কল্যাণ আৰু দেৱগিৰি আদি ঠাইত ৰাজত্ব কৰে। শিৱাজীৰ বহুকাল পূৰ্বেই মুছলমান আক্ৰমণকাৰীসকলে এই ৰাজ্যবোৰ হিন্দু ৰজাসকলৰ হাতৰপৰা কাঢ়ি লৈছিল যদিও তাত হিন্দুৰ প্ৰতিপত্তি ওফৰাই পেলাব পৰা নাছিল। ঘাইকৈ, মহাৰাষ্ট্ৰৰ পশ্চিম অঞ্চলত মুছলমান শক্তিয়ে বিস্তাৰিত ভাবে ঠাই ল'ব পৰা নাছিল আৰু বৰ্ত-মানেও এই অঞ্চলত মুছলমান অধিবাসীৰ সংখ্যা নিচেই কম।

এই যুগত মুছলমান ৰজাসকলে দাক্ষিণাত্যত ৰাজত্ব কৰিলেও, নানা ফৈদৰ চাবেক হিন্দু ৰজা আৰু ৰাজবংশীয়সকলে মুছলমান ৰজাসকলৰ সামৰিক আৰু বেসামৰিক সকলো কাৰ্যতে সহযোগী হৈ নিজ দক্ষতা দেখুওৱাৰ সুযোগৰপৰা বঞ্চিত নহৈছিল। দাক্ষিণাত্যৰ মুছলমান ৰজাসকলে উত্তৰ ভাৰতৰ আক্ৰমণকাৰী মুছলমান শক্তিৰ সৈতে প্ৰতিদ্বন্দ্বিতা কৰিবলগীয়া হোৱাত, তেওঁলোকে দাক্ষিণাত্যৰ হিন্দু ৰজা আৰু পাৰ্গত হিন্দু বিষয়াসকলৰ সহযোগ বিচাৰিবলৈ বাধ্য হয়। দক্ষিণ ভাৰতৰ মুছলমান ৰজাসকলৰ সমবেত চেষ্টাত, দিল্লীৰ সম্ৰাট মহম্মদ টোগলকৰ পতন হৈছিল যদিও, (১৩৪৭) আচ-লতে, টেলেঙ্গানা আৰু বিজয়নগৰৰ হিন্দু শক্তিৰ সহযোগত সেই কাৰ্য সফল হ'ব পাৰিছিল।

দক্ষিণ ভাৰতৰ হিন্দু-মুছলমানৰ ঘৰুৱা জীৱনতো সখ্যভাৱ পৰিলক্ষিত হয়। গাঙ্গু নামেৰে ব্ৰাহ্মণজনৰ শুভ ইচ্ছাত তেওঁৰ গোলাম হাচানে দাক্ষিণাত্যত ৰাজ্য স্থাপন কৰি সেই ব্ৰাহ্মণজনৰ প্ৰতি কৃতজ্ঞ-তাৰ চিন স্বৰূপে তেওঁ সেই ৰাজ্যৰ নাম ৰাখিছিল "বাহ্মণী ৰাজ্য" আৰু নিজেও নাম গ্ৰহণ কৰিছিল "হাচান গাঙ্গু বাহ্মণী।" সেই বাহ্মণী ৰাজ্যৰ সপ্তম ৰজাজনে বিজয়নগৰৰ ৰাজঘৰীয়া ছোৱালী বিয়া কৰাই-ছিল আৰু নবম ৰজাজনে সোনখেৰৰ হিন্দু ৰজাৰ ছোৱালী বিয়া কৰায়। বিজাপুৰৰ প্ৰথম ৰজা য়ুচুফ আদিল ছাহৰ ঘৈণীয়েক বুবুজি খানুম, মুকুন্দ ৰাও নামেৰে ব্ৰাহ্মণ এজনৰ ভনীয়েক আছিল আৰু বিদাৰৰ প্ৰথম বাৰিদ ছাহী ৰজাজনে সাবাজী মাৰাঠা নামে ৰাজ বিষয়া এজনৰ ছোৱালী বিয়া কৰাইছিল। তদনুৰূপে, আহমদনগৰৰ প্ৰথম ৰজাজনৰ বাপেক আছিল ভৈৰৱ নামেৰে এজন ব্ৰাহ্মণ। এই ভৈৰৱৰ নামতেই এই বংশৰ ৰজাসকলে "বাহাৰি" উপাধি গ্ৰহণ কৰি-ছিল। তেনেদৰে বেৰাৰৰ ইমাদ ছাহী ৰাজফৈদৰ প্ৰতিষ্ঠাতা জন আছিল, এজন বন্দী ব্ৰাহ্মণ কুমাৰ।

ঘৰুৱা জীৱনৰ নিচিনাকৈ উভয় ধৰ্মাৱলম্বী ৰজাসকলৰ ভিতৰত ৰাষ্ট্ৰীয় সম্ভাব বিৰাজ কৰিছিল। বিজয়নগৰৰ সৈন্য বাহিনীত বহু সংখ্যক মুছলমান সৈন্য নিযুক্ত হৈছিল আৰু তেনেদৰে মাৰাঠা সৈনিক আৰু সেনাপতিসকলে মুছলমান ৰজাসকলৰ অধীনত থাকি নিজ নিজ কৰ্তব্য সমাধান কৰিছিল। দুয়ো জাতিৰ মাজত এই সম্ভাবৰ কাৰণেই সময়ত উশৃংখলতা দেখা গৈছিল যদিও, উভয় জাতিৰ মাজত সমতা, ঐক্য আৰু স্বদেশপ্ৰেম জাগৰিত হয়। এই মনোবৃত্তিৰ কাৰণেই, মোগলৰ হাতত আহমদনগৰ ধ্বংস হোৱাৰ পিছত, এজন নাবালক মুছলমান কোঁৱৰক সিংহাসনত বহুৱাই, সাহাজী ভোনচলাই সেই ৰাজ্যৰ গৌৰব ৰক্ষা কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। একেই কাৰণতে বিজাপুৰ আৰু গোলকুণ্ডাই, স্বধৰ্মী হলেও, মোগলৰ ওচৰত বশ্যতা স্বীকাৰ নকৰি, বৰঞ্চ সাময়িক বিপদত আত্মৰক্ষা কৰিবলৈ শিৱাজীৰ বন্ধুত্ব মাগি লৈছিল। দাক্ষিণাত্যত হিন্দু-মুছলমানৰ এই সম্ভাব আৰু প্ৰীতিৰ কাৰণে আৰু বিশেষকৈ, মুছলমান ৰাজ্যবোৰত হিন্দুৰ প্ৰভাব বিস্তাৰ হোৱাত, মোগল সম্ৰাটসকল সন্দিহান হয় আৰু এয়ে তেওঁলোকৰ দাক্ষিণাত্য অভিযানৰ সংকল্প দৃঢ়তৰ কৰি তোলে। দাক্ষিণাত্যৰ প্ৰতি সম্ৰাট আকবৰ, জাহাঙ্গীৰ আৰু সাজাহানৰ আক্ৰোশ, সম্ৰাট ঔৰংজেবৰ আমোলত ধৰ্মযুদ্ধত পৰিণত হয়। পৰধৰ্ম নিধন ঔৰংজেবৰ প্ৰকাশ্য নীতি আছিল। তেওঁৰ এই নীতিৰ প্ৰতিক্ৰিয়া স্বৰূপে গোটেই মহাৰাষ্ট্ৰত 'পৰধৰ্ম' প্ৰবণতাৰ সঞ্চাৰ হয় আৰু সেয়ে দাক্ষিণাত্যৰ প্ৰতিৰক্ষাত অলৌকিকৰূপে উদ্দীপনা জগায়।

অভিপ্ৰায়ৰ অনুকূলে সংগঠন নহলে সেই অভিপ্ৰায় সফল হ'ব নোৱাৰে। অকলশৰীয়া শিৱাজীয়ে কেইজনমান সমবয়স্ক যুৱকৰ সহযোগত তেওঁৰ ভবিষ্যৎ বৃহৎ পৰিকল্পনাৰ সংগঠনকাৰ্য হাতত লৈছিল। কোনো ৰাষ্ট্ৰনীতিবিদ কিম্বা ৰণুৱাই তেওঁৰ ভবিষ্যৎ কাৰ্যপন্থা নিবন্ধন কৰি দিয়া নাছিল। যিঁ কোনো বিধ ৰাজকৰ্মৰ পৰিচালনা কাৰ্য চাবলৈকো তেওঁৰ সুযোগ নাছিল। তেওঁৰ নিচেই নাবালক অৱস্থাতে পিতাক সাহাজীয়ে তেওঁৰ উত্থান পতনৰ মাজত শিৱাজীক সুদূৰ পৰিত্যক্ত পুণাত এৰি থৈ যায় আৰু সেই নাবালকে অমাৰ্জিত পৰিবেষ্টনৰ মাজত নিজ প্ৰতিভাৰে ক্ৰমে নীহাৰিকাৰ দৰে প্ৰভাতিত হয়। কিন্তু সেই নিঃসহায় বালকৰ অন্তৰৰ্ব বিৰাট সুসুপ্ত শক্তিয়ে পৰিশেষত প্ৰবল শত্ৰুৰ বিৰুদ্ধে বিস্ময়কৰ ৰূপ লৈ দিগন্ত উদ্ভাসিত কৰিব পাৰিছিল। জনসাধাৰণৰ ধৰ্মেৰে অনুপ্ৰাণিত সমবেত শক্তি নহলে যি কোনো পৰিকল্পনাই সাফল্যমণ্ডিত হব নোৱাৰে, এই নীতি সাৰোগত কৰি শিৱাজী

আৰু তেওঁৰ সহযোগী যুৱকসকলে মহাৰাষ্ট্ৰত নতুন যুগৰ অৱতাৰণা কৰে।

আহমদনগৰৰ পতনৰ পিছত নানা উশৃংখল শক্তিক সুসংগঠিত কৰি উমৈহতীয়া স্বাৰ্থৰ ফালে চাল খুওৱা শিৱাজীৰ হিন্দওৱাই স্বৰাজৰ ভিত্তি স্বৰূপ হয়। তাকে কৰিবলৈ তেওঁ সাংসাৰিক জীৱনৰ সুখ-সম্ভোগ সকলোকে পৰিহাৰ কৰি, আদিতে জনগণৰ শুভ ইচ্ছা আৰু সহানুভূতি আকৰ্ষণ কৰিবলৈ অলপো কুণ্ঠিত নহৈছিল। তেওঁৰ অপৰিমেয় চৰিত্ৰবল আৰু দক্ষতাৰ কাৰণে দুৰ্দ্ধৰ্ষ জাতিৰ লোক সকলেও তেওঁৰ মহৎ আদৰ্শ কাৰ্যত পৰিণত কৰিবলৈ নিস্বাৰ্থভাৱে আত্মবলি দিব পাৰিছিল। তেওঁ আগ্ৰাত বন্দী হৈ থকা কালত তেওঁৰ ফৰাশ নীহকুলায়া মাদাৰী মেহতৰৰ আত্মত্যাগেই ইয়াৰ উজ্জ্বল দৃষ্টান্ত। এনেবোৰ বিশ্বস্ত সহচৰৰ একাগ্ৰতাৰ কাৰণেই তেওঁ অসম্ভৱক সম্ভৱ কৰি তুলিব পাৰিছিল।

গুণীৰ গুণানুসৰি উপযুক্তজনক নিযুক্তি দিয়া শিৱাজীৰ ৰাষ্ট্ৰশাসনৰ অন্যতম মূলনীতি আছিল। অকল বংশ, জাতি নাইবা শ্ৰেণীৰ বিশিষ্টতাৰ কাৰণেই তেওঁৰ আমোলত কোনোৱে ৰাজ অনুগ্ৰহৰ অধিকাৰী হ'ব নোৱাৰিছিল।[১] ৰাজ সমাদৰ কিম্বা ৰাজপদ পাবলৈ হলে গুণেইহে তাৰ মূল আছিল। শিৱাজীৰ মহান আকৰ্ষণী শক্তিৰে তেওঁ দেশবাসীৰ ওপৰত যি অতুলনীয় প্ৰভাৱ বিস্তাৰ কৰিছিল, যিমান শক্তিশালী হলেও, স্বাৰ্থপৰ ক্ষমতালোভীৰ পক্ষে তেনে প্ৰভাৱ বিস্তাৰ কৰা সমূলি সম্ভৱপৰ নহয়। তেওঁৰ অণুমাত্ৰ সংস্পৰ্শই অতি অভাজনৰ দেহতো অগ্নিময় শক্তি সঞ্চাৰ কৰিব পাৰিছিল। তেওঁৰ অসীম শৌৰ্যৰ বিৰাট উদ্দীপনাৰ কাৰণে তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ অনুগামী মাৰাঠা বীৰসকলে মোগলৰ পূৰ্ণ শক্তিৰ বিপক্ষে ঔৰংজেবৰ সকলো আশা আকাংক্ষা নিষ্ফল কৰিব পাৰিছিল।

শিৱাজীয়ে অইন একো নকৰিলেও, তেওঁ মাৰাঠা জাতিক সংগঠন কৰি প্ৰবল মোগল শক্তিৰ বিৰুদ্ধে ভাৰতৰ স্বাধীনতাৰ যি পথ মুকলি কৰিছিল, সেয়েই তেওঁক আধুনিক যুগৰ এজন শ্ৰেষ্ঠ বীৰ বুলি চিনাকি দিছে।[২]

(১) "What I should most recommend to you", Shivaji told Sambhaji, "is that in no case should you have a favourite, if you are to spare your subjects from jealousy",

Shivaji—Kulkarni (P. 217)

(২) Mount Stuart Elphinstone, whose understanding of the Maharatta affairs was first-hand and profound, points out that it required the genious of Shivaji to avail himself of the mistakes of Aurangzeb "by

যিকোনো কাৰণত ৰাজ্য বা ৰাষ্ট্ৰৰ অন্তৰ্বিপ্লৱেই তাৰ উচ্ছেদত সহায় কৰে। প্ৰজাই কেন্দ্ৰীয় শাসনৰ প্ৰতি শ্ৰদ্ধা হেৰুৱাই আন ভিতৰুৱা শক্তিৰ আশ্ৰয়াধীন হলে, কেন্দ্ৰীয় শক্তিৰ বিপদ অনিবাৰ্য। সেই বাবে শিৱাজীয়ে তেওঁৰ স্বৰাজ কল্পনাৰ লগে লগে স্বাধীন চেতীয়াভাবে থকা যিকোনো প্ৰতিকূল ক্ৰমে একত্ৰিভূত কৰিবলৈ যত্ন কৰিছিল। তাৰ্ক কৰিবলৈ তেওঁ সহাদয়তাৰ বাহিৰেও, চতুৰালি আৰু আন কি সময়ত হিংসাৰ আশ্ৰয় ল'বলগীয়া হয়। হিন্দু, মুছলমান কিম্বা আত্মীয় স্বজন যিয়েই তেওঁৰ মহৎ উদ্দেশ্য সাধনৰ অন্তৰায় আছিল, শান্তিৰে নোৱাৰিলে শেষত তেওঁ বলেৰে সেই প্ৰতিবন্ধক বিদূৰিত কৰিবলৈ বাধ্য হৈছিল। এই নীতি অনুসৰি তেওঁৰ পৰিকল্পনা কাৰ্যত পৰিণত কৰিবলৈ জাৱালীৰ চন্দ্ৰৰাও মোৰে আৰু মুদহোলৰ ঘোৰপাৰেক তেওঁ বধ কৰাইছিল।

ভিন্ন ধৰ্মাৱলম্বী সকলৰ তুলনাত পৰ-ধৰ্মৰ প্ৰতি শিৱাজীৰ শ্ৰদ্ধা সম্পূৰ্ণ বিপৰীত। যৌৱন কালত শিৱাজীয়ে ধৰ্মকাৰ্যত সংশ্লিষ্ট নহলেও তেওঁ যে ৰাষ্ট্ৰ সংস্থাপনত নিজ ধৰ্মৰদ্বাৰা অনুপ্ৰাণিত হৈছিল তাত সন্দেহ নাই। মাৰাঠা যুৱকসকলে নিজ নিজ ৰক্তেৰে তৰ্পণ কৰি "হিন্দ্ স্বৰাজ" স্থাপনৰ উদ্দেশ্যে ৰায়ৰিব মন্দিৰত যি গোপন প্ৰতিজ্ঞা কৰিছিল তাৰ মূলত যে মানুহৰ স্বভাবসুলভ অইন অইন মহৎ প্ৰেৰণাৰ বাহিৰেও, পৰোক্ষে বা প্ৰত্যক্ষে স্বধৰ্মৰ তীব্ৰ প্ৰেৰণা আছিল তাক নিসন্দেহে ক'ব পাৰি। অতীত বিজয় নগৰৰ মহান গৌৰৱ ৰশ্মিয়ে শিৱাজীৰ উদ্দেশ্য উজ্জ্বল কৰা স্বাভাৱিক; কিন্তু সেই গৌৰৱ পুনৰায় লভিবলৈ হলে নীচাত্মিকা ভাব পৰিহাৰ কৰি নিজ শক্তিৰ বলত তাৰ বাবে হিন্দু জাতিৰ চেষ্টাৰ প্ৰয়োজনীয়তা তেওঁ উপলব্ধি কৰিছিল। তেওঁ হিন্দুৰ অতীত মহত্ত্ব ফিৰাই অনাৰ সপোন দেখিছিল। তেওঁ বুজিছিল যে এই গৌৰৱ আংশিকৰূপে ফিৰাই পাবলৈ হলেও নতুন উদ্দীপনাৰে স্বধৰ্মৰ পথত আগুৱাব লাগিব।[১]

---

kindling a zeal for religion and through that a national spirit among the Marathas. It was by these feelings that his Government was upheld after it passed into feeble hands, and was kept together inspite of numerous internal disorders, until it had established its supremacy over the greater part of India"

**Quoted in Shivaji**—Kulkarni (P. 225-26)

(১) Since at no time and in no part of the world are a dependent people treated with respect and honour, it was essential for the Hindus to shed the stigma of belonging to a defeated race. The means that were required for obtaining this goal were not prayer and supplication, but unity and strength derived from the power of the sword. That power was given to them by Shivaji in full measure.

**Shivaji**—Kulkarni (P. 225)

সৰুৰেপৰা পিতাক সাহাজীৰ সঙ্গৰপৰা বঞ্চিত হলেও নিষ্ঠাব্ৰতী ধৰ্মপ্ৰাণা মাক জিজাবাইয়ে শিৱাজীৰ অন্তৰত স্বধৰ্মৰ তীব্ৰ প্ৰেৰণা জগাবলৈ পাহৰা নাছিল। তদুপৰি, বাল্যগুৰু নিষ্ঠাবান দাদাজী কোন্দদেৱে শিৱাজীক ধৰ্মতৎপৰ কৰাটো স্বাভাৱিক। এইদৰে দাদাজী আৰু জিজাবাইৰ প্ৰভাবেৰে প্ৰভাবান্বিত হৈ তেওঁৰ বাল্যকালৰপৰাই শিৱাজীয়ে নিজধৰ্মৰ প্ৰতি আকৃষ্ট হয়।

অকল নিজধৰ্মৰ প্ৰতিয়েই নহয় পৰধৰ্মৰ প্ৰতিও তেওঁৰ শ্ৰদ্ধা আছিল অতুলনীয়। তেওঁৰ প্ৰতিদ্বন্দ্বী মোগল সম্ৰাটে ধৰ্মৰ ভিত্তিত সাম্ৰাজ্য প্ৰতিষ্ঠা কৰি যেতিয়া পৰধৰ্মীসকলক সামাজিক আৰু ৰাজনৈতিক স্বাধীনতাৰ পৰা বঞ্চিত কৰিছিল, তেওঁ তেতিয়া ধৰ্মৰ প্ৰতি শ্ৰদ্ধা দেখুৱাই সেই ধৰ্মাবলম্বীসকলক সমাদৰ কৰিছিল। মুছলমান ধৰ্ম, কৃষ্টি আৰু সভ্যতা ৰক্ষাৰ বাবে তেওঁ বহু ঠাইত উপযুক্ত ৰাজবৃত্তি নিৰ্দ্ধাৰিত কৰিছিল। পৰধৰ্ম বিদ্বেষী ঔৰংজেব কিম্বা আফজল খাঁই নানা বীভৎস উপায়েৰে হিন্দুৰ অগণন মঠ-মন্দিৰ লোপ আৰু কলুষিত কৰিছিল যদিও, প্ৰতিহিংসাৰ বশবৰ্তী হৈ শিৱাজীয়ে তেনে কদাচাৰত লিপ্ত হোৱাৰ দৃষ্টান্ত ইতিহাসত বিৰল।[১]

চুৰাট লুণ্ঠনৰ সময়ত খৃষ্টান কেলুচিনসকলে মাৰাঠাৰ আক্ৰমণৰপৰা সম্পূৰ্ণ নিষ্কৃতি পাইছিল। কেলোচিৰ মুছলমান সাধু বাবা জাকুটৰ প্ৰতি তেওঁ গভীৰ শ্ৰদ্ধা দেখুৱাইছিল। সুযোগ পালেই তেওঁ বাবা জাকুটৰ দৰ্শন লাভ কৰিছিল। বাবা জাকুটৰ মঠ সংৰক্ষণৰ বাবে তেওঁ যি বৃত্তি নিৰ্দ্ধাৰিত কৰিছিল সেই বৃত্তি এতিয়ালৈ প্ৰচলিত হৈ আহিছে।

কিন্তু তেওঁৰ নিজ ধৰ্মৰ ওপৰত অইন ধৰ্মৰ অন্যায় আৰু অবৈধ প্ৰতিপত্তি সহিবলৈ তেওঁ বৰ টান পাইছিল। পৰ্তুগীজসকলে গোৱা আৰু বেচিন উপকূলত মন্দিৰ আৰু মছজিদবোৰ ভাঙি তাৰ ঠাইত গিৰ্জা ঘৰ নিৰ্মাণ কৰাইছিল আৰু দুৰ্ভিক্ষৰ সুযোগ লৈ নিঃসম্বল হিন্দুৰ ল'ৰা-ছোৱালী কিনি নি খৃষ্ট ধৰ্মত দীক্ষিত কৰিছিল। শিৱাজীয়ে

---

(১) Even Khafi Khan, whose patently hostile writings have provided the source material to many of the early British writers of Maratha history has felt constrained to concede that whenever Shivaji and his army went on Military expeditions, they made it a point to cause no harm to the mosques, the book of God or the woman of any one. Whenever a copy of the Sacred Koran came to it his hands, he treated it with respect and gave into some of his Mussalman followers.........

Shivaji,—Kulkarni (p 223)

এই ল'ৰা-ছোৱালীবোৰক ওভতাই পাবৰ বাবে দাবী কৰাত পৰ্তুগীজ চৰকাৰে 'তেওঁৰ সেই দাবী মঞ্জুৰ কৰিবলৈ অমান্তি হয় আৰু সেই বাবে পৰ্তুগীজসকলৰ সৈতে তেওঁৰ বিৰোধ সৃষ্টি হয়। নিজধৰ্মৰ প্ৰতি একাগ্ৰতা আৰু পৰধৰ্মৰ প্ৰতি তেওঁৰ অবিচল শ্ৰদ্ধাৰ কাৰণেই, পৃথিৱীৰ বুৰঞ্জীবিদসকলে শিৱাজীৰ মহত্ব স্বীকাৰ কৰিছে। তেওঁৰ মুছলমান প্ৰজা আৰু কৰ্মচাৰীসকলৰ দৈনিক উপাসনাৰ কাৰণে ৰায়গড় দুৰ্গৰ সমুখত এটা সুন্দৰ মছজিদ সজাই দিছিল।

শিৱাজীৰ সামৰিক আৰু বেসামৰিক ৰাজ বিষয়াসকলৰ ভিতৰত দায়িত্বপূৰ্ণ কামত বহুজন মুছলমান বিষয়াই তেওঁৰ ৰাজ প্ৰতিনিধি স্বৰূপে অইন শক্তিৰ সৈতে ৰাষ্ট্ৰীয় বিষয় নিৰাকৰণ কৰিছিল। তেওঁৰ নৌ বাহিনীৰ অধিনায়ক দৌলত খাঁ সিয়ানা আৰু সিদ্দি মিশ্ৰিয়ে সৰ্বতোভাবে ৰজাৰ বিশ্বাস ভাজন হৈ নিজ কৰ্তব্য সমাধা কৰিছিল। বিজাপুৰ ৰাজ্যৰ শোচনীয় অৱস্থাৰ পিছত, সেই ৰাজ্যৰ পৰিত্যক্ত পাঠান সকলেৰে শিৱাজীয়ে পাঠান বাহিনী এটা গঠন কৰিছিল, আৰু বাহিনীৰ অধিনায়কত্ব কৰিছিল এজন পাঠানে।

ধৰ্ম বিশ্বাসে শিৱাজীৰ কৰ্মক্ষেত্ৰত প্ৰেৰণা যোগাইছিল যদিও তেওঁ কেতিয়াও ধৰ্মান্ধ নাছিল আৰু ৰাজকাৰ্য পৰিচালনাত তেওঁক সেই বিশ্বাসে বাধা নিদিছিল। বৰং জ্বলন্ত আধ্যাত্মিক নীতিয়ে ৰাজকাৰ্যৰ সুপৰিচালনাক সহায় কৰিছিল। নিজ স্বাৰ্থ বিসৰ্জন দি জাতি ধৰ্ম নিৰ্বিশেষে প্ৰজা পালনৰ গুৰুদায়িত্বৰ গ্ৰহণ কৰিছিল কাৰণে, গুৰু ৰামদাস স্বামীৰ নিৰ্দেশত, শিৱাজীয়ে ত্যাগৰ নিদৰ্শন সন্যাসীৰ গৈৰিক 'ভাগৱা জান্দা' ৰাষ্ট্ৰৰ প্ৰতীক স্বৰূপে গ্ৰহণ কৰিছিল।

শিৱাজীৰ ৰাষ্ট্ৰ সংগঠনৰ মূল অভিপ্ৰায় আছিল, মহাৰাষ্ট্ৰ দেশক পৰাধীনতাৰপৰা উদ্ধাৰ কৰি সেই দেশক আত্ম ৰক্ষাৰ আৰু আত্মপ্ৰতিষ্ঠাৰ বাবে শক্তিমান কৰা আৰু তাৰ উপাদান আছিল বিচ্ছিন্ন মাৰাঠা জাতিৰ ঐক্য আৰু স্বদেশ প্ৰেম। আচলতে অইন ৰাজশক্তিক ওফৰাই সাম্ৰাজ্য এখন পাতিবৰ অভিপ্ৰায় তেওঁৰ নাছিল। তেওঁৰ পৰিকল্পনা আছিল ভাৰতৰ মাৰাঠা জাতিৰ ভূভাগ আক্ৰমণকাৰীৰ হাতৰপৰা মোকলাই তাত স্বৰাষ্ট্ৰ পাতি লোৱা। এই মহাৰাষ্ট্ৰ দেশ ৰক্ষাৰ কাৰণে শিৱাজীয়ে এনে শাসন পদ্ধতি গঢ়ি তুলিছিল, যাক তেতিয়াৰ ভাৰতৰ যি কোনো ৰাজ্যৰ শাসন পদ্ধতিৰ তুলনাত নিখুঁত বুলিব পাৰি। এই শাসন প্ৰণালীক তেওঁৰ স্বাধীন চিন্তাই গঢ় দিছিল। এই কাৰণেই শিৱাজীৰ জিৱনী লিখক চাৰ জাষ্টিচ ৰাণাডেই তেওঁক নেপোলিয়ন বোনাপাৰ্টৰ সৈতে তুলনা কৰি এইদৰে বৰ্ণাইছে

যে শিৱাজী শাসন যন্ত্ৰৰ এনে এজন সংগঠনকাৰী আছিল, যি সংগঠনৰ ফলত তেওঁৰ পৰবৰ্তী মাৰাঠা জাতিয়ে, কুৰি বছৰ কাল প্ৰবল প্ৰতাপী মোগল শক্তিৰ লগত যুঁজ কৰি, সেই শক্তিৰ পৰাজয়ৰ পিছত, সগৌ-ৰবে আত্ম প্ৰতিষ্ঠা কৰিব পাৰিছিল। কিন্তু শিৱাজীৰ পিছত মোগলৰ সৈতে মাৰাঠাৰ যুঁজৰ অন্ত হোৱাত, মাৰাঠা শাসকসকলে তেওঁৰ শাসন প্ৰণালী পৰিবৰ্তন কৰি যেতিয়া অতীত পদ্ধতি অবলম্বন কৰিলে, তেতিয়া আকৌ মাৰাঠা ৰাজ্য ভাগি ডোখৰ ডোখৰ হয় আৰু অৱশেষত মাৰাঠা শক্তিৰ দুৰ্বলতাৰ সুযোগ লৈ বিদেশী ইংৰাজ বণিকসকলে মাৰাঠাৰ হাতৰপৰা মহাৰাষ্ট্ৰ কাঢ়ি লয়।

শাসক আৰু শাসিতৰ মাজত যিকোনো তৃতীয় পক্ষই ক্ষমতাৰ অধিকাৰী হলে শাসিতৰ শোষণ অনিবাৰ্য। সেই কাৰণে শিৱাজীয়ে বাটান জমিদাৰী আৰু জায়গীৰদাৰী প্ৰথা সম্পূৰ্ণৰূপে উঠাই দিছিল। জমিদাৰী প্ৰথাই অকল প্ৰজাকেই শোষণ কৰিছিল এনে নহয়, ই পাৰ্যমানে কেন্দ্ৰীয় শক্তিক ন্যায্য প্ৰাপ্যৰপৰা বঞ্চিত কৰি, সেই শক্তিক শক্তিহীন কৰিছিল আৰু সময়ত ৰজা প্ৰজাৰ মাজত সংঘৰ্ষণৰ সৃষ্টি কৰিছিল। জমিদাৰী প্ৰথাৰ কুফললৈ চাই শিৱাজীয়ে এই প্ৰথা সমূলঞ্চে উচ্ছেদ কৰে আৰু জমিদাৰসকলে কোনো প্ৰকাৰৰ দুৰ্গ বা পৰিবেষ্টন সাজিবলৈ কিম্বা সামৰিক আয়োজন পাতিবলৈ নিষিদ্ধ কৰে।

শিৱাজীৰ ৰাজকাৰ্য পৰিচালনাৰ বিষয় বুজিবলৈ হলে, তেওঁৰ অষ্ট প্ৰধান বা মন্ত্ৰীমণ্ডলীৰ বিষয়ে সবিশেষ জনাৰ প্ৰয়োজন। দায়িত্ব-শীল মন্ত্ৰী মণ্ডলীৰে ৰাজ কাৰ্যৰ পৰিচালনা শিৱাজীৰ শাসন পদ্ধতিৰ এটা বিশেষ প্ৰথা। বিশিষ্ট শ্ৰেণী বা ফৈদৰ মৰ্যাদা বঢ়োৱাৰ কাৰণে কিম্বা ৰাজ-সভাৰ অলঙ্কাৰ স্বৰূপে তেওঁ মন্ত্ৰী-মণ্ডলী গঠন কৰা নাছিল, ভিন্ন বিভাগত ভিন্ন ব্যক্তিয়ে নিজ দায়িত্বত যাতে ৰাষ্ট্ৰীয় কামৰ পৰিচালনাত ৰজাক উপদেশ দিব পাৰে তাৰ কাৰণে তেওঁ আঠজন গুণ সম্পন্ন কৃতী ব্যক্তিৰ দ্বাৰা এই মন্ত্ৰী-মণ্ডলী গঠন কৰিছিল আৰু এই মন্ত্ৰী সভাই অষ্টপ্ৰধান বুলি জনাজাত হয়। এই আঠজন মন্ত্ৰীৰ ভিতৰত পণ্ডিত ৰাও আৰু ন্যায়াধীশৰ বাহিৰে, পেশোৱা (মুখ্য প্ৰধান), মজুমদাৰ (অমাত্য), চুৰনিশ (সচিব), ওৱাকনিশ (মন্ত্ৰী), সৰনবুট (সৈন্যাধ্যক্ষ) আৰু দবীৰ (সুমন্ত), এই ছয়জন মন্ত্ৰীয়ে যুদ্ধ বিদ্যাত পাৰ্গত হব লাগিছিল আৰু সময়ত নিজে ৰণক্ষেত্ৰত উপস্থিত থাকি সমৰ পৰিচালনা কৰিব লাগি-ছিল। ব্যক্তিগত নিপুণতাৰ বলতহে উপযুক্ত জনে অষ্ট প্ৰধানত ঠাই পাইছিল। অকল বংশ বা মৰ্যাদাৰ কাৰণে যাতে এইবোৰ গুৰু-

দায়িত্বপূৰ্ণ পদ অপদাৰ্থজনৰ হাতত নপৰে, তাৰ বাবে ৰজা সদায় সতৰ্ক আছিল। কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁৰ মৃত্যুৰ পিছত এইবোৰ পদ বংশানুক্ৰমিক হয়, আৰু ফলত স্বাৰ্থপৰ, লোভী আৰু অযোগ্যজনে এইবোৰ পদত অধিষ্ঠিত হোৱাত ৰাজ কাৰ্যত বিশৃংখলা ঘটে। কাল-ক্ৰমে পেশোৱাসকলে যেতিয়া মাৰাঠা ৰাজ্যৰ শাসন দণ্ড হাতত লয়, তেতিয়া কিছুকাললৈ এই অষ্টপ্ৰধান নামত থাকিলেও, তেওঁলোকৰ স্বাধীন মত ৰোধ কৰি পেশোৱাই সকলো ৰাজক্ষমতা কাঢ়ি লয় আৰু ফলত অষ্টপ্ৰধানৰ সংহতি শক্তি লোপ পোৱাৰ লগে লগে শিৱাজীৰ সংগঠিত ৰাজশক্তিৰ ঠাইত, এটা অকাৰ্যকৰী পৰস্পৰ বিৰোধী শক্তিয়ে মূৰ দাঙি উঠে।

শিৱাজীৰ ৰাজশক্তি সংগঠনৰ ক্ষেত্ৰত মন কৰিবলগীয়া আন দুটা অনুষ্ঠান আছিল তেওঁৰ স্থল দুৰ্গ আৰু জল দুৰ্গ। তেওঁৰ ২৮০ টা দুৰ্গই কিদৰে দেশ ৰক্ষাত সহায় কৰিছিল, মহাৰাজ জয়সিংহৰ পুৰন্দৰ আক্ৰমণ, তানাজী মালুচাৰৰ সিংহগড় অধিকাৰ, প্ৰতাপগড়ত আফজল খাঁৰ নিধন আৰু ঔৰংজেবৰ পূৰ্ণ শক্তিৰ বিপৰীতে ৰাজাৰামৰ সাঁতাৰা অবৰক্ষণ ইত্যাদি সামৰিক কাৰ্যৰপৰাই আক্ৰমণকাৰী শত্ৰুৰ বিপক্ষে এই দুৰ্গ শ্ৰেণীৰ আৱশ্যকতা সহজে অনুমান কৰিব পাৰি।

শিৱাজীৰ সমসাময়িক ভাৰতৰ কোনো ৰাজশক্তিয়েই পশ্চিম উপকূল প্ৰতিৰক্ষাৰ বাবে নৌ শক্তি সংগঠন কৰা নাছিল। ফলত, বিদেশী জলদস্যু আৰু সাউদসকলে উপকূলৰ নানা ঠাইত কেন্দ্ৰ স্থাপন কৰি সমুদ্ৰত নিজ নিজ প্ৰতিপত্তি বিস্তাৰ কৰিছিল। এই সুযোগতে বিদেশী সামুদ্ৰিক জাতিবোৰে উপকূল অঞ্চলত যথেচ্ছাচাৰ কৰি নিৰীহ অধিবাসীসকলৰ জীৱন দুৰ্বহ কৰি তোলে। তদুপৰি, পৰ্তুগীজ-সকলে এনে নিয়ম বান্ধিছিল, যে ভাৰতৰ যি কোনো সমুদ্ৰ জাহাজে সমুদ্ৰত চলাচল কৰিলে, গোৱা চৰকাৰৰপৰা অনুমতি পত্ৰ কিনি লৈহে তেনে কৰিব পাৰিব। ভাৰত স্পৰ্শি আৰব সাগৰত বিদেশীৰ এই পৰাক্ৰম শিৱাজীৰ পক্ষে অসহনীয় হ'ল। তেওঁ বুজিছিল যে বিদেশীৰ সামুদ্ৰিক প্ৰতিপত্তিত বাধা জন্মাব নোৱাৰিলে, তেওঁৰ ৰাজ্যৰ তথা ভাৰতৰ আভ্যন্তৰীণ স্বাধীনতা নিৰাপদ হ'ব নোৱাৰে; কিয়নো দেশৰ যি কোনো অঞ্চল বিদেশী আক্ৰমণকাৰীৰ অধীন হলে, সমগ্ৰ দেশৰ বিপদ অৱশ্যম্ভাবী; গতিকে এই অৱস্থাৰ হাত সাৰিবলৈ কিদৰে তেওঁৰ জলশক্তি সংগঠন কৰিব পাৰে তাৰ বাবে তেওঁ বিশেষ চেষ্টা কৰিছিল।

শিৱাজীয়ে পশ্চিম উপকূল অধিকাৰ কৰাৰ লগে লগে সমুদ্ৰ জাহাজ নিৰ্মাণকাৰ্য হাতত লয়। এইটো নকলেও হ'ব যে তেতিয়া

ভাৰতৰ জাহাজ নিৰ্মাণ কাৰ্য ইউৰোপ আৰু পশ্চিমৰ আন দেশৰ জাহাজ নিৰ্মাণকাৰ্যৰ সমকক্ষ হ'ব পৰা নাছিল। শিৱাজীয়ে বহুবাৰ, ইংৰাজ আৰু পৰ্তুগীজসকলক সুদক্ষ কাৰিকৰৰ বাবে সহায় খুজিছিল যদিও এওঁলোকে তেওঁক সেই সহায় নিদিলে আৰু তেওঁ ভাৰতীয় যান্ত্ৰিকৰ হতুৱাই পোত নিৰ্মাণকাৰ্য হাতত লয়।* এওঁলোকৰ নিৰ্মিত জাহাজ এচিয়াৰ আন কোনো জাতিৰ জাহাজতকৈ নিকৃষ্ট নাছিল। শিৱাজীৰ সমুদ্ৰ জাহাজৰ কাৰণে, পশ্চিম উপকূলৰ সমুদ্ৰ বিচৰণকাৰী অতি দুৰ্দ্ধৰ্ষ জাতিৰপৰা নাবিকসকল বাচি লোৱা হৈছিল। এই নাবিক সকল আছিল, খাৰবা, কোলি, ভাদেলা, ভাগেৰ আৰু সিয়ানা জাতিৰ ভাদেলা আৰু ভাগেৰ মুছলমান। ভাগেৰ আৰু সিয়ানাবোৰ সাধাৰণতে জলদস্যু শ্ৰেণীৰ মানুহ আছিল।

অকল ৰণপোত কিম্বা মালবাহী জাহাজ সাজিয়েই শিৱাজী সন্তুষ্ট হোৱা নাছিল। পশ্চিম উপকূলত পোতাশ্ৰয় আৰু সমুদ্ৰ দুৰ্গ সাজিবলৈ তেওঁ যৎপৰোনাস্তি চেষ্টা কৰিছিল। তেওঁ পশ্চিম উপ-কূলৰ কল্যাণ আৰু ভিৱান্দি নগৰ অধিকাৰ কৰাৰ লগে লগে (১৬৫৮ এই শ্ৰেণীৰ দুৰ্গ নিৰ্মাণকাৰ্য হাতত লৈছিল। দক্ষিণ কঙ্কন জয় কৰাৰ পিছত, তেওঁ নিজে গোৱাৰ ওচৰলৈ গৈ সমুদ্ৰ উপকূল পৰিদৰ্শন কৰে আৰু সামুদ্ৰিক আক্ৰমণ প্ৰতিৰোধাৰ্থে বন্দৰ আৰু দুৰ্গ সাজিবলৈ উপ-যুক্ত ঠাই বাচি লয়।

শিৱাজীৰ সামুদ্ৰিক দুৰ্গবোৰৰ ভিতৰত বিজয়দুৰ্গ (ঘেৰীয়া) সুবৰ্ণ দুৰ্গ (সোণাগড়) আৰু মালবান অতি সুপ্ৰসিদ্ধ। ইয়াৰ বাহিৰেও এশাৰী দুৰ্গই ৰত্নগিৰিৰ বন্দৰবোৰ শত্ৰুৰ আক্ৰমণৰপৰা ৰক্ষা কৰি-ছিল। মালবান দুৰ্গ শ্ৰেণীৰ ভিতৰত সিন্ধু দুৰ্গ আটাইতকৈ বিস্ময়কৰ। ইয়াৰ বেষ্টনীৰ পৰিধি প্ৰায় দুই মাইল, ওখ ৩০ ফুট আৰু বহল ১২ ফুট। ৩২ টা অৰ্দ্ধ চন্দ্ৰাকাৰ সৌধই এই দুৰ্গৰ শোভা বৰ্দ্ধন কৰিছিল আৰু তাৰ ৰক্ষণাবেক্ষণত সহায় কৰিছিল। প্ৰতিটো সৌধত শাৰী শাৰী তোপ সজোৱাৰ ব্যৱস্থা আছিল। প্ৰথমবাৰ চুৰাট লুণ্ঠনৰ আগৰেপৰা এই দুৰ্গ সজোৱা হয়। ইয়াৰ নিৰ্মাণৰ সময়ত শিৱাজী তাত নিজে উপস্থিত আছিল আৰু শ্ৰমিকসকলৰ সৈতে তাত তেওঁ নিজ হাতে কাম কৰিছিল। এই দুৰ্গলৈকে স্থলপথ আৰু জলপথ এনে কৌশলেৰে নিৰ্মিত যে শত্ৰুৱে কোনো উপায়ে তাত প্ৰৱেশৰ পথ নাপাইছিল। এতিয়াও এই দুৰ্গত অৱস্থিত শিৱাজীৰ শিলৰ মূৰ্তিক দেৱপ্ৰতিমাৰ দৰে পূজা কৰা হয়। পৰাক্ৰমী শত্ৰুসকলৰ লগত অবিৰাম

স্থলযুদ্ধত লিপ্ত থকা সত্বেও, নৌ শক্তি সংগঠনত তেওঁৰ কৰ্ম তৎপৰতাই শিৱাজীৰ দূৰদৰ্শিতাৰ পৰিচয় দিয়ে।

শিৱাজীৰ নৌ বাহিনীত প্ৰায় সাতশ খন জাহাজ আছিল। তেতিয়ালৈ তেওঁৰ ৰাজ্যত প্ৰচুৰ বাৰুদ তৈয়াৰ নোহোৱাত, ফৰাচী আৰু ডাচ্ সকলৰ হতুৱাই অতি গোপনে ইউৰোপৰপৰা গোলা-বাৰুদ সংগ্ৰহ কৰিছিল।

শিৱাজীৰ ৰাজ্য শাসন প্ৰণালী কিছুমান মূল নীতিৰ ওপৰত প্ৰতিষ্ঠিত হৈছিল। সেই নীতিবোৰ ঘাইকৈ,—

(১) যি কোনো ৰাজকীয় উচ্চপদ বংশানুক্ৰমিক হ'ব নোৱাৰিছিল।

(২) কোনোৰূপ জমিদাৰী প্ৰথা সমৰ্থিত নহৈছিল।

(৩) কোনোৰূপ মাধ্যমৰ জৰিয়তে প্ৰজাৰপৰা ৰাজহ আদায় নকৰিছিল।

(৪) চুক্তিহাৰে জমি পত্তন নিষিদ্ধ আছিল।

(৫) মন্ত্ৰীসভাৰ প্ৰতিজন মন্ত্ৰীয়েই নিজ নিজ বিভাগৰ কাৰ্যৰ বাবে ৰজাৰ ওচৰত দায়ী আছিল।

(৬) সামৰিক বিভাগ অসামৰিক বিভাগৰ তলতীয়া আছিল।

(৭) জাতি, ধৰ্ম কিম্বা শ্ৰেণী নিৰ্বিশেষে, ব্ৰাহ্মণ, প্ৰভু, মাৰাঠা, মাৱাল, ৰাসোসিচ, মুছলমান আদি সকলোৱে গুণানুসৰি ৰাজ কাৰ্যত নিযুক্ত হব পাৰিছিল।

(৮) ব্যক্তিৰ গুণ আৰু দক্ষতা অনুসৰি বিষয়বাব লাভ কৰিছিল।

(৯) সমূহীয়া স্বাৰ্থৰ প্ৰতিকূল যিকোনো ব্যক্তিস্বাৰ্থ সমৰ্থিত নহৈছিল।

(১০) ন্যায়ৰ ক্ষেত্ৰত সকলোৰে সমান অধিকাৰ প্ৰবৰ্তিত হৈছিল।

ৰাজ্য শাসনৰ এই মূল নীতিবোৰ শিৱাজীৰ বংশধৰসকলে কিছুকাললৈ অনুসৰণ কৰিছিল যদিও, ক্ৰমে ই শিথিল হয় আৰু পেশোৱাসকলৰ আমোলত সৰ্বতোভাবে ইয়াৰ পৰিবৰ্তনৰ লগে লগে শিৱাজীৰ প্ৰতিষ্ঠিত মহাৰাষ্ট্ৰৰ সমূহীয়া স্বাৰ্থ বিনষ্ট হয়।

# শিৱাজীৰ চৰিত্ৰ

কিছুমান লেখকে শিৱাজীক বিদ্ৰোহী আৰু লুণ্ঠনকাৰী বুলি আখ্যা দিছে। এই আখ্যা দিছে ঘাইকৈ ঔৰংজেবৰ নীতি সমৰ্থনকাৰী বুৰঞ্জী লেখকসকলে। আধুনিক বিদেশী আৰু বিদেশীৰ মতাবলম্বী ভাৰতীয় বুৰঞ্জী লেখক কিছুমানেও এই প্ৰভাবৰ হাত সাৰিব পৰা নাই। কিন্তু তদানীন্তন দেশাচাৰ, যুদ্ধনীতি আৰু শাসন পদ্ধতিৰ প্ৰতি লক্ষ্য কৰিলে শিৱাজীক তেনে আখ্যা দিব নোৱাৰি।

কোনো শাসন পদ্ধতি কিম্বা শাসকৰ কাৰ্যকলাপ যদি প্ৰজাৰ সমূহীয়া স্বাৰ্থৰ বিপৰীত বা হানিকৰ হয়, তেন্তে তেনে পদ্ধতিৰ উচ্ছেদ সাধন কৰিবলৈ সেই শাসকজনৰ বিৰোধিতা কৰিলে, বিৰোধীজনক বিদ্ৰোহী বুলিব নোৱাৰি। প্ৰকৃত দেশ প্ৰেমেৰে অনুপ্ৰাণিত হৈ কু-শাসন বা বিজেতাক উচ্ছেদ সাধন কৰাটো তেজোদ্দীপ্ত বীৰৰহে লক্ষণ। শিৱাজীয়ে হিন্দ্ ওৱাই স্বৰাজ স্থাপনৰ উদ্দেশ্যে মোগলৰ কু-শাসনৰ বিৰুদ্ধা-চৰণ কৰিবলগীয়া হৈছিল আৰু ৰণ কৰিবলগীয়া হৈছিল আক্ৰমণকাৰী বিজেতাৰ হাতৰপৰা মাৰাঠা জাতিৰ অপহৃত স্বাধীনতা উদ্ধাৰৰ অৰ্থে। তেওঁৰ উদ্দেশ্য আছিল, মহাৰাষ্ট্ৰ বুলি ভাৰতৰ যি অঞ্চল যুগে যুগে নানা ফৈদৰ হিন্দু ৰাজশক্তিয়ে শাসন কৰি আহিছিল সেই মহাৰাষ্ট্ৰত আকৌ হিন্দুৰ লুপ্ত শক্তি প্ৰতিষ্ঠা কৰা। এনে স্থলত, তেওঁৰ উদ্দেশ্যৰ বিৰোধী শক্তিবোৰক নিৰ্মূল কৰি সংগঠিত মহাৰাষ্ট্ৰ দেশ স্থাপন কৰাই আছিল তেওঁৰ মুখ্য উদ্দেশ্য। তেনে স্থলত তেওঁক বিদ্ৰোহী বোলাটো সম্পূৰ্ণ নিৰৰ্থক কথা। তেওঁ কাৰ বিপৰীতে, অৰ্থাৎ কোন আদিম ৰাজশক্তিৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল, তাৰ যেতিয়া মীমাংসা দিব নোৱাৰি, তেওঁৰ বিপক্ষে বিদ্ৰোহী অভিযোগ অমূলক।

শিৱাজীৰ মোগল অধিকাৰৰ পৰা প্ৰাপ্য কৰ আছিল 'চৌথ', আৰু 'চাৰদেশমুখী'। কোনো নীতিমূলক প্ৰথাৰে এই কৰ সমৰ্থিত নহলেও, সেই কালৰ সামৰিক পদ্ধতিত এনে বিধ কৰ আদায়ৰ প্ৰথা প্ৰচলিত আছিল। বিশেষকৈ যেহেতু, আক্ৰমণকাৰী মোগল সম্ৰাটে তেওঁৰ ওপৰত জাপি দিয়া ৰণৰ প্ৰতিষেধক স্বৰূপে আৰু তাৰ যাবতীয় খৰচ বহন কৰিবলৈ চৌথ আৰু চাৰদেশমুখী কৰ আদায় কৰিবলৈ

তেওঁৰ পক্ষে প্ৰয়োজন হৈছিল, এই কৰ আদায় কৰিব লাগিছিল সৰ্বশক্তিমান মোগল সম্ৰাটৰ অধিকাৰৰ ভিতৰৰপৰা। গতিকে এই কৰ আদায়ৰ বাবে সহজ পন্থাৰ ব্যতিৰেকে অন্য উপায় অৱলম্বন আৱশ্যক হৈছিল। এনে কাৰ্যক লুণ্ঠন বোলা অযুক্তিকৰ। বৰং শিৱাজীৰ পক্ষে এইটো অতি প্ৰশংসনীয় যে মোগলে যেতিয়া ধৰ্মৰ নামত 'জিজিয়া' কৰ বহুৱাই অন্যায়ভাবে সেই কৰ বলেৰে আদায় কৰিছিল নাইবা পৰ্তুগীজসকলে যেতিয়া নানা প্ৰকাৰ কৰ-কাটল বহুৱাই ভাৰতীয় প্ৰজাসকলক জুৰুলা কৰিছিল, তেতিয়া শিৱাজীয়ে প্ৰতিহিংসামূলকভাৱে তেনে কাৰ্য হাতত লোৱা নাছিল। শিৱাজীয়ে আজীৱন যুঁজ কৰিবলগীয়া হৈছিল আক্ৰমণকাৰী শত্ৰুৰ বিৰুদ্ধে দেশ আৰু মাৰাঠা জাতিক ৰক্ষা কৰিবলৈ। দিলীৰ খাঁ নাইবা বাহাদুৰ খাঁই মহাৰাষ্ট্ৰ আক্ৰমণ কৰি যেতিয়া জুই আৰু তৰোৱালেৰে গাঁও ভূই বিনষ্ট কৰিছিল, তেতিয়া শিৱাজীয়ে মোগল অধিকাৰৰ চুৰাট বন্দৰ বিনষ্ট কৰাত তেওঁ অপৰাধী কিয় বুজিব নোৱাৰি। তেওঁ চুৰাট লুণ্ঠন কৰিছিল আৰু বিজাপুৰৰ ধন ৰত্ন বলেৰে কাঢ়ি লৈছিল, শত্ৰুৰ বিপক্ষে ৰণ পন্থা স্বৰূপে। সেয়ে চুৰাট আক্ৰমণত তেওঁৰ প্ৰত্যুত্তৰ আছিল "তোমালোকৰ ৰজা, সম্ৰাট ঔৰংজেবে যেতিয়া মোৰ বাসস্থান পুণাৰ লালমহল বলেৰে কাঢ়ি লৈছে, তেতিয়া মোৰ আন এটা বাসস্থান সাজিবলৈ তেওঁৰ প্ৰজাসকলে মোক ধন নিদিব কিয়?" যুদ্ধৰ খৰচৰ বাবেই যুদ্ধ,—এই নীতি আবহমান চলি আহিছে বুলি কব পাৰি। আনকি এই কুৰি শতিকাতো পৰাজিত জাপান আৰু জাৰ্মানীৰ প্ৰতি বিজেতাৰ আচৰণলৈ চাই শিৱাজীক লুণ্ঠনকাৰী বুলিবৰ কাৰণ একো নাই।

শিৱাজীৰ শত্ৰুপক্ষৰ সমৰ্থিত লেখকসকলে ৷কম্বা তেওঁৰ সমসাময়িক বিদেশীসকলে তেওঁৰ চৰিত্ৰ সম্পৰ্কে যিবোৰ লিপি থৈ গৈছে তাৰ ওপৰতে নিৰ্ভৰ কৰি নাইবা তাকেই নিৰ্ভুল বুলি তেওঁৰ চৰিত্ৰ অঙ্কিত কৰা অনুচিত। তেওঁৰ প্ৰতিপক্ষৰ সমৰ্থিত লেখকসকলে তেওঁৰ প্ৰতি যিদৰে অবিচাৰ কৰিছে, তেনেদৰে বিদেশীসকলে নিজ নিজ স্বাৰ্থৰ প্ৰতিকূল আৰু অনুকূল অৱস্থা অনুসৰি তেওঁৰ আখ্যান লিখি গৈছিল।

শিৱাজীয়ে অতি নিঃক্লিনৰ দৰে জীৱন নিয়াইছিল। ফৰাচী ৰাজদূত জাৰ্মেইনে তিৰুভাদিত্ তেওঁৰ সৈতে সাক্ষাৎ কৰিছিল। তাতে তেওঁৰ দৈনন্দিন জীৱন নিৰ্বাহ সম্পৰ্কে জাৰ্মেইনে এইদৰে লিখিছে "শিৱাজীৰ ছাউনী তেনেই জাকজমক বিহীন। তাত মাইকী মানুহৰ

সমাগম নাই। তাত কোনোবিধ ৰাজকীয় বয় বস্তুৰ সম্ভাৰ নাই। খহটা কাপোৰৰ সৰু সৰু তম্বুৰ ঘৰ দুটাই তেওঁ আৰু তেওঁৰ প্ৰধান মন্ত্ৰীৰ আবাস গৃহ।" শিৱাজীয়ে শত্ৰুৰ হাতৰপৰা যি ধন লুটি লৈছিল, তাৰে ঘাইকৈ শত্ৰুৰ হাতত বিধ্বস্ত হোৱা অঞ্চলৰ উন্নতি সাধন কৰিছিল। সাধাৰণতে সেই কালৰ ৰজাসকলৰ দৰে সুখ ভোগ কিম্বা কুপ্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ তেওঁ মন নকৰিছিল।

শিৱাজীয়ে যিদৰে কঠোৰ্ জীৱন যাপন কৰিছিল তেওঁ তেনে কঠোৰভাবে তেওঁৰ শাসন প্ৰণালী প্ৰবৰ্তন কৰিছিল। সেই কালত ৰজাৰ অধীনত 'বাটান' ভোগ কৰা বৰ গৌৰৱৰ কথা আছিল। তেওঁৰ জোৱায়েক মহাদাজী নিম্বালকৰে এখন বাটানৰ বাবে তেওঁক অনুৰোধ জনাইছিল। মহাদাজীৰ এই অনুৰোধ তেওঁৰ শাসন নীতিৰ পৰিপন্থী কাৰণে শিৱাজীয়ে জোৱায়েকলৈ এইদৰে উত্তৰ পঠিয়াইছিল "কেতিয়াবা আমাৰ উপযুক্ত পৌত্ৰ জন্ম গ্ৰহণ কৰিলে তোমাৰ আবেদন মঞ্জুৰ কৰিব পাৰিনে নোৱাৰি, সময়ত বিবেচনা কৰা হব।"

নিষ্ঠাৱতী ৰাজদুহিতা মাতা জিজাবাই আৰু নৈষ্ঠিক সাধু দাদাজীৰ অধীনত ৰাজোচিত্ কৃষ্টিৰ মাজেদি শিৱাজীয়ে যি শিক্ষা লাভ কৰিছিল, তেওঁ আজীৱন সেই শিক্ষাৰ মৰ্যাদা ৰক্ষা কৰিছিল। বিজাপুৰৰ সৈতে বল জুখিবলৈ তেওঁৰ ডেকা কালত পৰ্বতীয়া মাৱালী আৰু কোলি ডেকাসকলৰ সৈতে পৰ্বতে অৰণ্যে তেওঁ যি কঠোৰ জীৱন যাপনৰ শিক্ষা লৈছিল, তেনে অৱস্থাত, তেওঁৰ অনিয়মিত কাৰ্য কিবা হৈছিল যদিও সি কেবল ডেকাৰ উদ্ভণ্ডালিহে।

শিৱাজীয়ে আত্ম সমৰ্পণকাৰী শত্ৰুৰ ওপৰত কেতিয়াও হাত নুতুলিছিল। তেনে শত্ৰুক তেওঁ বয়বস্তু ধনবিত দি সসম্মানে ওভতাই পঠিওৱা উদাহৰণ ইতিহাসত বিস্তৰ। তেওঁৰ বিৰোধী হলেও, ঔৰংজেবৰ ঘৰুৱা বুৰঞ্জী লিখক কাফি খাঁই শিৱাজীৰ গুণানুকীৰ্তন কৰিবলৈ পাহৰা নাই। তেওঁ এইদৰে বৰ্ণাইছে—"শিৱাজীয়ে তেওঁৰ প্ৰজাসকলৰ মৰ্যাদা অক্ষুণ্ণ ৰাখিবলৈ সততে যত্নবান আছিল। তেওঁ ৰাজবিদ্ৰোহী হৈ ধনবাহী যানবাহন লুণ্ঠন কৰিছিল। কিন্তু তেওঁ যি কোনো হীন কাৰ্যৰপৰা সদায় সম্পূৰ্ণৰূপে আঁতৰি আছিল। মুছলমান বন্দীসকলৰ সম্মান অতি যত্নে ৰক্ষা কৰিছিল। এই বিষয়ে তেওঁৰ নিৰ্দেশ বৰ কঠোৰ আছিল আৰু সেই নিৰ্দেশ লংঘন কৰিলে তাৰ বাবে গুৰুতৰ দণ্ড ভুগিব লাগিছিল। বিজাপুৰৰ ৰাজকৰ্মচাৰী মুল্লা আহমদৰ ৰূপৱতী বোৱাৰীয়েকৰ প্ৰতি তেওঁৰ মাতৃতুল্য ব্যৱহাৰ

বীৰাঙ্গনা ৰমণী সাবিত্ৰী বাইৰ ওপৰত অত্যাচাৰৰ প্ৰতিকাৰ স্বৰূপে সেনাপতি গাইকোৱাৰৰ প্ৰতি কঠোৰ শাস্তি আৰু অনুৰূপ অপৰাধৰ বাবে পুতেক সম্ভাজীৰ নিগ্ৰহেই তেওঁৰ মহান নৈতিক আদৰ্শৰ পৰিচায়ক।

শিৱাজীৰ ধৰ্ম প্ৰৱণতা আছিল সমুদ্ৰৰ দৰে গভীৰ; তেওঁৰ কৰ্মময় জীৱনৰ মূল আছিল অটল ধৰ্মবিশ্বাস। ভগৱানক উপেক্ষা কৰি জীৱনৰ যি কোনো কাৰ্যত তেওঁ হাত নিদিছিল। কোনো গুৰুতৰ কাৰ্য সমাধানৰ পূৰ্বে, তেওঁৰ আৰাধ্যা ভবানী দেৱীৰ আশীষ মাগি কাৰ্যত হাত দিছিল। কোনো দুৰ্গম অলংঘ্য গিৰি শ্ৰেণীৰ মাজত হলেও, সেই তীৰ্থ স্থানলৈ গৈ তাত তেওঁ মূৰদোঁৱাবলৈ হেলা নকৰিছিল।

শিৱাজীৰ অপৰিহাৰ্য নীতি আছিল, নিজ ধৰ্মৰ তুলনাত আনৰ ধৰ্মক সমানে উচ্চ অধিকাৰ প্ৰদান কৰা। আফজল খাঁ আৰু ঔৰংজেবৰ পৰধৰ্ম বিদ্বেষ নীতিৰ বিপৰীতে প্ৰতিশোধ ল'বলৈ তেওঁ কেতিয়াও মছজিদ অপবিত্ৰ কৰা কিম্বা কোনো প্ৰকাৰে তাৰ গৌৰৱ হানি কৰা কাহিনী ইতিহাসত নাই। কাশী বিশ্বেশ্বৰৰ মন্দিৰ ধ্বংস কৰি সেই ঠাইত ঔৰংজেবে মছজিদ সজোৱাত, শিৱাজীয়ে অতি দুখেৰে সম্ৰাটক মাত্ৰ পৰধৰ্মৰ প্ৰতি সমব্যৱহাৰ, কোৰাণৰ এই মূল সত্য সোঁৱৰাই দিছিল।

ভাৰতৰ আধুনিক ইতিহাসত শিৱাজীৰ নিচিনা আন এজন ৰাষ্ট্ৰ সংগঠনকাৰী নেতা আছিল বুলি ক'ব নোৱাৰি। সম্ৰাট আকবৰে যদি বেইৰাম খাঁৰ সহায়ত মোগল সাম্ৰাজ্য সুপ্ৰতিষ্ঠিত কৰিছিল, মহাৰাষ্ট্ৰ সংগঠনত শিৱাজীয়ে তেওঁৰ কৰ্ণধাৰ স্বৰূপে তেনে কোনো অভিজ্ঞ ৰাজনীতিজ্ঞ উপদেষ্টাৰ সহায় সহযোগ পোৱা নাছিল। তেওঁৰ গৌৰৱময় জীৱনৰ মহৎ আকাংক্ষা চৰিতাৰ্থ কৰিবলৈ একমাত্ৰ সম্বল আছিল গভীৰ দেশপ্ৰেম। সৰু বৰ যি কোনো ৰাষ্ট্ৰীয় কামকে তেওঁ কাৰ্যকাৰিতাৰ ফালৰপৰা চাইহে তাত হস্তক্ষেপ কৰিছিল। অসীম দূৰদৰ্শিতাৰ ফল স্বৰূপে তেওঁৰ পৰিকল্পিত যি কোনো কাৰ্যতেই তেওঁ সিদ্ধি লাভ কৰিব পাৰিছিল। শিৱাজীৰ মৃত্যুৰ পিছত ঔৰংজেবে তেওঁৰ পুত্ৰ সম্ভাজীক নৃশংসভাবে হত্যা কৰি মহাৰাষ্ট্ৰ ছাৰখাৰ কৰাৰ পিছত, যেতিয়া সম্ভাজীৰ পুত্ৰ পৰিবাৰ ঔৰংজেবৰ বন্দী হয়, তেতিয়া ঔৰংজেবে ভাবিছিল যে তেওঁৰ মহাৰাষ্ট্ৰ বিজয় শেষ হৈছে। কিন্তু বিচক্ষণ শিৱাজীৰ কৰ্ণাটকত ৰাজ্য স্থাপনৰ অলৌকিক পৰিকল্পনাই ঔৰংজেবৰ সেই সকলো প্ৰয়াস নিষ্ফল কৰিছিল আৰু পৰিশেষত অনুতপ্ত ঔৰংজেবে নিজ চকুৰে মোগল সাম্ৰাজ্যৰ ধ্বংসাৱশেষ চাই দাক্ষিণাত্যত জীৱন বিসৰ্জন দিবলগীয়া হৈছিল।

শিৱাজী ভাৰতৰ জাতীয় জীৱনৰ সৰ্বপ্ৰথম সংস্থাপক। মহাৰাণা প্ৰতাপ সিংহ আৰু গুৰু গোবিন্দ সিংহই ৰাজপুত আৰু শিখ সকলক জাতীয় জীৱন গঢ়ি তুলিবলৈ অনুপ্ৰাণিত কৰাৰ প্ৰচেষ্টা নানা কাৰণত বিফল হয়। কিন্তু শিৱাজীয়ে মহাৰাষ্ট্ৰীয়সকলৰ জাতীয় জীৱনৰ 'যি' ৰূপ দিছিল তাৰ প্ৰভাবেই ভাৰতৰ ভবিষ্যৎ ৰাষ্ট্ৰীয় জীৱন গঢ়ি তোলাত অপূৰ্ব শক্তিৰ সঞ্চাৰ কৰিছে। বিশেষকৈ, নিষ্পেষিত হিন্দুৰ জাতীয় জীৱনত তেওঁ যি বিৰাট উদ্দীপনাৰ সৃষ্টি কৰিছিল, তেওঁৰ পিছত আৰু তেনে উদ্দীপনাৰে ভাৰতৰ জাতীয় জীৱন সংগঠিত নহ'ল। তেওঁ ভাৰত ইতিহাসত এটা নতুন যুগৰ অবতাৰণা কৰি গৈছে। তেওঁ বালিকণা মিহলাই পৰ্বত এখন গঢ়িছিল বুলি ক'ব পাৰি আৰু দৰাচলতে তেওঁৰ অনুবৰ্তী মাৰাঠা নেতাসকলে তেওঁৰ উদাৰ নীতি পৰিহাৰ কৰি পুনৰপি নৈষ্ঠিকতাৰ আশ্ৰয় লোৱাত আৰু এওঁলোকৰ ধনলোভ আৰু স্বাৰ্থান্ধতাৰ কাৰণে, অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত ইংৰাজ জাতিৰ কূটনীতিৰ ফলত মহাৰাজ শিৱাজীৰ প্ৰতিষ্ঠিত হিন্দওৱাই স্বৰাজৰ অন্ত হয়।

সংহতি আৰু সমতাই শিৱাজীৰ ৰাজ্য সংগঠনৰ মূল নীতি আছিল। তেওঁৰ কাৰ্যপন্থাত কৰ্মকেই তেওঁ শ্ৰেষ্ঠ স্থান দিছিল। কৰ্তব্য সমাধান কৰোঁতে জীৱনান্ত হ'বলৈকো তেওঁ পৰাংমুখ নহৈছিল। তেওঁৰ অসীম সাহসৰ সৈতে অতুলনীয় বুদ্ধি আৰু প্ৰত্যুৎপন্নমতিৰ সংযোগত তেওঁ দৈৱতাৰ দৰে অসম্ভৱক সম্ভৱ কৰিব পাৰিছিল। তেওঁৰ জীৱনত একমাত্ৰ ভুল—ঔৰংজেবৰ আতিথ্য গ্ৰহণ কৰা, সিও কেৱল মহাৰাজ জয়সিংহৰ ব্যক্তিত্বৰ কাৰণে। তেওঁ ঔৰংজেবৰ প্ৰভুত্ব স্বীকাৰ কৰিলে, কিম্বা কোনো প্ৰকাৰে মোগলৰ বশ্যতা মানিলেও, হয়তো মানসিংহ নাইবা জয়সিংহৰ দৰে তেওঁ মোগলৰ এজন অগ্ৰণী সেনাপতি হ'লহেঁতেন। কিন্তু তেনে ধাৰণাক ঘিণ কৰি শিৱাজীয়ে মনত ঠাই নিদিলে।

কাৰ্যৰ শ্ৰেণী অনুসৰি সেই কাৰ্য সমাধানৰ বাবে উপযুক্ত ব্যক্তি বাচি লোৱা শিৱাজীৰ অদ্ভুত ক্ষমতা আছিল। সেই কাৰণেই অকল মাৰাঠাই নহয়, ভাৰতৰ যি কোনো ঠাইৰ জাতি ধৰ্ম নিৰ্বিশেষে গুণীসকলে দক্ষতা অনুসৰি শিৱাজীৰ অধীনত কাৰ্যভাৰ লৈ নিজ গুণৰ পৰিচয় দিবৰ সুযোগ পাইছিল। নিজ জ্ঞান আৰু অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ কৰি নিজেই স্থানীয় পৰিস্থিতিৰ উপযোগী কাৰ্যসূচী নিৰূপণ আৰু অবলম্বন কৰিছিল।

সমসাময়িক চুৰাটৰ ইংৰাজ সাউদসকলৰ দপ্তৰৰপৰা শিৱাজীৰ তেজস্বিতা আৰু বিক্ৰমৰ সঠিক বৰ্ণনা পোৱা যায়। তেওঁলোকে লিখি গৈছে ঃ

"শক্তিমান বিজেতা হোৱাৰ অভিলাষেৰে শিৱাজী ৰজাই কৰ্ণাটকলৈ অভিযান কৰিছিল আৰু জুলিয়াচ চীজাৰৰ নিচিনাকৈ বিজয়

আনন্দত মতলীয়া হৈ, তেওঁ আহিছিল—তেওঁ দেখিছিল—তেওঁ জয় কৰিছিল। অতি দক্ষতাৰে তেওঁ বিজাপুৰৰ দুটা দুৰ্ভেদ্য দুৰ্গ জয় কৰি 'আলেকজেণ্ডাৰ দি গ্ৰেট'ৰ সমানে মহৎ কৃতিত্ব লাভ কৰিছিল। ঔৰংজেবক দিল্লীত অৱৰোধ কৰিব নোৱাৰেমানে তেওঁ খাপত তৰোৱাল নুসুমুৱাব বুলি দেৱতাৰ সম্মুখত শপত খাইছিল। দ্বিতীয় চাটোৰিয়াচৰ সমকক্ষ শিৱাজী ৰণ কৌশলত হেনিবলতকৈ কম নাছিল। তেওঁ দেশপ্ৰেমিক হলেও, কাৰো প্ৰতি পক্ষপাতী নাছিল। তেওঁৰ বহুজন ৰাজবিষয়া মুছলমান আছিল আৰু তেওঁৰ নৌ-বাহিনীৰ সৰ্বাধিনায়কজন আছিল মুছলমান। কিন্তু হিন্দুসকলক চলেৰে কিম্বা বলেৰে পৰধৰ্মত দীক্ষিত কৰাটো সহিব নোৱাৰিছিল। তেওঁ ঔৰংজেবৰ প্ৰতি প্ৰতিহিংসা পৰায়ণ হোৱাৰ ঘাই কাৰণ আছিল ঔৰংজেবৰ পৰধৰ্ম বিদ্বেষী মনোবৃত্তি।"

স্বেচ্ছাই জীৱন বিপন্ন কৰা কিম্বা নিশ্চিত মৰণ আলিঙ্গন কৰিব পৰা শক্তি মানুহৰ বৰ কম। বিজাপুৰৰ সেনাপতি আফজলখাঁৰ আলিঙ্গনৰ অভিলাষী হৈ আৰু প্ৰকাশ্য মোগল ৰাজ দৰবাৰত ঔৰংজেবৰ নিচিনা সম্ৰাটক হেয়জ্ঞান কৰি, অনুপম ব্যক্তিত্বৰ বলত শিৱাজীয়ে তেনে সাংঘাতিক বিপত আঁকোৱালি লৈছিল। এনেবোৰ কাৰ্যই মাৰাঠা স্বৰাজ্যৰ বিষম সঙ্কট সৃষ্টি কৰিব বুলি বুজিব পাৰি। তেনে কাৰ্যত জীৱন বিপন্ন কৰাৰ আগেয়ে তেওঁ তেওঁৰ উপযুক্ত প্ৰতিনিধিক তেওঁৰ ৰাজ্যভাৰ সঁপি দিছিল আৰু তেওঁৰ অসীম ধৈৰ্য আৰু তীক্ষ্ণ বুদ্ধিৰে এনেবোৰ সঙ্কট পাৰ হৈছিল। তেওঁৰ জীৱন ভৰা এনেবোৰ ৰোমাঞ্চকৰ বিক্ৰম কাহিনীয়ে তেওঁৰ স্বদেশবাসীৰ সিৰত তপত তেজৰ সোঁত বোৱায়। শিৱাজীৰ অলৌকিক কাৰ্যাৱলীয়ে প্ৰমাণ কৰিছে যে যিমানেই সঙ্কট হওক পৃথিৱীত হিন্দু শক্তি লোপ পাব নোৱাৰে। জাতি আৰু দেশ সংগঠনত তেওঁ যি প্ৰতিভা দেখুৱাইছে তাৰপৰা তেওঁক অকল মহাৰাষ্ট্ৰৰ বীৰ নুবুলি ভাৰতৰ সৰ্বশ্ৰেষ্ঠ বীৰৰ এজন বুলিব পাৰি।

শিৱাজীৰ ৰাজনীতিৰ এটা উল্লেখযোগ্য বৈশিষ্ট্য এইযে তেওঁ দেশৰ স্বাৰ্থৰ বিনিময়ত বিদেশী শক্তিৰ সহায় নিবিচাৰিছিল। গোৱাৰ পৰ্তুগীজ, চুৰাটৰ ইংৰাজ, জাঞ্জিৰাৰ সিদ্দি, ফৰাচী, ডাচ আদি কোনো বিদেশী শক্তিকে তেওঁ নিজ ৰাজ্যত ঠাই নিদিছিল আৰু এই জাতিবোৰক ভাৰতৰ সীমান্তৰপৰা বিতাৰিত কৰিবলৈ চেষ্টা নেৰিছিল। ঔৰংজেবৰ নিচিনা প্ৰতাপী মোগল সম্ৰাট এজনে তেওঁৰ ৰাজ্যৰ স্বাৰ্থৰ বিপৰীতে আৰু বিশেষকৈ মাৰাঠা শক্তিৰ উচ্ছেদ সাধন কৰিবলৈ তেওঁ এই বিদেশী শক্তিসমূহক তুষ্ট কৰি ৰাখিছিল; কিন্তু শিৱাজীয়ে তেনে নীতিক আত্মঘাতী বুলি, নিজ বাহুবলেৰে নিজ স্বাৰ্থ ৰক্ষা কৰা উচিত বিবেচনা কৰিছিল।

শিৱাজীৰ মৃত্যুৰ পিছতেই তেওঁ মহাৰাষ্ট্ৰৰ পক্ষে যি সঙ্কট আশঙ্কা কৰিছিল, সম্ভাজীৰ কু-শাসনৰ ফলতেই হ'ক, কিম্বা অইন কাৰণেই হ'ক, সেই সঙ্কটে মহাৰাষ্ট্ৰক আগুৰি লয়। এই আগন্তুক বিপদৰপৰা ত্ৰাণ পাবলৈ, তেওঁৰ পাৰিষদবৰ্গ আৰু গুৰু ৰামদাস স্বামীয়ে তেওঁক এজন উপযুক্ত উত্তৰাধিকাৰী বিচাৰি দিব নোৱাৰিলে। ফলত, নেতৃত্ববিহীন মাৰাঠাসকলে সৰ্বস্ব হেৰুৱায় আৰু নিজ ৰাজ্যৰপৰা বিতাৰিত হয়। যেই হওক স্বয়ং মোগল সম্ৰাটৰ অধীনত, সমগ্ৰ মোগল সাম্ৰাজ্যৰ শক্তিৰ বিপৰীতে ক্ৰমাগত বিশ বছৰ যুঁজি, মাৰাঠাসকলে হেৰোৱা ৰাজ্য পুনৰ উদ্ধাৰ কৰে। তেতিয়া শিৱাজীৰ মহান শক্তিৰ স্মৃতিয়ে তেওঁলোকৰ প্ৰাণত একাগ্ৰ দেশপ্ৰেম সঞ্চাৰ কৰিছিল। অকল মাৰাঠাকেই নহয়, শিৱাজীয়ে গোটেই হিন্দু জাতিক এনে এটা শক্তিময় বিৰাট প্ৰেৰণা দি গৈছিল, যাৰ বলত সেই জাতিয়ে বিক্ৰম আৰু সংগঠন কাৰ্যত আজিও পৃথিবীত এটা অগ্ৰণী জাতি বুলি গৌৰৱ কৰিবৰ অধিকাৰ আছে।

সোতৰ শতিকাৰ শক্তিমন্ত পুৰুষসকলৰ ভিতৰত শিৱাজীও এজন। কেবল নিজেই যে এজন বীৰ আছিল তেনে নহয়, তেওঁৰ অদ্ভুত প্ৰতিভাৰ বলত অনুগামীসকলক সমধিক বীৰত্বৰে সঞ্জীৱিত কৰি তুলিব পাৰিছিল। সেই যুগৰ অসভ্য, অৰ্দ্ধসভ্য, নীচজাত কিম্বা জনজাতীয় লোকসকলে তুকাৰাম, নামদেব, একনাথ কিম্বা ৰামদাসৰ উদাৰ নীতিৰে প্ৰভাবান্বিত হৈ দেশপ্ৰেম যদি সম্যক উপলব্ধি কৰিব পৰা নাছিল, ভাণ্ডাৰি, কোলি, ৰামোসিচ, মাং, মহৰ আদি নানা জাতিয়ে নীচাত্মিকা ভাব পৰিহাৰ কৰি জাতীয় কল্যাণৰ উদ্দেশ্যে শিৱাজীৰ অধীনত সেই প্ৰেম উপলব্ধি কৰিছিল।

শিৱাজীৰ কৰ্মময় জীৱনৰ ভিতৰত মুহূৰ্তৰ বাবেও তেওঁ জিৰণি নাপাইছিল। তেওঁৰ আছিল এক বিশাল ক্ষেত্ৰত অবিচ্ছিন্ন সঙ্কটময় জীৱন। নানান প্ৰাণঘাতী সঙ্কটৰ হাত সাৰিবলৈ তেওঁ সময়ত অপ্ৰকাশ্যে বহু কাম সমাধা কৰিবলগীয়া হৈছিল। শিৱাজীৰ প্ৰবল প্ৰতিদ্বন্দ্বী ঔৰংজেবৰ পৰধৰ্মবিদ্বেষ আৰু অবিশ্বাসে যেতিয়া পিতা, পুত্ৰ, মাতা, ভগ্নীৰ সৰ্বনাশী সম্ৰাটৰ মোগল সাম্ৰাজ্য লয় কৰিছিল, তেতিয়া স্বধৰ্ম আৰু স্বজাতিৰ প্ৰতি অবিচল শ্ৰদ্ধা আৰু আকুলতাৰ বলত শিৱাজীয়ে নতুন ৰাজ্য এখনৰ ভেটি স্থাপন কৰিছিল। দুয়ো শাসকৰ নীতিৰ মূলত আছিল ধৰ্ম। কিন্তু সংকীৰ্ণতাৰ কাৰণে যেতিয়া এজনৰ পতন হয়, তেতিয়া উদাৰতাৰ কাৰণে আন জনে বিশ্ববৰেণ্য হ'ব পাৰিছিল।

# পৰিশিষ্ট

# শিৱাজীৰ ৰাজ্য আৰু বংশধৰসকল

(১৬৮০—১৭০৭)

শিৱাজীৰ ৰাজত্বৰ অন্তত, পৰ্তুগীজ অধিকাৰৰ বাহিৰে, উত্তৰে ৰামনগৰৰপৰা দক্ষিণে গঙ্গাৱতী নদীলৈকে আৰু পূবে বাগলানৰপৰা নাচিক আৰু পুণা জিলা আগুৰি থকা সীমাই, তেওঁৰ মৃত্যুৰ পূৰ্বে তেওঁৰ ৰাজ্যৰ সীমা আছিল। এই অঞ্চলটোৱেই আছিল 'মহাৰাষ্ট্ৰ স্বৰাজ' আৰু ই সম্পূৰ্ণৰূপে মাৰাঠা শাসনৰ অধীনত আছিল। তেওঁৰ জীৱনান্ত হোৱাৰ কিছুকাল আগতে মাদ্ৰাজ প্ৰেছিডেন্সিৰ অন্তৰ্গত বেল-গামৰ পৰা তুঙ্গভদ্ৰা নৈৰ পাৰলৈ পশ্চিম কৰ্ণাটকত তেওঁ নতুন ৰাজ্য এখন স্থাপন কৰিছিল। বৰ্তমান মহীশূৰ ৰাজ্যৰ ভিতৰত তুঙ্গভদ্ৰা নদীৰপৰা ভেলোৰ আৰু জিঞ্জিলৈকে এই অঞ্চলটো মাৰাঠা ৰাজ্যৰ অধিকাৰ ভুক্ত হলেও, ই সামৰিক শাসনাধীন হৈ আছিল আৰু তেনে-দৰে কানাৰা, ধাৰোৱাৰ, চুণ্ডা আদি ঠাইবোৰ মাৰাঠা অধিকাৰ ভুক্ত হলেও, শাসনৰ সঠিক অৱস্থাৰ সৃষ্টি হোৱা নাছিল।

আৰম্ভণীতে শিৱাজীৰ সৈন্য সংখ্যা আছিল, ১২০০ পাগা আৰু ২০০০ চিলিদাৰ অশ্বাৰোহী। শেষত তেওঁৰ সৈন্য সংখ্যা হয় ৪৫০০০ পাগা আৰু ৬০,০০০ চিলিদাৰ আৰু এক লাখ মাৱাল পদাতিক। ভিন্ন শ্ৰেণীৰ ২৪০ টা দুৰ্গই তেওঁৰ ৰাজ্য ৰক্ষা কৰিছিল আৰু তাৰ ভিতৰত ১১১টা তেওঁৰ ৰাজত্বৰ ভিতৰত সজা হৈছিল। তেওঁৰ মাৰাঠা ৰাজ্য সবল আৰু সুনিয়ন্ত্ৰিত কৰিবলৈ শিৱাজীয়ে সৰহ কাল নাপালে। উপযুক্ত সতি-সন্ততি নাথাকিলে গৃহস্থৰ অপায়-অমঙ্গল হোৱাৰ দৰে, শিৱাজীৰ পৰবৰ্তী উত্তৰাধিকাৰীসকল অৱস্থা অনুসৰি উপযুক্ত নোহোৱাত তেওঁৰ মৃত্যুৰ পিছত বিশৃংখলাৰ সৃষ্টি হয়। প্ৰথম পুত্ৰ সম্ভাজী পৰাক্ৰমী আছিল যদিও, নৱপ্ৰতিষ্ঠিত সঙ্কটপূৰ্ণ মাৰাঠা ৰাজ্যৰ শাসনভাৰ ল'বলৈ তেওঁৰ ধৈৰ্য আৰু নৈতিক বল নাছিল আৰু দ্বিতীয় পুত্ৰ ৰাজাৰাম সাধু আৰু নীতিবান হলেও, সেই ৰাজ্যৰ গুৰুদায়িত্ব ল'ব 'পৰা বিক্ৰম তেওঁৰ নাছিল। শিৱাজীৰ মৃত্যুৰ পিছত পেশোৱা

সকল ক্ৰমে নিজ নিজ অধিকাৰত স্বতন্ত্ৰী হয় আৰু এওঁলোকৰ অদম্য প্ৰভুত্বৰ কাৰণে 'অষ্টপ্ৰধান' লোপ পায়। পেশোৱাসকলে ৰাষ্ট্ৰৰ উমৈহতীয়া স্বাৰ্থৰ বিপৰীতে যাইকৈ নিজ নিজ প্ৰভাৱ আৰু প্ৰতিপত্তি বঢ়োৱাৰ যত্নত আছিল। শিৱাজীৰ পিছত তেওঁৰ বিৰৰ্জিত বাটানদাৰ, জায়গীৰদাৰ আদি ভূম্যাধিকাৰীসকল পুনৰ সৃষ্টি হোৱাৰ লগে লগে মাৰাঠাৰ একছত্ৰী কেন্দ্ৰীয় শাসনৰ দুৰ্বলতা পৰিলক্ষিত হয়।

শিৱাজীৰ পিছত মহাৰাষ্ট্ৰৰ ৰাষ্ট্ৰীয় পৰিস্থিতিৰ পৰিবৰ্তন হোৱাত, তেওঁৰ শাসন পদ্ধতিৰ পৰিবৰ্তন অপৰিহাৰ্য হৈ উঠে। শিৱাজীৰ পিছতেই সম্ভাজীৰ আমোলত মোগল আক্ৰমণৰ ফলত গোটেই মহাৰাষ্ট্ৰ ছাৰখাৰ হয়। ধৈৰ্যশীল মাৰাঠা জাতিয়ে কুৰি বছৰ ৰণ কৰি হৃতৰাজ্য পুনৰ উদ্ধাৰ কৰাৰ পিছত শাসন সম্পৰ্কীয় নানা অৱস্থাৰ সৃষ্টি হোৱাৰ লগে লগে পুৰণি পদ্ধতিৰ পৰিবৰ্তন হোৱা স্বাভাৱিক। শিৱাজীৰ আমোলত যাইকৈ আৱশ্যকীয় দুৰ্গবোৰক কেন্দ্ৰ কৰি সামৰিক আৰু বেসামৰিক শাসন পদ্ধতি নিৰূপিত হৈছিল। কিন্তু মোগলৰ পৰাজয়ৰ পিছত তেওঁৰ নাতিয়েক মহাৰাজ শাহুৰ ৰাজত্বকালত যেতিয়া মাৰাঠাৰাজ্য ভাৰতৰ দূৰ-দূৰান্তৰলৈ বিস্তৃতি লাভ কৰে, তেতিয়া ৰজাই সেই বিশাল ৰাজ্য ৰক্ষণাৰ্থে প্ৰতিপত্তিশালী সামৰিক আৰু বেসামৰিক ৰাজ বিষয়াসকলক দূৰ-দূৰান্তৰৰ বিস্তাৰিত অধিকাৰত পূৰ্ণ ৰাজকীয় ক্ষমতা অৰ্পণ কৰিবলৈ বাধ্য হয়। এই নীতিৰ ফলত গুজৰাটত গাইকোৱাৰ, নাগপুৰত ভোনচলা, মালোৱা আৰু উত্তৰ ভাৰতত সিন্ধিয়া, হোলকাৰ আৰু পাৱাৰসকল ৰাজপ্ৰতিনিধি স্বৰূপে সকলো ৰাজকীয় ক্ষমতাৰ অধিকাৰী হয়। এওঁলোকৰ অধিকাৰৰ সংগৃহীত কৰৰ এক অংশ, কেন্দ্ৰীয় শাসনৰ মুখ্য প্ৰধান বুলি পেশোৱাক সোধাইছিল যদিও, পৰিশেষত এওঁলোকে পেশোৱাক উপেক্ষা কৰি, একোজন স্বাধীন ৰজাৰ দৰে শাসন কাৰ্য চলায়। বিশাল মাৰাঠা সাম্ৰাজ্যৰ শাসন কাৰ্যত এই পদ্ধতিয়েই কিছুকাল কাৰ্যকৰী হৈছিল; কিন্তু পাৰস্পৰিক বৈষম্যৰ কাৰণে অৱশেষত এই পদ্ধতিয়েই মাৰাঠা সাম্ৰাজ্যৰ পতনৰ মূল কাৰণ হয়।

এইদৰে শিৱাজীৰ ৰাষ্ট্ৰনেতাসকলে ৰাষ্ট্ৰ সংগঠনত তেওঁৰ মহান উদাৰ নীতিবোৰ পৰিহাৰ কৰাৰ ফলত মাৰাঠা ৰাজ্য ক্ৰমে শক্তিহীন হৈ বিদেশী শত্ৰুৰ গ্ৰাসত লোপ পায়। হয়তো তেতিয়াৰ হিন্দুনেতাসকলে উপলব্ধি কৰিব পৰা নাছিল যে স্বাৰ্থবিহীন জাতীয় ঐক্যই স্বৰাষ্ট্ৰৰ মূলাধাৰ।

এনেজন বীৰ পুৰুষৰ অকাল মৃত্যুৰ পিছত তেওঁৰ বংশধৰ-সকলৰ আৰু তেওঁৰ পৰিকল্পিত স্বৰাষ্ট্ৰৰ অৱস্থা কি হ'ল, সেই বিষয়ে জানিবলৈ আগ্ৰহ হোৱা স্বাভাবিক কাৰণে, সেই শোকাবহ অৱস্থাৰ সংক্ষিপ্ত আভাস দিয়া হ'ল।

তেওঁৰ ৰাজ পৰিয়াল বৰ্গক এইদৰে উল্লেখ কৰিব পাৰি ঃ—

| | স্ত্ৰী | পুত্ৰ | কন্যা |
|---|---|---|---|
| ১। | সইবাই নিম্বালকৰ | সম্ভাজী | সাকোৱাৰ বাই, ৰেণুবাই, অম্বিকা বাই |
| ২। | চয়ৰাবাই চাৰ্কি | ৰাজাৰাম | বালাবাই |
| ৩। | সাগুণাবাই চাৰ্কি | | ননীবাই |
| ৪। | পুতলাবাই | (স্বামীৰ লগত সতী যায়) | |
| ৫। | লক্ষ্মীবাই | | |
| ৬। | চাকোৱাৰবাই গাইকোৱাৰ | | কমলাবাই |
| ৭। | কাশীবাই যাদব | | |
| ৮। | গুণবন্তবাই ইঙ্গলে | | |

# ঔৰংজেবৰ প্ৰতিশোধ

## সম্ভাজীৰ সিংহাসন আৰোহণঃ

মহাৰাজ শিৱাজীৰ অকাল আৰু আকস্মিক মৃত্যু মহাৰাষ্ট্ৰৰ পক্ষে দ্বিতীয় সন্ধিক্ষণ আৰু ই গোটেই ভাৰতবৰ্ষৰ এটা যুগ পৰিবৰ্তন কৰিছিল বুলি ক'ব পাৰি। প্ৰথম সন্ধিক্ষণ আছিল, তেওঁ যেতিয়া আগ্ৰাত ঔৰংজেবৰ হাতত বন্দী হয়। তাক বিস্ময়কৰ উপায়েৰে অতিক্ৰম কৰাৰ পিছত, তেওঁ স্বাধীন ৰাষ্ট্ৰৰ ৰজা বুলি ঔৰংজেবৰ দ্বাৰা স্বীকৃত হৈছিল। তেওঁৰ মৃত্যুৰ অনতিবিলম্বে প্ৰতিহিংসাকামী ঔৰংজেবে মহাৰাষ্ট্ৰ বিধ্বস্ত কৰাৰ পিছত, একাদিক্ৰমে কুৰি বছৰ ৰণ কৰি তেওঁৰ যশ আৰু বীৰত্বেৰে অনুপ্ৰাণিত মাৰাঠা বীৰসকলে দ্বিতীয় সন্ধিক্ষণ আঁতৰাই মাৰাঠাৰ লুপ্ত গৌৰৱ উদ্ধাৰ কৰিছিল। মাৰাঠাসকলৰ এই বিৰাট উদ্যোগৰ ফলত মোগল সামাজ্য ধূলিস্যাৎ হয়। সম্ৰাটে ভাবিছিল যে শিৱাজীৰ উত্তৰাধিকাৰীজনৰ দুৰ্বলতাৰ সুযোগত মহাৰাষ্ট্ৰ লয় কৰি তেওঁ তাত মোগলৰ গৌৰব স্তম্ভ সংস্থাপন কৰিব। প্ৰতিশোধৰ প্ৰতিক্ৰিয়াই মাৰাঠা জাতিৰ অদম্য শক্তিক জগাই তোলে আৰু কাৰ্যতঃ তেওঁৰ সেই উদ্দেশ্য ফলৱতী নহ'ল।

শিৱাজীৰ মৃত্যুৰ পিছতেই তেওঁৰ ৰাজ্যত এক উৎকট অৱস্থাৰ সৃষ্টি হয়। এই বিষয়ে তেওঁ ৰামদাস স্বামীৰ উপদেশ লৈছিল, কিন্তু গুৰুৱে তেওঁক উপায় দিব নোৱৰাত তেওঁ নিৰুৎসাহ হয়। তেওঁৰ মৃত্যুকালত পিতৃবাক্য লংঘনকাৰী তেওঁৰ প্ৰথম পুত্ৰ সম্ভাজী পানহালা দুৰ্গত বন্দী হৈ আছিল। উত্তৰাধিকাৰী সূত্ৰে এওঁক সিংহাসন দিবলৈ শিৱাজীৰ অভিপ্ৰায় নাছিল। বৰঞ্চ দহ বছৰীয়া পুতেক ৰাজাৰামে সিংহাসন অধিকাৰ কৰা তেওঁ বাঞ্ছনীয় বিবেচনা কৰিছিল। এনে অৱস্থাত শিৱাজীৰ মৃত্যুৰ পিছতেই তেওঁৰ ৰাজপাট কোনে ল'ব, এই প্ৰশ্ন লৈ অষ্ট প্ৰধানৰ মাজত বিষম আলোড়ন হ'ল। বাইশ বছৰীয়া সম্ভাজী তেতিয়াও উচ্ছৃংখল। তেওঁৰ দুৰ্যশৰ কাৰণে তেওঁৰ ওপৰত কাৰো আস্থা নাছিল। ৰাজাৰামৰ মাক বুদ্ধিমতী সয়ৰাবাই আছিল বৰ চতুৰ। স্বামীৰ মৃত্যুৰ লগে লগে সৰ্বপ্ৰধান ৰাজ বিষয়া সকলক তেওঁৰ স্বপক্ষীয় কৰি শিৱাজীৰ উত্তৰাধিকাৰী সূত্ৰে নাবালক ৰাজাৰামক সিংহাসনত বহুৱাবলৈ স্থিৰ কৰিলে।

শিৱাজীৰ মৃত্যু সংবাদ বন্দী সম্ভাজীৰ কাণ নোচোৱাবলৈ যত্ন কৰা হৈছিল যদিও. এনে গুৰুতৰ ঘটনা তেওঁৰ কাণত নপৰাকৈ নাথাকিল। অষ্ট প্ৰধানৰ ভিতৰত সামৰিক সৰ্বাধিনায়ক হাম্বিৰ ৰাও মোহিতাই ৰাজাৰামৰ স্বপক্ষে এই অভিসন্ধিত যোগ দিয়া নাছিল আৰু আনহাতে মন্ত্ৰী মণ্ডলীয়েও সামৰিক শক্তিৰ বিনা অনুমোদনে এই সমস্যা সমাধান কৰিব পাৰিব বুলি ভাবিছিল। সেই সময়ত সৈন্যাধ্যক্ষ হাম্বিৰ ৰাও পানহালা দুৰ্গৰ ওচৰত আছিল। আন মন্ত্ৰী সকলৰ পক্ষপাতিতাৰ কাৰণে তেওঁ গৈ পানহালাত সম্ভাজীৰ সৈতে যোগ দিলে। মাৰাঠা ৰাজ্যৰ সামৰিক শক্তিৰ সৰ্বাধিনায়কৰ সমৰ্থনত সম্ভাজীয়ে কুৰি হাজাৰ সৈন্যেৰে সৈতে সমদলে ৰায়গড় দুৰ্গলৈ আহি অৱলীলাক্ৰমে পিতৃ সিংহাসন আৰোহণ কৰিলে (১৬৮১।১০ জাঃ)

**সাহাজাদা আকবৰ** ঃ দাক্ষিণাত্যত এই পৰিস্থিতি হোৱাৰ লগে লগে ৰাঠোৰ বীৰ দুৰ্গাদাসৰ নেতৃত্বত ৰাজপুতসকলে হিন্দু ধৰ্মৰ মৰ্যাদা অক্ষুণ্ণ ৰাখিবলৈ ঔৰংজেবৰ বিদ্ৰোহী হয়। ঔৰংজেবৰ পুত্ৰ সাহাজাদা আকবৰ তেওঁৰ অতি প্ৰিয়ভাজন আৰু বিশ্বাসী আছিল। সম্ৰাটে এওঁক এই ৰাজপুত বিদ্ৰোহ দমন কৰিবলৈ নিযুক্ত কৰে। আকবৰ অতি ন্যায়পৰায়ণ ব্যক্তি আছিল। তেওঁ ৰাজপুতসকলৰ সৈতে যুঁজি বুজিলে যে পিতাকৰপৰা ধৰ্মবিদ্বেষৰ বাহিৰে এওঁলোকৰ সৈতে যুঁজিবৰ কাৰণ একো নাই। তেওঁ এই ৰণৰ নিৰৰ্থকতা বুজাই সাম্ৰাজ্যৰ মঙ্গলৰ কাৰণে ৰাজপুতসকলৰ সৈতে সন্মান সূচক পিতাকক অনুৰোধ জনালে। আকবৰৰ এনে প্ৰবৃত্তি দেখি স্বভাৱতে ঔৰংজেবে তেওঁৰ প্ৰতি বিৰূপ হৈ উঠিল। পুতেকৰ এই মন্ত্ৰণাৰ বাবে তেওঁক তিৰস্কাৰ কৰি কাফেৰৰ বিৰুদ্ধে যুঁজিবলৈ সম্ৰাটে আকবৰলৈ কঠোৰ আদেশ পঠিয়ালে। কিন্তু মহানুভৱ আকবৰৰ দ্বাৰা এই আদেশ প্ৰতিপালিত নহ'ল। সম্ৰাটে তেওঁক বন্দী কৰিবলৈ স্থিৰ কৰা জানি ৰাজপুত সকলোৰে সৈতে মিলি নিজে দিল্লীৰ সম্ৰাট বুলি ঘোষণা কৰিলে। পুতেকৰ বিৰোধিতাৰ তীব্ৰ প্ৰতিহিংসা ল'বলৈ সম্ৰাটে স্বয়ং আজমিৰলৈ অভিযান কৰিলে। দুৰ্গাদাস আৰু আকবৰৰ সমবেত বাহিনীৰ সৈতে যুঁজি সম্ৰাট কৃতকাৰ্য নহ'ল ; আনকি, তেওঁ আত্মৰক্ষাৰ বাবে উপায় বিচাৰিব লগীয়া হয় ; কিন্তু পৰিশেষত বৰ্দ্ধিত মোগল বাহিনীৰ হাতত আকবৰ পৰাজিত হয়।

মোগলৰ পৰিবেষ্টন চক্ৰৰ ভিতৰত বন্দী হোৱাৰ আগেয়ে আকবৰ আৰু দুৰ্গাদাসে মাৰাঠা ৰজা সম্ভাজীৰ সহযোগ বিচাৰি দাক্ষিণাত্যলৈ যাবৰ বাবে স্থিৰ কৰিলে। তেওঁলোকে ভাবিলে, মোগলৰ

সৰ্বপ্ৰধান শত্ৰু শিবাজীৰ বীৰ পুত্ৰ সম্ভাজীয়ে তেওঁলোকক ঔৰংজেবৰ বিৰুদ্ধে আৱশ্যকীয় সামৰিক সহায় দিলে সম্মিলিত ত্ৰিশক্তিয়ে হেলাৰঙে ঔৰংজেবৰ কু-শাসন অন্ত কৰিব পাৰিব। এই উদ্দেশ্যে আকবৰ আৰু দুৰ্গাদাসে দাক্ষিণাত্য অভিমুখে যাত্ৰা কৰিলে। যাত্ৰাৰ আগতে সম্ভাজীৰ প্ৰীতি কামনা কৰি আকবৰে তেওঁলৈ এইদৰে সংবাদ পঠিয়ালে. "মোগল সিংহাসন অধিকাৰ কৰাৰপৰাই আমাৰ পিতৃদেৱে হিন্দু ধৰ্ম লোপ কৰিব বুলি সংকল্প কৰিছে। মানুহ মাত্ৰেই পৰমেশ্বৰৰ ওচৰত সমান যেতিয়া, ঈশ্বৰৰ প্ৰতিনিধি শাসকেও সকলোকে সমান চকুৰে চোৱা উচিত আছিল। মোৰ দৃঢ় বিশ্বাস হৈছে, পিতাৰ এই দুৰ্নীতিৰ কাৰণে তেওঁ ৰাজ্য হেৰুৱাব; গতিকে তেওঁৰ প্ৰভুত্ব নাশ কৰিবলৈ মই তেওঁৰ বিপক্ষে অস্ত্ৰ ধাৰণ কৰিছোঁ। আপোনাৰ শাসন কেন্দ্ৰ তেওঁৰ পক্ষে বুলি অনুমান হয়, পৰম বন্ধু বুলি আপোনাৰ ওচৰলৈ যাব লাগিছোঁ; মোৰ বন্ধু ৰাঠোৰ বীৰ দুৰ্গাদাস মোৰ সহযোগী হ'ব। আপুনি মোৰ এই পৰিকল্পনাত অলপো সন্দেহ নাৰাখিব; পৰমেশ্বৰৰ কৃপাত যদি মোৰ পিতাক সিংহাসন চ্যুত কৰি মোৰ অভীষ্ট সিদ্ধি কৰিব পৰা হয়, তেন্তে মই নামমাত্ৰ ৰজা হৈ সকলো ৰাষ্ট্ৰীয় ক্ষমতা আপোনাৰ হাতত অৰ্পণ কৰিম। সম্ৰাটৰ বিপক্ষে মই যথাশক্তি আপোনাৰ সহযোগী হ'ম। আপোনাৰ দৰ্শন পালে সকলো বিষয়ে বিশদ আলোচনা কৰা হ'ব।"

এই বাতৰি পঠোৱাৰ কিছু দিন পিছতেই আকবৰ আৰু দুৰ্গাদাস দুয়োজনে গৈ ৰায়গড় দুৰ্গৰ ২৫ মাইল উত্তৰে পালি নামেৰে ঠাইত উপস্থিত হয় আৰু তাত সামান্য পঁজাঘৰ এটাত আশ্ৰয় লয়। সম্ভাজীৰ ৰাজপ্ৰতিনিধি স্বৰূপে হিৰোজী ফাৰজাণ্ড আৰু নেতাজী পালকৰে অভ্যাগত অতিথিক সম্ভাষণ জনালে যদিও, তেওঁলোকৰ কাৰণে ৰাজোচিত আয়োজন একো কৰা নাছিল। অৱস্থা অনুসৰি শিৱাজীৰ নিচিনা কাৰ্যক্ৰম পৰিবৰ্দ্ধিত কৰিব পৰা শক্তি সম্ভাজীৰ নাছিল। তেওঁ ঘৰুৱা জঞ্জালত বিব্ৰত ইপিনে ঔৰংজেবৰ প্ৰিয়তম পুত্ৰ আকবৰৰ কিবা দুৰভিসন্ধি থকা ভাবি, তেওঁ দুৰ্গাদাস আৰু আকবৰৰ সহযোগ উপেক্ষা কৰিলে।

**ঔৰংজেবৰ যুদ্ধযাত্ৰা ঃ** শিৱাজীৰ ৰাজত্বকালত ঔৰংজেবে নিজে দাক্ষিণাত্য অভিযানৰ দায়িত্ব গ্ৰহণ কৰা নাছিল। তেওঁৰ মৃত্যুৰ পিছত পথ নিষ্কণ্টক যেতিয়া, সম্ৰাটে স্থিৰ কৰিলে তেওঁ নিজে মহাৰাষ্ট্ৰ আক্ৰমণ কৰিব। এনেতে ৰাজপাট আৰোহণ সম্পৰ্কীয় বিবাদৰ ফলত মহাৰাষ্ট্ৰৰ কেন্দ্ৰীয় শাসন শিথিল হয় আৰু সেই সুযোগতে

ঔৰংজেবে মহাৰাষ্ট্ৰ অভিযান কাৰ্যত পৰিণত কৰিবলৈ মন কৰিলে। হঠাতে আঁকবৰে ৰাজপুতৰ সৈতে মিলি চিৰবৈৰী মাৰাঠাৰ সৈতে হাত মিলোৱাৰ ষড়যন্ত্ৰ ধ্বংস কৰিবলৈ সম্ৰাট মহাৰাষ্ট্ৰ যাত্ৰাৰ বাবে প্ৰস্তুত হ'ল। সম্ৰাটৰ আজ্ঞাত তেওঁৰ আন পুত্ৰ আজমশাহে আকবৰৰ গতি ৰোধ কৰিবলৈ তেওঁক অনুসৰণ কৰিলে। আফগানিস্থান আৰু গোটেই উত্তৰ ভাৰতৰ শ্ৰেষ্ঠ হিন্দু-মুছলমান মোগল সেনাপতিসকলৰ অধীনত তিনি লক্ষ সৈন্য আৰু বিপুল ৰণ সম্ভাৰে সৈতে দাক্ষিণাত্য জয় কৰিবলৈ সম্ৰাট ঔৰংজেবে ঔৰঙ্গাবাদত উপস্থিত হ'ল (১৬৮২। ২২ মাৰ্চ)। নিজ তত্বাৱধানত এইটোৱেই ঔৰংজেবৰ জীৱনৰ প্ৰথম আৰু শেষ যুদ্ধ।

**উদ্‌ভ্ৰান্ত সম্ভাজী** ঃ ৰাজপাট লৈও সম্ভাজীয়ে সুস্থিৰে ৰাজ কাৰ্য চলাব নোৱাৰিলে। তেওঁ শ্ৰীমন্ত অদম্য বীৰ আছিল সঁচা, কিন্তু প্ৰকৃত 'মহাৰাষ্ট্ৰ ধৰ্ম' আচৰিব নোৱৰাত, তেওঁৰ সকলো উদ্দেশ্য ব্যৰ্থ হয়। তেওঁ নানা বিদ্যাত পাৰ্গত আছিল যদিও, চৰিত্ৰহীনতাই আছিল তেওঁৰ ব্যৰ্থতাৰ মূল কাৰণ। কনৌজৰ ব্ৰাহ্মণ পণ্ডিত কেশৱ ভাটৰ (কবি কলাশ বা কালুশা) প্ৰভাবত এওঁ তান্ত্ৰিক আচৰণ গ্ৰহণ কৰে। কালুশাই সম্ভাজীৰ অন্তৰঙ্গ শুভাকাংক্ষীৰ দৰে তেওঁৰ সকলো কাৰ্য নিয়ন্ত্ৰণ কৰিছিল। গভীৰ মদ্যপানৰ বহু আনুষঙ্গিক দোষে তেওঁক ব্যভিচাৰৰ সোঁতত উটুৱাই নিয়ে। ফলত, মানসিক দুশ্চিন্তাৰপৰা অব্যাহতি পাবলৈ তেওঁ নানা তান্ত্ৰিক দুৰাচাৰ অনুসৰণ কৰিবলগীয়া হয়।

তেওঁৰ ৰাজপাট অধিগ্ৰহণৰ বিৰোধীসকলৰ সহযোগ আৰু প্ৰীতি নিবিচাৰি, উগ্ৰ সম্ভাজীয়ে তেওঁলোকৰ ওপৰত প্ৰতিহিংসা লবলৈ উদ্‌ভ্ৰান্ত হ'ল। তেওঁ ৰায়গড় অধিকাৰ কৰাৰ লগে লগে তেওঁৰ স্বাৰ্থৰ বিৰোধী বুলি, বিমাতা সয়ৰাবাই, ৰাজাৰাম আৰু মন্ত্ৰী সভাৰ পেশোৱা, সুমন্ত, সচিব, প্ৰমুখ্যে আন আন প্ৰধান ৰাজ-বিষয়া কিছু-মানক বন্দী কৰালে। এদিন তেওঁৰ খাদ্যত বিহ মিহলোৱা আছে বুলি তেওঁৰ লগুৱা এজনে তেওঁক সতৰ্ক কৰিছিল। আন এজন লগুৱা আৰু কুকুৰ এটাই সেই খাদ্য খোৱাত, ততালিকে সিহঁতৰ মৃত্যু হয়। বালাজী আবজী, অনাজী দত্ত, হিৰোজী ফাৰজাণ্ড, সোমাজী দত্ত আদি শিৱাজীৰ অতি বিশ্বস্ত কৰ্মচাৰী কিছুমানে তেওঁক বধ কৰা উদ্দেশ্যে এই ষড়যন্ত্ৰৰ গুৰিয়াল বুলি সম্ভাজীয়ে এওঁলোকক হত্যা কৰায় আৰু সয়ৰাবাইক অনাহাৰে কঠোৰ বন্ধনত ৰখাৰ ফলত তেওঁৰ মৃত্যু ঘটে। সম্ভাজীয়ে অবিচাৰে এনেবোৰ হত্যাকাণ্ডত লিপ্ত

হোৱা যাবে, স্বভাৱতে তেওঁ ৰাজ-বিষয়াসকলৰ সহানুভূতিৰপৰা বঞ্চিত হয়। ততোধিক, সয়ৰাবাইৰ নিষ্ঠুৰ হত্যাৰ কাৰণে, ৰাজাৰামৰ মাতুল বংশীয় চাৰ্কি স্কেদ প্ৰকাশ্যে সম্ভাজীৰ বিদ্ৰোহী হৈ উঠিল। অৱশেষত সম্ভাজীয়ে এনেবোৰ নিষ্ঠুৰ কাৰ্যত ব্ৰতী হলেও, স্বৰাজ আৰু স্বধৰ্ম ৰক্ষাৰ্থে তেওঁ অসীম ত্যাগ কৰিবলৈ অলপো কুণ্ঠিত নহৈছিল।

**বিশ্বাস বিহীন ঔৰংজেব ঃ** সম্ৰাটে দাক্ষিণাত্যত প্ৰবেশ কৰাৰ পৰা প্ৰায় এবছৰ কাল মাৰাঠাৰ বিপক্ষে কোনো কাৰ্যকৰী প্ৰচেষ্টাৰ পৰিকল্পনা হাতত ল'ব পৰা নাছিল। কেউফালৰপৰা শত্ৰুৰ জালত মেৰখোৱা বুলি তেওঁৰ অনুভূতি হ'ল। তেওঁ দেখিলে যে তেওঁৰ সমস্যা সম্ভাজীৰ সমস্যাতকৈও অধিক জটিল। তেওঁৰ প্ৰতিজন আপোন ব্যক্তিয়ে তেওঁক বিশ্বাসঘাতকতা কৰিছে বুলি তেওঁ অধীৰ হ'ল। এই দুশ্চিন্তাৰ হাত সাৰিবলৈ তেওঁৰ জ্যেষ্ঠ পুত্ৰ শাহ আলমক দিল্লীত বন্দী কৰালে। তেওঁৰ বিদ্ৰোহী পুত্ৰ আকবৰৰ সৈতে গোপন অভিসন্ধি থকা বুলি বোৱাৰীয়েক জাহানজেব, আন পুত্ৰ আজামশাহ আৰু পাঠান সেনাপতি দিলীৰ খাঁক কঠোৰ শাস্তি দিবলৈ স্থিৰ কৰিছিল। এই অভিপ্ৰায়ে সম্ৰাটে দিলীৰ খাঁক তেওঁৰ সমুখত উপস্থিত হবলৈ নিৰ্দেশ দিয়াত ৰোষাৰক্ত বীৰ দিলীৰ খাঁই আজীৱন মোগলৰ দাসত্ব কৰি শেষত, লাঞ্ছনা ভোগ কৰাতকৈ বিহ খাই আত্মহত্যা কৰে।

যুদ্ধবিশাৰদ সম্ৰাটে মাৰাঠাৰ আক্ৰমণৰ বিপৰীতে আত্মৰক্ষা কৰি প্ৰথমে কেৱল বিজাপুৰ আৰু গোলকুণ্ডা অধিকাৰ কৰাই উচিত বিবেচনা কৰিলে; যিহেতু, মোগলৰ শত্ৰু এই দুই ৰাজ্য অধিকাৰ কৰিব পাৰিলে মাৰাঠাৰ আশ্ৰয়স্থান নাইকিয়া হ'ব। এই পৰিকল্পনা অনুসৰি, মাৰাঠাৰ সৈতে যুঁজি শক্তি ক্ষয় কৰাৰ আগতে ঔৰংজেবে বিজাপুৰ আৰু গোলকুণ্ডা জয় কৰি ললে (১৬৮৬।৮৭)।

ঔৰংজেবৰ মহাৰাষ্ট্ৰ অভিযানত সম্ভাজী বিচলিত নহ'ল। নানা ৰাজ্যিক বিপদ সত্বেও তেওঁ অতি ক্ষিপ্ৰতাৰে ঔৰংজেবৰ সমৰকেন্দ্ৰ ঔৰঙ্গাবাদলৈ আক্ৰমণ চলাইছিল। ইংৰাজ, ডাচ্, পৰ্তুগীজ আদি নানা জাতিক ঔৰংজেবে সম্ভাজীৰ বিপৰীতে উচটাই দিলেও ভিন্ন ক্ষেত্ৰত তেওঁ শত্ৰুৰ সমুখীন হবলৈ পৰাংমুখ হোৱা নাছিল ।

**আকবৰৰ দেশ ত্যাগ ঃ** আনফালে আকবৰ আৰু দুৰ্গাদাস বৰ বিমোৰত পৰিল। এওঁলোকৰ বৰ ভাৰসা আছিল যে মহাৰাজ শিৱাজীৰ পুত্ৰ সম্ভাজীয়ে পিতাকৰ সমকক্ষ নহলেও, মাৰাঠাৰ চিৰশত্ৰু ঔৰংজেবৰ বিপক্ষে তেওঁ অযাচিতে তেওঁলোকক যথাশক্তি সহায় কৰিব। কিন্তু এওঁলোকৰ প্ৰতি সম্ভাজীৰ অৱহেলা আৰু সন্দিগ্ধতা

দেখি এওঁলোক নিৰাশ হ'ল। এওঁলোকে অতি কষ্টে প্ৰায় ছয় বছৰ কাল মহাৰাষ্ট্ৰত থাকি ঔৰংজেবৰ বিপক্ষে পাৰ্যমানে সামৰিক সংগঠন কৰিছিল। কিন্তু বিজাপুৰ আৰু গোলকুণ্ডাৰ পতনৰ লগে লগে সম্ৰাটৰ আক্ৰমণকাৰী বাহিনীয়ে যেতিয়া চাৰিওফালৰপৰা মহাৰাষ্ট্ৰ আগুৰি ললে, তেতিয়া এওঁলোকে বুজিলে যে ঔৰংজেবৰ হাতত মহাৰাষ্ট্ৰৰ পতন অনিবাৰ্য।

বিদ্ৰোহী আকবৰ আৰু দুৰ্গাদাসৰ তৎপৰতাৰ বাতৰি সংগ্ৰহৰ কাৰণে ঔৰংজেবে চোৰাংচোৱাৰ জাল এখন পাতি ৰাখিছিল। এওঁ-লোকে মোগল বেষ্টনিৰ ভিতৰত আবদ্ধ হোৱাৰ সম্ভাবনা ক্ৰমে বাঢ়িল। আকবৰৰ মৰমৰ ভনীয়েক জিনটুন্নেচাই তেওঁক পিতাকৰ ঠাইত আত্মসমৰ্পণ কৰিবলৈ দঢ়াই উপদেশ দিছিল; কিন্তু পিতাকৰ স্বভাৱগত কঠোৰ আচৰণ জানি তেওঁ সেই উপদেশত পতিয়ন নগ'ল। পিতাকৰ হাতত তেওঁৰ নিষ্ঠুৰ হত্যাই পিতাকৰ কলঙ্ক কালিমা বঢ়োৱাতকৈ তেওঁৰ আন প্ৰকাৰ মৃত্যুৱেই তেওঁৰ পক্ষে শ্ৰেয় বুলি বিবেচনা কৰিলে। যেতিয়া আক্ৰমণকাৰী মোগল বাহিনী ক্ৰমে ওচৰ চাপিল আৰু আত্মৰক্ষাৰ কোনো উপায় নাইকিয়া হ'ল, তেতিয়া তেওঁ স্থিৰ কৰিলে একমাত্ৰ উপায় দেশত্যাগ। তেওঁ পূৰ্বেই পুত্ৰ কন্যা সমন্বিতে পৰিয়াল-বৰ্গক দুৰ্গাদাসক সঁপি দিছিল। প্ৰতিহিংসাপৰায়ণ পিতাকৰ নিষ্ঠুৰতাৰ হাত এৰুৱাবলৈ এদিন তেওঁ থকা পঁজা ঘৰটোত জুই জ্বলাই দি দুৰ্গা-দাসৰ সৈতে ৰাজাপুৰলৈ প্ৰস্থান কৰিলে। তাতে বন্ধু দুৰ্গাদাসক শেষ আলিঙ্গন কৰি, ইংৰাজৰ মালবাহী জাহাজ এখনত ফকিৰৰ বেশেৰে ইৰাণ দেশলৈ গুচি যায় (১৬৮৭। ফ্ৰেঃ) অৱশেষত, অশেষ দুখ-দুৰ্দশাৰ মাজত ইৰাণত তেওঁৰ মৃত্যু হয় (১৭০৪)।

আকবৰৰ নাবালক পুত্ৰ বুলান আখটাৰ আৰু কন্যা সফিয়তু-ন্নেচাক দুৰ্গাদাসে মুছলমান ৰীতি অনুসৰি অতি মৰমেৰে ৰাজোচিত পয়োভৰৰ মাজত প্ৰতিপাল কৰিছিল। আকবৰৰ সন্তান সন্ততিক ফিৰাই পাবলৈ ঔৰংজেবৰ বিশ্বস্ত কৰ্মচাৰী ঈশ্বৰদাস নাগৰৰ হতুৱাই ঔৰংজেবে দুৰ্গাদাসক বাৰম্বাৰ অনুৰোধ জনালে। সম্ৰাটৰ ব্ৰহ্মপুৰীৰ যুদ্ধ শিবিৰলৈ গৈ দুৰ্গাদাসে নিজে আকবৰৰ পুত্ৰ কন্যাক সম্ৰাটৰ ঠাইত সোধাই দিয়ে। ষোল বছৰীয়া সফিয়তৰ কোৰাণ মুখস্থ দেখি সম্ৰাটে বিচুতি খালে আৰু তেওঁৰ ধৰ্মৰ প্ৰতি ৰাজপুত বীৰৰ অগাধ শ্ৰদ্ধা দেখি তেওঁ দুৰ্গাদাসক আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰে।

**সম্ভাজীৰ মৃত্যু ঃ** সম্ভাজীয়ে মহাৰাষ্ট্ৰৰ আভ্যন্তৰীণ অৱস্থাৰ সৃষ্টি কৰিব নোৱাৰিলেও, পৰাক্ৰমী ঔৰংজেবৰ অসীম শক্তিৰ

বিপৰীতে পাৰ্য্যমানে মোগল আক্ৰমণৰ প্ৰতিৰোধ কৰিছিল। তেওঁৰ দুৰ্দৈৱ যে তেওঁ আকবৰৰ আৰু দুৰ্গাদাসৰ সহযোগ উপেক্ষা কৰিছিল। এই দুয়ো বীৰে মহাৰাষ্ট্ৰ পৰিত্যাগ কৰাৰ লগে লগে সম্ভাজীৰ সামৰিক প্ৰচেষ্টা ক্ৰমে ক্ষীণাই আহিল। ঔৰংজেবৰ বিশাল বাহিনীয়ে কেউফালৰপৰা এনেদৰে মহাৰাষ্ট্ৰ আবৰি পেলালে যে সেই আক্ৰমণ প্ৰতিহত কৰা সম্ভাজীৰ পক্ষে অসম্ভৱ হৈ উঠিল। তেওঁৰ একমাত্ৰ শুভাকাংক্ষী কবি কলাশে তেওঁক আৰু এই বিপদৰ পৰা নিষ্কৃতিৰ উপায় দিব নোৱৰা হ'ল। ঔৰংজেবে নানা উপায়ে সম্ভাজীক আত্ম-সমৰ্পণ কৰাবৰ যত্ন কৰিছিল, কিন্তু বীৰ সম্ভাজীয়ে তেওঁৰ সকলো প্ৰস্তাৱ প্ৰত্যাখ্যান কৰি মৃত্যু বৰণ কৰিবলৈ সাজু হ'ল।

বিজাপুৰৰ সেনাপতি সৰ্জাখাঁ মাৰাঠাৰ বিপক্ষে মোগলৰ সহযোগী হৈছিল। তেওঁৰ নেতৃত্বত মোগল-বিজাপুৰৰ সম্মিলিত বাহিনীয়ে সাঁতাৰা জিলাত সোমাই মাৰাঠা বাহিনীক আক্ৰমণ কৰিলে। ৰণত মাৰাঠা পৰাস্ত হ'ল আৰু এই ৰণত মাৰাঠা সেনাপতি হাম্বিৰ ৰাও মোহিতাৰ মৃত্যু হয়। এইখনেই মোগলৰ সৈতে সম্ভাজীৰ শেষ মুকলি ৰণ। ইয়াৰ পিচতো প্ৰায় এবছৰ কাল তেওঁ খণ্ড যুদ্ধ কৰি আত্মৰক্ষা কৰি আছিল। কিন্তু দৈৱ-দুৰ্বিপাকত আত্মীয়-স্বজনেই তেওঁৰ কাল হৈ উঠিল।

সম্ভাজীৰ বিমাতা সয়ৰাবাইৰ পিতৃ-কুল চাৰ্কিসকলে সায়ৰাবাইৰ হত্যাৰ প্ৰতিশোধ ল'বলৈ সুযোগ মাত্ৰ বিচাৰি আছিল। তেওঁৰ বিপৰ্যয়ৰ লগে লগে চাৰ্কি ফৈদ তেওঁৰ বিদ্ৰোহী হয়। সম্ভাজীয়ে বিদ্ৰোহ দমন কৰিবলৈ চেষ্টা কৰিলেও অন্যতম শত্ৰু মোগলৰ কাৰণে তেওঁ বিদ্ৰোহীসকলক কৰায়ত্ত কৰিব পৰা নাছিল। ইতিমধ্যে মোগল বেষ্টনী ইমানেই তেওঁৰ কাষ চাপিল যে তেওঁৰ আৰু গত্যন্তৰ নাইকিয়া হ'ল। তীক্ষ্ণ বুদ্ধিৰ ঔৰংজেবে কি উপায়ে সম্ভাজীক বধ নাইবা বন্দী কৰিব পাৰে তাৰ বাবে চেগ চাই আছিল। তেওঁৰ এই উদ্দেশ্য কাৰ্যত পৰিণত কৰিবলৈ গোলকুণ্ডাৰ সেনাপতি শ্বেখ নিজামক কোলহাপুৰত বহুৱাই, তেওঁ গোপন নিৰ্দেশ দিলে যে যি কোনো সুযোগত শ্বেখ নিজামে ৰায়গড় আৰু বিশালগড়ৰ মাজত সম্ভাজীক আটক কৰিব লাগে। এই ষড়যন্ত্ৰত চাৰ্কিসকল শ্বেখ নিজামৰ সহায় হ'ল। সম্ভাজীয়ে এদিন সৈনিক এদল লৈ বিশালগড়ৰপৰা ৰায়গড়লৈ আহোঁতে বাটত সঙ্গমেশ্বৰত জিৰণি ল'বলগীয়া হয়। শ্বেখ নিজামে চাৰ্কিসকলৰ ফালৰপৰা এই সম্ভেদ পাই তত্‌ক্ষণিকে কেউফালৰপৰা

সম্ভাজীক আগুৰি লয়। উভয় পক্ষৰ ৰণত সালোজী ঘোৰপাৰেৰ মৃত্যু হয় আৰু কবিকলাশৰ সৈতে সম্ভাজী শেখ নিজামৰ হাতত বন্দী হয় (১৬৮৯।১ফেঃ)। সম্রাট ঔৰংজেব তেতিয়া আকলুজৰ ছাউনীত আছিল। তেওঁ এই বাতৰি শুনি আহ্লাদত অধীৰ হ'ল। বন্দীসকলক বাহাদুৰগড় দুৰ্গলৈ নিবৰ বাবে নিৰ্দেশ দি বন্দীৰ বিচাৰৰ বাবে তেওঁ নিজে অবিলম্বে সেই ঠাইলৈ প্ৰস্থান কৰিলে।

সম্ভাজী আৰু কবি কলাশক সম্রাটৰ সমুখত উপস্থিত কৰিবলৈ হামিদউদ্দিন খাঁ নামেৰে সামৰিক বিষয়া এজনৰ ওপৰত ভাৰ আছিল। সম্রাটৰ নিৰ্দেশত বাহাদুৰগড় পোৱাৰ আগতে বাটত এওঁলোকৰ ওপৰত নানাৰূপ অসজ ব্যৱহাৰ কৰা হ'ল। দুয়োৰো মূৰত ভাৱৰীয়াৰ দীঘল টুপী পিন্ধাই গলত ঘণ্টা আঁৰি দি দুটা উটৰ ওপৰত বহুৱাই পিছে পিছে ঢাকঢোল বজাই নানা বীভৎস কদৰ্থনাৰে শোভাযাত্ৰা কৰাৰ পিচত দুয়োকো বাহাদুৰগড়ত সম্রাটৰ সমুখত উপস্থিত কৰা হয়। সম্রাট তেতিয়া ৰাজ দৰবাৰত বহি আছিল। শত্ৰুৰ পৰাভৱত খোদাৰ ঠাইত কৃতজ্ঞতা প্ৰকাশ কৰিবলৈ সম্রাটে তদ্দণ্ডে ৰাজ আসনৰপৰা নামি আহি কৃত্য সমাপন কৰিলে।

পৰম শত্ৰু হলেও সম্ভাজীয়ে সম্রাট এজনৰ হাতত এনে পৈশাচিক কদৰ্য ব্যৱহাৰ কেতিয়াও কল্পনা কৰিব পৰা নাছিল। তেওঁ ভাবিছিল যে তেওঁ পৰাজিত শত্ৰু হলেও ৰজাক ৰজাৰ দৰে আচৰণ দেখুৱাব। ঔৰংজেবৰ এই ন্যাৰকীয় কাৰ্যত সম্ভাজীৰ অন্তৰ আত্মা প্ৰজ্বলিত হৈ উঠিল। তাৰ প্ৰদাহত তেওঁ নৰক যন্ত্ৰণা ভুগিব ধৰিলে। পিছদিনা সম্রাটে ৰাহল্লা খাঁক সম্ভাজীৰ ওচৰলৈ পঠিয়াই প্ৰস্তাৱ কৰালে যে, সম্ভাজীয়ে সম্রাটক যথাসৰ্বস্ব অৰ্পণ কৰি সম্রাটৰ বশ্যতা স্বীকাৰ কৰিলে, সম্রাটে তেওঁৰ প্ৰাণ ভিক্ষা দিব পাৰে নে নোৱাৰে সেইটো বিচাৰ কৰি চাব। এই প্ৰস্তাৱত সম্ভাজীয়ে ধৈৰ্য হেৰুৱাই ৰোষত উন্মাদ হ'ল। গৰালৰ ভিতৰত তেওঁ এক ভূমিকম্পৰ সৃষ্টি কৰিলে। যিজনে আগদিনা তেওঁক এনে পাশৱিক অত্যাচাৰ কৰিছে; সেই জনে আকৌ তেওঁৰ কাপুৰুষালি প্ৰমাণ কৰিবলৈ এই হীন প্ৰস্তাৱ পঠিওৱাত তেওঁৰ ক্ৰোধাগ্নি জ্বলি উঠিল। ৰাহল্লা খাঁৰ সমুখত সম্রাটক নানা অকথ্য ভাষাৰে গালি শপনি পাৰি তেওঁ বিপৰীত প্ৰস্তাৱ পঠিয়ালে যে সম্রাটে তেওঁৰ কন্যাক সম্ভাজীক সম্প্ৰদান কৰিলে সম্ভাজীয়ে সম্রাটৰ প্ৰস্তাৱ বিবেচনা কৰিব। তেনে মুহূৰ্তত নিৰ্য্যাতিত সম্ভাজীৰ ভাব আৰু ভাষাৰ প্ৰতি আওকাণ কৰি এইখিনিকে ক'ব পাৰি যে

নিশ্চিত মৃত্যুৰ মুখত পৰিও তেওঁ নিৰ্ভয়ে অপমানৰ প্ৰতিশোধ স্বৰূপে সম্ৰাটক এনে কঠোৰ বাক্য শুনাইছিল।

উত্তেজিত সম্ভাজীৰ তেজস্বিতাৰ পৰিণাম স্বৰূপে সম্ৰাটৰ আজ্ঞাত সিদিনাই ৰাতি তেওঁৰ দুয়োটা চকু ঘুকি উলিয়াই পেলালে আৰু পিছদিনা কবিকলাশৰ মুখৰ পৰা মহাৰাষ্ট্ৰৰ আভ্যন্তৰীণ সম্ভেদ উলিয়াব নোৱাৰি তেওঁৰ জিভা কাটি পেলালে। এই নিৰ্মম শাস্তি দি দুয়োকো প্ৰায় দুই সপ্তাহ কাল বাহাদুৰগড় দুৰ্গত আবদ্ধ কৰি ৰখাৰ পিচত কাৰিগাঁও নামেৰে ঠাইলৈ নিয়া হয়। ফাগুন মাহৰ ঘোৰ অমাবস্যাৰ দিনা (১৬৮৯।১১ মাৰ্চ) মহাৰাষ্ট্ৰৰ অধীশ্বৰ মহাৰাজ সম্ভাজী আৰু তেওঁৰ মন্ত্ৰী কবিকলাশৰ অৰ্দ্ধমৃত দেহ ভীমা নদীৰ পাৰত ডোখৰ ডোখৰ কৈ কাটি মোগল বাদশ্বাহ ঔৰংজেবে কুকুৰক খুৱালে। কটা মূৰ দুটা নানা বিসঙ্গতিৰে দাক্ষিণাত্যৰ গাঁৱে-ভূঁয়ে প্ৰদৰ্শন কৰাই দলিয়াই পেলোৱা হয়। গাঁৱলীয়াসকলে বেণু নামেৰে ঠাইৰ হাবিয়নিৰপৰা কটা মূৰ বুটলি নি ভীমা আৰু ইন্দ্ৰায়নী নদীৰ সঙ্গমত হিন্দুৰ নীতি অনুসৰি অতি গোপনে সৎকাৰ কৰে।

**ৰাজাৰাম** ঃ সম্ভাজী ঔৰংজেবৰ হস্তগত হওঁতেই তেওঁৰ বৈমাত্ৰেয় ভাই ৰাজাৰামে মহাৰাষ্ট্ৰৰ শাসন ভাৰ গ্ৰহণ কৰিলে। সম্ভাজীৰ পুত্ৰ শাহু নাবালক ৰাজসিংহাসনৰ প্ৰকৃত উত্তৰাধিকাৰী, তেওঁ সিংহাসন আৰোহণ নকৰি, শাহুৰ প্ৰতিনিধি স্বৰূপে ৰাজকাৰ্য চলাবলৈ সংকল্প কৰিলে। মহাৰাজ শিৱাজীৰ সকলো বীৰোচিত গুণ তেওঁৰ গাত নাথাকিলেও, স্থিৰ বুদ্ধিৰ সাধু ৰাজাৰাম সকলোৰে বৰ প্ৰিয়পাত্ৰ হয়। তেওঁ অতি ন্যায় আৰু ধৰ্মপৰায়ণ আছিল। তেতিয়া তেওঁৰ বয়স প্ৰায় কুৰি বছৰ। শিৱাজীৰ ন্যায়াধীশ ৰাওজী নিৰাজীৰ পুত্ৰ বিচক্ষণ ৰাষ্ট্ৰনীতিজ্ঞ প্ৰহলাদ নিৰাজীয়ে ৰাজাৰামৰ উপদেষ্টা স্বৰূপে কাৰ্যভাৰ লয়। ঔৰংজেবে ভাবিছিল সম্ভাজীৰ অবিহনে মহাৰাষ্ট্ৰৰ ৰাজপাটৰ কাৰণে গৃহকন্দলৰ সৃষ্টি নহৈ নোৱাৰে; কিন্তু ধ্বংসৰ মাজত মহাৰাষ্ট্ৰ শাসনৰ বাবে এনে সুশৃংখল ব্যৱস্থা দেখি তেওঁ বিস্ময় মানিলে। এই সুব্যৱস্থা যাতে মহাৰাষ্ট্ৰত অধিক কাল স্থায়ী নহয় তাৰ বাবে তেওঁ সেনাপতি জুলফিকিৰ খাঁক আদেশ দিলে যে অবিলম্বে মাৰাঠাৰ শাসন কেন্দ্ৰ ৰায়গড় বিনষ্ট হ'ব লাগে।

সম্ভাজীৰ ৰাজত্বৰ প্ৰায় সাত বছৰ কালৰ ভিতৰতেই মহাৰাষ্ট্ৰৰ ৰাজ-ভঁৰাল প্ৰায় উদং হৈছিল আৰু অলেখ সৈন্য ক্ষয় হোৱাৰ ফলত ঔৰংজেবৰ বিপুল বাহিনীৰ বিপৰীতে মাৰাঠা ৰাজধানী ৰক্ষা কৰা

দুঃসাধ্য হৈ উঠিছিল। গতিকে আগন্তুক মোগল আক্ৰমণৰ হাত সাৰিবলৈ উপায় বিচাৰি ৰায়গড়ৰ মাৰাঠা নেতাসকল বৰ নিৰুৎসাহ হ'ল। সম্ভাজীৰ সহধৰ্মিণী জেচুবাই স্বামীৰ নিদাৰুণ হত্যাত অলপো বিচলিত হোৱা নাছিল। তেওঁ বুজিছিল যে স্বদেশ আৰু স্বধৰ্ম ৰক্ষাৰ্থে তেওঁৰ স্বামীৰ মৃত্যুতকৈও অধিক দুৰ্যোগৰ সমুখীন হ'ব লাগিব। তেওঁ এই অকূল সমস্যাৰ সমাধান কৰিলে। তেওঁ ৰাজ-সভাত উপদেশ দিলে যে ৰায়গড় দুৰ্গ যিমানেই দুৰ্ভেদ্য নহওক ঔৰং-জেবৰ বিপুল বাহিনীৰ আক্ৰমণৰ সময়ত দুৰ্গৰ পতন অনিবাৰ্য। যদি সকলোৱে ৰায়গড়ত আশ্ৰয় লয় তেন্তে একযোগে সকলোৱে ধ্বংসৰ মুখত পৰিব লাগিব; গতিকে ৰায়গড়ৰ পতন হলেও যাতে অনিৰ্দিষ্ট কাললৈ ৰণ চলিব পাৰে তাৰ বাবে ৰাজাৰাম প্ৰমুখ্যে অভিজ্ঞ যোদ্ধা-সকলে অৱৰোধৰ পূৰ্বেই দুৰ্গ পৰিত্যাগ কৰিবলৈ তেওঁ দঢ়াই কলে। তেওঁ আৰু কলে যে দুৰ্গ আক্ৰান্ত হলে আক্ৰমণকাৰীৰ বিপক্ষে বাহিৰৰপৰা এনে তীব্ৰ ৰণ চলাব লাগিব, যাতে তেওঁৰ স্বামীৰ মৃত্যুত মহাৰাষ্ট্ৰৰ শক্তি খৰ্ব হৈছে বুলি ঔৰংজেবে অলপো অনু-মান কৰিব নোৱাৰে। এই উদ্দীপনাময় উপদেশৰ পিচত পুতেক নাবালক শাহুক লৈ জেচুবাইয়ে নিজে ৰায়গড় দুৰ্গ ৰক্ষাৰ ভাৰ গ্ৰহণ কৰিলে। সঁচাকৈয়ে জেচুবাইৰ এই পৰামৰ্শ অনুযায়ী মাৰাঠা নেতা-সকলে অবিকল কৰ্মপন্থা হাতত নললে ভাৰত ইতিহাসৰ পৰবৰ্তী আখ্যান ভিন্নৰূপ হ'লহেঁতেন।

আখৰে আখৰে জেচুবাইৰ পৰামৰ্শ প্ৰতিপালন কৰি অতি গোপনে মহাৰাষ্ট্ৰৰ শাসনকেন্দ্ৰ সুদূৰ টাঞ্জোৰৰ জিঞ্জি দুৰ্গলৈ স্থানান্তৰিত কৰাৰ স্থিৰ হ'ল। উপদেষ্টা প্ৰহলাদ নিৰাজী আৰু ৰঘুনাথ পান্তে সৰ্বতোভাবে এই সিদ্ধান্ত অনুমোদন কৰাত, পেশোৱা মোৰোপান্ত পিঙলেৰ পুত্ৰ মোৰোনীলো মোৰেশ্বৰে জিঞ্জিলৈ আগবাঢ়ি গৈ তাত ৰাজা-ৰামৰ কাৰণে সকলো আয়োজন সম্পূৰ্ণ কৰিলে। এই পৰিকল্পনা অনুসৰি ৰাজাৰামে সপৰিয়ালে ৰায়গড় পৰিত্যাগ কৰি সম্প্ৰতি গৈ প্ৰতাপগড়ত আশ্ৰয় ললে আৰু ৰামচন্দ্ৰ পান্ত অমাত্য, প্ৰহলাদ নিৰাজী আৰু শঙ্কৰাজী আদি প্ৰধান বিষয়াসকলেও ৰায়গড় আক্ৰমণকাৰী মোগলৰ বিপৰীতে কঠোৰ সামৰিক প্ৰচেষ্টা চলাবৰ কাৰণে নানা সন্ধিস্থলত মোগলৰ আক্ৰমণ প্ৰতীক্ষা কৰিলে।

সম্ভাজীৰ করুণ বিয়োগত মহাৰাষ্ট্ৰৰ ধূমায়মান বহ্নি প্ৰজ্ব-লিত হুতাশনত পৰিণত হ'ল। সম্ভাজীৰ প্ৰেতাত্মাই যেন মহাৰাষ্ট্ৰৰ আকাশে বতাহে বিনাই চিয়ঁৰি ফুৰিলে "বিধৰ্মীৰ খড়্গাঘাতত প্ৰপ্ৰৱিত

মোৰ ৰক্তই ভীমা নদী কলুষিত কৰিছে, তোমালোকৰ ৰক্তাঞ্জলিৰে আকৌ তাক পবিত্ৰ কৰা।" এই শোকাকুল বিননিত যেন মাৰাঠা জাতিৰ হিয়াই তেজৰ সলনি তেজ পাবলৈ গৰ্জি উঠিল। মাৰাঠাৰ অদ্ভুত সংগঠন শক্তিৰ বলত ঔৰংজেবৰ জিঘাংসাৰ চৰম প্ৰতিশোধ লবলৈ মহাৰাষ্ট্ৰৰ প্ৰতি প্ৰান্তবাসীৰ শৰীৰত এনে অপৰিসীম শক্তিৰ সঞ্চাৰ হ'ল যাৰ কাৰণে এটা বিৰাট গণযুদ্ধৰ আন্দোলনে গোটেই মহাৰাষ্ট্ৰ তোলপাৰ কৰিলে। মহাৰাজ ছত্ৰপতি শিৱাজীৰ পুত্ৰৰ অমানুষিক মৃত্যুৱে ম্ৰিয়মান জাতি এটাক অনতিবিলম্বে ধুমুহাত পৰিণত কৰিলে আৰু গোটেই মহাৰাষ্ট্ৰই এটা সক্ৰিয় সমৰ শিবিৰৰ ৰূপ ললে।

**গণযুদ্ধ ঃ** সম্ভাজীৰ নিষ্ঠুৰ হত্যাই ঔৰংজেবৰ বহু দৰ্শিতাৰ অভাৱৰ পৰিচয় দিছে। তেওঁৰ এই কাৰ্যৰ পৰিণামে যি ভীষণ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে, তেওঁ তাক অনুমান কৰিব পৰা নাছিল। তেওঁ হয়তো ভাবিছিল জুৰুলা আৰু নিৰ্জীৱ মহাৰাষ্ট্ৰক এনে এটা আঘাত দিলে তাৰ সমধিক প্ৰতিঘাত পোৱাৰ সম্ভাৱনা নাই। আচলতে তেওঁ মাৰাঠাৰ প্ৰকৃত মনোবল বুজিব নোৱাৰি মাৰাঠা জাতিৰ বিৰুদ্ধে এই গুৰুতৰ সংকল্প কৰিছিল, যাৰ ব্যৰ্থতাৰ কাৰণে তেওঁ পৰিশেষত শাহুক আঁকোৱালি ল'বলৈ বাধ্য হয়। শতাব্দী জুৰি যি জাতিৰ কৃষ্টি আৰু সভ্যতা ধৰ্মৰ ওপৰত প্ৰতিষ্ঠিত, আৰু যি জাতিৰ ৰাজভক্তি ধৰ্মৰ সৈতে সমন্বিত, সেই জাতিৰ ৰজা এজন এইদৰে পদদলিত হোৱাত জাতীয় বিদ্বেষ জাগৰিত হোৱা স্বাভাৱিক।

ঔৰংজেবৰ আজ্ঞাত সেনাপতি জুলফিকিৰ খাঁই ৰায়গড় অৱৰোধ কৰিলে আৰু মোগলৰ বিপুল সমৰ সজ্জাৰ বিপৰীতে দুৰ্গ ৰক্ষা কৰিলে জেচুবাইয়ে। মোগল বিৰচিত বাহৰ দশোদিশৰপৰা অসংখ্য মাৰাঠাই অহৰ্নিশে প্ৰতি আক্ৰমণ আৰম্ভ কৰিলে। মাৰাঠাই যুদ্ধপদ্ধতি অৱলম্বন কৰিলে "গামিনি কাবা" (গেৰিলা যুদ্ধ)। এই কৌশলত অনভ্যস্ত মোগল ক্ৰমে হাৰাশাস্তি হ'ল। জাকে জাকে মাৰাঠা সেনানীয়ে অলংঘ্য গিৰিকন্দৰ কিম্বা দুৰ্ভেদ্য বননিৰপৰা ওলাই আকস্মিক আক্ৰমণেৰে মোগলৰ প্ৰাণত সন্ত্ৰাস সৃষ্টি কৰিলে।

এই সঙ্কট কালত ৰামচন্দ্ৰ অমাত্যৰ পৰিকল্পনা যি দুজন বীৰে সজীৱ কৰিছিল তেওঁলোক আছিল শান্তাজী ঘোৰপাৰে আৰু ধানাজী যাদব। এওঁলোকে মাৰাঠা অধিনায়ক হাম্বিৰ ৰাও মোহিতাৰ অধীনত তেওঁৰ সহকাৰী স্বৰূপে নানা যুদ্ধ ক্ষেত্ৰত মাৰাঠা বাহিনী পৰিচালনা কৰিছিল। শিৱাজীৰ পিচত যিসকল বীৰে ধ্বংসৰ মাজতো মোগলৰ গ্ৰাসৰপৰা মহাৰাষ্ট্ৰ উদ্ধাৰ কৰিব পাৰিছিল তাৰ

ভিতৰত এওঁলোক সুপ্ৰসিদ্ধ। মহাৰাজ শিৱাজী প্ৰমুখ্যে মাৰাঠা বীৰসকলৰ বৈশিষ্ট্য আছিল, নেতৃস্থানৰ উপযোগী পৰবৰ্ত্তী বীৰ গঢ়ি তোলা। শান্তাজী এই পদ্ধতিৰ কৃতকাৰ্যতাৰ পৰিচায়ক। শিৱাজীৰ দেশ প্ৰেমেৰে অনুপ্ৰাণিত এই দুয়োজন বীৰ যুৱকে গণ-যুদ্ধৰ নেতৃ-স্থান অধিকাৰ কৰিলে। তেওঁলোকৰ সামৰিক কৌশল আৰু বীৰত্বৰ বাবে তেওঁলোক সকলোৰে শ্ৰদ্ধাভাজন হয়।

দুঃসাহসিক বীৰ শান্তাজীয়ে ক্ষিপ্ৰতাৰ কাৰণে সুখ্যাতি লাভ কৰাৰ উপৰিও সামৰিক শৃংখলা ৰক্ষাৰ বাবে অদ্বিতীয় আছিল। তেওঁ ৰণুৱাৰ তিলমানো অৱহেলা মাৰ্জনা নকৰিছিল। সামৰিক আজ্ঞাৰ সঠিক প্ৰতিপালন নহলে দোষীক হাতীৰে গছকি প্ৰাণবধ কৰাইছিল। ধীৰ বুদ্ধি ধানাজী যাদবৰ স্থিৰতাই আছিল নবজাগৰিত মাৰাঠাৰ সামৰিক শক্তিৰ মূল। অমাত্য ৰামচন্দ্ৰ পান্ত নীলকণ্ঠ নিজে যোদ্ধা নহলেও, তেওঁৰ ৰচিত ৰণত নিখুঁত আঁচনিবোৰ কাৰ্যত অবিকল পৰিণত কৰাইছিল। স্বয়ং ঔৰংজেবেও এওঁলোকৰ আক্ৰমণৰ হাত এৰুৱাব নোৱাৰিলে। এওঁলোকৰ নামত মোগল বাহিনীত ক্ৰমে আতঙ্কৰ সৃষ্টি হ'ল। এদিন নিশা ধুমুহা বৰষুণ মূৰত লৈ 'গামিনি কাবা'ত বিচক্ষণ বীৰ শান্তাজীয়ে ঔৰংজেবৰ কাৰাগাঁৱৰ বাহৰ আক্ৰ-মণ কৰে। সেই দুৰ্যোগৰ মাজত মাৰাঠাই ঔৰংজেবৰ তম্বুটো কাটি দিয়াত তেওঁৰ দেহৰক্ষী কিছুমান হতাহত হয়। তেওঁৰ সৌ-ভাগ্য সিদিনা নিশা তেওঁ জীয়েকৰ বাহৰত অতিথি আছিল। শান্তা-জীয়ে তম্বুৰ ওপৰৰ সোণৰ কলচি দুটা কাটি নি প্ৰতাপগড় দুৰ্গত ৰাজাৰামক উপহাৰ দিয়ে।

**ৰায়গড়ৰ পতন ঃ** অৱশিষ্ট দুৰ্গৰ ভিতৰত ৰায়গড় আৰু প্ৰতাপগড় অধিকাৰ কৰাই ঔৰংজেবৰ ঘাই লক্ষ্য আছিল। তেওঁ ভাবিছিল মাৰাঠা শক্তিৰ প্ৰধান কেন্দ্ৰ এই দুই দুৰ্গ হস্তগত কৰিব পাৰিলে তেওঁৰ মহাৰাষ্ট্ৰ বিজয় প্ৰতীয়মান হ'ব। কিন্তু জুলফিকিৰ খাঁই একাদিক্ৰমে প্ৰায় আঠমাহ অৱৰোধ কৰি ৰায়গড় জয় কৰিব নোৱাৰিলে। তেওঁৰ নিষ্ফল প্ৰয়াসত ঔৰংজেব হতাশ হ'ল। আন ফালে শান্তাজী আৰু ধানাজীৰ উৰণীয়া বাহিনীয়ে কেউফালৰপৰা তীব্ৰ আক্ৰমণেৰে মোগলক খান্তাং কৰিব ধৰিলে। সন্ত্ৰস্ত ঔৰংজেবে জুলফিকিৰ খাঁক নিৰ্দেশ দিলে, যে যি কোনো উপায়ে তেওঁ নিৰ্দিষ্ট কালৰ ভিতৰত অৱৰোধ সাফল্যমণ্ডিত কৰিব নোৱাৰিলে তেওঁ দুৰ্যশৰ প্ৰতিফল পাব। বলেৰে নোৱাৰি জুলফিকিৰ খাঁই দুৰভিসন্ধিৰে দুৰ্গ জয় কৰিবলৈ যত্ন কৰিলে। তেওঁৰ সেই যত্ন সফল হ'ল।

মহাৰাষ্ট্ৰৰ দুৰ্ভাগ্য, সূৰ্যজী পিশাল নামেৰে দুৰ্গৰক্ষী মাৰাঠা সেনানায়ক এজনক মোগলে হস্তগত কৰিলে। এওঁক জুলফিকিৰ খাঁই প্ৰলোভিত কৰিলে যে দুৰ্গ আক্ৰমণৰ যথা সময়ত এওঁ দুৰ্গৰ দুৱাৰ এখন মুকলি কৰি দিলে বিনাসৰ্তে এওঁক সম্ৰাটে ওৱাইৰ দেশমুখী বাটান সম্প্ৰদান কৰিব। প্ৰলোভিত কুকুৰৰ দৰে এই দুৰ্জনে ইঙ্গিতত আক্ৰমণকাৰী মোগলক দুৰ্গদ্বাৰ খুলি দিয়াৰ ফলত মোগলে মাৰাঠাৰ ৰাজকেন্দ্ৰ ৰায়গড় অধিকাৰ কৰিলে (১৬৮৯।৩ নবেম্বৰ)।

লোভীৰ বিশ্বাসঘাতকতাৰ কাৰণে এইদৰে মহাৰাষ্ট্ৰৰ জাতীয় গৌৰৱ বিনষ্ট হয় আৰু মহাৰাজ শিৱাজীৰ পত্নী চাকোৱাৰ বাই, সম্ভাজীৰ ৰাণী দুৰ্গৰক্ষী জেচুবাই আৰু সম্ভাজীৰ নাবালক পুত্ৰ শাহু ঔৰংজেবৰ বন্দী হয়।

ৰায়গড়ৰ পতন হলেও, বিক্ৰমী মাৰাঠাৰ শক্তিৰ হ্ৰাস নহ'ল। দেশৰ চুকে কোণে মোগলৰ বিৰুদ্ধে তুমুল যুদ্ধ প্ৰচেষ্টা সংগঠিত হ'ল। প্ৰতিভাশালী ৰামচন্দ্ৰই দেশৰক্ষাৰ সম্পূৰ্ণ ভাৰ গ্ৰহণ কৰিলে; সামৰিক আৰু বেসামৰিক সকলো ৰাজকাৰ্য তেওঁৰ হাতত কেন্দ্ৰীভূত হ'ল। তেওঁৰ পৰিকল্পনা অনুসৰি পৰশুৰাম ত্ৰিম্বক আৰু শঙ্কৰাজী নাৰায়ণে আত্মৰক্ষাৰ ভাৰ ললে আৰু শান্তাজী আৰু ধানাজীয়ে মোগল অভিযান ৰোধ কৰিবলৈ প্ৰবল সামৰিক আয়োজন কৰিলে। অসীম ধৈৰ্যশীল মাৰাঠাই পূৰ্ণ উদ্যমেৰে এইদৰে বিধৰ্মীৰ অবৰ্ণনীয় অত্যাচাৰৰ বিৰুদ্ধে যুঁজি মাৰাঠাৰ জাতীয় জীৱন পুনৰ সংগঠন কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল।

## মোগলৰ সন্ধ্যা

**মাৰাঠাৰ জিঞ্জি যাত্ৰা** : মহাৰাষ্ট্ৰৰ ৰাজধানী পতনৰ লগে লগে ৰাজ-পৰিয়াল যেতিয়া মোগল সম্ৰাটৰ হস্তগত হ'ল, তেতিয়া তেওঁ জয়গৌৰৱেৰে উল্লাসিত হৈ মহাৰাষ্ট্ৰ ছাৰখাৰ কৰিবলৈ অলপো সঙ্কুচিত নহ'ল। আনপক্ষে দৃঢ়প্ৰতিজ্ঞ মাৰাঠাই সম্প্ৰতি দেশ ত্যাগ কৰি হলেও, হাত ৰাজ্য উদ্ধাৰৰ কাৰণে সৰ্বত্যাগী হবলৈ স্থিৰ কৰিলে।

নিগৃহীত ৰাজাৰামৰ আশ্ৰয়স্থান স্বৰূপে জিঞ্জি দুৰ্গ যথাসাধ্যে সুৰক্ষিত কৰা হৈছিল। দেশত সামৰিক অৱস্থাৰ পৰিবৰ্তনৰ লগে লগে, তেওঁ পানহালা দুৰ্গ পৰিত্যাগ কৰি, কৰ্ণাটকৰ সুদূৰ জিঞ্জি অভিমুখে প্ৰস্থান কৰিলে। তেওঁৰ পৰিয়ালবৰ্গক সম্পূৰ্ণ নিৰাপদে ৰখাৰ দায়িত্ব গ্ৰহণ কৰিলে ৰামচন্দ্ৰই। ৰাজাৰামে জিঞ্জিলৈ পলোৱাৰ সম্ভেদ পাই

তেওঁক অনুসৰণ কৰিবলৈ ঔৰংজেবে সেনাপতি জুলফিকিৰ খাঁক আদেশ দিলে। কিন্তু ধানাজী আৰু শান্তাজীয়ে অসীম কৌশল আৰু বিক্ৰমেৰে মোগলৰ সেই চেষ্টা ব্যৰ্থ কৰিলে আৰু অষ্টপ্ৰধানেৰে সৈতে যথা সময়ত গৈ ৰাজাৰামে জিঞ্জিত আশ্ৰয় ললে (১৬৮৯।১৫ নঃ)। ঔৰংজেবৰ ঈৰ্ষাবহ্নিৰ বিপৰীতে কৰ্ণাটকৰ হিন্দু-মুছলমান ৰজাবৃন্দই ৰাজাৰামৰ পক্ষ সমৰ্থন কৰিলে।

মাৰাঠাৰ এই বিস্ময়কৰ পৰিকল্পনা ঔৰংজেবৰ পক্ষে যাদু বিদ্যা যেন লাগিল। তেওঁ কল্পনা কৰিব পৰা নাছিল যে তেওঁৰ চকুৰ আগতে তেওঁৰ বৈৰীকুল এইদৰে অদৃশ্য হ'ব পাৰে। কি উপায়ে তেওঁ দুৰ্দ্ধৰ্ষ শত্ৰুৰ আক্ৰমণৰ বিপৰীতে বিৰাট মোগল বাহিনী কৰ্ণাটক উপকূললৈ পৰিচালনা কৰিব, তাকে ভাবি তেওঁ বৰ বিমোৰত পৰিল। ৰণোন্মত্ত মাৰাঠাৰ এই অলৌকিক পৰিকল্পনাই তেওঁৰ যেন বিজয় গৌৰৱৰ সকলো আশা নিৰ্মূল কৰিলে। মহাৰাজ শিৱাজীয়ে তেওঁৰ অদ্ভুত দূৰদৰ্শিতাৰ গুণত মহাৰাষ্ট্ৰৰপৰা জিঞ্জিৰ পথত এশাৰী দুৰ্গ নিৰ্মাণ কৰাইছিল। মাৰাঠাসকলে এই দুৰ্গবোৰ ৰণসজ্জাৰে এনেদৰে সুৰক্ষিত কৰিছিল, যে মোগলে যিমানেই বিপুল আয়োজন কৰক ঔৰংজেবৰ পক্ষে এই পথেৰে জিঞ্জি আক্ৰমণ কৰা দুষ্কৰ হ'ল। কিন্তু অসীম অধ্যৱসায়ী ঔৰংজেবে তেওঁৰ কাৰ্যপন্থাৰ পৰিবৰ্তন নকৰিলে। যিমানেই দুৰূহ হলেও তেওঁ জুলফিকিৰ খাঁক জিঞ্জি অৱৰোধৰ বাবে আগুৱাবলৈ নিৰ্দেশ দিলে। এই অৱৰোধ অনতিবিলম্বে সাফল্য-মণ্ডিত কৰিবলৈ ৰণ পৰিচালনা পৰিদৰ্শন কৰিবৰ অৰ্থে, ঔৰংজেবে বিজাপুৰৰ দক্ষিণে কৃষ্ণা নদীৰ পাৰত মোগল সামৰিক শিবিৰ স্থাপন কৰিলে।

**মোগলৰ পৰাজয়ঃ** মহাৰাষ্ট্ৰত মোগলৰ বিপৰ্যয় ক্ৰমে বাঢ়িব ধৰিলে। আনফালে জুলফিকিৰ খাঁৰ জিঞ্জি অৱৰোধ সফল হোৱাৰ আশা ক্ষীণাই আহিল। সম্ৰাটে পাৰেমানে জিঞ্জিলৈ সৈন্য আৰু ৰণ সম্ভাৰ পঠালে যদিও অভিযান ফলৱতী নহ'ল। তেওঁ উৎ-কণ্ঠাত নিমজ্জিত হৈ নিজেই জিঞ্জি অভিযানত যোগ দিবলৈ মন কৰিছিল। কিন্তু মহাৰাষ্ট্ৰত মোগলৰ সামৰিক অৱস্থা ইমানেই জটিল হৈ উঠিল যে সেই প্ৰতিকূল অৱস্থাৰ পৰিবৰ্তনৰ বাবে তেওঁ নিৰু-পায় হৈ কৃষ্ণানদীৰ পাৰৰপৰা মোগল শিবিৰ ভীমাৰ দক্ষিণ পাৰে ব্ৰহ্মপুৰীলৈ স্থানান্তৰ কৰিবলৈ বাধ্য হয়।

প্ৰায় আঠ বছৰ কাল অৱৰোধ কৰি জুলফিকিৰ খাঁই জিঞ্জি জয় কৰিব নোৱাৰিলে। মাৰাঠা বীৰসকলে এনে দক্ষতাৰে দুৰ্গ ৰক্ষা

কৰিছিল যে মোগল সেনাপতিৰ দুৰ্গজয়ৰ সকলো প্ৰয়াস অকৃতকাৰ্য হয়। অৱশেষত অৱৰোধকাৰী মোগল বাহিনী মাৰাঠাৰ ব্যূহৰ ভিতৰত অৱৰুদ্ধ হোৱাৰ সম্ভাৱনা হৈ পৰে। কিন্তু মোগলৰ অশেষ ক্ষতি হোৱা সত্বেও আঁকোৰগোজালি সম্ৰাটে জিঞ্জিৰ অৱৰোধ তুলি ল'বলৈ অনুমতি নিদিলে। সম্ৰাটৰ পুত্ৰ কামবক্স, সেনাপতি আলি-মৰ্দান খাঁ, ইচমাইল খাঁ আদি বিচক্ষণ মোগল সেনাপতিসকল জিঞ্জিত পৰাস্ত হ'ল। আপ্ৰাণ চেষ্টা কৰি জুলফিকিৰ খাঁই যেতিয়া দেখিলে যে জিঞ্জি অৱৰোধ সাফল্যমণ্ডিত হোৱাৰ পূৰ্বেই মোগলৰ সৰ্বশক্তি নিঃশেষ হ'ব, তেতিয়া তেওঁৰ পিতাক, অভিজ্ঞ বৃদ্ধ সেনাপতি আসাদখাঁৰ পৰামৰ্শ অনুসৰি অৱৰোধ পৰিত্যাগ কৰি অৱশিষ্ট মোগল বাহিনী সৈতে ওৱান্দিওৱাচলৈ পলাই গৈ আত্মৰক্ষা কৰিবলৈ বাধ্য হয়। ৰাজাৰামে জুলফিকিৰ খাঁক পলাবৰ সুযোগ নিদিয়া হলে মোগল বাহিনীৰে মাৰাঠাৰ হাতত সমূলঞ্চে নিপাত হোৱাৰ সম্ভাৱনা হৈছিল। ধনৰ লোভত মাৰাঠা ৰজাই মোগলক এই সুযোগ দিয়া বুলি এই যুদ্ধৰ অধিনায়ক শান্তাজী ঘোৰপাৰে আৰু ৰাজাৰামৰ ঘোৰ মনো-মালিন্যৰ সৃষ্টি হয়। শান্তাজী বৰ উদ্ধত প্ৰকৃতিৰ লোক আছিল। ৰামচন্দ্ৰ অমাত্যৰ বাহিৰে কোনো জনেই তেওঁৰ স্বাধীন চিন্তাৰ পৰি-বৰ্তন কৰিব নোৱাৰিছিল।

আক্ৰমণকাৰী আৰু আক্ৰান্ত উভয়ৰে সমানে সঙ্কট পৰিলক্ষিত হ'ল। মাৰাঠাৰ সৈতে ক্ৰমে অবিৰাম ওঠৰ বছৰ ৰণ কৰি ঔৰংজেব অকূল সমুদ্ৰত পৰাৰ নিচিনাকৈ, মাৰাঠাসকলৰ পক্ষে কৰ্ণাটকৰ পৰা বুৰ্হানপুৰলৈ আগুৰি মোগলৰ বিপক্ষে এই বিশাল ভূ-ভাগ আগুৰি সৈন্য সমাবেশ কৰা ক্ৰমে অসম্ভৱ হৈ পৰিল। কিদৰে এই মাৰাত্মক ৰণৰ অৱসান হয় তাৰ বাবে মোগল মাৰাঠা দুয়ো পক্ষই সমানে উদ্বিগ্ন হৈ উঠিল। ৰণৰপৰা নিষ্কৃতি পাবলৈ দুয়ো পক্ষে নতুন নতুন পন্থা উদ্ভাৱন কৰিলে। বিশালগড়ৰ সামৰিক সভাত মাৰাঠাসকলে স্থিৰ কৰিলে যে সেনাপতি ধানাজীয়ে দাক্ষিণাত্যৰ মোগল অধিকাৰ উছন কৰিব আৰু আন সেনাপতি শান্তাজীয়ে তুঙ্গভদ্ৰা নদীৰ দক্ষিণ পাৰৰপৰা জিঞ্জিলৈকে গোটেই অঞ্চল আগুৰি মোগল আক্ৰমণৰ বিপৰীতে ৰাজাৰামক নিৰাপদ কৰিব। আন পক্ষে সম্ৰাট ঔৰংজেবে সেনাপতিসকলৰ সাল-সলনি কৰি সমৰ পৰি-চালনাৰ নতুন ব্যৱস্থা হাতত ললে। এই আঁচনি অনুসৰি মোগল সেনাপতি কাশিম খাঁ আৰু খানাজাদ খাঁই জিঞ্জিৰ পথ ৰোধ কৰিবলৈ নিযুক্ত হ'ল।

সেনাপতি কাশিম খাঁই সসৈন্যে গৈ কৰ্ণাটক সোমাল। তেওঁৰ অভিযানত শান্তাজীয়ে বাধা প্ৰধান নকৰিলে। মোগল সম্ভ্ৰান্ত খানাজাদ খাঁই তেওঁৰ যথাবিহিত কৰ্তব্যৰ ফালে আওকাণ কৰি হলেও, পদবী অনুসৰি নিজ মৰ্যাদা অক্ষুণ্ণ ৰখাৰ কাৰণে সদায় সতৰ্ক আছিল। তেওঁৰ কৰ্ণাটক আগমনত তেওঁৰ সহকৰ্মী কাশিম খাঁই তেওঁৰ মৰ্যাদা আৰু পদবী অনুসৰি তেওঁক অভ্যৰ্থনা জনাবলৈ সাজু হ'ল। এই উদ্দেশ্যে কাশিমে বিৰাট মণ্ডপ এটা সাজি তাক নানা বহুমূলীয়া আভৰণেৰে ৰাজসূয় সভাৰ উপযোগী কৰিলে। সেই মণ্ডপত খানাজাদ খাঁক সম্ভাষণ জনোৱাৰ বাবে সামৰিক আয়োজন সম্পূৰ্ণ কৰা হ'ল।

চোৰাংচোৱাই মাৰাঠা সমৰকেন্দ্ৰত বিশদ বাতৰি জনাই আছিল। বিচক্ষণ মোগল সেনাপতিসকলৰ আগন্তুক সম্মিলনত শান্তাজীৰ মনত ভয়ৰ সঞ্চাৰ হ'ল। তেওঁ বুজিলে যে অক্লান্ত সেনাপতি সকলৰদ্বাৰা পৰিচালিত সমবেত মোগল বাহিনীৰ বিপক্ষে একে যোগে ৰণ দিয়া মাৰাঠাৰ পক্ষে অসম্ভৱ হব। গতিকে মোগলৰ আয়োজন বিনষ্ট কৰিবলৈ তেওঁ আচম্বিতে দুষ্কৰ পৰিকল্পনা হাতত ললে। তেওঁ খানাজাদ খাঁৰ অভিযানৰ সঠিক সংবাদ সংগ্ৰহ কৰি, তেওঁৰ দুভাগ সৈন্যক সন্ধিস্থলত লুকাই ৰাখিলে আৰু আন ভাগক লৈ অজানা পথেৰে আহি প্ৰভাতৰ পূৰ্বেই সভামণ্ডপ লুট কৰি তাত অগ্নি সংযোগ কৰিলে। পৈশাচিক হাহাকাৰৰ মাজত মোগলৰ ৰাজ আয়োজন পুৰি ছাই হৈ গ'ল। শান্তাজীয়ে তেওঁৰ সৈন্য সমন্বিতে তীৰবেগে গন্তব্যস্থানলৈ প্ৰস্থান কৰিলে।

মাৰাঠাৰ আকস্মিক আক্ৰমণত বিব্ৰত কাশিম খাঁই শান্তাজীক অনুসৰণ কৰাৰ লগে লগে সেনাপতি খানাজাদ খাঁই তেওঁৰ সৈতে যোগ দিয়ে। শান্তাজীক বহু দূৰলৈ খেদাৰ পিচত, মোগলে দেখিলে যে, পিছফালৰপৰা অলেখ মাৰাঠাই মোগল বাহিনীৰ পিছভাগ আক্ৰমণ কৰিছে আৰু অনুধাৱিত শান্তাজীয়ে ঘূৰি মোগলৰ সমুখীন হৈছে। এনে সঙ্কটত বিপন্ন মোগলে ছত্ৰভঙ্গ হৈ দুদেৰী নামেৰে ঠাইত আশ্ৰয় লয়। কিন্তু শান্তাজীৰ আক্ৰমণত মোগলে আত্ম সমৰ্পণ কৰিবলৈ বাধ্য হ'ল। কাশিম খাঁ আফিংসেৱী লোক আছিল। ৰুদ্ধ অৱস্থাত তিনি দিনলৈ আফিং খাবলৈ নাপাই দুদেৰীত তেওঁৰ মৃত্যু হয় আৰু খানাজাদ খাঁই প্ৰাণৰ বিনিময়ত মাৰাঠাক বিশ লক্ষ টকা মুক্তিকৰ সোধায়। ইয়াৰ উপৰিও মাৰাঠাই মোগলৰ প্ৰায় ত্ৰিশ লক্ষ টকাৰ মূল্যৰ ৰণ-সম্ভাৰ লুটি লয়। এইদৰে জিঞ্জিৰ পথ

ৰোধকাৰী মোগল বাহিনী মাৰাঠাৰ হাতত সমূলঞ্চে বিনষ্ট হয়।

**শান্তাজীৰ অপমৃত্যু ঃ** পূৰ্বৰপৰাই ৰাজাৰামৰ সৈতে শান্তাজীৰ বৰ সম্ভাৱ নাছিল। শান্তাজীৰ উদ্ধত স্বভাৱেই ইয়াৰ ঘাই কাৰণ। নানা ৰণক্ষেত্ৰত সুখ্যাতিৰে জয়যুক্ত হৈ ৰজাৰপৰা সমুচিত স্বীকৃতি নোপোৱা বুলি তেওঁ ৰজাৰ বিৰুদ্ধে অভিযোগ আনিছিল। এই বিষয়ে তৰ্ক বিতৰ্কৰ মাজত শান্তাজীয়ে ৰজাৰ প্ৰতি অকথ্য ভাষা প্ৰয়োগ কৰে। শান্তশিষ্ট হলেও ৰাজাৰামে এই অপমান সহিব নোৱাৰিলে আৰু শান্তাজীৰ অপৰাধৰ শাস্তি স্বৰূপে তেওঁক পদচ্যুত কৰি, তেওঁৰ ঠাইত ধানাজী যাদবক সৰ্বাধিনায়ক নিযুক্ত কৰিলে। মদমত্ত বীৰ শান্তাজীয়ে ৰাজ আজ্ঞা অৱজ্ঞা কৰি, বিনাযুদ্ধে ধানাজীক পদ সোধাই দিবলৈ অমান্তি হ'ল। ফলত কাঞ্চিৰ ওচৰৰ মণিমুক্তা নদীৰ পাৰত মাৰাঠাৰ সৰ্বশ্ৰেষ্ঠ দুয়ো সেনাপতিৰ ভিতৰত তুমুল ৰণ হয়। ৰণত ধানাজী পৰাস্ত হ'ল আৰু তেওঁৰ সহকাৰী সেনাপতি অমৃত ৰাওক শান্তাজীয়ে বন্দী কৰিলে। ক্ৰুদ্ধ শান্তাজীয়ে অমৃত ৰাওক হাতীৰে গছকাই বধ কৰালে।

ইতিপূৰ্বে ঔৰংজেবে ঘোষণা কৰিছিল, যে যিজনে শান্তাজীক বধ নাইবা বন্দী কৰিব তেওঁ তাক উপযুক্ত সম্মান সূচক পুৰস্কাৰ দিব। অমৃত ৰাওৰ ভনীয়েক ৰাধাৰাণীয়ে শান্তাজীৰ ওপৰত ভাতৃ-হত্যাৰ প্ৰতিশোধ ল'ব বুলি প্ৰতিজ্ঞা কৰিছিল। তেওঁৰ স্বামী নাগো-জীয়ে শান্তাজীক গুপ্ত-হত্যা কৰিবলৈ ঔৰংজেবৰ সৈতে ষড়যন্ত্ৰ কৰিলে। শত্ৰুৰ যত্ন আৰু পৰামৰ্শত দুৰ্ভগীয়া শান্তাজীৰ সহকাৰীসকলে তেওঁক পৰিত্যাগ কৰিছিল। ধানাজীৰ শত্ৰুতাৰ কাৰণে অৱশেষত প্ৰাণৰ আশঙ্কাত তেওঁ মহাৰাষ্ট্ৰলৈ পলায়ন কৰে। তেওঁক অনুসৰণকাৰী ধানাজীৰ সৈন্যেৰে সৈতে বিজাপুৰৰ ওচৰত শান্তাজীৰ ৰণ হয়। সেই ৰণত পৰাস্ত হৈ তেওঁ সাঁতাৰাৰ ওচৰৰ মহাদেৱ পৰ্বতত আশ্ৰয় ল'বলৈ বিচাৰিছিল; কিন্তু তেওঁ তেতিয়াও গম পোৱা নাছিল যে ঘাতক কিছুমানৰে সৈতে নাগোজীয়ে তেওঁক অনুসৰণ কৰিছে। শান্তা-জীয়ে এদিন জুৰি এটাত অকলে গা ধুই আছিল, এনেতে হঠাৎ অস্ত্ৰধাৰী মানুহ কিছুমানে তেওঁক চাৰিওফালৰপৰা আগুৰি ললে। নিৰস্ত্ৰ শান্তাজীয়ে আত্মৰক্ষাৰ কোনো উপায় নাপালে। ঘাতক-হঁতে তেওঁৰ মূৰটো কাটি সেই কটা মূৰটো নাগোজীক অৰ্পণ কৰিলে। মহাৰাষ্ট্ৰৰ এজন অদ্বিতীয় বীৰ শান্তাজীৰ শিৰৰ বিনিময়ত নাগোজীয়ে সম্ৰাটৰপৰা বহু ধন ঐশ্বৰ্য পুৰস্কাৰ পালে।

**ৰাজাৰামৰ মৃত্যু ঃ** ৰাজাৰামৰ দহ বছৰ বয়সত পিতাক মহাৰাজ শিৱাজীৰ মৃত্যু হয় আৰু তেতিয়াৰপৰাই ৰাজ্যত যি দুৰ্ঘোৰ অশান্তিৰ সৃষ্টি হৈছিল তাৰ ফলত তেওঁ ৰাজোচিত শিক্ষা ল'বৰ সুযোগ নাপালে। তেওঁ স্বাধীন ভাবে কঠিন ৰাষ্ট্ৰীয় সমস্যাৰ সমাধান কৰিব নোৱাৰিছিল। তেওঁৰ উপদেষ্টা প্ৰহলাদ নিৰাজীৰ মৃত্যুৰ পিছৰপৰাই ক্ৰমে তেওঁৰ ৰাজকাৰ্য শিথিল হয়। পিছে তেওঁ আফিংসেৱী হোৱাত তেওঁৰ শাৰীৰিক আৰু মানসিক ক্লেশ দেখা দিয়ে। শান্তাজীৰ নিচিনা সুদক্ষ বীৰ এজনক হাতৰ মুঠিত ৰাখিব নোৱৰাটোৱেই তেওঁৰ অকৰ্মণ্যতাৰ পৰিচায়ক।

সুবিশাল সমৰক্ষেত্ৰ আগুৰাৰ উপৰিও, জিঞ্জিৰ অবৰক্ষণ অকল ধানাজীৰ পক্ষে অসম্ভৱ হৈ উঠিল। ঔৰংজেবে মহাৰাষ্ট্ৰত সমৰ আয়োজন বঢ়াই পূৰ্ণ উদ্যমে জিঞ্জি অধিকাৰ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল। যি উপায়ে হওক জিঞ্জি অধিকাৰ কৰিবৰ বাবে তেওঁ সেনাপতি জুলফিকিৰ খাঁক কঠোৰ আদেশ দিলে। ক্ৰমে আঠ বছৰ যুঁজি মাৰাঠাসকলে যেতিয়া দেখিলে যে জিঞ্জিৰ পতন অনিবাৰ্য তেতিয়া সমূহ বিপদৰ হাত সাৰিবলৈ ৰাজাৰামে জিঞ্জি পৰিত্যাগ কৰি মহাৰাষ্ট্ৰলৈ পলায়ন কৰে আৰু জিঞ্জি পতনৰ পিচত (১৬৯৮। ফেঃ) মহাৰাষ্ট্ৰৰ ৰাজধানী সাঁতাৰালৈ স্থানান্তৰিত কৰা হয়।

ৰাজাৰাম মহাৰাষ্ট্ৰলৈ উভতি অহাত মাৰাঠাসকলৰ যুদ্ধ প্ৰচেষ্টাৰ পৰিবৰ্তন ঘটিল। যেন এটা নতুন শক্তি, নতুন উদ্যমে তেওঁলোকৰ কৰ্মময় জীৱন সঞ্জীৱিত কৰিলে। ৰাজাৰামৰ নতুন আঁচনি অনুসৰি কেউফালৰপৰা মাৰাঠা বাহিনীবোৰ কেন্দ্ৰীভূত কৰি মহাৰাষ্ট্ৰত ঔৰংজেবৰ বিপক্ষে সমবেত শক্তি প্ৰয়োগ কৰা হ'ল। অধিনায়ক ধানাজীৰ সহকাৰী স্বৰূপে নেমাজী সিন্ধে, খান্দেৰাও, পাৰ্শোজী হাইবাট ৰাও আদি যুৱক সেনাপতিসকলে উৎসাহিত উল্লাসেৰে মোগলক নানা ৰণক্ষেত্ৰত তমোময় দেখুৱালে। আনপক্ষে সুদূৰ উত্তৰ ভাৰতৰ পৰা আহি মোগল বাহিনীয়ে বহু বছৰ ৰণক্ষেত্ৰত শিবিৰ জীৱন যাপন কৰি ভাগৰি পৰিছিল। এওঁলোকে নৱ জাগৰিত মাৰাঠাৰ হাতত য'তে ত'তে পৰাস্ত হ'ব ধৰিলে। খণ্ড-বিখণ্ড মোগল বাহিনী একত্ৰিত কৰি বিক্ৰমী মাৰাঠাৰ গতিৰোধ কৰা ঔৰংজেবৰ পক্ষে ক্ৰমে দুঃসাধ্য হ'ল। জেচুবাই আৰু শাহুৰ উদ্ধাৰৰ কাৰণে মাৰাঠাই ঔৰংজেবৰ ব্ৰহ্মপুৰীৰ বাহৰ আক্ৰমণ কৰিছিল ; কিন্তু সেই আক্ৰমণ বিফল হয়। হলেও মাৰাঠাসকলে বাহৰ লুট কৰি সম্ৰাটৰ জীয়েক এজনীক বন্দী কৰে।

ৰুগ্ন ৰাজাৰামে যুদ্ধ ক্ষেত্ৰত থাকি যুদ্ধ পৰিচালনা কৰিবলৈ অৱহেলা নকৰিছিল। তেওঁ যুদ্ধ শিবিৰত থাকোঁতে টান নৰিয়াত পৰিল। ঔৰংজেবে তেতিয়া সাঁতাৰ অৱৰোধ কৰিছিল কাৰণে, ৰাজাৰামক তালৈ স্থানান্তৰিত কৰিব পৰা নগ'ল। তেওঁক শয্যাশায়ী অৱস্থাত সিংহগড় দুৰ্গলৈ অনা হয় আৰু প্ৰায় লগে লগে তাতে তেওঁৰ মৃত্যু হয় (১৭০০।২ মাৰ্চ)। তেতিয়া তেওঁৰ বয়স আছিল ৩০ বছৰ।

## ঔৰংজেবৰ পতন

**ঔৰংজেবৰ সমস্যা** ঃ মাৰাঠাৰ সৈতে সম্মানসূচক সন্ধি কৰি ঔৰংজেবে দিল্লীলৈ উভতি যাবৰ বহুবাৰ সুযোগ পাইছিল। কিন্তু তেওঁৰ দুৰ্ভাগ্যবশতঃ সেই সুযোগ লবলৈ তেওঁ আওকাণ কৰিলে। তেওঁৰ জীৱনৰ মুখ্য উদ্দেশ্য আছিল, ইচলামৰ প্ৰভাৱ বিস্তাৰ। দাক্ষিণাত্যত প্ৰবল স্বাধীন হিন্দু শক্তি প্ৰতিষ্ঠিত হলে, তেওঁৰ সেই উদ্দেশ্য সফল নহ'ব ভাবি, সম্ভৱতঃ তেওঁ নানা বিপৰ্যয়ক পিঠি দি মহাৰাষ্ট্ৰ অধিকাৰ কৰিবলৈ আপ্ৰাণ যুঁজিছিল। তেওঁ মাৰাঠা জাতিক উছন কৰিবলৈ পঁচিশ বছৰ দাক্ষিণাত্যত থকা কালত আলৰ বুঢ়া হৈছিল যদিও, তেওঁৰ অদম্য ভীম শক্তিৰ বলত অলংঘ্য পাৰ্বত্য দুৰ্গবোৰলৈ সময়ত নিজে সৈন্য পৰিচালনা কৰিছিল। ইমান কৰিও ঔৰংজেবৰ জীৱনৰ উদ্দেশ্য সফল নহ'ল। অৱশেষত বিফল মনোৰথ হৈ বৃদ্ধ দিল্লীৰ সম্ৰাটে মহাৰাষ্ট্ৰ পৰিত্যাগ কৰিবলগীয়া হয়।

ৰায়গড় পতনৰ পিচতেই ঔৰংজেবৰ পৰ্বতপ্ৰমাণ ভুল এটা ভাগি যায়। সম্ভাজীক নিষ্ঠুৰ হত্যা কৰি তেওঁ মাৰাঠা জাতিক যিদৰে ক্ষিপ্ত কৰি তুলিছিল, সেইটো বুজিব পাৰি তেওঁৰ বন্দী মাৰাঠা ৰাজপৰিয়ালক তেওঁ ভিন্নৰূপ ব্যৱহাৰ কৰিছিল। অৱশ্যে ইয়াৰ উদ্দেশ্য আছিল ৰাজপৰিয়ালক সদ্ব্যৱহাৰেৰে তেওঁৰ অনুগামী কৰি মাৰাঠা জাতিৰ বন্ধুত্ব আহৰণ কৰা। সম্ভাজীৰ ৰাণী জেচুবাই, তেওঁৰ সাত বছৰীয়া পুতেক শাহু, সম্ভাজীৰ জাৰজ সন্তান মদন সিং আৰু মাধব সিং আৰু মহাৰাজ শিৱাজীৰ ৰাণী চাকোৱাৰ বাই বন্দী হলেও, ঔৰংজেবৰ অনুগ্ৰহত মোগল শিবিৰত ৰাজসম্মান পাইছিল। ঔৰংজেবৰ নিচিনা ব্যক্তিৰ পক্ষে এইটো অদ্ভুত শিষ্টাচাৰ আৰু সহৃদয়তা। শিৱাজীৰ বংশধৰসকলৰ প্ৰতি তেওঁৰ এই সমাদৰ আৰু সহানুভূতি বৰ বিস্ময়কৰ। শাহুৰ প্ৰতি তেওঁৰ জীয়েক জিনাট-উন-নিচা বেগমৰ অগাধ মৰম ইতিহাসত প্ৰশংসনীয়। এনেকৈ শেষত জেচুবাই আৰু শাহুক

মুক্তি দিয়ায়। প্ৰশান্তমূৰ্তি শাহুৰ প্ৰতি ঔৰংজেবৰ সমাধিক চেনেহৰ বাবে তেওঁ 'শিৱাজী' নামৰ সলনি এওঁক 'শাহু' (সাধু) বুলি সম্বোধন কৰিছিল।

শাহু আৰু জেচুবাই সম্ৰাটৰ পক্ষে এটা সমস্যা হৈ উঠিল। মোগল-মাৰাঠাৰ ৰণৰ মাজত এওঁলোকৰ মুক্তিৰ কথা সম্ৰাটে কল্পনাও কৰিব পৰা নাছিল। তেওঁ ভাবিছিল মোগল মাৰাঠাৰ সন্ধি কৰিবলৈ হলে তেওঁ শাহুক সময়ৰ শৰ স্বৰূপে ব্যৱহাৰ কৰিব, নতুবা শাহুক ইচলাম ধৰ্মত দীক্ষিত কৰাই সেই ধৰ্মৰ গৌৰব বঢ়াব। হব পাৰে, এই অভীষ্ট সিদ্ধিয়েই শাহুৰ ওপৰত সম্ৰাটৰ প্ৰীতিৰ একমাত্ৰ কাৰণ।

ৰাজাৰামৰ মৃত্যুৰ পিচত তেওঁৰ মহিষী তাৰাবাইয়ে তেওঁৰ তিনি বছৰীয়া পুতেক শিৱাজীক মহাৰাষ্ট্ৰৰ সিংহাসনত বহুৱায়। তাৰাবাইৰ এই কাৰ্যক ৰামচন্দ্ৰ আদি বিশিষ্ট মাৰাঠা নেতাসকলে সমৰ্থন নকৰিছিল; কিন্তু শত্ৰু দুৱাৰদলিত থাকোঁতে এই কাৰ্যৰ বিৰোধিতা নকৰি সকলোৱে মহাৰাষ্ট্ৰৰ সংহতি ৰক্ষা কৰিছিল। ৰাজ অধ্যক্ষ স্বৰূপে তাৰাবাইয়ে সকলো কাৰ্যভাৰ নিজে বহন কৰিছিল, আৰু আনকি, আৱশ্যক অনুসৰি সমৰ ক্ষেত্ৰত উপস্থিত থাকি তেওঁ ঔৰংজেবৰ বিৰুদ্ধে নিজে সৈন্য পৰিচালনা কৰিছিল।

**ঔৰংজেৱৰ ধৰ্মান্ধতা ঃ** ঔৰংজেবৰ জীৱন সন্ধ্যা হোৱাৰ লগে লগে উদ্‌ভ্ৰান্ত সম্ৰাটে জেচুবাই আৰু শাহুৰ প্ৰতি অমনযোগী হয়। ফলত, মাৰাঠা ৰাজপৰিয়ালৰ অশেষ কষ্ট হ'বলৈ ধৰিলে আৰু অৱশেষত তেওঁলোকে মহাৰাষ্ট্ৰৰ পৰা সহায় মাগি জীৱন যাপন কৰিবলগীয়া হ'ল। কিন্তু এওঁলোকৰ এই দুৰৱস্থাৰ মাজতো জেদী সম্ৰাটে এওঁলোকৰ প্ৰতি ধৰ্ম বিৰোধ পাহৰিব নোৱাৰিলে। সম্ৰাটে ৰাজ আজ্ঞা প্ৰকাশ কৰিলে যে অনতিবিলম্বে শাহুক মুছলমান ধৰ্মত দীক্ষিত কৰিব লাগে। এই ভয়াবহ আজ্ঞা শুনি জেচুবাইৰ কলিজা কোঁচ খাই গ'ল। এই আজ্ঞা প্ৰত্যাহাৰ কৰিবলৈ সানুনয়ে তেওঁ সম্ৰাটক বহু কাকুতি কৰিলে যদিও, নিষ্ঠুৰ সম্ৰাটে তেওঁৰ এই আজ্ঞা প্ৰত্যাহাৰ নকৰিলে। অৱশেষত তেওঁৰ এই গুৰুতৰ বিপদৰপৰা হাত সাৰিবৰ একমাত্ৰ অৱলম্বন হ'ল সম্ৰাট দুহিতা জিনট-উন-নিচা বেগম। জিনটে সকাতৰে পিতাকক নিবেদন কৰিলে যে যদি তেওঁ শাহুৰ ধৰ্মান্তৰ গ্ৰহণৰ আদেশ ৰদ নকৰে তেন্তে মাতা-পুত্ৰ উভয়ে নিৰাহাৰে প্ৰাণ ত্যাগ কৰিব। সম্ৰাটে বহু নীতি নিৰন্ধন চাই শেষ সিদ্ধান্ত দিলে যে শাহুৰ প্ৰতি ধৰ্মৰ ক্ষেত্ৰত তেওঁ যি আজ্ঞা প্ৰচাৰ কৰিছে, তাৰ পৰিবৰ্তন

হ'বলৈ হলে, শাহুৰ সমকক্ষ আন দুজন হিন্দুৱে মুছলমান ধৰ্ম গ্ৰহণ কৰিব লাগিব। সম্ৰাটৰ এই নিৰ্দেশৰ ব্যতিক্ৰম নহ'ল। শাহুৰ পৰিবৰ্তে আন কোন দুজন সম্ভ্ৰান্ত মাৰাঠাই মুছলমান ধৰ্ম গ্ৰহণ কৰিব, এই বিষয়ে বহু আলোচনাৰ মাজত মহাৰাজ শিৱাজীৰ বংশ মৰ্য্যাদা অক্ষুণ্ণ ৰাখিবলৈ শাহুৰ পৰিবৰ্তে তেওঁৰ বিশ্বস্ত সেনাপতি প্ৰতাপৰাও গুজাৰৰ পুত্ৰ খাঁন্দোজীৰাও আৰু জগজীৱন ৰাৱে স্বেচ্ছাই ধৰ্মান্তৰ গ্ৰহণ কৰি যথাক্ৰমে আব্দুৰ ৰহিম আৰু আব্দুৰ ৰহমান নাম ললে।

ধৰ্মৰ নামত ঔৰংজেবৰ মন যিমানেই কঠিন হলেও, অৱশেষত সকলো অৱস্থা গমি চাই এই তেওঁ বুজিলে যে মহাৰাষ্ট্ৰ জয় কৰা তেওঁৰ পক্ষে অসম্ভৱ হৈ পৰিছে। তেতিয়া তেওঁৰ মৰণোন্মুখ অৱস্থা হোৱাৰ লগতে সেই অভিজ্ঞ বৃদ্ধ যোদ্ধাই সম্যক উপলব্ধি কৰিলে যে মোগল সাম্ৰাজ্যৰ সন্ধ্যা চাপিবলৈ আৰু বেছি পৰ নাই। তেওঁ শাহু আৰু মহাৰাষ্ট্ৰৰ ভৱিষ্যৎ শাসনৰ পৰিস্থিতি সম্পৰ্কে বৰ ব্যগ্ৰ হৈ উঠিল। মাৰাঠাৰ মিত্ৰতাৰ কাৰণে যেন তেওঁৰ প্ৰাণে চিঞৰিব ধৰিলে। তেওঁৰ বিশ্বাস জন্মিল যে শাহুৱে মোগল হাৰেমত যি শিক্ষা দীক্ষা লভিছিল আৰু তেওঁৰ যি অগাধ স্নেহ পাইছিল তাৰ বিনিময়ত শাহুৱে কেতিয়াও মোগলৰ বন্ধুত্ব পৰিহাৰ কৰিব নোৱাৰে, আৰু সেয়ে হলে দাক্ষিণাত্যত মোগলৰ প্ৰভাৱ অক্ষুণ্ণ হৈ থাকিব। তেওঁৰ এই চিন্তাধাৰাৰ সাৰ্থকতাৰ কাৰণে ৰাজোচিত ব্যৱহাৰ আৰু আয়োজনেৰে তেওঁ শাহুৰ বিবাহ কাৰ্য সম্পন্ন কৰাইছিল। ঔৰংজেবৰ এই মাৰাঠা প্ৰীতি সমৰ্থন কৰিবলৈ তেওঁ দুজন অতি প্ৰতিপত্তিশালী ব্যক্তিৰ সহযোগ পালে। তাৰে এজন মহাৰাষ্ট্ৰৰ ভৱিষ্যৎ ভাগ্যবিধাতা বালাজী বিশ্বনাথ ভাট আৰু আনজন সাহাজী ভোন্‌চলাৰ জাৰজ সন্তান ৰায়ভনজী কাকা। এই দুজন ব্যক্তিৰ সহায়ত মাৰাঠাসকলৰ সৈতে সম্মানসূচক সন্ধি স্থাপন কৰি তেওঁ উত্তৰ ভাৰতলৈ যাবৰ বাবে স্থিৰ কৰিলে। এই উদ্দেশ্যে মাৰাঠাৰ সৰ্বাধিনায়ক ধানাজী যাদৱৰ সৈতে অতি শীঘ্ৰে সন্ধিৰ চৰ্তাৱলী নিৰূপণ কৰিবলৈ নিৰ্দেশ দি, তেওঁ শাহুক তেওঁৰ বিশ্বস্ত পুত্ৰ কামবক্সৰ হাতত সঁপি দিলে।

ঔৰংজেবৰ প্ৰস্তাৱ অনুসৰি ধানাজীয়ে মাৰাঠা পক্ষৰপৰা দিয়া চৰ্তবোৰৰ ভিতৰত, প্ৰথম চৰ্ত আছিল, যে সম্ৰাটে মুখ্য মাৰাঠা চৰ্দাৰসকলক এখন প্ৰকাশ্য ৰাজদৰবাৰলৈ আহবান কৰি খিলাট দি সম্মান দেখুৱাব আৰু সেই দৰবাৰত তেওঁ শাহুক মহাৰাষ্ট্ৰৰ ৰজা বুলি স্বীকাৰ কৰিব। সম্ৰাটে এই চৰ্তত সম্মতি দিছিল আৰু তদনু-

যায়ী উভয় পক্ষে ৰাজ-দৰবাৰৰ আয়োজন পূৰ্ণ কৰিবলৈ সাজু হৈছিল।

দৰবাৰৰ নিৰ্দিষ্ট দিনৰ আগৰপৰাই দূৰ-দূৰান্তৰৰ মাৰাঠা চৰ্দাৰসকলে ৰাজসভাৰ শোভা বৰ্দ্ধনৰ বাবে নিজ নিজ সুসজ্জিত সৈন্য বাহিনী লৈ যেতিয়া মোগল শিবিৰৰ চাৰিওফালে স্থান ল'ব ধৰিলে, তেতিয়া অকস্মাতে ঔৰংজেবৰ মনৰ পৰিবৰ্তন ঘটিল। মাৰাঠাৰ যোদ্ধৃবেশ দেখি সম্ৰাটৰ সন্দেহ জন্মিল যে তেওঁক চলেৰে বন্দী কৰিবলৈ এইখন ধানাজীৰ ষড়যন্ত্ৰ। তেওঁ ততালিকে দৰবাৰ খাৰিজ কৰি, দৰবাৰৰ সকলো আয়োজন স্থগিত ৰাখিলে। এইদৰে দুৰ্ভগীয়া সম্ৰাটৰ মাৰাঠাৰ সৈতে পৰিকল্পিত সন্ধিৰ শেষ প্ৰচেষ্টা বিনষ্ট হয়। যুদ্ধ জয়ৰ সকলো আশা ভাৰসা বিসৰ্জন দি তেওঁ এতিয়া কেৱল দিল্লী অভিমুখী হ'বলৈ বিচাৰিলে। আক্ৰমণকাৰী স্বৰূপে যিজনে এদিন ভাৰতবৰ্ষ কঁপাই তুলিছিল, তেওঁ আজি মাৰাঠাৰ আক্ৰমণৰ ভয়ত আত্মৰক্ষাৰ উপায় বিচাৰি নোপোৱা হ'ল।

দাক্ষিণাত্যত থকা শেষ তিনি বছৰ কালত অবৰ্ণনীয় দুখে ঔৰংজেবক আবৰি পেলালে। তেওঁৰ জীৱন দুৰ্বহ হৈ উঠিল। মোগলৰ সুদক্ষ সেনাপতিসকল মৰি প্ৰায় শেষ হৈছিল। অপৈণত ৰণুৱা কিছু-মানে সেনাপতি নাম ললেও, উচিত সিদ্ধান্তত উপনীত হ'বলৈ তেওঁক কাৰ্যকৰী উপদেশ দিব নোৱৰা হ'ল। তেতিয়া সম্ৰাটৰ ৰাজ-ভঁৰাল প্ৰায় শেষ হৈছিল। সৈনিকসকল বেতনৰ পৰা বঞ্চিত হ'ল আৰু ক্ৰমে মোগল ছাউনীত ভাতমুঠিৰো অনাটন হ'বলৈ ধৰিলে। ঘোৰ খাদ্য সঙ্কটৰ মাজত, ক'ৰবাত এমুঠি থাকিলেও, আক্ৰমণকাৰী মাৰাঠা সকলে বলেৰে কাঢ়ি লৈছিল। ৰণৰ বাহিৰেও, খাদ্যৰ অভাৱ আৰু কেউফালে অস্বাস্থ্যকৰ অৱস্থাৰ কাৰণে, সংক্ৰামক ৰোগত মোগল ছাউনী উছন হ'ল। ঔৰংজেবৰ চকুৰ আগতে যেন ধ্বংস আৰু দুৰ্ভিক্ষৰ বিৰাট দৈত্য এটাই মোগল ছাউনীৰ চাৰিওফালে 'খাওঁ খাওঁ' মূৰ্তি ধৰি ঘূৰি ফুৰিলে।

এতিয়া আৰু শক্তিহীন, সামৰ্থহীন বৃদ্ধ সম্ৰাটৰ সহযোগী কোনো নাই। তেওঁ সকলো শ্ৰী, সকলো গৌৰৱ হেৰুৱাই যেন হাতসৰ্বস্ব পুনৰ উদ্ধাৰৰ বাবে ঘোৰ অন্ধকাৰৰ মাজত নিৰুপায় হৈ অকলে বিচৰণ কৰিব ধৰিলে। যিসকলে এদিন মোগল বাদশাহৰ সহযোগী হ'বলৈ বৰ হাবিলাষ কৰিছিল, সেইসকলে তেওঁৰ এই দুৰ্দিনত তেওঁক পৰিত্যাগ কৰি মাৰাঠাৰ পতাকাৰ তলত আশ্ৰয়

লগে। মাল নদীৰ পাৰৰ ছাউনীত থাকোঁতে, ঘটনাক্ৰমে সম্ৰাটৰ ভৰি এখন ভাগি তেওঁ সহজে খোজ কাঢ়িবলৈ অপাৰগ হয়। এই দুৰৱস্থাত জীৱনৰ শেষ কালত ব্যৰ্থ মনোৰথ বিৰাট শক্তিমান মোগল সম্ৰাটে ধ্বংসৰ প্ৰেতমূৰ্তি যেন হৈ ৰাইচুৰ ডোৱাবৰপৰা আহমদনগৰলৈ প্ৰত্যাবৰ্তন কৰিলে।

এই সময়ত তেওঁৰ ঘৰুৱা জীৱন বৰ শোচনীয় হৈ উঠিছিল। এই সময়তে তেওঁৰ পুতেক আকবৰ, জীয়েক জেব-উন-নিচা আৰু মিহাৰ-উন-নিচাৰ মৃত্যু হয়। তেওঁৰ ডাঙৰ পুতেক শাহ আলম তেতিয়া দিল্লীত কাৰাৰুদ্ধ হৈ আছিল আৰু আন দুই পুতেকৰ ভিতৰত, সিংহাসন লোভী আজাম শাহে কামবক্সক হত্যাৰ চেষ্টাত আছিল। এই ভ্ৰাতৃ-বিৰোধ গুচাবলৈ তেওঁ আজাম শাহক আহমদনগৰৰপৰা আঁতৰাই দিছিল। আজাম শাহে তেওঁক এৰি যোৱাৰ পিছতেই, সম্ৰাট বৰ টান জ্বৰ নৰিয়াৰদ্বাৰা আক্ৰান্ত হয়। সম্ৰাটৰ বয়স তেতিয়া প্ৰায় ৮৯ বছৰ। তেওঁৰ আলপৈচান ধৰিবৰ বাবে লগত আছিল মাত্ৰ চেনেহৰ জীয়েক জিনট বেগম আৰু ঘৈণীয়েক উদেপুৰী বেগম। নৰিয়া আৰম্ভ হোৱাৰ তিনি দিনলৈ সম্ৰাটে জনতাৰ সৈতে প্ৰাৰ্থনা কৰিবলৈ ৰাজ কাৰ্যালয়ত নিতৌ উপস্থিত হৈছিল। তেওঁ জীৱনৰ শেষ দিনাও শোৱা খোঁটালীৰপৰা ওলাই আহি প্ৰাৰ্থনা জনাবলৈ পাহৰা নাছিল। তাৰ পিছতেই তেওঁৰ শৰীৰ অৱশ হয় আৰু হাতৰ মালা জপি কলমা উচ্চাৰণ কৰি থাকোঁতেই তেওঁ দেহত্যাগ কৰে। (১৭০৭/ ২০ ফেব্ৰুৱাৰী)। মোগল সাম্ৰাজ্য তেওঁ তিনিওজন পুতেকৰ মাজত ভগাই সেই উইলখন গাৰুৰ তলত থৈ যায়। অনুতপ্ত সম্ৰাটে সেই উইলত লিখি গৈছিল "মোৰ জীৱন ব্যৰ্থ হৈছে, মোৰ এই ধূলিৰ শৰীৰ ধূলিৰে সৈতে মিহলাই থবা।" এইদৰে পৃথিবীৰ সৰ্বশক্তিমান সম্ৰাট এজনৰ অন্ত হয়। তেওঁৰ মৃত্যুৰ দুদিন পিছত পুতেক আজাম শাহে বিনা আড়ম্বৰে খুলদাবাদ নামেৰে ঠাইত সম্ৰাটৰ দেহ সমাধিস্থ কৰে।

সম্ৰাটৰ মৃত্যুৰ পিছতেই সেনাপতি জুলফিকিৰ খাঁৰ পৰামৰ্শত আজম শাহে শাহুক মুক্তি দিলে আৰু প্ৰতিশ্ৰুতি দিলে যে যদি মাৰাঠা সকলে শাহুক মহাৰাষ্ট্ৰৰ ৰজা পাতে তেন্তে তেওঁৰ পিতামহ শিৱাজীয়ে বিজাপুৰৰ হাতৰপৰা জয় কৰি লোৱা 'স্বৰাজ্য' ঘূৰাই পাব আৰু ভীমা আৰু গোদাবৰী নদীৰ মাজত তেওঁ মোগলৰপৰা অতিৰিক্ত জায়গীৰ লাভ কৰিব। এই প্ৰতিশ্ৰুতি অনুযায়ী মাৰাঠাই শাহুক ৰজা বুলি স্বীকাৰ কৰিলে আৰু যথাৰীতি সাঁতাৰাত তেওঁ ৰাজ-সিংহাসনত অধিষ্ঠিত হ'ল (১৭০৮)।

কুক্ষণত সম্রাট ঔৰংজেবে মহাৰাষ্ট্ৰত ভৰি দিছিল। তেওঁৰ নিচিনা অভিজ্ঞ বীৰ এজনৰ কেৱল ধৰ্মান্ধতাৰ কাৰণেই মোগল সাম্ৰাজ্যৰ দৰে সম্পদ হেৰুৱাব লগাত পৰে। তেওঁ এই অবাঞ্ছনীয় নীতিৰে প্ৰণোদিত নহলে ভাৰতত বৃটিছ সাম্ৰাজ্য গঢ়ি নুঠিলহেঁতেন। তীক্ষ্ণ-বুদ্ধি ঔৰংজেবে প্ৰতিহিংসাপৰায়ণ নহৈ মাৰাঠাসকলৰ উদ্যম আৰু প্ৰচেষ্টাক আওকাণ নকৰিলে মোগলৰ বিৰুদ্ধে মহাৰাষ্ট্ৰত বিপুল গণশক্তি সংগঠিত নহ'লহেঁতেন। শিৱাজীৰ পিছতেই মহাৰাষ্ট্ৰত যি দুৰ্দিন হৈছিল, ঔৰংজেব কৃত সম্ভাজীৰ হত্যাই সেই দুৰ্দিনৰ সলনি মহাৰাষ্ট্ৰৰ আকৌ সুদিন আনিলে। সম্ভাজীৰ ৰক্তাক্ত কটা মূৰৰ সকৰুণ আহবান মাৰাঠাই কেতিয়াও পাহৰিব পৰা নাছিল। সেয়েহে নেতৃত্ববিহীন, গৃহহীন, অৰ্থহীন মাৰাঠাই অপৰিমেয় মোগলশক্তিৰ বিপক্ষে যুঁজি হৃতসৰ্বস্ব উদ্ধাৰ কৰিব পাৰিছিল। স্বদেশ, স্বজাতি আৰু স্বধৰ্মৰ কাৰণে একেৰাহে কুৰি বছৰ যুঁজি সৰ্বস্বান্ত হৈ বিজয়গৌৰৱ লভিব পৰা জাতি ভাৰতত আৰু অইন এটা নাই। জগতত ধৈৰ্য-শীল একাগ্ৰ জাতিৰ বিনাশ নাই বুলি মাৰাঠাৰ এই গণ-জাগৰণে প্ৰমাণ কৰিছে।

অন্ত